# সাংবাদিকতা

মুখ্য সম্পাদক

ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী

সম্পাদক

প্ৰশান্ত কুমাৰ মহন্ত

মনোজ কুমাৰ গোস্বামী

গ্ৰন্থ-সংস্কৃতি

তৰাজান ঃঃ যোৰহাট - ৭৮৫ ০০১

*SĀNGBĀDIKATĀ* : A comprehensive book on Journalism in Assamese, edited by Prasanta Kr. Mahanta & Monoj Kr Goswami under the Chief editorship of Dhirendra Nath Chakravorty and published by Monoj Kr Goswami and Anjal P. Goswami on behalf of Grantha-Sanskriti, Tarajan Jorhat-1

***Price : Rs 300.00 (Three Hundred) only***

---

**প্ৰকাশকদ্বয় ঃ**

মনোজ কুমাৰ গোস্বামী

অঞ্জল প্ৰদীপ গোস্বামী

গ্ৰন্থ-সংস্কৃতি

তৰাজান ঃঃ যোৰহাট-১

**প্ৰথম প্ৰকাশ ঃ**

নৱেম্বৰ, ২০০৩

**দ্বিতীয় প্ৰকাশ ঃ**

নৱেম্বৰ, ২০০৫

**তৃতীয় প্ৰকাশ ঃ**

জুন, ২০০৮

**মূল্য ঃ**

৩০০.০০ (তিনিশ) টকা

**প্ৰচ্ছদ ঃ**

নবীন বৰুৱা

**অলংকৰণ ঃ**

[illegible]

**আৰ্হি পাঠক ঃ**

নৱেন শইকীয়া, কুলধৰ কলিতা

**অক্ষৰ বিন্যাস ঃ**

নিপজ্যোতি শৰ্মা

**মুদ্ৰণ ঃ**

বৰকটকী এণ্ড কোম্পানী প্ৰাইভেট লিমিটেড লিমিটেড

মালৌ আলি, যোৰহাট-১

## এই গ্ৰন্থৰ লেখকসকল —

| | |
|---|---|
| নৰেশ ৰাজখোৱা | — বয়োজ্যেষ্ঠ সাংবাদিক আৰু প্ৰেছ-কাউন্সিল অৱ ইণ্ডিয়াৰ প্ৰাক্তন সদস্য। |
| অমিত কুমাৰ নাগ | — বয়োজ্যেষ্ঠ সাংবাদিক, যুগান্তৰ, দৈনিক যুগশংখ কাকতৰ প্ৰাক্তন প্ৰতিনিধি। |
| যতীন্দ্ৰ কুমাৰ বৰগোঁহাই | — জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ প্ৰাক্তন প্ৰবক্তা, দৈনিক জনমভূমি কাকতৰ প্ৰাক্তন সম্পাদক আৰু বৰ্তমান নতুন দৈনিক কাকতৰ সম্পাদক তথা এজন সচেতন লেখক। |
| প্ৰফুল্ল ৰাজগুৰু | — যোৰহাট ডি. ছি. বি. কলেজৰ ইংৰাজী বিষয়ৰ অৱসৰপ্ৰাপ্ত প্ৰবক্তা, চিন্তাশীল লেখক আৰু আমাৰ অসম কাকতৰ আৱাসিক সম্পাদক। |
| সমুদ্ৰ গুপ্ত কাশ্যপ | — 'ইণ্ডিয়ান এক্সপ্ৰেছ' কাকতৰ উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰতিনিধি তথা চিন্তাশীল প্ৰাবন্ধিক। |
| নিতিন এ. গোখলে | — ইংৰাজী 'আউট লুক' আলোচনীত কাম কৰা গোখলে বৰ্তমান টেহেলকা গ্ৰুপৰপৰা প্ৰকাশিত আলোচনীৰ লগত জড়িত হৈ আছে। |
| প্ৰশান্তজ্যোতি বৰুৱা | — আসাম ট্ৰিবিউন কাকতৰ কাৰ্যবাহী সম্পাদক। |
| দেৱেন্দ্ৰ নাথ বৰা | — দৈনিক জনমভূমি কাকতৰ অৱসৰপ্ৰাপ্ত সহকাৰী সম্পাদক তথা জ্যেষ্ঠ সাংবাদিক। |
| অমূল্য মান্না | — জ্যেষ্ঠ ফটোগ্ৰাফাৰ আৰু নগাঁৱৰ ফটোগ্ৰাফী ইন্সটিটিউটৰ অধ্যক্ষ। |
| পুলিন দাস | — জ্যেষ্ঠ ক্ৰীড়াবিদ, দৈনিক অসমৰ প্ৰাক্তন ক্ৰীড়া সাংবাদিক। |
| ড° কুতুবুদ্দিন আহমেদ | — অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক, দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ ইংৰাজী বিষয়ৰ জ্যেষ্ঠ প্ৰবক্তা, সমালোচক তথা প্ৰাবন্ধিক। |
| ড° প্ৰকাশ গোস্বামী | — যোৰহাট মহাবিদ্যালয়ৰ অসমীয়া বিষয়ৰ জ্যেষ্ঠ প্ৰবক্তা, চিন্তাশীল লেখক-সমালোচক। |
| শান্তনু নন্দন শৰ্মা | — দিল্লীৰপৰা প্ৰকাশিত দা ইকনমিক টাইমছৰ প্ৰধান সংবাদদাতা আৰু ২০০১-২০০২ চনত ছিভেনিং বৃত্তি লাভ কৰি লণ্ডনত সাংবাদিকতাৰ পাঠ গ্ৰহণ কৰাৰ সময়ত ইণ্ডিপেণ্ডেণ্ট অন ছানডেত কাম কৰাৰ সুযোগ লাভ। |
| মানবেন্দ্ৰ কুমাৰ বৰুৱা | — গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰপৰা প্ৰচাৰিত ইংৰাজী নৰ্থ ইষ্ট নিউজৰ প্ৰযোজক তথা লেখক। |
| ড° অৱনী চন্দ্ৰ গোস্বামী | — যোৰহাট বিজ্ঞান মহাবিদ্যালয়ৰ জ্যেষ্ঠ প্ৰবক্তা, বিজ্ঞান বিষয়ৰ জনপ্ৰিয় লেখক। |
| সুমন্ত চলিহা | — আধুনিক অসমীয়া শব্দকোষৰ প্ৰণেতা আৰু আমাৰ অসম কাকতৰ প্ৰাক্তন আৱাসিক সম্পাদক। |
| ড° দীনেশ চন্দ্ৰ গোস্বামী | — যোৰহাট আঞ্চলিক গৱেষণাগাৰৰ বিজ্ঞানী তথা বিশিষ্ট লেখক |

পানীন্দ্ৰ কুমাৰ বৰ্মন — কেইবাখনো আইনবিষয়ক গ্ৰন্থৰ ৰচয়িতা তথা জনপ্ৰিয় লেখক।

গোপাল হাজৰিকা — যোৰহাট বাহ্না মহাবিদ্যালয়ৰ জ্যেষ্ঠ প্ৰবক্তা তথা দৈনিক অসম কাকতৰ যোৰহাটৰ জিলা প্ৰতিনিধি তথা এজন সচেতন প্ৰাবন্ধিক।

উৎপল ভূঞা — আজিৰ অসম কাকতৰ জ্যেষ্ঠ সাংবাদিক, ক্ৰীড়া সমালোচক।

অশোক কুমাৰ বৰুৱা — অসমীয়া প্ৰতিদিন কাকতৰ যোৰহাটৰ ছিনিয়ৰ ষ্টাফ ৰিপ'ৰ্টাৰ আৰু যোৰহাট প্ৰেছ ক্লাবৰ সম্পাদক।

পৱন বুঢ়াগোহাঞি — সুদীৰ্ঘ কাল বিভিন্ন প্ৰকাশন আৰু সম্পাদনাৰ লগত জড়িত এজন চিন্তাশীল প্ৰাবন্ধিক, লেখক।

ছালিম আলি আহমেদ — জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা তথা লেখক।

শাংকৰ কৌশিক বৰুৱা — দৈনিক জনমভূমি কাকতৰ জ্যেষ্ঠ সাংবাদিক তথাএজন সচেতন লেখক আৰু কেইবাখনো গ্ৰন্থৰ সম্পাদনাৰ সৈতে জড়িত।

ৰক্তিম ৰঞ্জন বৰুৱা — দৈনিক জনমভূমি কাকতৰ সাংবাদিক তথা এজন লেখক।

সুৰজিত চলিহা — এজন ফ্ৰি লান্সাৰ তথা লেখক।

প্ৰনৱ তালুকদাৰ — এজন প্ৰিণ্টিং টেকন'লজিষ্ট হিচাপে পৰিচিত, আমেৰিকা যুক্তৰাষ্ট্ৰৰ 'গ্ৰাফিক আৰ্ট টেকনিকেল ফাউণ্ডেছন' (G.A.T.F.)ত প্ৰশিক্ষণ লাভ কৰা আৰু ইউৰোপ তথা আমেৰিকাৰ বহুতো বাতৰিকাকতৰ উদ্যোগ পৰ্যবেক্ষণ কৰা তালুকদাৰ বৰ্তমান জি. এল. পাব্লিকেছন, গুৱাহাটীৰ উপ-মহা প্ৰবন্ধক হিচাপে কৰ্মৰত।

অভিজিৎ বৰা — আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ বাতৰি বিভাগৰ জড়িত প্ৰাক্তন সহকাৰী সম্পাদক আৰু বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগত শিক্ষাদানত জড়িত হৈ আছে।

শৈলেন গোস্বামী — এই গ্ৰন্থৰ অনুবাদক হিচাপে সেৱা আগবঢ়োৱা শ্ৰীগোস্বামী বৰ্তমান আমাৰ অসম কাকতত কৰ্মৰত।

দেবজ্যোতি বৰা — গ্ৰন্থ প্ৰকাশন তথা সম্পাদনা আৰু কেইবাখনো বিদ্যায়তনিক গ্ৰন্থৰ লেখক শ্ৰী বৰা এজন উদীয়মান লেখকৰূপে প্ৰতিষ্ঠিত।

ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী — অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগৰ অৱসৰপ্ৰাপ্ত সঞ্চালক; দৈনিক জনমভূমি, আজিৰ বাতৰি, নতুন দৈনিক কাকতৰ প্ৰাক্তন সম্পাদক। সম্প্ৰতি দৈনিক অসম কাকতৰ সম্পাদক আৰু এই গ্ৰন্থৰ মুখ্য সম্পাদক।

মনোজ কুমাৰ গোস্বামী — বিগত কেইবাবছৰো গ্ৰন্থ প্ৰকাশন তথা সম্পাদনাৰ লগত জড়িত এজন লেখক তথা এই গ্ৰন্থৰ সম্পাদকদ্বয় আৰু প্ৰকাশকদ্বয়ৰ এজন।

প্ৰশান্ত কুমাৰ মহন্ত — কেইবাখনো গ্ৰন্থৰ সম্পাদনাৰ লগত জড়িত এজন লেখক আৰু এই গ্ৰন্থৰ সম্পাদকদ্বয়ৰ এজন।

---

● *এই গ্ৰন্থৰ লেখকসকলৰ নাম বিষয়সূচীৰ পৰিৱৰ্তে সংশ্লিষ্ট লেখকসকলৰ লেখনীৰ শেষত দিয়া হৈছে। তদুপৰি, গ্ৰন্থখনত সন্নিৱিষ্ট কেইবাটাও লেখনী সম্পাদকদ্বয়ে সংগ্ৰহ আৰু সম্পাদনাৰে যুগুতাইছে। সেয়ে বাৰম্বাৰ নাম প্ৰকাশ নকৰি সম্পাদিত আৰু সংগৃহীত ৰ পৰিৱৰ্তে সংক্ষিপ্তকৈ স.স. ব্যৱহাৰ কৰা হৈছে।*

# বিষয়সূচী

---

*গ্ৰন্থখনত সন্নিৱিষ্ট প্ৰত্যেকটো লেখনীৰ তলত সংশ্লিষ্ট লেখকসকলৰ নাম উল্লেখ কৰা হৈছে।*

# কৃতজ্ঞতা

অতুলানন্দ গোস্বামী, হীৰেন ভট্টাচাৰ্য (হীৰুদা), ড° লক্ষ্মীনন্দন বৰা,
নব্ৰ শৰ্মা, শান্তনু তামুলী, ড° ক্ষীৰেণ ৰয়, বিপিন চন্দ্ৰ গোস্বামী,
অতুল্য মাধৱ গোস্বামী, দেৱজিত কটকী, হৰিণ মহন্ত,
জয়ন্ত দেৱশৰ্মা, বিকাশজ্যোতি বৰুৱা, ৰাজীৱ বৰুৱা,
সত্যেন চৌধুৰী, নীৰেণ শৰ্মা (পুতুল),
প্ৰতাপ গোস্বামী, মানৱজ্যোতি বৰদলৈ, প্ৰসেনজিত দুৱৰা,
কল্যাণ বৰঠাকুৰ, বৰ্ণালী মহন্ত, দেৱজিৎ বৰকটকী,
অপূৰ্ব বল্লভ গোস্বামী, নিৰো[illegible] চাংকাকতি,অসীম গোস্বামী,
বিৰাজ ভট্টাচাৰ্য, প্ৰবীণ খাউণ্ড, বিপুল বৰা,
জোনা বৰুৱা, ভানু বুঢ়াগোহাঞি
লগতে এই গ্ৰন্থৰ সৈতে প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িতসকল, যিসকলৰ নাম অজ্ঞাতে বৈ গৈছে।

# ভূমিকা

কুৰি শতিকাৰ মাজ ভাগ পৰ্যন্ত মানৱ জাতিৰ অগ্ৰগতিৰ ক্ষেত্ৰত প্ৰধান ভূমিকা গ্ৰহণ কৰা প্ৰভাৱসমূহৰ ভিতৰত যিকেইটা কথা সাধাৰণতে উল্লেখ কৰা হয় সেইকেইটা হ'ল ধৰ্ম, সাহিত্য আৰু বিজ্ঞান। কিন্তু যোৱা শতিকাৰ দ্বিতীয়াৰ্ধত তথ্য প্ৰযুক্তিৰ যি অবিশ্বাস্য উন্নতি ঘটিল তাৰেই পৰিণতি স্বৰূপে সমগ্ৰ পৃথিৱীতে গণমাধ্যমে সৰ্বশক্তিমানৰূপে প্ৰভাৱ বিস্তাৰ কৰিলে। তথ্য বা বাতৰি দ্ৰুততম গতিত বৃহৎসংখ্যক লোকৰ কাষলৈ নিব পৰাটোৱেই হ'ল আধুনিক গণমাধ্যমৰ বৈশিষ্ট্য। অতীতৰ তথ্য পৰিৱেশন হৈছিল সীমিত পৰিসৰত। কিন্তু বৰ্তমান তথ্য পৰিৱেশন কৰা হয় সমগ্ৰ পৃথিৱীৰ বাবে। আধুনিক গণমাধ্যম বুলিলে প্ৰথমেই বাতৰিকাকতৰ অথবা ছপা মাধ্যমৰ নাম ল'বলগীয়া হয়। তাৰ পাছত আহে দৃশ্য আৰু শ্ৰাব্য মাধ্যম। এই মাধ্যমৰ ভিতৰত পৰে কথাছবি, ৰেডিঅ' আৰু টেলিভিছন। দৃশ্য মাধ্যমৰ ভিতৰতে আছে চিত্ৰাংকন বা ফটোৰ জৰিয়তে তথ্য বা বাতৰি পৰিৱেশন। আনহাতে, শ্ৰাব্য মাধ্যমৰ আন আন বিশিষ্ট অংগ হ'ল গীত আৰু নাট।

যোৱা শতিকাৰ আৰম্ভণিতেই তথ্য পৰিৱেশন সম্পৰ্কীয় সকলো কাম-কাজকে সামৰি সাংবাদিকতাক এক বিশেষ জ্ঞান বা ডিছিপ্লিন হিচাপে গ্ৰহণ কৰা হয়। পাছলৈ মাছ কমিউনিকেছন, ইনফৰমেছন, জনসংযোগ বা সাংবাদিকতা হিচাপে বিশ্ববিদ্যালয়ৰ এক পাঠ্যক্ৰম হিচাপে পৰিগণিত হয়। আমাৰ অসমতো গুৱাহাটী বিশ্ববিদ্যালয়ত সাংবাদিকতা এক বিষয় হিচাপে স্নাতকোত্তৰ শ্ৰেণীৰ বাবে অন্তৰ্ভুক্ত হোৱাৰ পাছত যোৱা কেইদশকত ইয়াৰ প্ৰণালীবদ্ধ অধ্যয়নৰ পথ প্ৰশস্ত হৈছে আৰু ভালেসংখ্যক নামী-বেনামী প্ৰতিষ্ঠানে সমগ্ৰ ৰাজ্যতে সাংবাদিকতাৰ ওপৰত প্ৰণালীবদ্ধ শিক্ষা গ্ৰহণ কৰাৰ ব্যৱস্থা হাতত লৈছে। আজি সমগ্ৰ পৃথিৱীতে সাংবাদিকতা এক গুৰুত্বপূৰ্ণ আধুনিক বিষয় হিচাপে বিশ্ববিদ্যালয় পৰ্যায়ত শিক্ষণ আৰু গৱেষণাৰ বাবে গৃহীত হৈছে। যিহেতু অসমীয়া ভাষাত এই বিষয়ৰ কাৰিকৰী বা টেকনিকেল দিশসমূহ সামৰি আৰু বিস্তৃতভাৱে বিশ্লেষণ কৰা গ্ৰন্থৰ যথেষ্ট অভাৱ, সেয়েহে নবীন সাংবাদিক আৰু বিশেষকৈ এই বিষয়ক এক কেৰিয়াৰ হিচাপে গ্ৰহণ কৰিব খোজা ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখিয়েই এই গ্ৰন্থখন যুগুত কৰা হৈছে।

মানুহে পৃথিৱীত অন্য প্ৰাণীৰ তুলনাত শ্ৰেষ্ঠত্ব সাব্যস্ত কৰাৰ প্ৰথম আৰু প্ৰধান শক্তি হ'ল মানুহৰ অনুভূতি প্ৰকাশৰ ক্ষমতা। মনৰ অনুভূতি, আনন্দ, হতাশা, ক্ৰোধ, প্ৰেম আৰু উত্তেজনা আটাইবোৰ প্ৰকাশৰ বাবেই মানুহে এদিন আবিষ্কাৰ কৰিছিল শব্দৰ। শব্দৰ আবিষ্কাৰৰ পাছত জুই, চকৰি আৰু ঈশ্বৰৰ আবিষ্কাৰ কৰি মানুহে এদিন আৰম্ভ কৰিছিল সভ্যতা আৰু সংস্কৃতিৰ জয়যাত্ৰা।

সভ্যতাৰ এই জয়যাত্ৰাৰ উষালগ্নৰপৰাই মানুহে আৰম্ভ কৰিছিল অভিজ্ঞতা প্ৰকাশৰ। যি

দেখিছিল, যি শুনিছিল বা যেনে ধৰণৰ অভিজ্ঞতা লাভ কৰিছিল তাক জনোৱাৰ স্বাভাৱিক প্ৰকৃতিৰপৰাই, মানুহে প্ৰাক ঐতিহাসিক যুগৰপৰাই পাৰস্পৰিকভাৱে কমিউনিকেট বা জনোৱাৰ অভ্যাস কৰে। প্ৰথম অৱস্থাত নগ্ন মানুহে নিজৰ অতি সাধাৰণ বা ক্ৰুড পৰ্যায়ৰ অভিজ্ঞতাখিনি অংগী-ভংগী অথবা সামান্যতম শব্দৰ মাজেৰেই প্ৰকাশ কৰিছিল যদিও সভ্যতাৰ বিকাশ ঘটাৰ লগে লগে ভাষাৰ মাধ্যমেৰে অভিজ্ঞতাৰ কথা মানুহে কাষৰ সমাজখনক জনাবলৈ ধৰে। তথ্য সম্প্ৰচাৰ বা সংবাদ পৰিৱেশন পৃথিৱীত সেইদিনাই আৰম্ভ হৈছিল যিদিনা নগ্ন অৱস্থাতেই জুইৰ ব্যৱহাৰৰ কথা আৱিষ্কাৰ কৰি আদিম মানহে কাষৰ মানুহক সেই কথা জনাইছিল বা তেনেদৰে চকৰি আৱিষ্কাৰৰ কথা জনাইছিল। পিছৰ কালত যেতিয়া মানুহ সমাজ পাতি থাকিব পৰা হ'ল আৰু অভিজ্ঞতাৰ ভঁৰাল আহল-বহল হ'বলৈ ধৰিলে তেতিয়া গীত-নৃত্যৰ যোগেৰেও মানুহে অভিজ্ঞতা আৰু আৱিষ্কাৰৰ বতৰা সমাজক দিব পৰা হ'ল। প্ৰথম অৱস্থাত মৌখিকভাৱে প্ৰচলিত গীত আৰু কথাৰে সংবাদ পৰিৱেশন হৈ থকাৰ বহু কালৰ পিছতেই শিলালিপি আদিৰ যোগে ৰজাঘৰীয়া সংবাদ পৰিৱেশন কৰিবলৈ ধৰা হয়। বৈৰাগী অথবা ভ্ৰাম্যমান ঋষি-মুনি আৰু প্ৰথম কবিসকলেও সভ্যতাৰ প্ৰথম অৱস্থাত এঠাইৰ বাতৰি আন এঠাইলৈ কঢ়িয়াই নিছিল। মুখে মুখে কঢ়িওৱা সংবাদ পৰিৱেশনৰ যুগৰপৰা ছপাৰ মাধ্যমেৰে জনসংযোগ স্থাপনলৈকে— এই সুদীৰ্ঘ সময়ছোৱাত মানৱ সমাজে লাভ কৰা অভিজ্ঞতা আছিল অতি ৰোমাঞ্চকৰ। কিন্তু ছপা আখৰ আৱিষ্কাৰ হোৱাৰ আঠশ বছৰৰ আগতেও চীন দেশত চৰকাৰী বিধি-নিৰ্দেশসমূহ জনসাধাৰণক জনাবৰ বাবে এবিধ বিশেষ ধৰণেৰে নিৰ্মিত কাগজত লিপিবদ্ধ কৰা বাৰ্তা ৰাজহুৱা ঠাইবোৰত আঁৰি থোৱা হৈছিল। ছপাশালত ব্যৱহাৰ হোৱা আখৰৰ ছাপ চীন দেশতেই প্ৰথমে আৱিষ্কাৰ হয় যদিও আধুনিক ছপাশালৰ জন্মস্থান হ'ল জাৰ্মানিহে।জাৰ্মানিৰ মেইঞ্জ চহৰৰ এগৰাকী সোণাৰি গুটেনবাৰ্গে পোনপ্ৰথম ইফাল-সিফাল কৰিব পৰা ছপা আখৰ প্ৰৱৰ্তন কৰে আৰু ছপা মাধ্যমৰ ক্ষেত্ৰত নতুন বিপ্লৱৰ সূচনা কৰে।

১৪৫৬ চনত গুটেনবাৰ্গে তেওঁ আৱিষ্কাৰ কৰা ছপা পদ্ধতিৰদ্বাৰা পোন প্ৰথমবাৰৰ বাবে বাইবেলৰ প্ৰায় তিনিশ কপি ছপা কৰি বিতৰণ কৰে। কাঠত আখৰৰ সলনি ধাতুৰে নিৰ্মিত আখৰ আৰু চিয়াহীৰ ব্যৱহাৰৰ জৰিয়তে লিখন সাংবাদিকতাৰ জন্ম দিয়া হয়। অতি সাধাৰণ ধৰণেৰে চীন দেশতেই পোনপ্ৰথমে বাতৰিকাকতৰ জন্ম হয় যদিও আধুনিক বাতৰিকাকতৰ জন্ম ১৬০৯ চনত জাৰ্মানিতহে হয়। আভিৰ্হ্ ৰিলেছন অডাৰ ঝিটুং আৰু ৰিলেছন এলেৰ গেডেনকিৱিডিজেন নামৰ এই বাতৰিকাকত দুখনেই আধুনিক যুগৰ বাতৰিকাকতৰ পথ প্ৰদৰ্শক বুলি ক'ব পাৰি। ১৬২১ চনত কৰাণ্ট নামৰ এখন একপৃষ্ঠীয়া বাতৰি বা নিউজ ছিট প্ৰকাশ কৰি ইংলণ্ডত সংবাদপত্ৰৰ শুভাৰম্ভ কৰা হয়। ১৬৫০ চনত পৃথিৱীত প্ৰথমখন দৈনিক বাতৰিকাকত জিনকোমেনডেন জিউটুনগেন লিপজিগৰপৰা প্ৰকাশ হয়। ১৬১৮ চনত হলেণ্ডত সাপ্তাহিক বাতৰিকাকতৰ প্ৰথম প্ৰকাশ আৰম্ভ হয়। অৱশ্যে ইংলণ্ডৰপৰা প্ৰকাশ পোৱা প্ৰথম পূৰ্ণাংগ দৈনিক বাতৰিকাকতখন হ'ল ডেইলি কুৰাণ্ট। ১৭০২ চনৰ ১১ মাৰ্চত ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশ হয়। আমেৰিকাত ১৬৯০ চনত পাব্লিক আকাৰেন্সছ নামৰ কাকতখন প্ৰকাশ হোৱাৰ পাছত ১৭৮৩ চনত পেনছিলভিনিয়াৰপৰা প্ৰথম দৈনিক কাকত প্ৰকাশ হয়। ৰাছিয়াৰপৰা প্ৰথম আধুনিক কাকতখন প্ৰকাশ হয় ১৭০৩ চনত।

ভাৰতলৈ ছপাশাল অনা হয় ১৫৫৬ চনত। ১৭৮০ চনত কলিকতাৰপৰা জেমছ আগষ্টাছ হিকিৰ উদ্যোগত পোনপ্ৰথম ভাৰতীয় বাতৰিকাকত হিচাপে প্ৰকাশ হোৱা কাকতখন হ'ল— বেংগল গেজেট। চৰকাৰী আমোলা আৰু উচ্চ পদস্থ ব্যক্তিৰ সমালোচনাত মুখৰ দুইপৃষ্ঠীয়া এই কাকতখন অৱশ্যে অচিৰেই বন্ধ হৈ যায়।

আনহাতে ১৮১৮ চনত পশ্চিমবংগৰ শ্ৰীৰামপুৰৰপৰা প্ৰকাশ পোৱা সমাচাৰ দৰ্পণ নামৰ কাকতখনেই ভাৰতীয় ভাষাত প্ৰকাশ পোৱা প্ৰথম বাতৰিকাকত। প্ৰথমখন দৈনিক কাকত হ'ল ১৮২২ চনত মুম্বাইৰপৰা প্ৰকাশ পোৱা মুম্বাই সমাচাৰ। আমাৰ অসমত আমেৰিকান বেপ্টিষ্ট মিছনৰ উদ্যোগত আমেৰিকাৰপৰা অতি কষ্টেৰে ছপাশাল পোনপ্ৰথম নাৱেৰে কঢ়িয়াই অনা হয় শদিয়ালৈ। তাৰ পাছত ১৮৪৬ চনৰ জানুৱাৰি মাহৰপৰা শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছৰপৰা অৰুনোদয় নামৰ মাহেকীয়া কাকতখনৰ প্ৰকাশৰ জৰিয়তে অসমত সাংবাদিকতাৰ ভেটি স্থাপন কৰা হয়। অৰুনোদয় কাকতখনৰ প্ৰকাশক আছিল অলিভাৰ টি. কাট্টাৰ আৰু সম্পাদক আছিল ড° নাথান ব্ৰাউন। অৱশ্যে ১৮৫০ চনৰপৰা সম্পাদক নাথান ব্ৰাউনৰ নামটো কাকতখনৰ প্ৰিণ্ট লাইনত প্ৰকাশ কৰা হৈছিল। তাৰ আগলৈকে অকল প্ৰকাশক হিচাপে কাট্টাৰৰ নামটোহে ওলাইছিল। অসমীয়া সাংবাদিকতাৰ ভিত্তি স্থাপন কৰাৰ উপৰিও অৰুনোদয় কাকতে সুদীৰ্ঘ ৩৪ বছৰ কাল ধৰি অসমীয়া ভাষা সাহিত্যৰো প্ৰাণ উদ্ধাৰৰ ক্ষেত্ৰত এক ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিলে। যোৱা ১৫৭ বছৰৰ ভিতৰত অসমে সাংবাদিকতাৰ ক্ষেত্ৰত ভালেখিনি অগ্ৰগতি লাভ কৰিব পাৰিছে। এই সময়ছোৱাৰ ভিতৰতে জোনাকী (১৮৮৯-৯৮), আসাম বিলাসিনী (১৮৭১-৮৩), বাঁহী (১৯০৯-৪৫), উষা (১৯০৭-১২), আসাম বন্তি আৰু অসমীয়ালৈকে ভালেসংখ্যক বাতৰিকাকত প্ৰকাশ পোৱাৰ পাছত পোনপ্ৰথমে পূৰ্ণাংগ দৈনিক কাকত হিচাপে আত্মপ্ৰকাশ কৰে দৈনিক বাতৰিয়ে। ১৯৩৫ চনৰ ১২ আগষ্টৰপৰা যোৰহাটৰ কাষৰীয়া ঠেঙাল বাগিচাৰপৰা (জালুকনিবাৰী) শিৱপ্ৰসাদ বৰুৱাৰ উদ্যোগত আৰু বাগ্মীবৰ নীলমণি ফুকনৰ সম্পাদনাত প্ৰকাশ পোৱা দৈনিক বাতৰিয়ে অসমীয়া মানুহক আধুনিক দৈনিক বাতৰিকাকতৰ লগত জড়িত বহুতো কথাৰ সৈতে পৰিচয় কৰাই দিয়ে। ইয়াৰ পাছত সাদিনীয়া হিচাপে প্ৰকাশ পোৱা টাইমছ অৱ আছাম, আসাম ট্ৰিবিউনে ইংৰাজী সংবাদপত্ৰ প্ৰকাশৰ ভেটি স্থাপন কৰে। স্বাধীনতাৰ আগৰ বছৰত ১৯৪৬ চনৰ ২৬ জানুৱাৰিত প্ৰথম প্ৰকাশ পোৱা দৈনিক অসমীয়া কাকতে দেৱকান্ত বৰুৱাৰ সুযোগ্য সম্পাদনাত গ্ৰুপিং বিৰোধী আন্দোলনৰ গুৰি ধৰাৰ পাছ ত ১৯৪৯ চনৰ মাৰ্চ মাহত সেই কাকতৰ প্ৰকাশ বন্ধ হয়। ১৯৪৯ চনৰ ২৬ জুনৰপৰা প্ৰকাশ হয় নতুন অসমীয়া। ইয়াৰ আগতে আসাম ট্ৰিবিউন কাকত গুৱাহাটীৰপৰা দৈনিক আকাৰত প্ৰকাশ পাবলৈ ধৰে ১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰৰপৰা। অসমীয়া মানুহৰ সামাজিক আৰু সাংস্কৃতিক জাগৰণৰ যুগ অসমীয়া প্ৰধান কাকতসমূহক কেন্দ্ৰ কৰিয়েই চিহ্নিত কৰা হয়। অৰুনোদয় যুগৰপৰা জোনাকী, বাঁহী, উষাৰ যুগ অতিক্ৰম কৰি আৱাহন, ৰামধেনু আৰু জয়ন্তী যুগৰ জৰিয়তে অসমীয়াৰ বৌদ্ধিক বিকাশৰো একো একোটা প্ৰধান ঐতিহাসিক ক্ষণ হিচাপে গণ্য হোৱাটো অসমীয়া সংবাদপত্ৰৰ বাবে বিৰল গৌৰৱ বুলি ক'ব পাৰি।

আশীৰ দশকৰপৰা অসমত সাংবাদিকতাৰ এক নতুন জোৱাৰ আহিছে বুলি ক'ব পাৰি।

বৰ্তমান প্ৰতি বছৰেই আমাৰ ৰাজ্যৰ বিভিন্ন ঠাইৰ পৰা অসংখ্য মাহেকীয়া আলোচনী প্ৰকাশ পোৱাৰ উপৰি দৈনিক আৰু সাপ্তাহিক কাকতৰো প্ৰকাশ-প্ৰৱাহ অভূতপূৰ্ব বেগত বলিব ধৰিছে। অসমীয়া দৈনিক কাকতকেইখন হ'ল—দৈনিক অসম, আজিৰ অসম, নতুন দৈনিক, দৈনিক অগ্ৰদূত, প্ৰতিদিন, আজি, খবৰ, দৈনিক জনমভূমি আৰু জনসাধাৰণ। আনহাতে, আসাম ট্ৰিবিউনৰ উপৰিও ছেন্টিনেল, নৰ্থ ইষ্ট টাইমছ, টেলিগ্ৰাফ আৰু হিন্দুস্তান টাইমছ কাকত ইংৰাজীত প্ৰকাশ পাই আছে। দুখন বাংলা কাকত আৰু দুখন হিন্দী দৈনিক কাকতো নিয়মীয়াভাৱে প্ৰকাশ পাই আছে।

সাংবাদিকতা বুলিলে যিহেতু কেৱল বাতৰিকাকত নুবুজায়, সেয়েহে এই গ্ৰন্থত ৰেডিঅ', টেলিভিছন আদি সংবাদসেৱাৰ অন্যান্য গুৰুত্বপূৰ্ণ দিশসমূহৰ সম্পৰ্কেও আলোচনা কৰা হৈছে। পৃথিৱীত বৰ্তমান অবিশ্বাস্য বেগত ইলেক্ট্ৰনিক মাধ্যমে প্ৰভাৱ পেলাবলৈ ধৰিছে। ইৰাক বা কাৰ্গিলৰ যুদ্ধৰ সময়ত দাৰৰ বাতৰি ডাঁৱে দি থকাৰ ডাঁৱে প্ৰতিটো ঘণ্টাৰ বাতৰি টিভি আৰু ৰেডিঅ'ৰ যোগে প্ৰচাৰ কৰা হয়। আমাৰ অসমেও টিভি আৰু ৰেডিঅ' সাংবাদিকতাৰ ক্ষেত্ৰত চমকপ্ৰদভাৱে নহ'লেও কিছু অগ্ৰসৰ হ'ব পৰাটো উল্লেখযোগ্য।

যি মাধ্যমেই নহওক কিয় সাংবাদিকতাৰ মূল মন্ত্ৰ হ'ল সত্য প্ৰচাৰ আৰু সত্য প্ৰতিষ্ঠা। সমাজ বা পৃথিৱীত ঘটা যিকোনো ঘটনাক বা ঘটনা সম্পৰ্কত সম্পূৰ্ণ বস্তুনিষ্ঠ, সত্য আৰু স্পষ্ট বাতৰি পৰিৱেশনেই হ'ল সাংবাদিকতাৰ পাথেয়। বাতৰি প্ৰকাশৰদ্বাৰা মানুহক সজাগ বা জ্ঞাত কৰি তোলাটোৱেই হ'ল প্ৰথম লক্ষ্য। অৱশ্যে তাৰ লগতে শিক্ষাদান বা আনন্দ প্ৰদান কৰিব পৰাটো হ'ল বাতৰিকাকত বা অন্যান্য সংবাদ মাধ্যমৰ অতিৰিক্ত দায়িত্ব। কেৱল আনন্দ প্ৰদানেই সংবাদ সেৱাৰ লক্ষ্য হ'ব নোৱাৰে। আনহাতে সমাজৰ নিম্ন ৰুচিসম্পন্ন অথবা ঘৃণনীয় ঘটনাবোৰৰ ওপৰতেই ৰহন সনা বাতৰি পৰিৱেশন কৰি সমাজক বিপথে পৰিচালিত কৰাটোও সংবাদ সেৱাৰ লক্ষ্য হ'ব নোৱাৰে। সেই হিচাপে চালে পশ্চিমীয়া বাতৰিকাকতসমূহৰ দৰে সমাজৰ লঘু দিশবোৰৰ প্ৰাধান্য দি শাশ্বত মূল্যবোধসম্পন্ন কথাবোৰৰ প্ৰতি পিঠি দিয়াটো আদৰ্শ সংবাদসেৱাৰ লক্ষ্য হ'ব নোৱাৰে।

সাহিত্য বা সংগীতৰ যিকোনো অংগৰ দৰে সংবাদসেৱাৰো মূল লক্ষ্য হ'ল সত্য, সুন্দৰ আৰু মংগল প্ৰতিষ্ঠা। বৃহৎসংখ্যকৰ বাবে সৰ্বাধিক কল্যাণ সাধনাৰ লক্ষ্য লৈ উৎসৰ্গীকৃত যিকোনো বাতৰিকাকত বা আন যিকোনো সংবাদ মাধ্যমে সমাজক মান্ধাতা যুগৰ বিশ্বাস আৰু সংস্কাৰৰপৰা মুক্ত কৰি সমুজ্জলিত বৌদ্ধিক পৰিৱেশ গঢ়ি তুলি মানুহক ঈৰ্ষা আৰু বিদ্বেষৰ সলনি আন্তৰিকতা, প্ৰেম আৰু সহযোগিতাৰ আধাৰত এক নতুন সমাজ গঢ়ি তোলাটোৱেই লক্ষ্য আৰু দায়িত্ব বুলি বহন কৰিব লাগে।

এই গ্ৰন্থখনৰ সমস্ত প্ৰাৰম্ভিক চিন্তা, পৰিকল্পনা তথা সম্পাদনাৰ পৰ্যায়ৰপৰা শেষলৈকে অক্লান্তভাৱে কাম কৰা সম্পাদকদ্বয়ৰ শলাগ নল'লে ভুল হ'ব। শেষত গ্ৰন্থখনৰ প্ৰকাশ কৰি উলিওৱাৰ বাবে গ্ৰন্থ-সংস্কৃতিৰ উদ্যোগী স্বত্বাধিকাৰদ্বয়ক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

—ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী
মুখ্য সম্পাদক।

# সম্পাদকীয়

সাম্প্ৰতিক কালত সমগ্ৰ বিশ্বজুৰি সাংবাদিকতা বেছ জনপ্ৰিয় আৰু সন্মানীয় বৃত্তি হিচাপে বিবেচিত হৈছে। ভাৰততো ইয়াৰ আকৰ্ষণ আৰু জনপ্ৰিয়তা কোনো গুণে কম নহয়। শেহতীয়াকৈ ভাৰতত বাতৰিকাকত, আলোচনী আদিৰ ক্ষেত্ৰখনো অতি লাভজনক হৈ উঠাত লিখা-মেলাৰ প্ৰতি ধাউতি থকাসকলৰ বাবে সাংবাদিকতা বৃত্তি গ্ৰহণ কৰিবলৈ পৰ্যাপ্ত সুযোগৰ পথ উন্মোচিত হ'ল। ফলস্বৰূপে বহু মেধাসম্পন্ন যুৱক-যুৱতীও এই বৃত্তিৰ প্ৰতি আকৰ্ষিত হ'ব ধৰিলে। তেওঁলোকৰ বহুতে স্বকীয় প্ৰতিভা তথা সাধনাৰে সাংবাদিকতা বৃত্তি গ্ৰহণ কৰি সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। কেৱল সেয়ে নহয়, প্ৰতিষ্ঠিত সংবাদ মাধ্যমৰ জগত জড়িত হৈ এনে বহু যুৱ-সাংবাদিকে অনেক সা-সুবিধা আৰু দা-দৰমহাসহ সাংবাদিকতাক জীৱিকা হিচাপে ল'ব পৰা হ'ল।

অসমৰ বেলিকা সৰ্বভাৰতীয় জোখেৰে নহ'লেও, পূৰ্বৰ তুলনাত বিশেষকৈ দৈনিক বাতৰিকাকতৰ প্ৰকাশ আৰু প্ৰচলন বৃদ্ধিয়ে সাংবাদিকতাৰ ক্ষেত্ৰখন সম্প্ৰসাৰিত কৰি তুলিছে। সমান্তৰালভাৱে বাতৰিকাকতসমূহৰ মাজতো তীব্ৰ প্ৰতিযোগিতা সূত্ৰপাত ঘটিছে। সংশ্লিষ্ট কাকত গোষ্ঠীয়ে নিজৰ কাকতখনৰ জনপ্ৰিয়তাৰ প্ৰচাৰ বৃদ্ধিৰ বাবে ৰাজধানী বা জিলা-মহকুমা সদৰৰ উপৰি প্ৰতি মফচলীয় অঞ্চলৰ বা-বাতৰি প্ৰকাশৰ ওপৰত গুৰুত্ব দিয়াত অধিক লোক জড়িত হোৱাৰ পথ উন্মুক্ত হৈ পৰিছে। এনেদৰে গ্ৰামাঞ্চলৰ একাংশ নিয়োগ-সন্ধানী শিক্ষিত/উদ্যোগী যুৱকৰ অন্ততঃ সাংবাদিকতাৰ জগতলৈ প্ৰৱেশ ঘটিছে। দ্বিতীয়তে, কেইবাটাও বাতৰিকাকত গোষ্ঠীয়ে একেখন দৈনিক বাতৰিকাকত একাধিক ঠাইৰপৰা প্ৰকাশ কৰাটো সংশ্লিষ্ট কাকতবিলাকত অধিক লোক জড়িত হোৱাৰ সুযোগ ওলাব ধৰিছে। আনহাতে, বাতৰিকাকত উদ্যোগৰ বহুমুখি চৰিত্ৰৰ সৈতে অৰ্থাৎ সংবাদ সংগ্ৰহ-সম্পাদনা-পৰিৱেশন-বিজ্ঞাপন-অংগসজ্জা-ছপা-বিতৰণ-পৰিৱহণ আদি কাৰ্যাৱলী অবিচ্ছেদ্য হৈ থকাত নিয়োগৰ অনেক সম্ভাৱনা বৃদ্ধি পাব ধৰিছে। ইতিমধ্যে অসমতো ছপা মাধ্যমৰ উপৰি দৃশ্য-শ্ৰাব্য মাধ্যমৰ, ধীৰ গতিৰে হ'লেও বিকাশ সাধন হোৱাত সাংবাদিকতাৰ ক্ষেত্ৰ সম্প্ৰসাৰিত হৈয়ে আছে। এই কথা সকলোৰে বিদিত যে আজিৰ সাংবাদিকতা কেৱল বাতৰিকাকত, আলোচনী-বাৰ্তালোচনীতে সীমাবদ্ধ হৈ থকা নাই; ই ৰেডিঅ', টেলিভিছন, এড্‌ভাৰটাইজিং এজেন্সি, বিভিন্ন চৰকাৰী প্ৰচাৰ-প্ৰকাশন, চলচ্চিত্ৰ বিভাগ পৰ্যন্ত বিস্তাৰিত। অৱশ্যে উল্লিখিত প্ৰতিটো বিভাগত নিয়োগৰ সুবিধা লাভ কৰিবলৈ উপযুক্ত শিক্ষা-দক্ষতা অৰ্জন কৰাটো পূৰ্বচৰ্ত। ইয়াৰ অৰ্থ এই যে সাম্প্ৰতিক কালত, সামগ্ৰিকভাৱে সাংবাদিকতাৰ জগতখনত যি তীব্ৰ প্ৰতিযোগিতা চলিছে, ঠিক একেদৰে ইয়াত নিয়োগ লাভ কৰিবলৈও চলিছে একেই প্ৰতিযোগিতা। জনসংখ্যাৰ দৰেই শিক্ষিত নিবনুৱাৰ বিস্ফোৰণৰ দিনত, বৰ্ধিত প্ৰফেছনেলিজিমৰ দিনত সংশ্লিষ্ট বিষয়ত প্ৰতিভা, স্বকীয়তা আৰু দক্ষতাৰ অবিহনে কোনো তিষ্ঠি থকাটো সম্ভৱ নহয়। এনে পটভূমিত উল্লিখিত ক্ষেত্ৰসমূহত নিয়োজিত হ'ব বিচৰাসকলে সংশ্লিষ্ট

অনুষ্ঠান-প্রতিষ্ঠানত শিক্ষা-প্ৰশিক্ষণ গ্ৰহণ কৰিব লাগিব অথবা ডিগ্ৰী-ডিপ্লমা ল'ব লাগিব। ইয়াৰ সৈতে সংযোজিত হ'ব লাগিব মৌলিকত্ব তথা প্ৰাথমিক জ্ঞান আৰু অভিজ্ঞতা। কিন্তু সকলোৱে এনে প্ৰাথমিক জ্ঞান-অভিজ্ঞতাৰ বাবে কোনো অনুষ্ঠান-প্ৰতিষ্ঠানত ভৰ্তি হৈ ডিগ্ৰী বা ডিপ্লমা লোৱা বা প্ৰশিক্ষণ লোৱা সম্ভৱ নহ'বও পাৰে। সেয়ে সাংবাদিকতা বিষয়টোৰ সম্বন্ধে এক মোটামুটি ধাৰণা ল'বলৈ অন্ততঃ ইয়াৰ তাত্ত্বিক দিশসমূহৰ জ্ঞান আহৰণ কৰাটো অতি প্ৰয়োজনীয়। ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছেই যে এতিয়া সাংবাদিকতা কেৱল বাতৰিকাকত, আলোচনীতে সীমাবদ্ধ হৈ থকা নাই। সেয়ে ইয়াৰ বিশালতাৰ পৰিপ্ৰেক্ষিতত আৰু ইতিপূৰ্বে উল্লেখ কৰি অহাৰ দৰে প্ৰতিযোগিতাৰ মুখামুখি হ'ব পৰাকৈ সাংবাদিকতাৰ প্ৰতি আগ্ৰহীসকলে তাৰ সৈতে জড়িত আটাইবোৰ বিষয়ৰ এক সম্যক ধাৰণা লোৱাটো একান্ত জৰুৰী হৈ পৰিছে।

তেনে এক দৃষ্টিভংগীৰেই 'সাংবাদিকতা' শীৰ্ষক এই গ্ৰন্থখন প্ৰস্তুত কৰা হৈছে। বিশেষকৈ অসমীয়া ভাষাত এনে গ্ৰন্থৰ অভাৱ পূৰণৰ চেষ্টা কৰাই হ'ল আমাৰ প্ৰধান উদ্দেশ্য। যদিও সাংবাদিকতা বুলিলে সকলো সংবাদ মাধ্যমৰ কথা আহি পৰে, ইয়াত বাতৰিকাকতৰ বিষয়-বস্তুৰ ওপৰতহে অধিক গুৰুত্ব দিয়াৰ প্ৰয়াস কৰা হৈছে।

প্ৰসংগক্ৰমে এষাৰ কথা কৈ থোৱা উচিত হ'ব — গ্ৰন্থখন আমি সম্পাদনা কৰিছোঁ যদিও সংশ্লিষ্ট বিষয়ৰ আমি বিশেষজ্ঞ নহওঁ। সাংবাদিকতাৰ গুৰুত্ব এতিয়া এনে যে আধুনিক জীৱনৰ প্ৰতিটো দিশতে (aspect) ইয়াৰ পৰোক্ষ বা প্ৰত্যক্ষ প্ৰভাৱ স্পষ্ট। সেয়ে আজিৰ সাধাৰণভাৱে শিক্ষিত-সচেতন লোকেই সাংবাদিকতাৰ সৰ্বগ্ৰাসী প্ৰভাৱ অনুভৱ কৰিব পাৰে। আমিও একে সমাজৰে তেনে একোজন ব্যক্তি মাত্ৰ। অসমীয়া ভাষাত সাংবাদিকতাৰ বিষয়ে জানিব খোজাসকলৰ আৰু উদীয়মান সাংবাদিকসকল উপকৃত হোৱাৰ আশাৰে এই গ্ৰন্থ সম্পাদনাৰে কেৱল এক সামান্য দায়িত্ব পালন কৰিব বিচাৰিছোঁ। হয়তো আমাৰ এই কামৰ প্ৰেৰণা তথা উৎসাহো নিহিত হৈ আছে তাতেই। অৱশ্যে এই কামত আমি সফল হৈছোঁ বুলি দাবী কৰিব নোৱাৰোঁ। গ্ৰন্থখন সম্পাদনাৰ বাবে আৰম্ভণিতে যি আঁচনি লৈ কামত অগ্ৰসৰ হৈছিলোঁ; শেষত সেইমতে সম্পূৰ্ণ কৰিব পৰা নগ'ল। অতি স্বাভাৱিকভাৱেই যথাসময়ত কেইবাজনো লেখকৰপৰা লেখনী নোপোৱাত অনেক সমস্যাৰ মুখামুখি হ'ব লগীয়া হয়। তথাপি আমাৰ অনুৰোধ ৰক্ষা কৰি অধিকাংশ অভিজ্ঞতাসম্পন্ন ব্যক্তিয়ে অতি নিষ্ঠা সহকাৰে, গ্ৰন্থখনৰ গুৰুত্ব উপলব্ধি কৰি মূল্যবান লেখা পঠাই আমাৰ আশা বাস্তৱায়িত কৰি তুলিলে। গ্ৰন্থখনি দুটা খণ্ডত বিভক্ত কৰি প্ৰথম খণ্ডত তাত্ত্বিক মূল বিষয়সমূহ আৰু দ্বিতীয় খণ্ডত ব্যক্তিগত অভিমত সম্বলিত বা দিহা-পৰামৰ্শমূলক লেখনী অন্তৰ্ভুক্ত কৰা হৈছে। ইয়াৰ ফলত এহাতেদি সাংবাদিকতা সম্পৰ্কীয় প্ৰকাশত বা সচৰাচৰ আলোচিত বিষয়সমূহ অনুধাৱন কৰিব পাৰিব। আনহাতে উদীয়মান সাংবাদিকসকলে অভিজ্ঞতাসম্পন্ন ব্যক্তিৰ লেখনীৰপৰা টিপছ লাভ কৰিব। আকৌ পৰিশিষ্ট খণ্ডত অন্তৰ্ভুক্ত সাংবাদিকতা সম্পৰ্কীয় তথ্যৰাজি আৰু উদ্ধৃতিসমূহে সাংবাদিকতা বৃত্তি ল'ব খোজাসকলক কিছু পৰিমাণে হ'লেও উপকৃত কৰিব। প্ৰসংগক্ৰমে উল্লেখ কৰা উচিত হ'ব যে কেইবাটাও লেখনীৰ দৈৰ্ঘ্য প্ৰয়োজনাধিক হোৱাৰ বাবে লেখকৰ মৌলিকতা অক্ষুণ্ণ ৰাখি চুটি কৰিব লগা হ'ল। দ্বিতীয়তে একাধিক লেখনীত বাৰম্বাৰ

উত্থাপিত তথ্য-বিষয়ৰ ক্ৰুটি আঁতৰাবৰ বাবে তেনে লেখনীৰ কোনো অংশ বাদ দিয়া বা সংযোগ কৰা হৈছে। এনে সম্পাদনা ৰীতিৰ আৱশ্যকতা সংশ্লিষ্ট লেখকসকলে উপলব্ধি কৰিব।

বৰ্তমান যুগত সংবাদপত্ৰ বস্তুতঃ সমাজৰ দৰ্পণ। এখন গণতান্ত্ৰিক দেশত যেতিয়া জনগণ কাৰ্যপালিকা, বিধানমণ্ডল আৰু ন্যায়পালিকাৰদ্বাৰা নিজৰ প্ৰাপ্যখিনিৰপৰা বঞ্চিত হৈছে বুলি অনুভৱ কৰে, তেতিয়া তেওঁলোকৰ শেষ আস্থা স্থাপিত হয় সংবাদ মাধ্যমৰ ওপৰত। সেই বাবেই বাতৰিকাকতক চতুৰ্থটো স্তম্ভ বুলি কোৱা হয়। গণতন্ত্ৰক বাকী তিনিটা স্তম্ভৰ দোষ-ক্ৰুটিখিনি ৰাইজৰ আগত উদঙাই ন্যায়ৰ পক্ষত মাত মাতে সংবাদপত্ৰসমূহে। সেয়ে সাংবাদিকৰ ওপৰত ৰাইজৰ আস্থা আৰু বিশ্বাস গভীৰভাৱে প্ৰোথিত হৈছে। সাংবাদিকসকলে যথেষ্ট ত্যাগ, কষ্ট, সাহস আৰু সংযমেৰে ৰাইজৰ এই আস্থা আৰু বিশ্বাস ৰক্ষা কৰিবলৈ দৃঢ় সংকল্প হ'ব লাগিব। উদীয়মান সাংবাদিকসকলে সততে এই কথা মনত ৰখা দৰ্কাৰ যে তেওঁলোক কেৱল শিক্ষিত হ'লেই বা লিখিব জানিলেই সফলতা লাভ কৰা সম্ভৱ নহয়। তাৰ বাবে সত্য-অন্বেষণৰ স্বাৰ্থত অনুসন্ধানমূলক সংবাদ সংগ্ৰহৰো সক্ষমতা থাকিব লাগিব। তদুপৰি বৰ্তমানৰ তীব্ৰ প্ৰতিযোগিতামূলক পৰিৱেশত সুনাম অৰ্জন কৰিবলৈ হ'লে তেওঁলোক হ'ব লাগিব জেক অৱ অল ট্ৰেড। অৰ্থাৎ তেওঁলোকে ৰাজনীতিবিজ্ঞান, আইন, অৰ্থনীতি, বুৰঞ্জী, বিজ্ঞান, সাধাৰণ-বিজ্ঞান, সমসাময়িক বিষয় আদি সম্পৰ্কে মোটামুটি এক জ্ঞান আয়ত্ত কৰিব লাগিব।

সংক্ষেপে এই কথাকে ক'ব পাৰি যে সংবাদপত্ৰৰ জন্মৰ গুৰিতে আছে মানৱ সেৱা আৰু মানৱ কল্যাণৰ আদৰ্শ। তদুপৰি বাতৰিকাকতত মাথোঁ সংবাদেই পৰিৱেশিত নহয়, ই জনশিক্ষা আৰু জনমত গঠনতো সক্ৰিয় ভূমিকা পালন কৰি আহিছে। গতিকে আজিৰ সৰ্বাধিক শক্তিশালী গণমাধ্যম হিচাপে ইয়াৰ আদৰ্শ অক্ষুণ্ণ ৰাখি, সমাজৰ বৃহত্তৰ অংশৰ স্বাৰ্থৰ হকে কাম কৰাটোৱেই সাংবাদিকসকলৰ লক্ষ্য হোৱা উচিত। অসমত সম্প্ৰতি বাতৰিকাকতৰ বৃদ্ধিয়ে কিছুমান অস্বাস্থ্যকৰ প্ৰতিযোগিতাৰো সূচনা নকৰাকৈ থকা নাই। ব্যক্তিগত স্বাৰ্থৰ সুৰক্ষা, প্ৰতিশোধ স্পৃহা আৰু চাঞ্চল্যকৰ বাতৰি পৰিৱেশনেৰে কাকতৰ জনপ্ৰিয়তা আৰু প্ৰচালন বৃদ্ধিৰ আকাংক্ষাই আজি একাংশ বাতৰিকাকতক মূল নীতি-আদৰ্শৰপৰা বিচ্যুত কৰিছে। আমাৰ আশা উদীয়মান সাংবাদিকসকল ইয়াৰ প্ৰতি সদা সচেতন হৈ থাকিব।

সি যি নহওক, 'সাংবাদিকতা'ই অসমীয়া ভাষাত এই জাতীয় গ্ৰন্থৰ অভাৱ পূৰণত সামান্য পৰিমাণে হ'লেও বৰঙণি যোগোৱাৰ লগতে সংবাদ মাধ্যম সম্পৰ্কে কৌতূহলী পাঠকসকল উপকৃত হ'ব বুলিও আমি আশাবাদী। সদৌ শেষত গ্ৰন্থখনত থাকিব পৰা সম্ভাব্য সকলো ভুল-ক্ৰুটিৰ বাবে পাঠক তথা সংশ্লিষ্ট আটাইৰে ওচৰত ক্ষমা বিচাৰিলোঁ আৰু আমাৰ এই প্ৰয়াসক সহানুভূতিৰ দৃষ্টিৰে গ্ৰহণ কৰি ভৱিষ্যতে দিহা-পৰামৰ্শৰে নিখুঁত-নিৰ্ভুলকৈ পৰৱৰ্তী এটা সংস্কৰণ প্ৰকাশ কৰিব পৰাকৈ সুধীসকলে সহায় আগ বঢ়াব বুলি আশা ৰাখিলোঁ। শেষত বহু কষ্ট স্বীকাৰ কৰি লেখনী যুগুতাই দিয়া সমূহ লেখকলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

— প্ৰশান্ত কুমাৰ মহন্ত

— মনোজ কুমাৰ গোস্বামী

# দ্বিতীয় সংস্কৰণৰ কথা

'সাংবাদিকতা' শীৰ্ষক গ্ৰন্থখন যে দুনাই ছপা হ'ব সেই ভাব প্ৰথম প্ৰকাশৰ সময়ত মনলৈ অহাই নাছিল। এয়া আমাৰ বাবে পৰম সৌভাগ্যৰ বিষয় যে খুব কম সময়ৰ ভিতৰতে গ্ৰন্থখনৰ প্ৰথম সংস্কৰণ শেষ হয়। মানুহৰ মাজত সাংবাদিকতা বিষয়টোৰ প্ৰতি আগ্ৰহ বৃদ্ধি তথা ব্যৱহাৰিক দিশতো ই কম-বেছি পৰিমাণে হ'লেও পাঠকসকলক উপকৃত কৰাটোৱেই ইয়াৰ কাৰণ যেন বোধ হয়। আমি গ্ৰন্থখন যি আশা আৰু উদ্দেশ্য লৈ যুগুত কৰিছিলোঁ, ঠিক তেনেদৰেই গ্ৰন্থখনে পাঠকসকলৰ মনত ৰেখাপাত কৰাত আমি নথৈ আনন্দিত। এই কথাই আমাক যথেষ্ট অনুপ্ৰাণিত কৰিছে। আমাৰ বাবে অন্য এটা গৌৰবৰ বিষয় এই যে **'সাংবাদিকতা' গ্ৰন্থখনে ইতিমধ্যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সংশ্লিষ্ট বিষয়ৰ প্ৰসংগ পুথি (Reference Book) হিচাপে অনুমোদন লাভ কৰিছে।**

দ্বিতীয় সংস্কৰণত, পূৰ্বে বাদ পৰি যোৱা কেইটামান গুৰুত্বপূৰ্ণ বিষয় যেনে, ফিচাৰ, সাক্ষাৎকাৰ, অপৰাধ সাংবাদিকতা, কাৰ্টুন ইত্যাদি সন্নিৱিষ্ট কৰাৰ উপৰি ৰৈ যোৱা ভুল-ক্ৰটিসমূহ শুধৰাবলৈ যত্ন কৰা হৈছে।

আশাকৰোঁ গ্ৰন্থখনে পূৰ্বৰ দৰেই পাঠক-সমাজৰপৰা সমাদৰ লাভ কৰিব।

১৯-১০-২০০৫ — **প্ৰশান্ত কুমাৰ মহন্ত**

যোৰহাট — **মনোজ কুমাৰ গোস্বামী**

# তৃতীয় সংস্কৰণ সম্পৰ্কত

'সাংবাদিকতা' গ্ৰন্থখনে ছাত্ৰ-ছাত্ৰী, পাঠক তথা ইয়াৰ অনুৰাগীসকলৰ মাজত বিশেষ সঁহাৰি লাভ কৰাত আমি উৎসাহিত হৈছোঁ। 'সাংবাদিকতা' বিষয়টোৰ গুৰুত্ব আৰু ইয়াৰ পৰিসৰ বাঢ়ি যোৱাৰ বাবে ইয়াৰ জনপ্ৰিয়তা বৃদ্ধি পাইছে। যোৱা কেইবছৰমানৰপৰা মহাবিদ্যালয় আৰু অন্যান্য শিক্ষা প্ৰতিষ্ঠানত এই বিষয়টো অন্তৰ্ভুক্ত হোৱাত ইয়াৰ ছাত্ৰ-ছাত্ৰী বাঢ়ি গৈছে। এইবিলাকতো এই গ্ৰন্থখনে প্ৰসংগ পুথিৰূপে স্থান পাইছে। ইয়ো আমাৰ বাবে সন্তোষজনক বিষয়।

তৃতীয় সংস্কৰণত দুই-এটা নতুন দৰকাৰী বিষয় সংযোগ কৰাৰ উপৰি পূৰ্বতে থাকি যোৱা ভুল-ক্ৰটিসমূহ সংশোধন কৰা হৈছে।

এই সংস্কৰণেও পাঠকৰপৰা সঁহাৰি পাব বুলি আশা কৰিলোঁ।

২৫ মে, ২০০৮ —**প্ৰশান্ত কুমাৰ মহন্ত**

যোৰহাট। — **মনোজ কুমাৰ গোস্বামী**

প্ৰথম অধ্যায়

# সাংবাদিকতা আৰু সাংবাদিক

## সাংবাদিকতা কি

আক্ষৰিক অৰ্থত সাংবাদিকতা হ'ল এটা পেছা বা বৃত্তি। ডাক্তৰে যেনেকৈ মানুহৰ শৰীৰৰ চিকিৎসাৰ জৰিয়তে জীৱিকা অৰ্জন কৰে, উকীলসকলে যেনেকৈ নিজৰ পক্ষৰ ব্যক্তি বা প্ৰতিষ্ঠানক আইন সেৱাৰ যোগেদি জীৱিকা অৰ্জন কৰে, তেনেকৈ এজন সাংবাদিকে নিজৰ জীৱিকাৰ যোগেদি দেশৰ কোটি কোটি পাঠকৰ ওচৰলৈ বিভিন্ন ধৰণৰ সংবাদ প্ৰেৰণ কৰে। অৰ্থাৎ যি বৃত্তিৰ যোগেদি সংবাদ বা খবৰ আৰু ইয়াৰ বিষয়ে আলোচনা জনসাধাৰণৰ ওচৰলৈ লৈ যায় সিয়েই হ'ল সাংবাদিকতা। আমেৰিকাৰ বিশিষ্ট সাংবাদিক লেসলি ষ্টিফেন্সে সাংবাদিকতাৰ বিষয়ে কৈছে যে সাংবাদিকতা হৈছে বিভিন্ন ঠাইৰপৰা সংবাদ সংগ্ৰহ কৰি, তাক নিখুঁতভাৱে, অন্তৰ্দৃষ্টিৰে সৈতে চাই, দ্ৰুতভাৱে, সত্য ৰূপত পৰিৱেশন কৰা, যাতে অতি শীঘ্ৰে সম্ভৱ নহ'লেও লাহে লাহে বিষয়টোৰ সত্যতা স্পষ্ট হৈ উঠে। অৰ্থাৎ জনসাধাৰণ বা পাঠকে যি জানিবলৈ বিচাৰে তাক জনোৱাটোৱেই হ'ল সাংবাদিকতা বা যি সত্য পাঠকৰ জনাটো প্ৰয়োজন তাক জনোৱাৰ পদ্ধতিয়েই হৈছে সাংবাদিকতা।

প্ৰখ্যাত সংবাদ লেখক ডেভিড ওয়েনৰাইটৰ মতে—সাংবাদিকতা হ'ল প্ৰকৃত সংবাদ বা খবৰ জনোৱা। দৈনন্দিন জীৱনৰ ঘটনাৱলী আখৰ, শব্দ বা ছবিৰ জৰিয়তে, কোনো যান্ত্ৰিক যোগাযোগ পদ্ধতিৰ মাধ্যমত প্ৰতি মুহূৰ্তত নতুন খবৰ বা সংবাদ জানিবলৈ আগ্ৰহী হৈ থকা বিশ্ববাসীৰ ওচৰলৈ পঠিয়াই দিয়াই হ'ল সাংবাদিকতা। (Journalism is information. It is the event of the day distilled into a few words, sounds or pictures processed by the mechanics of communication to satisfy the human curiosity of a world that is always eager to know what is new)

ৱেবষ্টাৰৰ তৃতীয় আন্তৰ্জাতিক শব্দকোষ অনুযায়ী JOURNALISM বা সাংবাদিকতাৰ ব্যাখ্যা দিয়া হৈছে এনেদৰেঃ পৰিৱেশন, প্ৰকাশ বা প্ৰচাৰৰ বাবে সমসাময়িক বিষয়, সংগ্ৰহ আৰু সম্পাদনা ( The collection and editing of materials of current interest for presentation, publication or broadcast). চেম্বাৰৰ টুৱেন্টি এইথ চেঞ্চুৰি ডিক্সনেৰিত Journalism ৰ ব্যাখ্যা হ'ল: জনসাধাৰণৰ

পঠনযোগ্য পত্ৰ-পত্ৰিকাত লেখা আৰু সেইবোৰ পৰিচালনামূলক বৃত্তি (The profession of conducting or writing for public journals)। Journal বা সংবাদ-পত্ৰ/পত্ৰিকা শব্দটো ফৰাছী শব্দ 'des jour' বা দিন শব্দৰপৰা আহিছে। এই শব্দৰপৰাই পৰিষ্কাৰ হয় যে দৈনন্দিন ঘটনাৱলীৰ বিৱৰণ পাঠকৰ ওচৰলৈ যিকোনো প্ৰকাৰে প্ৰেৰণ কৰাই হৈছে সাংবাদিকতা।

মানুহৰ এক সহজাত প্ৰবৃত্তি হৈছে কোনো বিষয় সম্বন্ধে জনাৰ আৰু জনোৱাৰ আগ্ৰহ। কৌতূহলী মানুহৰ স্বভাৱধৰ্ম হৈছে জ্ঞান-স্পৃহাৰ নামান্তৰ। সমাজৰ ক্ৰমবিৱৰ্তনৰ লগে লগে জনাৰ আৰু জনোৱা পদ্ধতিৰ ৰূপান্তৰ ঘটিছে। প্ৰাচীন কালত মানুহৰ শিক্ষা, অভিজ্ঞতা আৰু জ্ঞানলব্ধ বিষয়ৰ কাহিনী প্ৰচাৰ হৈছিল মুখে মুখে। শ্ৰুতি আৰু স্মৃতিৰ ইতিহাস সৃষ্টি এইদৰেই হৈছিল। হাজাৰ হাজাৰ বছৰৰ বিৱৰ্তনৰ ফলত সিয়েই কালক্ৰমত সাংবাদিকতাৰ ৰূপ লৈছে।

আধুনিক অৰ্থত সংবাদ মাধ্যম বুলি ক'লে যি বুজায় তাৰ জন্ম বেছি দিন হোৱা নাই। কিন্তু সংবাদ সংগ্ৰহ আৰু তাক পৰিৱেশনৰ আৰম্ভ হয় প্ৰাচীন ইতিহাসতেই। ৰাজদৰবাৰবোৰতেই চলিছিল সংবাদ সংগ্ৰহৰ প্ৰক্ৰিয়া। ৰামায়ণৰ দুৰ্মুখে শ্ৰীৰামচন্দ্ৰৰ নিজস্ব সংবাদদাতা বা সংবাদ সংগ্ৰাহকৰ ভূমিকা পালন কৰিছিল। মহাভাৰতত সঞ্জয়ে কুৰুক্ষেত্ৰৰ যুদ্ধৰ সংবাদ অন্ধ ৰজা ধৃতৰাষ্ট্ৰক যিদৰে পৰিৱেশন কৰিছিল সি আজিকালিৰ যুদ্ধৰ সংবাদদাতা বা War Correspondent ৰ কথাই মনত পেলাই দিয়ে। পৰৱৰ্তী কালত বাৰ্তাবাহক বা ঘোষক হিচাপে পৰিচিতসকলেও এসময়ৰ ৰাজদৰবাৰত সাংবাদিকৰ ভূমিকাই পালন কৰিছিল। কৌটিল্যৰ অৰ্থশাস্ত্ৰত উল্লেখিত 'গূঢ়পুৰুষ' নামৰ চৰিত্ৰটোৱে সাংবাদিকৰ ভূমিকাই পালন কৰিছিল। ইয়াৰ বহুদিনৰ পাছত অষ্টাদশ শতাব্দীৰ শেষলৈ আৰু ঊনবিংশ শতাব্দীৰ প্ৰথমছোৱাত News Writer বা সংবাদলেখকৰ আৱিৰ্ভাৱ ঘটে। প্ৰধানকৈ চৰকাৰী তথ্য, সংবাদ আদি সংগ্ৰহ কৰা আৰু সেয়া লিখি ৰখাই আছিল, এই সংবাদলেখকৰ কাম। সপ্তদশ শতাব্দীতো এইসকল সংবাদলেখকৰ কাম-কাজ চলি আছিল যদিও এয়া প্ৰধানকৈ ইউৰোপীয় ধনৱন্তসকলৰ নিজস্ব সংবাদলেখক। ৰাণী এলিজাবেথৰ আমোলত প্ৰথম এওঁলোকে বিশেষ মৰ্যাদা লাভ কৰে। ভাৰতবৰ্ষৰ মোগলৰ শাসনকালত থকা ৱাকেয়া নবীচসকলো আছিল প্ৰকৃততে সাংবাদিক।

ঐতিহাসিক তথ্যৰ অনুসন্ধানক্ৰমে দেখা গৈছে যে সাংবাদিকতা বিষয় বা পেছাটো অতি প্ৰাচীন। অন্যান্য বিভিন্ন বৃত্তিৰ দৰে এই বৃত্তিও নানা বাধা-বিঘিনি, ঘাত-প্ৰতিঘাত, সময়োপযোগী পৰিৱৰ্তন আৰু পৰিৱৰ্ধনৰ মাজেদি আজিৰ এই সন্মানজনক বৃত্তিৰ স্থিতি লাভ কৰিছে। পৃথিৱীত যিবিলাক ঘটি আছে, জনসাধাৰণে যদি এইবোৰ জনাৰ বাবে আগ্ৰহী হৈ থাকে, তেন্তে সেইবোৰ ঘটনাৰ বিভিন্ন দিশ উপস্থাপন কৰাই সাংবাদিকতাৰ মুখ্য উপাদান স্বৰূপ।

Competion Success Review-ৰ মতে সাংবাদিকতা হ'ল সমসাময়িক সমাজৰ সঘনে হোৱা পৰিৱৰ্তনৰ দাপোণ। ইয়াৰ প্ৰভাৱ অসীম, কাৰণ সঠিক পৰিৱেশনৰ মাধ্যমেদি কোনো সংবাদে ঘটি যোৱা ঘটনাৱলীৰ বিষয়ে প্ৰতিচ্ছবি দাঙি ধৰে; কাৰণ, সাংবাদিকতাই কেৱল জনমত সৃষ্টি নকৰে; জনমতক পাঠকৰ ওচৰত সঠিক সময়ত উপস্থিত কৰায়। (Journalism is in fact a contemporary report of the changing scene in the society. There is a big impact of journalism and it can and often does influence the course of events which are being reported, because, it sometimes beings public opinion into focus and at other lines even creates it.)

কোনো সন্দেহ নাই, বৃত্তি হিচাপে সাংবাদিকতা আজি অত্যন্ত মৰ্যাদাৰ আসনত প্ৰতিষ্ঠিত। সেই কাৰণে পথিকৃত সাংবাদিক আৰু সংবাদ-মাধ্যম প্ৰতিষ্ঠানসমূহৰ ভূমিকা অনস্বীকাৰ্য। আৰ্থিক দিশৰপৰাও বৃত্তিধাৰী সাংবাদিকসকল, মূলতঃ সংবাদ মাধ্যমৰ সক্ৰিয় কৰ্মী হিচাপে নিযুক্ত সাংবাদিকসকল, আজি সামাজিকভাৱেও প্ৰতিষ্ঠিত। কিন্তু এটা কথা ঠিক --পেছা আৰু ব্যৱসায় হিচাপে সাংবাদিকতাৰ স্বৰূপ আৰু প্ৰকৃতি গোটেই বিশ্বজুৰি চকুত লগা পৰিৱৰ্তন ঘটিছে। সাংবাদিকতাৰ আদৰ্শ, নীতি, ঐতিহ্য সাংবাদিকৰ কৰ্তব্য, দায়িত্ববোধ আৰু সংবাদ মাধ্যমবোৰ প্ৰকৃত অৰ্থত ব্যৱসায়নে কি সেই লৈ উচিত-অনুচিতৰ প্ৰশ্ন প্ৰতিদিনেই উত্থাপিত হৈ আছে। সমৰ্থন আৰু বিৰোধিতা—যুক্তি-তৰ্কৰ দৃষ্টিৰে দুয়ো দিশতে সমল আছে। নেতিবাচক সমালোচকৰ চকুত অৱক্ষয় যিমান হৈ আছে তাৰ বাবে দায়ী দুয়োপক্ষই — সাংবাদিকতা আৰু গ্ৰাহক তথা পাঠকসকল। কাৰণ সাংবাদিকতা বিষয়টো অনেকেই বৃত্তি বা পেছা হিচাপে মানি ল'বলৈ টান পায়। বুদ্ধিজীৱী পাঠকসকলে সাংবাদিকতাক যদি এক পেছা হিচাপে গণ্য কৰে তথাপি ই আন পেছাৰ সৈতে একে নহয়। সমাজ সংস্কাৰৰ দৰ্পণ হিচাপে সংবাদ মাধ্যমক পাবলৈ হ'লে সাংবাদিকতা বিষয়টো বা পেছাটোৰ আদ্যোপান্ত পুনৰ বিবেচনা কৰিব লাগিব সমাজ আৰু সংস্কাৰৰ দৰ্পণতেই। আদৰ্শ আৰু নীতিবৰ্জিত সাংবাদিকতা কেতিয়াও সমাজ-দৰ্পণৰ ৰূপত প্ৰতিফলিত হ'ব নোৱাৰে। বিপক্ষসকলৰ মতে সাংবাদিকতা সমাজৰ দৰ্পণ হিচাপে মৰ্যাদা পাবই। যদি সমাজ নীতিবহিৰ্ভূতভাৱে পৰিচালিত হয় তাৰ প্ৰভাৱ সাংবাদিকতাৰ ওপৰত পৰিবলৈ বাধ্য। *(স. স.)*

## সাংবাদিকতাৰ উদ্দেশ্য

এখন দেশ তথা এখন সমাজত সংবাদ মাধ্যমে গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে। ভাৰতৰ নিচিনা গণতান্ত্ৰিক দেশত সংবাদ মাধ্যমবোৰে বিচাৰক তথা সচেতন প্ৰহৰীৰূপে স্থান দখল কৰি লৈছে। সকলো ধৰণৰ সামাজিক, ৰাজনৈতিক, প্ৰশাসনিক, অৰ্থনৈতিক, অন্যায়-অবিচাৰৰ প্ৰতি লক্ষ্য ৰাখি তাৰ যোগেদি জনমত সৃষ্টি কৰি

শাসনযন্ত্ৰক নিয়ন্ত্ৰিত কৰি ৰখাত এই সংবাদ মাধ্যমবোৰে বিশেষ দায়িত্ব পালন কৰি আহিছে। বাক স্বাধীনতা আৰু নাগৰিক অধিকাৰ ৰক্ষা, সাংবিধানিক নিয়ম-নীতি আদি মৌলিক বিষয়বোৰ সঠিকভাৱে ৰূপায়িত কৰাৰ প্ৰতি এই মাধ্যমবোৰে সজাগ ভূমিকা লৈ আহিছে। সাংবাদিকতাৰ উদ্দেশ্য কি হোৱা উচিত, তাক লৈ বহু বছৰ ধৰি দেশ ভেদে ভিন্ন ধৰণৰ মতানৈক্য চলি থকা দেখা যায়। উদ্দেশ্যবোৰ কেতিয়াবা কেতিয়াবা নেতিবাচক যেন দেখা গ'লেও সামগ্ৰিকভাৱে লক্ষ্য কৰিলে দেখা যায় যে—উদ্দেশ্যবোৰ সঠিকভাৱে ৰূপায়িত হ'লে সেয়া জনসাধাৰণৰ কল্যাণৰ বাবে হৈ উঠিব আৰু সাংবাদিকতাই সফলতা লাভ কৰিব।

সাংবাদিকতাৰ বিৱৰ্তনৰ ইতিহাস পৰ্যালোচনা কৰি সাংবাদিকতাৰ উদ্দেশ্যক মূলতঃ চাৰি ভাগত ভগাব পাৰি। সেয়া হৈছে—

ক) সংবাদ জনোৱা, (খ) সংবাদ বুজোৱা, (গ) সংবাদ পৰিচালনা কৰা আৰু (ঘ) সংবাদ পৰিৱেশনৰ যোগেদি পাঠকক আনন্দ দিয়া।

সাংবাদিকতাৰ প্ৰধান উদ্দেশ্য হৈছে—সংবাদ প্ৰচাৰ কৰা। যি ঘটনাৰ বিষয়ে পাঠকে নাজানে আৰু কৌতূহলপূৰ্ণ সংবাদবোৰ পাঠকৰ ওচৰলৈ লৈ গৈ সংবাদ মাধ্যমবোৰে এফালে যেনেকৈ পাঠকৰ কৌতূহলৰ অন্ত পেলায়, তেনেকৈ মানুহৰ জ্ঞানৰো বিকাশ ঘটায়। আমেৰিকাৰ সংবাদপত্ৰ সম্পাদক সমিতি অৰ্থাৎ আমেৰিকান ছ'ছাইটি অব নিউজপেপাৰ্ছ এডিটৰছে সংবাদ মাধ্যমৰ উদ্দেশ্য সম্বন্ধে কৈছে যে সংবাদপত্ৰৰ প্ৰাথমিক কাম হ'ল মানুহৰ বাবে মানুহে কি কাম কৰিছে, কি অনুভৱ কৰিছে, কি চিন্তা কৰিছে, তাৰ খবৰ মানুহৰ অৰ্থাৎ পাঠকৰ ওচৰলৈ লৈ যোৱা। গতিকে সংবাদ জনোৱাতো সাংবাদিকতাৰ উদ্দেশ্য। সেই সংবাদ সঠিক আৰু সময়োপযোগীও হ'ব লাগিব।

সাংবাদিকতাৰ দ্বিতীয় উদ্দেশ্য হৈছে-- সংবাদ বুজোৱা। মানুহৰ বাবে যি সংবাদ জনোৱা হৈছে সেয়া মানুহৰ বা পাঠকৰ বোধগম্য হ'ব লাগিব। মানৱ সভ্যতাৰ বিকাশৰ লগে লগে গোটেই জগতখনত নিতৌ নতুন নতুন বিষয়বস্তু আৱিষ্কাৰ হৈয়েই আছে। ইয়াৰ লগত সকলো মানুহৰ পৰিচয় নাই। গতিকে এই পৰিচয়বিহীন কোনো বিষয়বস্তুৰ বিষয়ে জনাবলগীয়া হ'লে সাংবাদিকতাই পাঠকৰ মনোভাব উপলব্ধি কৰি সংবাদ পৰিৱেশন কৰিব লাগিব। যাতে সেই নতুন বিষয়ৰ কথা বুজি পোৱাত সহায়ক হয়। বৰ্তমান জটিল জীৱন পৰিক্ৰমাত মানুহৰ অনুসন্ধিৎসু প্ৰৱণতা ক্ৰমাৎ আৰু বৃদ্ধি পাইছে। সেইদৰে বিকাশ তথা উত্তৰণৰ ফলত ঘটা পৰিৱৰ্তনে ইয়াৰ মাত্ৰা বঢ়োৱাত মানৱ সমাজ তথা পাঠকসকল কিবা এটা জনাৰ উদ্গ্ৰীৱতা বাঢ়িব লাগিছে। সাংবাদিকতাৰ সৈতে জড়িত হৈ থকাসকলে এই কথালৈ দৃষ্টি ৰাখিব লাগিব যে কোনো বিষয়, ঘটনা বা মতবাদ ঘোষণা কৰাৰ লগে লগে পাঠক বা শ্ৰোতাই যেন তাৰ ব্যাখ্যা, ঘটনাৰ পটভূমি, বিশ্লেষণ আৰু বিস্তাৰিত প্ৰতিচ্ছবি জানিব

পাৰে। এইবোৰৰ উদ্দেশ্য হ'ল— কোনো ব্যক্তিয়ে যি পঢ়িব বা শুনিব তাৰ বৈশিষ্ট্য সম্পৰ্কে যাতে বেছিকৈ জানিব আৰু বুজিব পাৰে তাৰ বাবে সহায় কৰা।

সংবাদ পৰিচালনা কৰা সাংবাদিকতাৰ অন্যতম এক উদ্দেশ্য। সংবাদ পৰিচালনাৰ অৰ্থ সংবাদৰ প্ৰতি মানুহক আকৃষ্ট কৰা আৰু প্ৰভাৱিত কৰাৰ বাবে সঠিক পদ্ধতিত সংবাদ পৰিৱেশন কৰা। ইয়াক পৰিৱেশনৰ বাবে সাংবাদিকতাৰ ধাৰা, ঐতিহ্য, মাত্ৰা, বৈশিষ্ট্য, নিয়ম-নীতি মানি সংবাদ মাধ্যম পৰিচালনাৰ ব্যৱস্থা ল'বলগীয়া হয়। কেৱল মাত্ৰ দৈনন্দিন সংবাদ পাঠক, শ্ৰোতা আৰু দৰ্শকৰ বাবে গুৰুত্বপূৰ্ণ হ'লেও ইয়াৰ গতানুগতিকতাৰ ধাৰাই চলি থাকে। পাঠকৰ মানসিক অৱসাদৰ ফলত স্বাভাৱিকতে আৰু অৱশ্যম্ভাৱী ৰূপ আহি পৰিছে সংবাদৰ ওপৰত। ফলত সংবাদৰ গুৰুত্ব হেৰায়। সেয়ে ছবি, কাৰ্টুন, স্তম্ভ, সম্পাদকীয়, ফিচাৰ, সাক্ষাৎকাৰ ইত্যাদিৰ যোগেদি সংবাদক প্ৰাণৱন্ত কৰি তোলাই হ'ল সংবাদ পৰিচালনা। সংবাদ মাধ্যমৰ সম্পাদকৰ ওপৰতেই প্ৰধানকৈ সংবাদ পৰিচালনাৰ দায়িত্ব থাকে। বাৰ্তা সম্পাদক, মুখ্য সংবাদদাতা বা সম্পাদনা সহযোগীৰ যোগেদি সম্পাদকে তেওঁৰ দায়িত্ব পালন কৰে। সম্পাদকৰ ইয়াত প্ৰধান দায়িত্ব হ'ল— সংবাদ সম্পৰ্কীয় বিষয়বোৰ এনেভাৱে উপস্থাপন কৰা যাতে পাঠক, শ্ৰোতা বা দৰ্শকে আমনিদায়ক অৱস্থাৰ সন্মুখীন নহয়। সংবাদ বুজি পাবলৈ, প্ৰভাৱিত হ'বলৈ আৰু জনমত গঠন কৰিবলৈ তেওঁলোকৰ (পাঠক, দৰ্শক, শ্ৰোতাৰ) যাতে কোনো অসুবিধা নহয়, সেয়া সংবাদ মাধ্যমৰ লগতে জড়িতসকলে চিন্তা কৰিব লাগিব।

সাংবাদিকতাৰ চতুৰ্থ লক্ষ্য হৈছে— পাঠক, শ্ৰোতা বা দৰ্শকক সংবাদ পৰিৱেশনৰ যোগেদি আনন্দ দান কৰা। বৰ্তমান যুগৰ সাংবাদিকতাৰ ক্ষেত্ৰত চিত্ৰ বিনোদনৰ উপকৰণে বিশেষ আকৰ্ষণীয় ৰূপ দিব পাৰিছে। শব্দ-শৃংখল, কাৰ্টুন, বিভিন্ন ফিচাৰধৰ্মী সংবাদ, সাময়িকী আদিৰ যোগেদি সংবাদ পৰিচালনা কৰি জনসাধাৰণক আনন্দ দান কৰিছে। বিভিন্ন সাংস্কৃতিক খা-খবৰ, ছবি শিল্পীৰ দৃষ্টিত আঁকা ছবি আদিয়ে এই উদ্দেশ্য সাধনত এক স্থান গ্ৰহণ কৰিছে। ইয়াৰ কাৰণ এটাই, প্ৰত্যেক দিনাই সংঘটিত হোৱা নিৰাশাজনক (নিষ্ঠুৰ, অন্যায়, দুৰ্নীতি, দুৰ্ঘটনা, অপৰাধজনিত ঘটনা) বা-বাতৰিৰ মাজত এনে আনন্দ দিব পৰা উপাৰ্জন তথা খবৰে মানুহক নিশ্চয় অলপ হ'লেও সুখ প্ৰদান কৰিব পাৰিব।

## সাংবাদিক কোন

ইংৰাজীৰ Journalist অৰ অসমীয়া প্ৰতিশব্দ হিচাপে 'সাংবাদিক' শব্দটো ব্যৱহাৰ কৰা দেখা যায়। কিন্তু পেছাৰ ফালৰপৰা Journalist আৰু Reporter শব্দ দুটাৰ মাজত পাৰ্থক্য নথকা নহয়; অথচ অসমীয়া ব্যৱহাৰত দুয়োটাৰ পাৰ্থক্য উপলব্ধি কৰাটো কঠিন। প্ৰফেছনেল জাৰ্নেলিষ্ট গ্ৰন্থৰ লেখক জন হোহেনবাৰ্গৰ মতে— The

very term 'Journalist'— applied so generally now to the whole field of news communication...' অর্থাৎ সম্পাদক, কার্যবাহী-সম্পাদক, আৱাসিক সম্পাদক, সহ-সম্পাদক, বাৰ্তা-সম্পাদক, উপ-সম্পাদক, প্ৰতিবেদক-সংবাদ সংগ্ৰাহক, ভিন্ন সংবাদধৰ্মী ৰচনাৰ লেখক, নিয়মীয়া স্তম্ভ লেখক, প্ৰুফৰিডাৰ, সংবাদপত্ৰৰ ফটো গ্ৰাফাৰ আদি — সকলোৱেই জার্নেলিষ্ট (journalist)। যদি সংবাদ সংগ্ৰহ, সংবাদ লিখা, সম্পাদনা কৰি প্ৰকাশ কৰা মানেই সাংবাদিকতা বুলি কোৱা হয়। তেন্তে এই কাম কৰোঁতাজনেই সাংবাদিক। মন কৰিবলগীয়া এই যে জার্নেলিজম বা সাংবাদিকতা সামগ্ৰিক অৰ্থত এক পেছা বা বৃত্তি বুলি ধৰি ল'লে সংবাদ পৰিৱেশন বা ৰিপ'ৰ্টিং সেই পেছা বা বৃত্তিৰ অন্যতম এটা ধাৰা বুলি গণ্য কৰিব পাৰি। সেই অৰ্থত — All reporters are journalists but all journalists are not reporters বুলি ক'ব পাৰি। সামগ্ৰিকভাৱে একোখন সংবাদপত্ৰৰ বাবে লিখা, সম্পাদনা আৰু প্ৰকাশ কৰা কাৰ্যৰ লগত জড়িত আটাইকে জার্নেলিষ্ট অৰ্থাৎ সাংবাদিক বুলিব পাৰি। The working Journalists and other Employees (Conditions of Services) and Miscellaneous Provisions Act. 1955 ৰ মতেও জার্নেলিষ্ট বুলিলে বাতৰি প্ৰতিষ্ঠানৰ সৈতে জড়িত এজন সম্পাদক, এজন সম্পাদকীয় লেখনীৰ লেখক, কপি পৰীক্ষক, ৰিপ'ৰ্টাৰ, কৰছপণ্ডেণ্ট, কাৰ্টুনিষ্ট, ফটোগ্ৰাফাৰ, আৰ্টিষ্ট আৰু প্ৰুফৰিডাৰক বুজা যায়। উল্লিখিত সকলো পূৰ্ণকালীন (Whole time) অথবা অংশকালীন (Part time) হিচাপে প্ৰথম অথবা একাধিক বাতৰি প্ৰতিষ্ঠানৰ সৈতে জড়িত হ'ব পাৰে। (সি যি নহওক, সৰ্বসাধাৰণ লোকৰ বাবে ৰিপ'ৰ্টাৰজনহে কেৱল 'সাংবাদিক'ৰূপে পৰিচিত হোৱাৰ দৰেই এই আলোচনাতো তদ্ৰূপ অৰ্থত অৰ্থাৎ ৰিপ'ৰ্টাৰৰ অৰ্থত সাংবাদিক শব্দটো বা অভিধাটোকে ব্যৱহাৰ কৰা হৈছে।)

অৱশ্যে এই গ্ৰন্থৰ অন্যান্য অধ্যায়ত সামগ্ৰিকভাৱে 'জার্নেলিষ্ট'ৰপৰা উৎপত্তি হোৱা 'সাংবাদিক' সম্পৰ্কেও বিভিন্ন আলোচনা সন্নিৱিষ্ট কৰা হৈছে।

(স.স.)

## এজন ভাল সাংবাদিকৰ বৈশিষ্ট্যৰাজি

বাতৰিকাকত, বাৰ্তালোচনী, ৰেডিঅ' অথবা টেলিভিছনৰ বাবে সংবাদ সংগ্ৰহ কৰাটো অপৰিহাৰ্য আৰু এই কাম সম্পন্ন কৰাজনকে ৰিপ'ৰ্টাৰ বা সংবাদদাতা বোলা হয়। প্ৰকৃতাৰ্থত এজন সাংবাদিকে বাতৰি-প্ৰক্ৰিয়াটো(news- business)ত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব লগা হয়। এজন সাংবাদিকেই যিহেতু খবৰবোৰ সংগ্ৰহ কৰিব লাগে, এতেকে তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ হিচাপে বিবেচিত হোৱাই স্বাভাৱিক। সংবাদ মাধ্যম যি প্ৰকাৰৰে নহওক কিয়, বিভিন্ন ঘটনাৱলীৰ খবৰ প্ৰকাশ অথবা সম্প্ৰচাৰ (broadcast) চলি থকা পৰ্যন্ত সাংবাদিকে খা-খবৰ, তথ্যাদি

সংগ্ৰহ কৰা কাৰ্যও অব্যাহত থাকিব। অৰ্থাৎ, এই অন্তহীন প্ৰক্ৰিয়াত সাংবাদিকসকল অবিচ্ছেদ্য অংগ হৈ থাকিব। কিছুমান টুকুৰা-টুকুৰ খবৰ অথবা বিশেষ ঘটনাৰ আলমত ধৰাবন্ধা সময়ৰ ভিতৰত পাঠক বা শ্ৰোতাৰ বাবে একোটা বাতৰি বা প্ৰেৰাগ্ৰাফ প্ৰস্তুত কৰিবতো লাগিবই, সিও হ'ব লাগিব মনোগ্ৰাহী। এনে প্ৰেক্ষাপটত সফলতাৰে কৰ্ম সম্পাদন কৰা সাংবাদিকজনৰ কিছুমান বিশেষ অৰ্হতা তথা বৈশিষ্ট্য থকা প্ৰয়োজন।

মন কৰিবলগীয়া যে সাংবাদিকসকলৰ অধিকাংশই কিন্তু সংশ্লিষ্ট ক্ষেত্ৰৰ জ্ঞান-অভিজ্ঞতা লৈ সংবাদজগতত প্ৰৱেশ কৰা নাই। সাংবাদিকসকলৰ একাংশ কিছুমান সাংবাদিকতা সম্বন্ধীয় প্ৰতিষ্ঠানৰদ্বাৰা প্ৰশিক্ষণপ্ৰাপ্ত হ'লেও অধিকাংশই কিন্তু সংশ্লিষ্ট বিষয়ৰ প্ৰাথমিক জ্ঞান অথবা প্ৰশিক্ষণ নোহোৱাকৈয়ে সাংবাদিকতা আৰম্ভ কৰে। গতিকে এজোজন সফল সাংবাদিক হ'বলৈ নিতান্তই অধ্যৱসায়ৰ প্ৰয়োজন। অৱশ্যে সাংবাদিকসকলৰ পূৰ্বৰ কৰ্ম-অভিজ্ঞতা যিয়েই নহওক, তেওঁলোকে অন্ততঃ সাংবাদিকতাৰ বৃত্তি গ্ৰহণ কৰাৰ পাছত হ'লেও কিছু গুণ-অভিজ্ঞতা আয়ত্ত কৰিবলৈ যত্নপৰ হ'ব লাগিব। এজন সফল তথা দক্ষ সাংবাদিকে হেনো গোন্ধ লৈয়ে কৈ দিব পাৰে—কোনটো সংবাদ আৰু কোনটো সংবাদ নহয়। সাংবাদিকৰ এই গোন্ধ ল'ব পৰা (অৰ্থাৎ সংবাদ নিৰ্ণয় কৰিব পৰা) নাকটোকে ইংৰাজীত কোৱা হয়- 'news nose' বা 'nose for news'; ই জন্মগত বুলি ক'ব পৰা যায়। অনেক শিক্ষিত আৰু উদ্যমী সাংবাদিকো সংবাদৰ গুৰুত্ব নিৰ্ণয় কৰিব নজনাৰ ফলতে অথবা যথা সময়ত সংবাদ বাছি উলিয়াই পৰিৱেশন কৰিব নোৱাৰি সততে বিফল হোৱাৰ বহু উদাহৰণ দেখা যায়। অৱশ্যে বহুতে এই কথা বিশ্বাস কৰে যে এই 'news nose' উপযুক্ত প্ৰশিক্ষণ আৰু অনুশীলনৰদ্বাৰা আয়ত্ত কৰা সম্ভৱ। সি যি নহওক, যিসকলে এই ক্ষেত্ৰত সাফল্য লাভ কৰিছে, যাক আমি ভাল সাংবাদিক বুলি কওঁ, তেওঁলোকৰ বেলিকা দেখা পোৱা সাধাৰণ বৈশিষ্ট্যৰাজি তলত উল্লেখ কৰা হ'ল :—

- এজন ভাল সাংবাদিক তেওঁৰ কামটো (job)ৰ প্ৰতি বিশেষভাৱে আগ্ৰহী হোৱা দেখা যায়। প্ৰতি দিনে ভিন্নধৰ্মী সংবাদ সংগ্ৰহ কৰি, তাৰ মাজৰপৰা এটা ভাল বাতৰি প্ৰস্তুত কৰাটো যিহেতু তেওঁৰ এটা নিয়মীয়া কাম, এতেকে তেওঁক এই প্ৰক্ৰিয়াই আমুৱালে নহ'ব; বৰঞ্চ এজন ভাল সাংবাদিকে সদায় নতুন উদ্যমেৰে তেওঁৰ ওপৰত অৰ্পিত দায়িত্বতকৈ অধিক কাম কৰিবলৈও সাজু থাকে। ইয়াৰ উপৰি তেওঁ নিজৰ কামৰ অধিক উত্তৰণ সাধিবলৈ নিৰন্তৰ প্ৰচেষ্টা চলায়।
- এজন ভাল সাংবাদিকক তেওঁ কৰিব লগা কামৰ নিৰ্দেশনা দিব লগা নহয়। অৰ্থাৎ, তেওঁ নিজে জানে তেওঁ কি আৰু কেনেকৈ কৰিব লাগে। গতানুগতিক, সততে দৃষ্টিগোচৰ নোহোৱা বাতৰি এটাকে কেনেদৰে নতুন ৰূপত সজাই-পৰাই পাঠকৰ দৃষ্টি আকৰ্ষণ কৰি সফলতা পাব পাৰি, সেই কথা এজন ভাল সাংবাদিকে অনুধাৱন কৰিব পাৰে। ভাল সাংবাদিকে স্বেচ্ছাই দায়িত্ব গ্ৰহণ কৰে আৰু নিষ্ঠাৰে

পালনো কৰে। তেওঁ নতুনত্ব-সন্ধানী হয় আৰু কাৰ্যতঃ তেনে বাতৰি-কাহিনী যুগুতাই সন্তুষ্টি লাভ কৰে।

- এজন ভাল সাংবাদিকে তথ্যাদিৰ সত্যতা নিৰূপণ কৰিব নোৱৰা পৰ্যন্ত অনুসন্ধান অব্যাহত ৰাখে। এনে কৰোঁতে তেওঁ কেতিয়াও কোনো লোকৰ সৈতে বিৰোধ অথবা সংঘাত সৃষ্টি কৰিব নিবিচাৰে; কিন্তু লক্ষ্যত উপনীত নোহোৱালৈকে তথ্য সংগ্ৰহৰ বাবে বিভিন্নজনক লগ ধৰি সোধ-পোছ কৰে। সংক্ষেপে এই কথা ক'ব পাৰি যে এজন ভাল সাংবাদিকে এই প্ৰক্ৰিয়াটোত যতি পৰিবলৈ নিদিয়ে।
- সাংবাদিকসকলে বিভিন্ন ব্যক্তিক লগ ধৰা আৰু তেওঁলোকৰ সৈতে ভাব-বিনিময় কৰাটো সাধাৰণ কথা। এজন ভাল সাংবাদিকে ইয়াক উপভোগ্য বিষয় হিচাপে গ্ৰহণ কৰি পৰোক্ষভাৱে কিছুমান সুযোগ গ্ৰহণ কৰে। সমাজৰ বিভিন্ন স্তৰৰ ব্যক্তিৰ সংস্পৰ্শলৈ অহাৰ ফলত তেওঁ বিশেষ অনুৰোধ নকৰাকৈ বা জটিলতাৰ মুখামুখি নোহোৱাকৈ কিছুমান সাংবাদ সংগ্ৰহ কৰিবৰ সুবিধা লাভ কৰে।
- এজন ভাল সাংবাদিক সদায় অনুসন্ধিৎসু হয় আৰু তেওঁ সেই দৃষ্টিৰেই মানুহৰ কাম-কাজৰ ওপৰত চকু ৰাখে। তেওঁ মানুহৰ গোপনীয়তাৰ অধিকাৰক সন্মান জনায়; অন্ততঃ কথাই কামে প্ৰমাণ নকৰা পৰ্যন্ত এজন সাংবাদিকে কোনো ব্যক্তিৰ ৰাজহুৱা ভাবমূৰ্তি সম্পৰ্কে প্ৰশ্ন তুলিব নোৱাৰে।
- এজন ভাল সাংবাদিক সদায় সৎ, নিৰপেক্ষ হ'ব বিচাৰে। প্ৰত্যেক বিতৰ্কিত বিষয় বা ঘটনাৰ যে দুটা দিশ থাকে, তাৰ প্ৰতি তেওঁ সততে সচেতন হয়। সেয়ে তেওঁ সংবাদৰ দুয়োটা দিশ উপস্থাপনৰ চেষ্টা কৰে।
- এজন ভাল সাংবাদিক সদায় সত্য প্ৰকাশৰ অৰ্থে দায়বদ্ধ। তেওঁ কোনো বিষয়তে কেতিয়াও শেষ তথ্য উন্মোচন কৰা বুলি নাভাবে; কাৰণ এনে দৃষ্টিভংগী গ্ৰহণ কৰিলে তথ্যগত শুদ্ধতাতকৈ সাংবাদিকজনৰ ব্যক্তিগত অভিমত ব্যক্ত কৰাহে বুজায়।
- এজন ভাল সাংবাদিক ভাষাৰ প্ৰতি বিশেষভাৱে সচেতন হয়। তেওঁ বাতৰি লিখিবলৈ শুদ্ধ আৰু পাঠকক আকৰ্ষিত কৰিব পৰা ধৰণৰ ভাষা আয়ত্ত কৰাৰ চেষ্টা কৰে। তেওঁৰ গদ্যৰীতি যাতে ক্ৰমান্বয়ে অধিক প্ৰাঞ্জল অথচ শক্তিশালী ৰূপত প্ৰতিষ্ঠিত হয়, তাৰ বাবেও তেওঁ সদা-সচেষ্ট।
- এজন ভাল সাংবাদিকে তথ্যপূৰ্ণ বাতৰি পৰিৱেশনৰদ্বাৰা নিজৰ উত্তৰণৰ প্ৰচেষ্টা অব্যাহত ৰাখে। বহু সময়ত তেওঁ কিছুমান অগতানুগতিক বা অলক্ষ্যণীয় বিষয় সামৰিও কিছুমান সু-সংহত, তথ্যসম্বলিত তথা মনোযোগ আকৰ্ষণকাৰী বাতৰি প্ৰস্তুত কৰে।
- এজন ভাল সাংবাদিকে ভিন্ন ক্ষেত্ৰৰ জ্ঞানেৰে সমৃদ্ধ হোৱা দেখা যায়। তেওঁ সমাজ আৰু মানুহৰ বিচিত্ৰ কৰ্ম সম্বন্ধেও অধ্যয়ন কৰে প্ৰচুৰ। আনহাতে,

স্বাভাৱিকতে অনুসন্ধিৎসু হোৱাৰ বাবে এজন সাংবাদিকে সমসাময়িক সকলো প্ৰকাৰৰ ঘটনা-প্ৰৱাহৰ সৈতে পৰিচয় হৈ থাকে।

এজন ভাল সাংবাদিকে জানে—কি কি বিষয়ৰ সংবাদৰ মূল্য আছে অথবা কোন ধৰণৰ ঘটনা বাতৰি হোৱাৰ যোগ্য। পাঠকে তেওঁৰপৰা কেনে ধৰণৰ বাতৰি আশা কৰে তাৰ প্ৰতিও তেওঁ জ্ঞাত আৰু সেয়ে তেওঁ সততে পাঠকৰ আশা পূৰণৰ স্বাৰ্থক অগ্ৰাধিকাৰ দিয়ে। (স.স.)

## সাংবাদিকৰ গুণাৱলী

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নৰ্থ-ৱেষ্টাৰ্ন বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগৰ অধ্যাপক কাৰ্টিজ ডি মেক্‌ডোগালৰ মতে তলত উল্লিখিত কুৰিটা গুণৰ অধিকাৰী হ'লেহে এজন সাংবাদিকক যোগ্য সাংবাদিক বুলি আখ্যা দিব পাৰি, সেয়া হৈছে—

১। সাংবাদিকজন হ'ব লাগিব বুদ্ধিমান।

২। তেওঁ হ'ব লাগিব সমবন্ধুভাবাপন্ন। অহংকাৰী, ৰুক্ষ, মেজাজী, গোমোঠা মুখৰ আৰু মাৰমুখী ব্যক্তি এই পেছাৰ বাবে যোগ্য নহয়।

৩। তেওঁৰ থাকিব লাগিব বাস্তৱসন্মত কল্পনাশক্তি।

৪। যিকোনো প্ৰতিকূল পৰিস্থিতিত কাম কৰিব পাৰিব লাগিব। লাগিলে সেয়া দুৰ্ঘটনা ক্ষেত্ৰই হওক বা যুদ্ধক্ষেত্ৰই হওক।

৫। তেওঁ হ'ব লাগিব নিৰ্ভুল। কামত থাকিব লাগিব তেওঁৰ প্ৰচণ্ড ক্ষিপ্ৰতা।

৬। উদ্ভাৱনা শক্তিও তেওঁৰ থাকিব লাগিব।

৭। সাংবাদিকজন হ'ব লাগিব সাহসী কিয়নো, সাংবাদিকৰ জীৱনত বিপদ আৰু প্ৰত্যাহ্বান প্ৰচুৰ।

৮। তেওঁ হ'ব লাগিব সহনশীল, সু-স্বাস্থ্যৰ অধিকাৰী।

৯। তেওঁৰ থাকিব লাগিব সংগঠন শক্তি। পেছাদাৰী জীৱনতো-সাংগঠনিক ক্ষমতা থকা উচিত। তেওঁক কোনোৱে একো কৰি নিদিয়ে, সকলো নিজেই কৰি ল'ব লাগিব।

১০। তেওঁ হ'ব লাগিব ধৈৰ্যশালী। বাৰম্বাৰ ব্যৰ্থ হ'লেও ভাগৰি পৰিব নালাগিব।

১১। মানসিক সতৰ্কতা হ'ব লাগিব তেওঁৰ আটাইতকৈ শ্ৰেষ্ঠ গুণ।

১২। সাংবাদিকতাৰ পথ অতি পিছল আৰু প্ৰলোভনেৰে ভৰা। গতিকে ইয়াৰ মুখামুখি হ'বলৈ হ'লে সাংবাদিকজন হ'ব লাগিব সৎ।

১৩। নিয়মানুবৰ্তিতাও আন এটি প্ৰধান গুণ।

১৪। তেওঁ হ'ব লাগিব সদা হাস্যমুখৰ।

১৫। সকলোবোৰ পৰ্যৱেক্ষণ কৰি ভাল-বেয়া দুয়োটা দিশ বিশ্লেষণৰ ক্ষমতাও তেওঁৰ থাকিব লাগিব।

১৬। সাংবাদিক এজন কূটবুদ্ধি সম্পন্নও হ'ব লাগিব।

১৭। তেওঁ উচ্চ ৰসবোধসম্পন্নও হ'ব লাগিব।

১৮। সকলো মানুহৰ লগত মিলি থাকিব পৰা আৰু বিভিন্ন অৱস্থাত খাপ খাই থাকিব পাৰিবও লাগিব।

১৯। তেওঁ হ'ব লাগিব উদ্যোগী।

২০। তেওঁ এনে ব্যক্তিত্ব গঢ়ি তুলিব লাগিব যাতে মানুহে তেওঁক পছন্দ কৰে।

## সাংবাদিকৰ আচৰণ বিধি

**পৃথিৱীৰ ৬০খন দেশে প্ৰস্তুত কৰা সাংবাদিকসকলৰ (ম্যাক ব্ৰাইট কমিছন আচৰণ-বিধি বুলি খ্যাত) আচৰণ-বিধিসমূহ হ'ল—**

১। বাতৰিৰ স্বাধীনতাক সুৰক্ষাদান কৰা।

২। সংবাদ সূত্ৰৰ ওচৰলৈ যোৱা স্বাধীনতা।

৩। সংবাদৰ বস্তুনিষ্ঠতা, অভ্ৰান্ততা আৰু সত্যতা বজাই ৰক্ষা আৰু তথ্যৰ বিকৃতি নঘটোৱা।

৪। জনসাধাৰণৰ প্ৰতি দায়বদ্ধতা।

৫। বিনা প্ৰমাণে কোনো লোকক দোষাৰোপ, মানহানি, কুৎসাৎৰটনা আৰু ব্যক্তি স্বাধীনতা হানিকৰ কামৰপৰা দূৰত থকা।

৬। দেশৰ সংহতি আৰু স্বাধীনতাৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰা।

৭। জনসাধাৰণৰ অভিযোগৰ উত্তৰ দিয়া আৰু প্ৰকাশিত বাতৰিৰ ভুল সংশোধনৰ অধিকাৰ সুৰক্ষিত কৰা।

৮। ব্যক্তিগত গোপনীয়তাৰ প্ৰতি শ্ৰদ্ধা-নিৱেদন কৰা।

**সদৌ ভাৰত সংবাদপত্ৰ সন্মিলনত (বৰোদা, ১৯৮৩) গৃহীত সাংবাদিকৰ আচৰণ-বিধিৰ খচৰা—**

১। সাংবাদিকসকলে নিজকেই জনস্বাৰ্থৰ ট্ৰাষ্ট বুলি গণ্য কৰা উচিত আৰু সকলো সময়তে জনসাধাৰণৰ স্বাৰ্থৰক্ষা কৰাৰ প্ৰতি আগ্ৰহ দেখুওৱা উচিত।

২। কৰ্তব্য পালনৰ ক্ষেত্ৰত সাংবাদিসকলে মৌলিক আৰু মানৱীয় অধিকাৰক যথাস্থান দিয়ক। বাতৰি আৰু মতামত প্ৰকাশৰ ক্ষেত্ৰত এই মূল্যবোধক গুৰুত্ব দিয়াটো আৱশ্যকীয় কৰ্তব্য বুলি ধৰি লওক।

৩। যিবোৰ বাতৰিয়ে সমাজত অশান্তিৰ সৃষ্টি কৰাৰ আশংকা আছে সেইবোৰ বাতৰি পৰিৱেশনৰ ক্ষেত্ৰত সাংবাদিকসকলে অতিকৈ সংযত হোৱা উচিত।

৪। কোনো বাতৰি অশুদ্ধ প্ৰমাণিত হোৱাৰ পাছত স্বেচ্ছাই তাৰ সংশোধনী প্ৰকাশ কৰা উচিত। প্ৰকাশিত বাতৰি স্পষ্টিকৰণো যথোচিত গুৰুত্ব সহকাৰে প্ৰকাশ পোৱাটো বাঞ্ছনীয়।

৫। সাংবাদিকসকলে অ-সাংবাদিক উদ্দেশ্যত তেওঁলোকৰ সাংবাদিক পদ

মৰ্যাদা ব্যৱহাৰ কৰাটো উচিত নহয়।

৬। সাংবাদিকসকলে ব্যক্তিস্বাৰ্থৰ বাবে কেতিয়াও বৃত্তিৰ স্বাৰ্থ জলাঞ্জলি দিব নালাগে।

৭। কোনো বাতৰি প্ৰকাশ অথবা তাৰ প্ৰকাশ বন্ধ ৰখাৰ বাবে সাংবাদিকে কোনো ধৰণৰ প্ৰলোভন বা ঘোচৰ প্ৰতি প্ৰলোভিত হ'ব নালাগে।

৮। *অন্যায়ভাৱে কোনো এজন সহকৰ্মী সাংবাদিকক জীৱিকাৰপৰা বঞ্চিত কৰিব নালাগে।*

৯। কোনো গুজৱ অথবা উৰা বাতৰিৰ ভিত্তিত কাৰোবাৰ ব্যক্তিগত জীৱন কলুষিত কৰা বাতৰি প্ৰকাশ কৰাটো সাংবাদিকতাৰ বৃত্তি বিৰোধী কাৰ্য বুলি গণ্য হোৱা উচিত। কোনো ধৰণৰ ব্যক্তিগত বাতৰি প্ৰকাশ হ'লেও সি জনস্বাৰ্থৰ উদ্দেশ্যাহে হোৱা উচিত।

১০। যি বাতৰি প্ৰকাশে অপৰাধ প্ৰৱণতা বৃদ্ধি কৰিব পাৰে তেনে বাতৰি প্ৰকাশৰপৰা বিৰত থকা উচিত।

## নিখিল ভাৰত বাতৰিকাকত সম্পাদক সন্মিলনৰ নৈতিক আচৰণ-বিধিসমূহ

ভাৰতীয় সংবাদ মাধ্যমৰ সৈতে জড়িত কিছুমান পেছাদাৰী সংস্থাই সংশ্লিষ্ট সদস্য তথা কৰ্মকৰ্তাৰ আত্ম-পৰিচালনাৰ বাবে স্বেচ্ছামূলক আচৰণ-বিধি যুগুতাই উলিয়াইছে। নিখিল ভাৰত বাতৰিকাকত সম্পাদক সন্মিলনো 'AINEC' এনে এটি সংস্থা, যি ইয়াৰ সদস্যসকলৰ বাবে প্ৰযোজ্য হোৱাকৈ কিছুমান নৈতিকতা জড়িত আচৰণবিধি প্ৰকাশ কৰি উলিযায। এই আচৰণ-বিধি সংশ্লিষ্ট সকলোৰে বাবে যদিও ইয়াত সাংবাদিকসকলে পেছাগত দায়িত্ব পালনৰ সময়ত মানৱীয় আৰু সামাজিক অধিকাৰ সম্পৰ্কীয় বিষয়ত যথাযথ গুৰুত্ব প্ৰদান কৰাৰ ওপৰত জোৰ দিয়া হৈছে। তাৰ উপৰি সাম্প্ৰদায়িক বিষয়ৰ বা-বাতৰি আৰু আলোচনা-বিলোচনা(Coment) পৰিৱেশনৰ সময়ত বিশেষ সতৰ্কতা অৱলম্বন কৰাৰ কথা কোৱা হৈছে। ৰাষ্ট্ৰীয় ঐক্য-সংহতি বৃদ্ধিত অৰিহণা যোগাব পৰা উক্ত দুই আচৰণ-বিধি তলত -৩(ক) আৰু ৩ (খ)-ত উল্লেখ কৰা হৈছে। এই আচৰণ-বিধিসমূহ নিতান্তই পৰামৰ্শমূলক। ইয়াক উলংঘা কৰিলেও সাংবাদিকসকলৰ বিৰুদ্ধে নিষেধাজ্ঞা আৰোপ কৰাৰ ব্যৱস্থা নাই আৰু আচৰণ-বিধিসমূহ কাৰ্যকৰীকৰণৰ অৰ্থেও কোনো প্ৰশাসন গঠন কৰা হোৱা নাই।

তলত উল্লিখিত আচৰণ-বিধিসমূহ উল্লেখ কৰা হ'ল—

১। জনমত গঠনত যিহেতু সংবাদ মাধ্যমেই প্ৰধান আহিলা, সেয়ে সাংবাদিকসকলে তেওঁলোকৰ বৃত্তিটোক এটা জনকল্যাণমূলক সেৱা বুলি গণ্য কৰা উচিত। তেওঁলোক সততে সেৱা মনোবৃত্তিৰে ৰাজহুৱা স্বাৰ্থৰ সুৰক্ষা প্ৰদানৰ প্ৰতি আগ্ৰহী হ'ব লাগিব।

২। কৰ্তব্য সম্পাদন কৰোঁতে সাংবাদিকসকলে মৌলিক, মানৱীয় আৰু সামাজিক অধিকাৰসমূহৰ ওপৰত যথাযথ মূল্য প্ৰদান কৰা উচিত। তদুপৰি, বাতৰি পৰিৱেশন আৰু আলোচনা-বিলোচনা আগ বঢ়াওঁতে এটা অতীৱ প্ৰয়োজনীয় বৃত্তিগত বাধ্যবাধকতা

তথা দায়িত্ব হিচাপে তেওঁলোকে বিশ্বাসযোগ্যতা আৰু সততা ৰক্ষা কৰি চলিব।

৩। সমাজত শান্তি-সম্প্ৰীতি বিঘ্নিত কৰিব পৰা ধৰণৰ উত্তেজনাপূৰ্ণ ঘটনাৰাজিৰ বা-বাতৰি আৰু সমালোচনা আগ বঢ়াওঁতে সাংবাদিকসকলে বিশেষ সংযম ৰক্ষা কৰি চলা দৰকাৰ।

ক) সাম্প্ৰদায়িক অশান্তি সৃষ্টি কৰিব পৰা ধৰণৰ সাম্প্ৰদায়িক উত্তেজনা, ঘটনাৰাজি, অস্থিৰতা তথা সংবাদ-সূত্ৰৰ প্ৰাথমিক তদন্তৰ বাতৰি বা প্ৰতিবেদন প্ৰকাশ কৰোঁতে সাংবাদিকসকলে বিশেষ সংযম প্ৰদৰ্শন কৰিব লাগে। কোনো সম্প্ৰদায়ৰ চিনাক্তকৰণৰ ফলত যদি সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়াৰ সূত্ৰপাত হোৱাৰ সম্ভাৱনা থাকে, তেতিয়া তেনে কাৰ্যৰপৰা সাংবাদিকসকল বিৰত থকা উচিত।

খ) সাংবাদিকসকলে প্ৰতি মুহূৰ্ততে দেশ আৰু জাতিৰ ঐক্য-সংহতি, ইয়াৰ মানুহ, দেশৰ সাফল্য, গৌৰৱপূৰ্ণ ঘটনাৰাজি আৰু বৈচিত্ৰ্যৰ মাজত নিহিত হৈ থকা শক্তিৰ শ্ৰীবৃদ্ধিৰ হকে কাম কৰা উচিত। আঞ্চলিকতাবাদৰ সমৰ্থনত গঢ় লৈ উঠা জাগৰণ আৰু ধ্যান-ধাৰণাৰ বাতৰি, আলোচনা-বিলোচনা যুগুতোৱাৰ সময়ত সাংবাদিকসকল অতি সতৰ্ক হ'ব লাগে, যাতে ই ৰাষ্ট্ৰীয় ঐক্যৰ ক্ষতিসাধন কৰিব নোৱাৰে।

গ) নতুনকৈ উন্মেষ ঘটা বিচ্ছিন্নতাবাদী চিন্তা-চেতনা সম্বন্ধীয় বাতৰি প্ৰকাশত সৰ্বাধিক সতৰ্কতা গ্ৰহণ কৰা বাঞ্ছনীয়। সাংবাদিকসকলে এনে মতাদৰ্শ আৰু সংশ্লিষ্টসকলৰ স্বাৰ্থজড়িত বিষয়ক উৎসাহিত কৰিব পৰা মতামত পৰিত্যাগ কৰা উচিত। ভাৰতবৰ্ষ আৰু ইয়াৰ মানুহৰ ঐক্য-সংহতিৰ ধাৰণাক পৱিত্ৰ জ্ঞান কৰাই নহয়, ইয়াক প্ৰশ্নাতীত বুলি বিবেচনা কৰা উচিত।

৪। সাংবাদিকসকল এই কথাত নিশ্চিত হোৱা উচিত যে তেওঁলোকে প্ৰচাৰ কৰিবলৈ লোৱা বাতৰিটো তথ্যগতভাৱে শুদ্ধ। তেওঁলোকে কেতিয়াও তথ্য বিকৃত কৰিব নালাগে অথবা ইচ্ছাকৃতভাৱে আৱশ্যকীয় তথ্যৰাজি উহ্য কৰিব নালাগে। আনহাতে, মিছা বুলি জনা কোনো খবৰ প্ৰকাশ কৰা উচিত নহয়।

৫। সাংবাদিকসকলে প্ৰকাশিত যিকোনো বাতৰি আৰু আলোচনা-বিলোচনাৰ বাবে দায়বদ্ধ হ'ব লাগিব। যদি দায়বদ্ধতা অস্বীকাৰ কৰিবলগীয়া হয়, তাৰ কাৰণ স্পষ্টকৈ দৰ্শাব লাগিব।

৬। সাংবাদিকসকলে তেওঁলোকৰ ওপৰত ৰখা বিশ্বাস আৰু আস্থাৰ প্ৰতি সততে শ্ৰদ্ধাশীল হোৱা উচিত। তেওঁলোকে বৃত্তিগত গোপনীয়তা ৰক্ষা কৰি চলাটোও অন্যতম কৰণীয়।

৭। প্ৰকাশিত যিকোনো বাতৰি অথবা ইতিমধ্যে প্ৰকাশিত যিকোনো বাতৰি সম্পৰ্কীয় আলোচনা-বিলোচনা যদি অশুদ্ধ বা বিসংগতিপূৰ্ণ প্ৰমাণিত হয় তেন্তে স্বেচ্ছাই সংশোধনী প্ৰকাশ কৰিব লাগে। আনহাতে প্ৰকাশিত বাতৰি ভুল অথবা তথ্যাদিৰ ফালৰপৰা বিসংগতিপূৰ্ণ বুলি সংশ্লিষ্ট পক্ষই সংশোধনী/স্পষ্টীকৰণ দিলে তাক গুৰুত্ব সহকাৰে প্ৰকাশ কৰাটো বাধ্যতামূলক।

৮। সাংবাদিকসকলে তেওঁলোকৰ বৃত্তিগত পদ-মৰ্যাদা(Status)অনা-সাংবাদিকতামূলক উদ্দেশ্যাত ব্যৱহাৰ কৰিব নালাগে।

৯। সাংবাদিকসকলে বৃত্তিগত আচৰণক ব্যক্তিগত স্বাৰ্থৰদ্বাৰা প্ৰভাৱান্বিত বা পৰিচালিত হ'বলৈ দিয়া অনুচিত।

১০। সাংবাদিকসকলে তেওঁলোকৰ ক্ষমতাৰ জোৰত কোনো বা-বাতৰি প্ৰকাশ কৰি অথবা প্ৰকাশ কৰিবলৈ অস্বীকাৰ কৰি উৎকোচ গ্ৰহণ কৰা (কিম্বা দাবী কৰা) আৰু কেতিয়াবা প্ৰলোভিত কৰাৰ সমান দ্বিতীয় এটা অসাধু কাম নাই।

১১। সাংবাদিকসকলে বা-বাতৰি, তথ্যসমৃদ্ধ ঘটনাৱলী, আলোচনা-সমালোচনা আৰু মতাদৰ্শ সৎভাৱে সংগ্ৰহ আৰু প্ৰকাশৰ স্বাধীনতাক ৰক্ষণাবেক্ষণ দিয়া উচিত।

১২। সহকৰ্মীসকলৰ প্ৰতি দায়িত্ব পালনতো সাংবাদিকসকল যথেষ্ট সতৰ্ক হোৱা দৰকাৰ। তেওঁলোকে অসাধু উপায়ে সহকৰ্মীসকলক জীৱিকাৰপৰা বঞ্চিত কৰিব পৰা ধৰণৰ কাৰ্যৰপৰা বিৰত থকা উচিত।

১৩। সংবাদপত্ৰত ৰাজহুৱা স্বাৰ্থৰহিত, ব্যক্তিগত, বিতৰ্কিত বিষয়ৰ উত্থাপন কৰি থাকিলে সাংবাদিকতা বৃত্তিৰ মৰ্যাদা লঘু হয়।

১৪। ব্যক্তিবিশেষৰ ব্যক্তিগত জীৱনক লৈ ওলোৱা গুজৱ বা লঘু কথা-বতৰাক সংবাদৰূপে প্ৰকাশ কৰাটো সাংবাদিকতাৰ পৰিপন্থী। অন্যহে নালাগে, ৰাজহুৱা স্বাৰ্থজড়িত বিষয় হ'লেও কোনো লোকৰ ব্যক্তিগত জীৱনত কু-প্ৰভাৱ পেলাব পৰা বাতৰিৰ সত্যাসত্য নিৰূপিত নোহোৱা পৰ্যন্ত প্ৰকাশ নকৰা ভাল। এনে বাতৰি ৰাজহুৱা স্বাৰ্থজড়িত নে ৰাজহুৱা কৌতূহল সৃষ্টিকাৰী তাৰ পাৰ্থক্য নিৰূপণ কৰিহে প্ৰকাশ কৰা সমীচিন।

১৫। সংবাদপত্ৰসমূহ কুকৰ্ম আৰু অপৰাধ উৎসাহিত কৰাৰ সম্ভাৱনা থকা বা-বাতৰি প্ৰকাশৰপৰা বিৰত থকা উচিত।

❑ অনুবাদক : **শৈলেন গোস্বামী**

## ভাৰতীয় প্ৰেছ কাউন্সিলৰ নিৰ্দেশনা

### সাংবাদিকৰ আদৰ্শ আচৰণ-বিধি—

সাংবাদিকতাৰ মুখ্য উদ্দেশ্য হৈছে—জনসাধাৰণক শুদ্ধ, পক্ষপাতহীন, সংযমী আৰু মাৰ্জিত ভাষাৰে খবৰ, মতামত, তথ্য আদি যোগান ধৰা। সেয়ে কাকত গোষ্ঠীবিলাকে আন্তৰাষ্ট্ৰীয়ভাৱে স্বীকৃত কিছুমান আচৰণ-বিধি মানি চলে। এই সাংবাদিকৰ আদৰ্শ আচৰণ বিধিবিলাক(Norms of Journalistic Conduct) মানি চলিলে এজন সাংবাদিকে বিভিন্ন পৰিস্থিতিত নিজকে শুদ্ধভাৱে পৰিচালিত কৰিব পাৰিব।

### শুদ্ধতা আৰু স্পষ্টতা—

১) কাকতসমূহে সকলো ধৰণৰ অশুদ্ধ, ভিত্তিহীন, বিপথে পৰিচালিক বা বিকৃত বাতৰি পৰিবেশনৰপৰা বিৰত থাকিব লাগিব, সত্যতা প্ৰমাণিত নকৰাকৈ উৰাবাতৰি,

অনুমানৰ ওপৰত ভিত্তি কৰি কোনো বাতৰি প্ৰকাশ কৰিব নোৱাৰিব।

**বাতৰি প্ৰকাশৰ আগতে কৰা পৰীক্ষা—**

২) কোনো ব্যক্তি বা অনুষ্ঠান-প্ৰতিষ্ঠানৰ বিৰুদ্ধে লেখা বাতৰি, প্ৰবন্ধ আদি প্ৰকাশ কৰাৰ আগতে সম্পাদকে বিশ্বাসযোগ্য উৎসৰপৰা বাতৰিৰ সত্যতা সম্পৰ্কে জানি ল'ব লাগিব, লগতে সংশ্লিষ্ট ব্যক্তি বা অনুষ্ঠান-প্ৰতিষ্ঠানৰ মতামত লৈ প্ৰয়োজন সাপেক্ষে তাকো সম্পাদিত ৰূপত প্ৰকাশ কৰিব। যদি তেওঁলোকৰপৰা প্ৰয়োজনীয় সঁহাৰি পোৱা নাযায় তেতিয়া তাকো দ্ৰষ্টব্য হিচাপে লিপিবদ্ধ কৰিব।

**অপবাদজনক লেখনীৰ প্ৰতি সাৱধানতা—**

৩) বাতৰিকাকতে কোনো ব্যক্তি বা সংগঠনৰ বিৰুদ্ধে সুস্পষ্টভাৱে অপমানজনক কথা প্ৰকাশ কৰিব নোৱাৰিব যেতিয়ালৈকে এইখিনিৰ সত্যতা নিৰূপিত নহয়। লগতে জনস্বাৰ্থৰ খাতিৰত তেনে বাতৰি পৰিৱেশন কৰাটো গুৰুত্বপূৰ্ণ বুলি যথেষ্ট কাৰণ থাকিব লাগিব।

৪) সত্যতা থাকিলেও ৰাজহুৱা স্বাৰ্থ বিঘ্নিত নকৰালৈকে কোনো ব্যক্তিৰ বিৰুদ্ধে অপমানজনক, অশালীন কথা প্ৰকাশ কৰিব নোৱাৰিব।

৫) মৃত ব্যক্তিৰ বিৰুদ্ধে ৰাজহুৱা স্বাৰ্থ থাকিলেও কোনো অপমানজনক মতামত প্ৰকাশ কৰিব নোৱাৰিব। যিহেতু সেই মৃত ব্যক্তিজনে বিতৰ্কত অংশ ল'ব নোৱাৰে বা তেওঁ মন্তব্যটো অস্বীকাৰ কৰিব নোৱাৰে।

৬) কোনো ব্যক্তিৰ বৰ্তমানৰ কৰ্মৰ লগত সাঙুৰি তেওঁৰ অতীত জীৱনৰ আপত্তিজনক ব্যৱহাৰৰ কটু সমালোচনা কৰিব নোৱাৰিব।

৭) যদিও জনস্বাৰ্থৰ খাতিৰত কোনো ব্যক্তিৰ পূৰ্বৱৰ্তী কাৰ্যকলাপ আৰু চৰিত্ৰৰ প্ৰতি জনসাধাৰণক সতৰ্ক কৰি দিয়াটো সাংবাদিকৰ কৰ্তব্য, তথাপি তেওঁলোক তেনে চৰিত্ৰৰ লোকক প্ৰতাৰক বা হত্যাকাৰী আদি আখ্যা দিয়াৰপৰা বিৰত থাকিব লাগিব, ইয়াৰ মৌলিক সূত্ৰটো হ'ল কোনো এজন লোকক তেওঁ কৰা কাম অসৎ চৰিত্ৰৰ বাবে আকৌ অসৎ কাম কৰিব বুলি দোষী সাব্যস্ত কৰিব পৰা নাযায়।

৮) যিবিলাক ক্ষেত্ৰত দোষী সাব্যস্ত কৰা প্ৰকাশন গোষ্ঠীটো প্ৰতিবাদকাৰীৰ সন্মানৰ ক্ষেত্ৰত সুস্পষ্টভাৱে দায়ী হয়, তেনে ক্ষেত্ৰত প্ৰতিপক্ষ প্ৰতিবাদকাৰী অৰ্থাৎ প্ৰকাশন গোষ্ঠীটো তেওঁলোকৰ বাতৰিৰ সত্যতা প্ৰমাণ কৰিবলৈ বা জনগণৰ স্বাৰ্থৰ খাতিৰত আৰু বিশ্বাসৰ ভিত্তিত তেনে বাতৰি প্ৰকাশ কৰা হৈছে বুলি যুক্তি দৰ্শাবলৈ সুবিধা দিয়া হয়।

৯) চৰকাৰী কৰ্মচাৰীৰ বিৰুদ্ধে মিছা সংবাদ প্ৰচাৰ নকৰা ।

১০) ১৯২৩ চনৰ দি অফিছিয়েল চিক্ৰেটছ্ এক্ট বা সমতুল্য আইন মানি চলা অৰ্থাৎ দেশৰ স্বাৰ্থ বা নিৰাপত্তা বিঘ্নিত হ'ব পৰা এনে গোপন খবৰ প্ৰকাশ নকৰা ।

১১) চৰকাৰী তদন্ত চলি থকা কালত সেই বিষয়ে সংবাদ প্ৰকাশ কৰাৰপৰা বিৰত থকা।
১২) ব্যংগচিত্ৰ প্ৰকাশ কৰাৰ ক্ষেত্ৰত কেৱল মাত্ৰ ৰসিকতাই ইয়াৰ মুখ্য বিষয় হ'ব লাগিব।

**ব্যক্তিগত গোপনীয়তাৰ অধিকাৰ—**

১৩) কোনো লোকৰ ব্যক্তিগত জীৱনৰ গোপনীয়তাত প্ৰেছে অনধিকাৰ প্ৰৱেশ কৰিব নোৱাৰিব। মানুহৰ ঘৰ, পৰিয়াল, ধৰ্ম, স্বাস্থ্য, যৌনতা, ব্যক্তিগত জীৱন আদিৰ গোপনীয়তা ৰক্ষা কৰিব লাগিব।

**চিনাক্তকৰণত সাৱধানতা—**

১৪) ধৰ্ষিতা, অপহৃতা বা যৌনতাৰ বলি হোৱা শিশু আদিৰ নাম, ফটো আদি প্ৰকাশৰপৰা বিৰত থাকিব লাগিব।
১৫) ধৰ্ষণ, বলপূৰ্বক বিবাহ, অবৈধ যৌন কাৰ্য আদিৰ বলি হোৱা মহিলাৰ সন্তান-সন্ততিৰ চিনাক্তকৰণ বা ফটো ছপাব নালাগে।

**সাক্ষাৎকাৰ আৰু টেলিফোন বাণীবন্ধন—**

১৬) কোনো ব্যক্তিৰ সাক্ষাৎকাৰ লওঁতে ব্যক্তিজনৰ অজ্ঞাতে বাণীবন্ধন কৰিব নালাগে। অৱশ্যে বিশেষ ক্ষেত্ৰত সাংবাদিকজন আইনৰ ফালৰপৰা দোষী সাব্যস্ত হোৱাৰ ভয় থাকিলে প্ৰমাণ স্বৰূপে তেনে কথা টেপ কৰি ৰাখিবলৈ বাধ্য হয়।
১৭) প্ৰকাশৰ পূৰ্বে সাক্ষাৎকাৰ দিওঁতাই ব্যৱহাৰ কৰা আপত্তিজনক আৰু অশালীন বিশেষণবিলাক আঁতৰাই দিব লাগে।
১৮) মানুহৰ ব্যক্তিগত জীৱনৰ দুখ-শোকৰ মুহূৰ্তবিলাকত অনধিকাৰ প্ৰৱেশ কৰি ফটো আদি প্ৰকাশ কৰিব নালাগে। যদিও দুৰ্ঘটনা বা প্ৰাকৃতিক দুৰ্যোগত আক্ৰান্ত লোকৰ ফটো বৃহত্তৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি প্ৰকাশ কৰা উচিত।

**অনুমান, মন্তব্য আৰু বাস্তৱ ঘটনা —**

১৯) বাতৰিকাকতত বাস্তৱ ঘটনা এটা অনুমান কৰি লেখা বা মন্তব্য দিয়াৰপৰা বিৰত থাকিব।

**অপৰাধৰ চেকা নিৰ্দোষীৰ গাত দিয়াৰপৰা বিৰত থকা—**

২০) কোনো অপৰাধীৰ বিষয়ে লিখোঁতে অপৰাধৰ লগত জড়িত নথকা তেওঁৰ পৰিয়ালৰ আন সদস্য বা সম্পৰ্কীয় মানুহৰ নাম, পৰিচয় আদি প্ৰকাশ কৰাৰপৰা বিৰত থাকিব।
২১) কোনো মানোমালিন্য বা সংঘৰ্ষ হ'লে তাত জড়িত থকা দল দুটাৰ পৰিচয় দিয়া অনুচিত।

**শুধৰণি—**

২২) প্ৰকাশিত বাতৰিত কোনো তথ্যভিত্তিক ভুল থাকিলে যিমান পাৰি সোনকালে, চকুত পৰা ঠাইত শুধৰণি প্ৰকাশ কৰিব লাগে, লগতে ভুলৰ বাবে ক্ষমা প্ৰাৰ্থনা বা দুখ প্ৰকাশ কৰিব লাগে।

**প্রত্যুত্তৰৰ অধিকাৰ—**

২৩) কোনো বাতৰিত অভিযুক্ত ব্যক্তিয়ে যদি বাতৰিৰ স্পষ্টীকৰণ দিয়ে সেই স্পষ্টীকৰণ বিনামূলীয়াকৈ শীঘ্রে সম্পাদিত ৰূপত বা সম্পূর্ণকৈ প্রকাশ কৰিব লাগিব। যদি সম্পাদকৰ এই স্পষ্টীকৰণৰ সত্যতাৰ ওপৰত সন্দেহ থাকে বা নির্দিষ্ট তথ্যেৰে ইয়াৰ অসত্যতা প্রমাণ কৰিব পাৰে তেতিয়া এই স্পষ্টীকৰণৰ তলতে সম্পাদকৰ লক্ষ্য প্রকাশ কৰিব পাৰে।

২৪) প্রেছ কাউন্সিলৰ নির্দেশ মানি যদিও কোনো স্পষ্টীকৰণ, প্রত্যুত্তৰ প্রকাশ কৰিব লাগে তথাপি পৰিশিষ্ট হিচাপে সম্পাদকীয় টোকা বা মতামত প্রকাশ কৰাত বাধা নাই।

২৫) সংবাদমেল পাতি কোনো বাতৰিৰ প্রত্যুত্তৰ দিলে সেইটো প্রকাশ কৰিবলৈ সম্পাদকক বাধ্য কৰিব নোৱাৰিব, কিয়নো সংবাদমেলত বাতৰি প্রকাশ কৰা নকৰাটো সম্পাদকৰ বিবেচনাধীন বিষয়।

২৬) পাঠক-সমাজৰ কোনো এটা ঘটনাৰ সকলো দিশ জনাৰ অধিকাৰ আছে, প্রকাশিত বাতৰিটোৰ সত্যতা সম্পর্কে নিশ্চিত হোৱাৰ পাছতো সম্পাদকে স্পষ্টীকৰণ বা প্রত্যুত্তৰটো প্রকাশ নকৰাকৈ থাকিব নালাগে। সেই বাদ-প্রতিবাদমুক্ত বাতৰিৰ ৰায়দান পাঠকৰ বাবে এৰি দিব লাগে।

**সম্পাদকলৈ চিঠি—**

২৭) সম্পাদকলৈ চিঠি শিতানত বিভিন্ন বিষয়ত বিতর্কিত চিঠি-পত্র প্রকাশ কৰা হয় যদিও সম্পাদকৰ হাতৰপৰা সকলো চিঠি প্রকাশ কৰিবলৈ সম্পাদক বাধ্য নহয়। সম্পাদকে তেওঁৰ হাতত পৰা চিঠিবিলাকৰপৰা বাছনি কৰি কেইখনমান চিঠি সম্পাদিত ৰূপত বা সম্পূর্ণকৈ প্রকাশ কৰিব পাৰে। বিতর্কিত বিষয়ত চিঠি-পত্র প্রকাশ কৰোঁতে এটা কথা লক্ষ্য কৰিব লাগে যাতে বিষয়টো একপক্ষীয় নহয় অর্থাৎ বিষয়টোৰ সপক্ষে আৰু বিপক্ষে লেখা চিঠি সমানে প্রকাশ কৰিব লাগে।

২৮) এটা বিষয়ত দীঘলীয়াকৈ বাদ-প্রতিবাদ হৈ সপক্ষে-বিপক্ষে বহুটো চিঠি-পত্র প্রকাশ হোৱাৰ পাছত সম্পাদকে বিতর্কটোৰ সামৰণি মাৰিব পাৰে। কিন্তু কোনখিনিত বিতর্কটো বন্ধ কৰিব তাৰ সিদ্ধান্ত সম্পাদকে ল'ব পাৰিব।

**অশ্লীলতা এৰাই চলিব —**

২৯) বাতৰিকাকতত অশ্লীল আৰু ৰুচিবোধকহীন বাতৰি প্রকাশৰপৰা বিৰত থাকিব।

৩০) বাতৰিকাকতে কোনো অশ্লীল আৰু উত্তেজক ছবি থকা বিজ্ঞাপন প্রকাশ কৰাৰপৰা বিৰত থাকিব।

৩১) কোনো এখন ছবি অশ্লীল হয়নে নহয় তাক তিনি ধৰণে পৰীক্ষা কৰিব পাৰি—

ক) ছবিখন ইতৰ আৰু অশালীন নেকি ?

খ) অশ্লীল সাহিত্যৰ অংশ নেকি ?

গ) ছবিখনে বয়ঃসন্ধিপ্রাপ্ত ল'ৰা-ছোৱালীক উত্তেজিত কৰি কাকতৰ প্রচাৰ

বঢ়োৱাৰ চেষ্টা কৰা হৈছে নেকি? আন কথাত ছবিখনে ব্যাৱসায়িক মুনাফা লাভৰ কাৰণে ব্যক্তিৰ মানসিক স্বাস্থ্যৰ ক্ষতি কৰিছে নেকি ?

আনহাতে, কোনো কাকত-আলোচনীত প্ৰকাশিত প্ৰবন্ধ আদিৰ লগত ফটোখন খাপ খাই পৰিছেনে? ছবিখন প্ৰচাৰেৰে প্ৰকাশকে চিত্ৰকলা, কলা, ঔষধ আদিৰ প্ৰচাৰৰ লগতে যৌনতাৰ ক্ষেত্ৰত সংশোধন কৰিব বিচাৰিছে নেকি চাব লাগে।

**হিংসা, প্ৰশংসা কৰা অনুচিত—**

৩২) কাকত -আলোচনীবিলাকে হিংসা, সশস্ত্ৰ ডকাইতি, সন্ত্ৰাসবাদী আদি অপৰাধীৰ কাৰ্যকলাপ প্ৰশংসা কৰি বাতৰি আদি প্ৰকাশ কৰা অনুচিত।

**সমাজৰ বেয়া দিশবিলাকক উৎসাহিত কৰা বা প্ৰশংসা কৰাৰপৰা বিৰত থাকিব—**

৩৩) বাতৰিকাকতে সমাজৰ বেয়া প্ৰথা, যেনে—সতীদাহ, আড়ম্বৰপূৰ্ণ অনুষ্ঠান আদিৰ প্ৰশংসামূলক বা এইবোৰক উৎসাহিত কৰা বাতৰিৰে ইয়াৰ মূল্যবান স্তম্ভবিলাক নষ্ট নকৰিব।

**সাম্প্ৰদায়িক সংঘৰ্ষ আদি ঘটনাৰ বিৱৰণী দিয়া —**

৩৪) ধৰ্মীয় বা সাম্প্ৰদায়িক সংঘৰ্ষ, বিবাদ আদিৰ বাতৰি পৰিৱেশন কৰোঁতে খুব সাৱধান হ'ব লাগে যাতে বাতৰিটোৱে সাম্প্ৰদায়িক উত্তেজনা বৃদ্ধি নকৰে। উত্তেজনা বা উদ্বেগজনক শিৰোনামা দিয়াৰপৰা বিৰত থাকিব। এনে বাতৰি পৰিৱেশন কৰোঁতে সাৱধান হোৱা উচিত যাতে বাতৰিটোৱে আইন-শৃংখলা ব্যৱস্থাৰ ওপৰত জনসাধাৰণৰ আস্থা ভংগ নকৰে। ধৰ্ম বা সম্প্ৰদায় ভিত্তিত মৃতক বা ক্ষতিগ্ৰস্তৰ পৰিসংখ্যা দিয়া অনুচিত, ই হিংসা বৃদ্ধি কৰে।

**শিৰোনামা উত্তেজক হোৱা অনুচিত—**

৩৫) সাম্প্ৰদায়িক বিবাদ, সংঘৰ্ষ আদিৰ বাতৰি পৰিৱেশন কাৰোঁতে —

ক) উত্তেজক শিৰোনামা বৰ্জনীয়।

খ) শিৰোনামাটোৱে মাত্ৰ কাহিনীটো প্ৰতিফলিত কৰিব।

গ) কাকো দোষাৰোপ কৰি শিৰোনামা দিয়া অনুচিত।

**জাতি, ধৰ্ম বা গোষ্ঠীগত নাম উল্লেখ —**

৩৬) কোনো এজন ব্যক্তি বা এশ্ৰেণী লোকৰ তেওঁলোকৰ জাতি উল্লেখ কৰি চিনাকি দিব নালাগে। বিশেষকৈ যেতিয়া জাতিৰ উল্লেখটো তেওঁলোকৰ বাবে অপমানজনক হয়।

৩৭) 'হৰিজন' শব্দটো বাতৰিকাকতত ব্যৱহাৰ কৰা অনুচিত।

৩৮) কোনো অভিযুক্ত বা ক্ষতিগ্ৰস্তক তেওঁৰ ধৰ্ম, সম্প্ৰদায় আদি উল্লেখ কৰি চিনাক্ত কৰা অনুচিত।

৩৯) কোনো ধৰ্মীয় চৰিত্ৰৰ বিকৃত কৰি বা বিতং বিৱৰণ আদি প্ৰকাশ কৰা অনুচিত। যিবিলাকে কোনো লোকৰ ধৰ্মীয় বিশ্বাসক আঘাত দিয়ে।

৪০) কোনো ধৰ্মগুৰু, অৱতাৰী পুৰুষ আদিৰ দেৱত্ব সম্পৰ্কীয় প্ৰচাৰমূলক বাতৰি প্ৰকাশ সাংবাদিকতাৰ নীতিৰ লগতে সুস্থ ৰুচিবোধৰো পৰিপন্থী।

**প্ৰাকৃতিক দুৰ্যোগৰ বাতৰি পৰিৱেশন কৰোঁতে —**

৪১) কোনো মহামাৰী বা প্ৰাকৃতিক দুৰ্যোগৰ বাতৰি পৰিৱেশন কৰোঁতে কাহিনী সত্যতা আৰু পৰিসংখ্যাৰ শুদ্ধতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগে।

**ৰাষ্ট্ৰীয় স্বাৰ্থক সৰ্বাধিক গুৰুত্ব —**

৪২) ৰাষ্ট্ৰীয় বা ৰাজ্যৰ স্বাৰ্থ বিপন্ন কৰা কোনো বাতৰি, মন্তব্য বা তথ্য প্ৰকাশৰপৰা বিৰত থাকিব। ভাৰতীয় সংবিধানৰ ১৯ নং অধ্যায়ৰ ২নং অনুচ্ছেদতো বাক স্বাধীনতাৰ ওপৰত কিছুমান বিধি নিষেধ জাৰি কৰিছে।

৪৩) কোনো ধৰণৰ অশুদ্ধ মেপ ছপা কৰাটো সাংঘাতিক অপৰাধ। যিহেতু ৰাজ্যিক বা দেশৰ অখণ্ডতা বিনষ্ট কৰিব পাৰে।

**কূটনৈতিক প্ৰচাৰ—**

৪৪) ভাৰত আৰু অন্য দেশৰ মাজত সহযোগিতা, বন্ধুত্বপূৰ্ণ সম্বন্ধ আৰু পাৰস্পৰিক বুজাবুজি বৃদ্ধিৰ বাবে সম্ভৱপৰ সকলো প্ৰচেষ্টা প্ৰচাৰ মাধ্যমে হাতত ল'ব লাগে। লগতে বাতৰিকাকতৰ আন এক কৰ্তব্য হ'ল কূটনৈতিক বেহাইৰ অপব্যৱহাৰৰ বিষয়ত আলোকপাত কৰা।

**অনুসন্ধানমূলক সাংবাদিকতা—**

৪৫) অনুসন্ধানমূলক সাংবাদিকতাৰ কেইটামান মূল কথা —

ক) অনুসন্ধানী সাংবাদিকজনে সংগ্ৰহ কৰা তথ্যৰ ভিত্তিত প্ৰতিবেদন প্ৰস্তুত কৰোঁতে নিজেই সত্যতা নিৰূপণ কৰিব লগা হয়। তৃতীয় পক্ষৰপৰা শুনা কথা আদি ব্যৱহাৰ নকৰি স্পষ্ট প্ৰমাণভিত্তিক প্ৰতিবেদন প্ৰস্তুত কৰিব।

খ) অনুসন্ধানী সাংবাদিকে প্ৰতিবেদন প্ৰস্তুত কৰোঁতে এহাতে স্পষ্টকৈ লিখিব লাগে, আনহাতে জনস্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি কিছু কথা গোপন কৰিবও লগা হয়।

গ) অসম্পূৰ্ণ, সন্দেহজনক বাতৰি তথা তথ্যসমূহ পৰীক্ষা নকৰাকৈ লৰালৰিকৈ বাতৰি পৰিৱেশন কৰা অনুচিত।

ঘ) অনুমানৰ ওপৰত ভিত্তি কৰি কোনো কাহিনী লিখা অনুচিত। কেৱল সত্য ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত প্ৰতিবেদন, তাকো কেইবাবাৰো পৰীক্ষা কৰিহে প্ৰকাশৰ বাবে পঠোৱা উচিত।

ঙ) বাতৰিকাকতে কাহিনীৰ সত্যতা আৰু স্বচ্ছতা ওপৰত অধিক গুৰুত্ব দিয়া উচিত । প্ৰতিবেদন যথাসম্ভৱ চুটি হোৱা বাঞ্ছনীয়।

চ) প্ৰতিবেদন প্ৰস্তুত কৰোঁতে স্বচ্ছ, শুদ্ধ আৰু সমতুল্য হ'ব লাগিব। সকলো

দিশৰপৰা ঘটনাটো ভালদৰে পৰীক্ষা কৰি তাৰ সপক্ষে আৰু বিপক্ষে সকলো দিশ প্ৰতিবেদনত প্ৰকাশ পাব লাগে। তাকে কৰোঁতে ভাষা প্ৰাঞ্জল আৰু মাৰ্জিত হ'ব লাগে। কোনো লোকক দোষী সাব্যস্ত কৰি বা কাৰোবাক নিৰ্দোষ বুলি প্ৰতিবেদন প্ৰস্তুত কৰা অনুচিত।

ছ) এইটো মনত ৰখা উচিত যে যেতিয়ালৈকে এজন লোকক তথ্য প্ৰমাণেৰে সৈতে দোষী সাব্যস্ত কৰা নহয় তেতিয়ালৈকে তেওঁ নিৰ্দোষী।

জ) এজন ৰাজহুৱা কৰ্মত জড়িত ব্যক্তিৰো ব্যক্তিগত জীৱনটো তেওঁৰ নিজস্ব। তেওঁৰ ব্যক্তিগত জীৱনত সাংবাদিকে তেতিয়ালৈকে আলোকপাত কৰিব নোৱাৰিব— যেতিয়ালৈকে তেওঁৰ কাৰ্যই জনস্বাৰ্থত আঘাত নাহানে বা তেওঁ ক্ষমতাৰ অপব্যৱহাৰ নকৰে।

ঝ) মুঠতে অনুসন্ধানমূলক সাংবাদিকতা নিৰপেক্ষ আৰু নীতিসন্মত হোৱাৰ লগতে বিবেকৰদ্বাৰা পৰিচালিত হ'ব লাগে।

**গোপনীয়তা ৰক্ষা—**

৪৬) কোনো গোপন সূত্ৰৰপৰা বাতৰি সংগ্ৰহ কৰিলে সূত্ৰটোৰ বিষয়ে সম্পূৰ্ণ গোপনীয়তা অৱলম্বন কৰিব লাগে। প্ৰেছ কাউন্সিলে বাতৰিৰ উৎস জনাবলৈ সাংবাদিকক বাধ্য কৰাব নোৱাৰে। অৱশ্যে সাংবাদিকে তেওঁৰ বাতৰিৰ উৎসৰ বিৰুদ্ধে কোনো প্ৰতিক্ৰিয়া হ'লে স্বেচ্ছাই প্ৰেছ কাউন্সিলক বাতৰিৰ উৎসৰ বিষয়ে জনাব পাৰে। আনহাতে যদিহে —

ক) সূত্ৰটোৱে বাতৰিৰ উৎসৰ বিষয়ে জনাবলৈ মত দিয়ে তেতিয়া প্ৰকাশ কৰিব পাৰে।

খ) সম্পাদকে এটা টোকা প্ৰকাশ কৰি অফ দি ৰেকৰ্ড উৎসটোৰ সম্পৰ্কে জনাব পাৰে।

**ন্যায়ালয়ৰ বাতৰি পৰিৱেশন কৰোঁতে ল'ব লগা সাৱধানতা—**

৪৭) ন্যায়ালয়ৰ বিচাৰাধীন গোচৰৰ সংখ্যা আদিৰ বিষয়ে শুদ্ধ তথ্যেৰে স্পষ্টভাৱে প্ৰকাশ কৰিব পাৰে যদিও নিম্নোলিখিত বিষয়বিলাক প্ৰকাশ কৰিব নোৱাৰিব —

- যিবিলাকে প্ৰত্যক্ষ বা পৰোক্ষভাৱে বিচাৰ কাৰ্য সম্পন্ন কৰাত প্ৰতিবন্ধকতা সৃষ্টি কৰে।
- বিচাৰাধীন বিষয়ৰ ধাৰা বিৱৰণী, সমালোচনা, কাকতৰ নিজা অনুসন্ধান, অনুমান, মন্তব্য আদি।
- বিচাৰাধীন ব্যক্তিজনৰ চৰিত্ৰ সম্পৰ্কীয় মন্তব্য।

৪৮) ৰাজহুৱা স্বাৰ্থজড়িত থাকিলেও ন্যায়ালয়ৰ কাৰ্য, ৰায় আদি সমালোচনা কৰি অশালীন ভাষাৰে সমালোচনা বা বদনাম কৰিব নোৱাৰিব। ন্যায়াধীশৰ ৰায় পক্ষপাতিত্বমূলক বুলিব নোৱাৰি। তদুপৰি ন্যায় ব্যৱস্থাৰে কুৎসাং ৰটনা বা ন্যায়াধীশসকলৰ দক্ষতাৰ প্ৰশ্ন তুলিব নোৱাৰিব।

৪৯) বিচাৰ পদ্ধতি সম্পৰ্কে অযাচিত আৰু অশোভনীয় সমালোচনা নকৰা ।

**ব্যাৱসায়িক শত্ৰুতা জ্ঞান—**

৫০) বাতৰিকাকতে তেওঁলোকৰ ব্যৱসায় বৃদ্ধি কৰিবলৈ সকলো ধৰণৰ বৈধ তথা ন্যায়সম্মত ব্যৱস্থা গ্ৰহণ কৰিব; কিন্তু প্ৰতিদ্বন্দ্বী গোষ্ঠীক অশোভনীয়ভাৱে আক্ৰমণ কৰাটো বৃত্তিগত মান আৰু সুৰুচিৰ পৰিপন্থী।

৫১) অন্য প্ৰতিদ্বন্দ্বী গোষ্ঠীক ব্যাৱসায়িক স্বাৰ্থ পূৰণৰ বাবে নীতি বিহৰ্গিতভাৱে আক্ৰমণ কৰাটো সাংবাদিকতাৰ নীতিৰ পৰিপন্থী।

**কুম্ভিলক (আনৰ ৰচনা চুৰ কৰি নিজৰ বুলি চলোৱা)—**

৫২) লোকৰ লেখা বা মত, লেখকৰ কৃতিত্ব নিদিয়াকৈ নিজৰ বুলি প্ৰকাশ কৰাটো সাংবাদিকতাৰ নীতিমতে অপৰাধ ।

**অকৰ্তৃত্বশীলভাৱে আন কাকতৰপৰা বাতৰি তুলি দিয়া—**

৫৩) অন্য কাকতত প্ৰকাশিত বাতৰি আদি তুলি দিয়া আৰু সেইবোৰ নিজৰ বুলি চলোৱাটো নীতি বিৰুদ্ধ। সেয়ে তেনেদৰে আনৰ বস্তু তুলি দিব লগা হ'লে য'ৰপৰা লোৱা হৈছে তেওঁলোকক কৃতজ্ঞতা জ্ঞাপন কৰিব লাগে। প্ৰবন্ধ-পাতিৰ ক্ষেত্ৰত কথাটো সুকীয়া হয়। প্ৰবন্ধ-পাতি উপযুক্ত অনুমতি অবিহনে প্ৰকাশ কৰিব নোৱাৰে।

৫৪) নিষেধাজ্ঞা থকা কিতাপৰপৰা কোনো উদ্ধৃতি আদি তুলি দিব নোৱাৰিব।

**অমনোনীত লেখা ঘূৰাই পঠোৱা—**

৫৫) কাকত গোষ্ঠীয়ে অমনোনীত লেখা ঘূৰাই পঠাবৰ বাবে বাধ্য নহয়। যদিহে লেখা পঠাওঁতাই লগত এটা ডাক টিকট লগোৱা লেফাফা পঠায় তেতিয়া কাকত গোষ্ঠীয়ে যিকোনো প্ৰকাৰে অমনোনীত লেখাটো ঘূৰাই পঠাব লাগে।

**বিজ্ঞাপন—**

৫৬) বিজ্ঞাপনসমূহ আৰু সম্পাদকীয় লেখা বা অন্যান্য লেখাসমূহতকৈ স্পষ্টভাৱে পৃথক হোৱা বাঞ্ছনীয়।

৫৭) কোনো ধৰ্ম বা সম্প্ৰদায়ক আঘাত কৰি কোনো কথা বাতৰিকাকতত প্ৰকাশ কৰিব নালাগে।

৫৮) অৱজেকছনেবোল এডভাৰটাউজ এক্ট, ১৯৫৪ মতে ড্ৰাগছ আৰু বাজীকৰী চিকিৎসা সম্পৰ্কীয় বিজ্ঞাপন প্ৰচাৰ কৰিব নোৱাৰিব।

৫৯) বে-আইনী আৰু নীতি বিৰুদ্ধ কোনো বিজ্ঞাপন প্ৰকাশ কৰিব নোৱাৰিব।

৬০) বিজ্ঞাপন প্ৰচাৰৰ নিৰিখ বিশেষভাৱে উল্লেখ কৰিব।

৬১) বিজ্ঞাপনদাতাৰ কৰ্তৃত্ব অবিহনে আৰু উপযুক্ত মূল্য নোলোৱাকৈ নকল বিজ্ঞাপন প্ৰচাৰ কৰাটো নীতিবিৰুদ্ধ।

৬২) এটা সংখ্যাৰ প্ৰতিখন কাকততে (প্ৰত্যেক সংস্কৰণতে) বিজ্ঞাপন ছপা নোহোৱাটো

বৃত্তিগত অসৎ আচৰণ আৰু দোষণীয়।

৬৩) বাতৰি আৰু বিজ্ঞাপন বিভাগৰ মাজত সু-সম্বন্ধ আৰু পাৰস্পৰিক যোগাযোগ অতি প্ৰয়োজনীয়।

৬৪) বিজ্ঞাপন প্ৰকাশ কৰা-নকৰাৰ ক্ষেত্ৰতো সম্পাদকে হস্তক্ষেপ কৰিব পাৰে। বিশেষকৈ শালীনতা আৰু অশ্লীলতাৰ সীমাত থকা বা সীমা চেৰাই যোৱা বিজ্ঞাপনসমূহ প্ৰচাৰ কৰা নকৰাৰ সিদ্ধান্ত সম্পাদকে ল'ব পাৰে।

৬৫) বিজ্ঞাপনকে ধৰি কাকতত প্ৰকাশিত সকলোবিলাক বস্তুৰ দায়িত্ব সম্পাদকৰ থাকে।

□ অনুবাদক — শৈলেন গোস্বামী

## সাংবাদিকতাত নৈতিকতাবোধ

সাম্প্ৰতিক কালত সংবাদপত্ৰ মানুহৰ অবিচ্ছেদ্য অংগ হৈ পৰিছে। দেশ, সমাজ, ৰাষ্ট্ৰ—এইবোৰত কি ঘটিছে এই বিষয়ে জানিবলৈ প্ৰতিজন ব্যক্তিয়েই আগ্ৰহী। দৈনিক কাকত একোখনে কেৱল দৈনন্দিন সংবাদেই বহন নকৰে, দেশ-বিদেশৰ লগত সমাজৰ মানসিকতা ই সংযুক্ত কৰে। বহুতে কয় যে এদিনৰ আহাৰ নোখোৱাকৈ থাকিব পাৰি, কিন্তু বাতৰিকাকতক অৱহেলা কৰিব নোৱাৰি। এডমাণ্ড বাৰ্কে সংবাদপত্ৰক পৃথিৱীৰ এটা দিনৰ ইতিহাস বুলি আখ্যা দিছিল। জৰ্জ বাৰ্নাৰ্ড শ্বই আখ্যা দিছিল সাধাৰণ মানুহৰ বিশ্বকোষ বুলি।

বৰ্তমান সময়ত যোগাযোগ ব্যৱস্থালৈ বৈপ্লৱিক পৰিৱৰ্তন আহিছে। চন্দ্ৰ, সূৰ্য, তৰাৰ কাষত মানুহে স্থাপন কৰিছে কৃত্ৰিম উপগ্ৰহ। এই উপগ্ৰহ আৰু ছুপাৰ কম্পিউটাৰে যোগাযোগ ব্যৱস্থালৈ আনিছে অভাৱনীয় পৰিৱৰ্তন। অত্যাধুনিক উদ্ভাৱনসমূহে সাংবাদিকতাৰ যুগান্তৰ সৃষ্টি কৰিছে। এতিয়া সংবাদপত্ৰ কেৱল ৰাজনৈতিক, অৰ্থনৈতিক আদি বিষয়তে আবদ্ধ নাথাকে—ই জনসংযোগৰ মাধ্যম হিচাপে একে ধৰণৰ স্বাৰ্থ থকা বিভিন্ন জনগোষ্ঠীৰ মাজত এক যোগসূত্ৰও স্থাপন কৰিছে। একোখন সমাজত বাস কৰা লোকে কি ভাবে, কি অনুভৱ কৰে সেইখিনি পোহৰলৈ অনাটো সংবাদপত্ৰৰ অন্যতম দায়িত্ব। এই দায়িত্ব পালন কৰিবলৈ যোৱাসকলৰ বাবে প্ৰয়োজন হৈ পৰে বুদ্ধিমত্তা, জ্ঞান, যুক্তি আৰু পৰ্যৱেক্ষণৰ ক্ষমতা। অন্য বৃত্তিত যেনেকৈ সু-শিক্ষা, সু-স্বাস্থ্য, ধৈৰ্য আৰু দৃঢ়তাৰ প্ৰয়োজন, সাংবাদিকতাৰ ক্ষেত্ৰতো এইকেইটা গুণৰ প্ৰয়োজন। কিন্তু যিটো বস্তু এজন সাংবাদিকৰ কাৰণে অতি প্ৰয়োজন সেইটো হ'ল নাকৰ স্পৰ্শকাতৰতা—যিটোক ইংৰাজীত কোৱা হয় Nose for news — অতি সাধাৰণ কিছুমান কথাতো বাতৰিৰ গোন্ধ পাব পৰাৰ ক্ষমতা। ইয়াৰ লগতে আহি পৰে দৈনন্দিন আমি দেখি থকা কিছুমান ঘটনাৰ মাজতে পাঠকৰ কাৰণে গুৰুত্বপূৰ্ণ বুলি বিবেচিত হ'ব পৰা বাতৰি নিৰ্বাচন। বি এন আহুজা নামৰ এজন লেখকে বাতৰি নিৰ্বাচনৰ এনে ক্ষমতাৰ এটা

সুন্দৰ উদাহৰণ দিছে। যিকোনো নগৰ বা মহানগৰত আমাৰ সততে চকুত পৰে ফটা-ছিটা কাপোৰ পিন্ধা কিছুমান ল'ৰা-ছোৱালীয়ে হাতত বা পিঠিত একোটা বস্তা লৈ ডাষ্টবিন বা পেলনীয়া বস্তু থকা অন্য ঠাইত কিবা বিচাৰি ফুৰিছে। সদায় দেখা এই দৃশ্যটো বাতৰি নহয়। কিন্তু যেতিয়া দেখা যায় যে তেনে বস্তু বুটলি ফুৰা লোকৰ মাজত এসময়ৰ এজন খেলুৱৈ বা শিল্পী আছে, তেন্তে সেই ব্যক্তিজনৰ করুণ কাহিনীয়ে বাতৰিকাকতৰ পৃষ্ঠা দখল কৰিব পাৰে। বাতৰিৰ নিৰ্বাচনৰ যোগে পাঠকক নজনা কথাৰ সম্ভেদ দিব পৰাটো সাংবাদিকৰ অন্যতম অৰ্হতা। কোনো সাংবাদিকে যেতিয়া ৰাজহুৱা স্বাৰ্থৰ খাতিৰত প্ৰতিবেদনমূলক বাতৰি পৰিৱেশন কৰে, তেতিয়া তেওঁৰ চিন্তাৰ প্ৰতিফলন তাত হ'ব লাগে। স্পষ্ট লেখাৰ বাবে স্পষ্ট চিন্তাৰ প্ৰয়োজন। এবাৰ এখন জনপ্ৰিয় কাকতৰ সম্পাদকে সন্ধ্যা সময়ত সম্পাদনা মেজৰ কামৰ তদাৰক কৰিবলৈ গৈ দেখিলে এজন উপ-সম্পাদকে ওপৰৰ ছিলিঙত দৃষ্টি নিবদ্ধ কৰি বহি আছে। সম্পাদকে সুধিলে –'আপুনি কি কৰিছে ?' উপ-সম্পাদকজনে উত্তৰ দিলে যে তেওঁ চিন্তা কৰিছে। সম্পাদকে অলপ খঙেৰে ক'লে -'কাগজৰ মালিকে তেওঁক চিন্তা কৰিবৰ বাবে ৰখা নাই— লিখিবৰ বাবেহে ৰাখিছে।' উপ-সম্পাদকে বিনয়েৰে ক'লে- 'তেওঁ লিখিবৰ বাবেই চিন্তা কৰিছে।' সম্পাদকজন নিজৰ কক্ষলৈ ঘূৰি আহিল আৰু পিছদিনাৰ সম্পাদকীয়টোৰ বাবে চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। যিকোনো লেখাতে গভীৰতা দান কৰিবলৈ চিন্তাৰ প্ৰয়োজন। আমাৰ আলোচনাৰ মূল বিষয় 'Ethics in journalism,' যিটোক অসমীয়াত সাংবাদিকতাত নৈতিকতাবোধ বুলি ক'ব পাৰি। Ethics দৰ্শনৰ এটা শাখা, যিটোৱে নৈতিকতাৰ দিশৰপৰা কোনটো শুদ্ধ পথ, কোনটো ভুল পথ সেইটো নিৰ্ণয় কৰে। ইয়াক আচৰণ বিজ্ঞান বুলিও ক'ব পাৰি। কোৱা হয় যে Ethics is self-legislation and self enforcement. প্লেটোৱে তেওঁৰ সুবিখ্যাত গ্ৰন্থ 'The Republic' অত নৈতিকতাবোধৰ বাবে কেইটিমান গুণৰ কথা উল্লেখ কৰিছে। সেইকেইটাৰ ভিতৰত আছে প্ৰজ্ঞা, সাহস, সহনশীলতা, ন্যায় আৰু সবাতোকৈ গুৰুত্বপূৰ্ণ সত্যৰ প্ৰতি আসক্তি। এটা বাতৰি প্ৰস্তুত কৰোঁতে সাংবাদিকজনৰ বাবে যিটো নৈতিক প্ৰশ্ন জড়িত সেইটো হ'ল বাতৰিটোৰ সত্যতা আছেনে নাই। কিছুমান সূত্ৰৰপৰা একোজন সংবাদদাতাই বাতৰিৰ তথ্য-পাতি সংগ্ৰহ কৰে। তথ্য দিয়া সূত্ৰটোৱে সাধাৰণতে নাম প্ৰকাশ কৰিবলৈ ইচ্ছা নকৰে। তেনে ক্ষেত্ৰত সংবাদদাতাজনে তথ্য দিয়া ব্যক্তিজনৰ নিৰ্ভৰযোগ্যতা কিমান আৰু এই তথ্যবোৰ দিয়াত ব্যক্তিজনৰ কিবা ন্যস্ত স্বাৰ্থ আছে নেকি সেইটোও নিৰূপণ কৰিব লাগে। সাংবাদিকৰ সু-আচৰণৰ (good conduct) কথা সততে কোৱা হয়। কিন্তু এই সু-আচৰণ কি ? Utilitarice নীতি অনুসৰি সু-আচৰণৰ পৰিচায়ক। কিন্তু এনে এটা দৃষ্টিভংগী দোষমুক্ত নহয়। কাৰণ, গৰিষ্ঠসংখ্যক লোকৰ সৰ্বাধিক মংগল কৰিব পৰা কথাটো সাংবাদিকজনে নিৰ্ণয় কৰিব পাৰেনে? এজন সাংবাদিকে হয়তো তেনে

ধৰণেৰে ভাবিহে ল'ব পাৰে আৰু 'মানুহে বিচৰাটোক মই দিয়া উচিত বুলি' এটা নৈতিক স্থিতি ল'ব পাৰে। জন ছি. মেৰিলে তেওঁৰ 'Journalist and his Society' নামৰ গ্ৰন্থত নৈতিকতাবোধক 'Just the individual Journalist's way of doing things' বুলি কোৱাৰ প্ৰয়াস কৰিছে। কিন্তু এই মতবাদ গ্ৰহণ কৰিলে বেলেগ বেলেগ ব্যক্তিৰ ক্ষেত্ৰত নৈতিকতাৰ ধাৰণা বেলেগ হ'ব পাৰে। কথাটো তেতিয়া আপেক্ষিক হৈ পৰিব আৰু এজনৰ দৃষ্টিত অনৈতিক বুলিও বিবেচিত হোৱা কথা এটা অন্য এজনৰ বিবেচনাত নৈতিক বুলি বিবেচিত হ'ব পাৰে যে There is nothing either good or bad, thinking makes it so. দাৰ্শনিক কান্তে নৈতিকতা সম্পৰ্কে আগ বঢ়োৱা absolute মতবাদ যদি অগ্ৰাহ্য কৰা যায় তেন্তে দায়বদ্ধতা বোলা কথা এটা নাথাকিব। কান্তৰ মতবাদৰ ওপৰত মন্তব্য দি Bertrand Russell এ কৈছিল : "Kant was never tired of pouring scorn on the view that the good consists of pleasure, or of anything else except virtue. And virtue consists in accepting what the moral law enjoins. A right action done from any other motive cannot count as virtuous. If you are kind to your brother because you are fond of him, you have no merit, but if you can hardly stand him and are nevertheless kind to him , because the moral law says you should be, then you are the sort of person that Kant thinks you aught to be." এই কথা স্পষ্ট যে নৈতিকতাবোধৰ কিছুমান নিৰ্দিষ্ট সূত্ৰ আছে যিবিলাক মানি চলাজনক virtuous বুলি ক'ব পাৰি। প্ৰশ্ন হয়, শুদ্ধ পথ কোনটো ? কোন ধৰণৰ নীতি-নিয়ম সাংবাদিকে অনুসৰণ কৰিব বা সেই নীতি-নিয়মসমূহ নিৰ্ধাৰণ কৰিব কোনে এই প্ৰশ্নবোৰো আছে। এজন সাংবাদিকে যেতিয়া কোনো বাতৰি পৰিৱেশন কৰে, যিটোক জাৰ্নেলিষ্টিক ভাষাত story বুলি কোৱা হয় তেতিয়া নৈতিকতাবোধৰ বাতৰি story টোৰ ক্ষতিকাৰক বুলি ভবা অংশটো লুকুৱাই ৰাখিব নেকি? এই ক্ষেত্ৰত তেওঁ নিজৰ ব্যক্তিগত নৈতিকতাবোধেৰে পৰিচালিত হ'বনে সমাজৰ যি প্ৰচলিত আৰু গৃহীত নৈতিকতাবোধ তাৰদ্বাৰা পৰিচালিত হ'ব ? নৈতিকতাবোধৰ ধাৰণাটোতে ব্যক্তিগত আৰু সামাজিক দুয়োটা দিশ নিহিত আছে । ব্যক্তিগত জীৱনত কিছুমান কাম কৰোঁতে দায়বদ্ধতাৰ প্ৰশ্নই ভূমুকি মাৰে আৰু সেইটোকে নৈতিকতাৰ প্ৰশ্নও বুলিব পাৰি। এনে বহুত সাংবাদিক আছে যিসকলে ভাব প্ৰকাশৰ স্বাধীনতাৰ অজুহাতত কোনো নৈতিকতাৰ প্ৰশ্নৰ লগত জড়িত হ'ব নোখোজে। কিন্তু স্বাধীনতাৰ লগতে দায়িত্ববোধৰ সম্পৰ্ক আছে—যিটোক নৈতিকতাবোধৰ প্ৰশ্ন বুলিও ক'ব পাৰি। জৱাহৰলাল নেহৰুৱে এবাৰ কৈছিল : "There is no such thing as absolute freedom. Freedom is always accompanied by responsibility. Freedom always entails an obligation, whether it is a nation's freedom,or individula's freedom or a group freedom or the freedom of the press." আমাৰ সংবিধানত ১৯(এ) অনুচ্ছেদে

প্রকাশৰ স্বাধীনতা প্ৰদান কৰিছে, কিন্তু একে সময়তে সেই অনুচ্ছেদৰে এটা অংশত এই স্বাধীনতা ব্যৱহাৰ কৰোঁতে কোনকেইটা বিষয়ত সাৱধান হ'ব লাগিব সেই কথাও কৈছে। প্ৰকাশৰ স্বাধীনতা ব্যৱহাৰ কৰোঁতে এই কথাও মনত ৰাখিব লাগিব যাতে ই আনৰ অধিকাৰ খৰ্ব নকৰে। এই ক্ষেত্ৰত ভল্টেয়াৰৰ এটা বিখ্যাত উক্তিৰ কথাও মনত পেলাব পাৰি ঃ "মই আপুনি কোৱা কথাখিনিৰ এটা শব্দৰ লগতো একমত নহয়, কিন্তু আপোনাৰ যে সেইখিনি কোৱাৰ অধিকাৰ আছে, সেইটো মই জীৱনৰ অন্তিম দিনলৈকে মানি ল'ম।"

সমগ্ৰ বিশ্বতে সময়ে সময়ে এই অভিযোগ শুনা যায় যে সংবাদপত্ৰই সমাজৰ প্ৰতি থকা দায়িত্বৰ কথা পাহৰি যায় আৰু সমাজৰ স্বাৰ্থ হানিকৰ কামত লিপ্ত হয়। যদিও সংবাদ মাধ্যমক নিয়ন্ত্ৰণ কৰিবলৈ আইন আছে, তথাপি এনে কিছুমান ক্ষেত্ৰ আছে যিবিলাকক আইনে স্পৰ্শ কৰিব নোৱাৰে। এইখিনিতে সংবাদপত্ৰৰ নৈতিকতাবোধৰ প্ৰশ্ন আহি পৰে। বহুত সাংবাদিকে বস্তুনিষ্ঠতাৰ দোহাই দি সমাজৰ ক্ষতি সাধন কৰিব পৰা বাতৰি পৰিৱেশন কৰাৰ এটা প্ৰৱণতা দেখুৱায়। এনে এটা প্ৰৱণতাৰ বাবেই আমেৰিকা যুক্তৰাষ্ট্ৰত হাট্‌চিনচ্ আয়োগ নিয়োগ কৰিব লগা হৈছিল। এই আয়োগে দিয়া কেইটামান মূল পৰামৰ্শ এনে ধৰণৰ—

- The Press should accept certain responsibilities towards this society.
- The responsibilities can be discharged by giving a true accurate, objective and balanced picture of the world.
- The Press should reflect the pluratistic character of the society.
- The Press should play a positive role in regulating crime, violence and social conflict.
- The Press should regulate itself, though within the context of law other social institution.

এই পৰামৰ্শসমূহৰপৰা এটা কথা স্পষ্ট হয় যে স্বাধীনতা আৰু দায়িত্ব দুয়োটা সমান্তৰালভাৱে আগ বাঢ়িব লাগিব। আমেৰিকা আৰু ব্ৰিটেইনত বহুতো সংবাদপত্ৰই দায়িত্বশীলতাৰ পৰিচয় নিদিয়াৰ বাবেই দুয়ো দেশতে আয়োগ গঠন কৰিব লগা হৈছিল আৰু ভাৰতত প্ৰেছ কাউন্সিলৰ জন্ম হৈছিল এনেবোৰ কাৰণতে। ইতিমধ্যে প্ৰেছ কাউন্সিলে ভাৰতৰ কেইবাখনো আগশাৰীৰ কাকতক বাতৰি পৰিৱেশনৰ ক্ষেত্ৰত সংযম ৰক্ষা কৰিবলৈ সোঁৱৰাই দিব লগা হৈছে। অৱশ্যে এতিয়া সংবাদ মাধ্যমত এক আচৰণ-বিধি আৰোপ কৰিব পৰা কৰ্তৃত্ব বুলি প্ৰেছ কাউন্সিলকে গণ্য কৰা হৈছে। ভাৰতৰ সংবাদপত্ৰসমূহৰ বাবে নৈতিক আচৰণ-বিধিৰ পোষকতা কৰিছিল প্ৰয়াত ডি আৰ মানকেকাৰে। ১৯৮৭ চনতে অধুনালুপ্ত 'The Illustrated weekly of India'ত লিখিছিল ঃ কিছু বছৰৰ আগতে আমেৰিকাত সীমিত সংখ্যক লোকৰ মাজত চলোৱা এটা সমীক্ষাত প্ৰকাশ পাইছিল যে ৬৫ শতাংশ লোকেই অভিমত দিছিল যে

সংবাদপত্রৰ কথাক বিশ্বাস কৰিব নোৱাৰি, কাৰণ বেছিভাগ সাংবাদিকেই অৰ্ধসত্যক বিকৃত ৰূপত প্ৰকাশ কৰিবলৈ বিচাৰে। ভাৰতীয় সংবাদপত্ৰৰ নৈতিক আচৰণ-বিধিৰ ওপৰত সেইবাবে মানকেকাৰে গুৰুত্ব আৰোপ কৰিছিল। কিন্তু 'Editor's Guild' আৰু দ্বিতীয় প্ৰেছ আয়োগে সাংবাদিকৰ কাৰণে আচৰণ-বিধি প্ৰস্তুত কৰিবলৈ অমান্তি হয়। মানকেকাৰে নিজে কেইটামান সকলোৱে গ্ৰহণ কৰিব পৰা বিধিৰ কথা উল্লেখ কৰিছে। যিকেইটাৰ ভিতৰত সৰ্বাধিক গুৰুত্ব দিয়া হৈছে মানৱীয় দিশসমূহৰ ওপৰত আৰু মানুহৰ ব্যক্তিগত জীৱনৰ গোপনীয়তাৰ ওপৰত। ১৯৫৩ চনত অল ইণ্ডিয়া নিউজ পেপাৰ এডিটৰছ কনফাৰেন্সে- The code of Ethics প্ৰস্তুত কৰিছিল। তাত সাংবাদিকসকলৰ ৰাজহুৱা স্বাৰ্থক সুৰক্ষিত কৰিবৰ বাবে আহ্বান জনোৱা হৈছিল। তদুপৰি, তাত সাংবাদিকসকলৰ নৈতিক দায়িত্ব আৰু সামাজিক দায়বদ্ধতা সম্পৰ্কে কোৱা হৈছে এনে ধৰণৰে-"to be alive to fundamental human and social rights, to observe restraint in reports dealing with tension leading to or likely to lead public disorder to assume responsibility for all information published, respect confidence, not to exploit their status for non-journalistic purposes, not to allow personal interest to influence professional conduct, not to demand or accept bribe, and not to give currency to rumours or loose talks affecting the private life of individuals".

এইবোৰ নীতি-নিৰ্দেশনা থকা সত্ত্বেও দুৰ্ভাগ্যবশতঃ সমগ্ৰ বিশ্বতে বহুতো সাংবাদিক এক নৈতিকতাবোধৰদ্বাৰা পৰিচালিত হোৱা নাই। বহু ক্ষেত্ৰত আনৰদ্বাৰা প্ৰভাৱিত হৈ উদ্দেশ্যপ্ৰণোদিতভাৱে ব্যক্তি বিশেষৰ বা একোটা সংগঠনৰ ভাবমূৰ্তি ম্লান কৰিবলৈ চেষ্টা কৰে।

বহুতো সাংবাদিকে নিজৰ পদ-মৰ্যাদা অপব্যৱহাৰ কৰি ব্যক্তিগত স্বাৰ্থ পূৰণৰ চেষ্টা কৰা দেখা যায়। এনেবিলাক কথাই সাংবাদিকৰ সন্মানীয় বৃত্তিটোত কালিমা সানিছে। ইংলণ্ডৰ অতি প্ৰাচীন আৰু সন্মানীয় কাকত 'The Times' যেতিয়া প্ৰথম প্ৰকাশ হৈছিল তেতিয়া ঘোষণা কৰা হৈছিল যে কাকতখনে বস্তুনিষ্ঠভাৱে বাতৰি পৰিৱেশন কৰিব আৰু ব্যক্তি বিশেষৰ চৰিত্ৰ হননৰ চেষ্টা নকৰিব। জন্মলগ্নৰপৰা এই নীতি অনুসৰণ কৰি আহিছে কাকতখনে। ভাৰতবৰ্ষতো এনে দুই-এখন কাকত আছে যিকেইখনে বহুতো প্ৰৰোচনা আৰু প্ৰলোভনক নেওচি নিজৰ নীতিত অটল হৈ আছে।

অসমৰ বাতৰিকাকত-আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস গ্ৰন্থৰ প্ৰৱীণ সাংবাদিক চন্দ্ৰপ্ৰসাদ শইকীয়াই কেইটামান গুৰুত্বপূৰ্ণ কথা কৈছে। তেখেতে লিখিছেঃ " পৰম্পৰাগতভাৱে সাংবাদিকৰ মূল লক্ষ্য হ'ল সত্যানুসন্ধান, অন্যায়, অবিচাৰৰ বিৰুদ্ধে ক্লান্তিহীন সংগ্ৰাম আৰু মানুহৰ সমস্যাৰ বিষয়ে মানুহৰ ধাৰণা গাঢ় কৰা। সাংবাদিক সৰ্বদায় গণতন্ত্ৰৰ সপক্ষে : আন অনেকৰ দৰে গণতন্ত্ৰ সাংবাদিকৰ বাবে এক বৃত্তিগত অথবা আবেগিক কৌশল হ'ব নোৱাৰিব সাংবাদিকৰ বাবে

সত্যানুসন্ধান আৰু গণতন্ত্ৰ হ'ব লাগিব এক দৰ্শন আৰু বিশিষ্ট চৰিত্ৰ। গণতন্ত্ৰ মৰ্যাদা সমাজৰ তৃণমূল পৰ্যায়ৰ মানুহৰ শক্তিৰ ওপৰত নিৰ্ভৰশীল। গণতন্ত্ৰ আৰু জনসাধাৰণৰ প্ৰতি দায়বদ্ধতা কাকতৰ প্ৰাণস্বৰূপ হোৱাৰ বাবে প্ৰকৃত সাংবাদিক সকলো ধৰণৰ সন্ত্ৰাস, ভীতি প্ৰদৰ্শন আৰু মনবিৰোধী ব্যৱহাৰ দুৰ্ঘোৰ বিৰোধী। বাতৰিকাকতৰ মূল সম্পদ হ'ল বিশ্বাসযোগ্যতা, সেয়েই হ'ল তাৰ জীৱনীশক্তি। যেতিয়াই পাঠকে উপলব্ধি কৰিবলৈ আৰম্ভ কৰিব কাকতে তাৰ বিশ্বাসযোগ্যতা হেৰুৱাইছে তেতিয়াই সেই কাকতৰ প্ৰতি মানুহৰ আস্থা দ্ৰুতগতিৰে লোপ পাব। শাসনৰ দায়িত্বত থকাসকলৰ দুৰ্নীতি, ক্ষমতাৰ অপব্যৱহাৰ, বিসংগতি আদি জনচক্ষুৰ সমুখলৈ অনাটো কাকতৰ দায়িত্ব। কিন্তু তদন্তমূলক আৰু চমকপ্ৰদ অথবা অতিৰঞ্জিত সাংবাদিকতাৰ মাজত পাৰ্থক্য নৰখালৈকে এখন কাকত দুৰ্নীতি-পত্ৰত পৰিণত হোৱাৰ আশংকা অধিক। সাংবাদিকে নিজৰ বাতৰি প্ৰকাশৰ স্বাধীনতাৰ ক্ষেত্ৰত কোনোপধ্যেই আপোচ কৰিব নালাগিব। কিন্তু কাকতৰ স্বাধীনতা যিকোনো অপ্ৰাসংগিক কথা প্ৰকাশ কৰাৰ পাৰ-পত্ৰ হ'ব নালাগিব।" এই কথাখিনি গুৰুত্বপূৰ্ণ আৰু সাংবাদিকতাৰ বৃত্তি হিচাপে লোৱাসকলে সেইখিনি মনত ৰখা ভাল। সংবাদপত্ৰৰ অবাধ স্বাধীনতাই সমাজৰ অপকাৰো কৰিব পাৰে। প্ৰাক্-স্বাধীনতাৰ কালছোৱাত সংবাদ সেৱাৰ লগত জড়িত থকা মহাত্মা গান্ধীয়ে স্ব-নিয়ন্ত্ৰণৰ ওপৰত গুৰুত্ব আৰোপ কৰি লিখিছিল—"The sole aim of journalism should be service. The news paper press is a great power, but just as unchained torrent to water submerges the whole countryside and devastatcs crops, even so an uncoltrolled pen serves to destory. If the control is from without if proves more poisonous than want of control. If can be profitable only when excercised from within."

যদি এজন সাংবাদিক নিজ বিবেকৰদ্বাৰা পৰিচালিত নহয়, কিছুমান নীতি-নিয়ম মানি নচলে, তেন্তে বাহিৰৰপৰা আৰোপ কৰা কিছুমান নীতি-নিয়ম ফলদায়ক নহ'ব। সাম্প্ৰতিক কালছোৱাত অসমত বাতৰিকাকতৰ সংখ্যা বাঢ়িছে। কিন্তু দুৰ্ভাগ্যবশতঃ বহুত সাংবাদিকে এক নৈতিকতাবোধৰদ্বাৰা পৰিচালিত হোৱা নাই। এক অশুভ প্ৰতিযোগিতাই গা-কৰি উঠিছে আৰু এই প্ৰতিযোগিতাত নৈতিকতাবোধে মেলানি মাগিছে। এনে প্ৰতিযোগিতাৰ অশুভ ফল হ'ব পাৰে হালধীয়া সাংবাদিকতা। আমেৰিকাত হালধীয়া সাংবাদিকতা আৰম্ভ হৈছিল যোছেফ পুলিট্‌জাৰ আৰু উলিয়াম ৰেডৰল হাৰ্টছৰ প্ৰতিযোগিতাৰ ফলত। তেনেবোৰ কাকতে সাময়িক চাঞ্চল্য সৃষ্টি কৰিব পাৰে, কিন্তু অন্তিম বিচাৰত সমাজৰ মংগল সাধিব নোৱাৰে। সমাজ জীৱনৰ মংগলৰ প্ৰতি সামান্য অৰিহণা দিব নোৱাৰিলে কোনো ব্যক্তিৰ বা সংগঠনৰ গুৰুত্ব নাথাকে।

☐ প্ৰফুল্ল ৰাজগুৰু

***

দ্বিতীয় অধ্যায়

# সংবাদ : সংজ্ঞা, উপাদান আৰু বিভিন্ন সংবাদ

## সংবাদৰ সংজ্ঞা

মানুহৰ জনাৰ আগ্ৰহ বা কৌতূহলৰ কোনো সীমা নাই। এই কৌতূহল এতিয়া একোটি নিৰ্দিষ্ট গাঁও-অঞ্চলতে সীমাবদ্ধ হৈ নাথাকি ধাৱিত হৈছে এখন ৰাজ্যলৈ আৰু এখন ৰাজ্যৰপৰা সমগ্ৰ দেশ; শেহান্তৰত বিশ্বৰ বিভিন্ন প্ৰান্তলৈ। মানুহৰ এনে অন্তহীন কৌতূহলৰ ওপৰত ভিত্তি কৰিয়ে আৱিৰ্ভাৱ হৈছে সংবাদপত্ৰ অথবা অন্যান্য সংবাদ মাধ্যমৰ। সম্প্ৰতি সংবাদজগতখন অত্যন্ত দ্ৰুত গতিত সম্প্ৰসাৰিত হ'ব ধৰিছে। সংবাদ সচেতন দেশসমূহত আজি সংবাদ, সাংবাদিক, সাংবাদিকতা আদিবিষয়ক লৈ অহৰহ গৱেষণা চলিছে; নিত্য নতুন চিন্তা-ভাবনাৰ উন্মেষ ঘটিছে। আমোদজনকভাৱে সংবাদ, সাংবাদিকতা আদিৰ কিন্তু আজিও সৰ্বজন গ্ৰহণযোগ্য, একাষাৰতে ক'ব পৰা বিধৰ সংজ্ঞা নিৰূপণ হোৱা নাই। সংবাদজগতখনৰ বিশালতা আৰু পৰিৱৰ্তনশীলতাৰ দৰেই যেন সংবাদৰ সংজ্ঞাৰ সংখ্যা বাঢ়িব ধৰিছে আৰু সংজ্ঞাৰ ধাৰণাৰো নিতৌ পৰিৱৰ্তন হৈছে। এই প্ৰসংগত 'প্ৰফেছনেল জাৰ্নেলিষ্ট' গ্ৰন্থৰ লেখক জন হোহেন বাৰ্গৰ মতামত বেছ প্ৰণিধানযোগ্য। তেওঁৰ ম'তে পৃথিৱীত যিমান সাংবাদিক আছে সম্ভৱতঃ সংবাদৰ সংজ্ঞাও সিমানেই আছে। তথাপি তেওঁ নিজে যিটো সংজ্ঞাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল, সেইটো হ'ল—News is an event of idea or opinion that is timely, that interests or affects a large number of people in a community and that is capable of understanding of being understood. আনহাতে, পেছাদাৰী সংবাদ হিচাপে তেওঁ 'নিউ ইয়ৰ্ক টাইমছ'ৰ প্ৰাক্তন কাৰ্যবাহী-সম্পাদক টাৰ্নাৰ কাটলেজৰ—News is anything you didnot know yesterday—সংজ্ঞাটোতো গুৰুত্ব প্ৰদান কৰিছে। আনহাতে 'NEWS' শব্দটোৰ বৰ্ণকেইটায়ো এক সংজ্ঞা প্ৰদান কৰিছে। ইয়াৰ N= North, E= East, W= West,আৰু S = South, অৰ্থাৎ পৃথিৱীৰ চতুৰ্দিশে ঘটা আটাইবোৰেই সংবাদ। অৱশ্যে এইকেইটা সংজ্ঞাই যে সংবাদ সম্পৰ্কে এক স্বয়ং সম্পূৰ্ণ ধাৰণা দিব পাৰিব এই কথা ক'ব পৰা নাযায়। তথাপি সামগ্ৰিক পৰিস্থিতি আৰু বিচাৰ বোধেৰে সংবাদৰ সংজ্ঞাক সুনিৰ্দিষ্ট ৰূপত উপস্থাপন কৰাটো অসম্ভৱ নহয়।

'নিউ ইয়ৰ্ক ছান' কাকতৰ প্ৰখ্যাত সাংবাদিক চাৰ্লছ এ. ডানাৰ মতে যিবোৰ বিষয়ে সমাজৰ এক বৃহৎ অংশৰ লোকক কৌতূহলী কৰি তোলে আৰু যিবোৰ বিষয়-কথা-

ঘটনাই পূৰ্বতে কেতিয়াও তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰা নাছিল, সেয়ে সংবাদ। সম্প্রতি বিশেষভাৱে মনোযোগ আকৰ্ষক এই সংজ্ঞাৰ উপৰিও আছে চিৰ-পৰিচিত, পুৰাতন সংজ্ঞা ঃ যদি কুকুৰে মানুহক কামোৰে সি সংবাদ নহয়, কিন্তু মানুহে কুকুৰক কামোৰাটোহে সংবাদ হয়। এনে বহু সংজ্ঞা চালি-জাৰি চাই সংবাদ সমালোচকসকলে ক'ব খোজে যে সংবাদ হৈছে কিছুমান ঘটনা: চিন্তা-ভাবনা বা মতামত, যিবোৰৰ যোগেদি সমাজৰ একোটা বৃহৎ অংশ কিবা নহয় কিবা প্ৰকাৰে প্ৰভাৱিত হয়; যাৰ প্ৰতি সাধাৰণ পাঠক আগ্ৰহী হৈ উঠে আৰু যিবোৰ বিষয়ৰ প্ৰতি মানুহে নপঢ়া/নেদেখা পৰ্যন্ত অজ্ঞ আছিল। সাধাৰণভাৱে চাবলৈ গ'লে জীৱন সম্পৰ্কে আগ্ৰহ জন্মাব পৰা সৰু-বৰ সকলো ঘটনাই সংবাদ। সমাজৰ বৃহৎ অংশ এটাক আকৰ্ষণ কৰিব পৰা কোনো ব্যক্তি, বস্তু বা বিষয়ৰ যিমান ধৰণৰ বহিঃপ্ৰকাশ সম্ভৱ, সেই আটাইবোৰেই সংবাদ।

এই আলোচনাৰপৰা এটা কথা স্পষ্ট যে কোনো পুৰণা ঘটনা বা বিষয়— যিবিলাকৰ প্ৰতি মানুহ কেতিয়াও কৌতূহলী হৈ নুঠে, সেইবোৰ সংবাদ হʼব নোৱাৰে। সংবাদৰ এই পূৰ্বে নেদেখা-নজনা আৰু কৌতূহল সৃষ্টি কৰিব পৰা বৈশিষ্ট্যৰ বাবেই, 'কুকুৰক মানুহে কামোৰা' ধৰণৰ ঘটনাৰ প্ৰাসংগিকতা আহি পৰে। এই কথা আটাইৰে বিদিত যে কুকুৰে কামোৰাটোৱেই তাৰ ধৰ্ম। এতেকে কুকুৰে মানুহক কামুৰিলে সি সংবাদ বা বাতৰি হ'ব নোৱাৰে। ইয়াৰ বিপৰীতে কুকুৰক কামোৰাটো মানুহৰ ধৰ্ম নহয়; গতিকে মানুহে কুকুৰক কামুৰিলে সংবাদৰূপে পৰিগণিত হ'বলৈ বাধ্য। কিন্তু পৰিস্থিতি অনুযায়ী কুকুৰে মানুহক কামুৰিলেও সংবাদ হ'ব পাৰে। ধৰা হওক এজন ৰাষ্ট্ৰৰ মুৰব্বী বা অন্য ভি.আই.পি.ক কুকুৰে কামুৰিলে অথবা কোনো ৰাষ্ট্ৰৰ নেতা বা ভি.আই.পি.ৰ কুকুৰে হঠাৎ তেওঁলোকৰ অতিথি-অভ্যাগতক কামুৰিলে, তেতিয়া সেই ঘটনাও কোনো কোনো সংবাদ মাধ্যমৰ বাবে সংবাদ হ'ব পাৰে। সেয়েহে প্ৰখ্যাত জাৰ্মান সাংবাদিক জাৰ্টুড ষ্টেইনৰ দৰেই ক'ব পাৰি ঃ সংবাদ হ'ল—সংবাদ আৰু সংবাদ। সংবাদৰ সংজ্ঞা সংবাদ নিজেই; যিসময়ত যিধৰণৰ সংবাদ পৰিৱেশিত হৈছে সেই নিৰ্দিষ্ট শৈলী বা বৈশিষ্ট্যটোৱেই সংবাদৰ সংজ্ঞা।

*(স.স.)*

## সংবাদৰ উপাদান

সংবাদৰ সংজ্ঞাবিষয়ক আলোচনাৰপৰাও সংবাদৰ উপস্থাপন সম্বন্ধে মোটামুটি এটা ধাৰণা কৰিব পৰা যায়। সংবাদৰ সৈতে মানুহৰ 'আগ্ৰহ'ৰ সম্বন্ধ অতি নিবিড়; কিয়নো সংবাদ হ'বলৈ হ'লে সেই ঘটনা বা বিষয়ে মানুহৰ আগ্ৰহ সৃষ্টি কৰিব পাৰিব লাগিব। অৱশ্যে সংবাদ সম্পৰ্কীয় আগ্ৰহ বিষয়টো নিৰ্দিষ্ট গণ্ডীৰ ভিতৰত আবদ্ধ কৰিব পৰা নাযায়। কিয়নো ই বহু সময়ত পাঠকৰ ব্যক্তিগত পছন্দ-অপছন্দ, ইচ্ছা-অনিচ্ছাৰ ওপৰত নিৰ্ভৰশীল। আকৌ স্থান, পৰিৱেশ আৰু সময়ভেদে মানুহৰ আগ্ৰহৰ সীমা পৰিৱৰ্তিত আৰু পৰিৱৰ্ধিত হ'ব ধৰিছে। তথাপি মানুহক(পাঠক -সমাজ) আগ্ৰহী

কৰিব পৰা সংবাদবোৰ উৎপত্তি হ'ব লাগিব প্ৰতিজনৰ আকাংক্ষা, অৰ্থ, যৌনতা, যুদ্ধ, সংগ্ৰাম, ধৰ্ম, ৰাজনীতি, সংস্কাৰ, কু-সংস্কাৰ, খেলা, বিনোদন, অসাধাৰণত্ব, বীৰত্বৰ বন্দনা, বিজ্ঞান, প্ৰকৃতি, দুঃখ, আৱিষ্কাৰ, বুদ্ধিমত্তা, স্বাস্থ্য, আনন্দ লাভ, অপৰাধমূলক আদি বিভিন্ন বিষয়ৰপৰা।

সংবাদ সকলো সময়তে নতুন হ'ব লাগিব। মানুহে নতুন বিষয়ৰ সৈতে অৱগত হোৱাৰ উদ্দেশ্যেই সংবাদপত্ৰ পঢ়ে (বা অন্যান্য সংবাদ মাধ্যমৰ কাষ চাপে)। সংবাদত এনে বিষয় থকাটো প্ৰয়োজনীয়, যিটো পূৰ্বে মানুহে জনা নাছিল। এক তত্ত্ব অনুসৰি NEWS শব্দটোৰ মাজত সংবাদৰ দুটা উপাদান লুকাই আছে। এটা চৰিত্ৰ, অৰ্থাৎ বৰ্তমান আৰু আনটো NEW, অৰ্থাৎ নতুনত্ব—যি ঘটনা এইমাত্ৰ ঘটিছে আৰু যি আগতে ঘটা নাই। অৱশ্যে সাম্প্ৰতিক কালত এই মুহূৰ্তত ঘটি থকা ঘটনাও টেলিভিছনৰ কৃপাত জীৱন্ত ৰূপত সংবাদৰূপে চকুৰ আগত ভাহি উঠিছে। তাৰ বিপৰীতে কেতিয়াবা আগতে ঘটা ঘটনাও সংবাদ হ'ব পাৰে, যদি কোনো বিশেষ কাৰণত সি নতুন মাত্ৰা বা গুৰুত্ব লাভ কৰিছে।

সংবাদৰ অন্য এটা উপাদান হৈছে, ই সদায় ব্যতিক্ৰমধৰ্মী। পাঠকে "হাজাৰখন ৰেলগাড়ীৰ বিষয়ে জানিবলৈ অকণো আগ্ৰহী নহয়, যিবিলাক লক্ষ্যস্থানত গৈ যথাস্থানত সুকলমে উপস্থিত হয়গৈ; কিন্তু ৰেল আলিৰপৰা বাগৰি দুৰ্ঘটনাত পাতিত হোৱা একমাত্ৰ ৰেলগাড়ীখনৰ বিস্তাৰিত বিৱৰণ জানিবলৈ বিচাৰে।" ইয়াৰ অৰ্থ এই যে—সৰ্বসাধাৰণ, স্বাভাৱিক ঘটনা বা বিষয়ৰ প্ৰতি মানুহৰ কৌতূহল নাথাকে। অৰ্থাৎ সেইবোৰ ঘটনাত ব্যতিক্ৰমধৰ্মী চৰিত্ৰ নাই। যিহেতু কোনো ব্যতিক্ৰম অস্বাভাৱিক ঘটনাই মানুহৰ মনত কৌতূহল জন্মাব পাৰে, সেয়ে সেইজাতীয় ঘটনা বা বিষয় সংবাদ হ'বৰ যোগ্য। সংক্ষেপে এই কথা ক'ব পাৰি যে নতুন আৰু ব্যতিক্ৰম প্ৰকৃতিৰ যি ঘটনা জানিবৰ বাবে মানুহৰ আগ্ৰহ জন্মে সেয়ে সংবাদ। সাধাৰণ মানুহৰ স্বাভাৱিক মৃত্যুক লৈ মানুহৰ কোনো আগ্ৰহ নাই। কিন্তু সেই সাধাৰণ লোকৰে যদি অস্বাভাৱিক মৃত্যু হয়, তেতিয়া মানুহ কৌতূহলী হৈ উঠে, তেওঁলোকে জানিব বিচাৰে সেই মৃত্যুৰ কাৰণ কি, ইত্যাদি।

সমগ্ৰ পৃথিৱীৰ চুকে-কোণে প্ৰতিদিনে যিমান ঘটনা ঘটে, তাৰ প্ৰতি সামান্য অংশইহে সংবাদ মাধ্যমত স্থান লাভ কৰে। প্ৰকৃতাৰ্থত সকলো ঠাইতে সকলো খবৰৰ গুৰুত্ব সমান নহয়। সংবাদৰ উপাদান থকা সত্ত্বেও স্থান-সময় ভেদে সংবাদৰ গুৰুত্বৰো ভিন্নতা আহি পৰে। কোনো বিশেষ অঞ্চল বা ঠাইৰ বাবে অতি গুৰুত্বপূৰ্ণ বা ডাঙৰ সংবাদো অন্য এটা অঞ্চলৰ বাবে নিচেই সাধাৰণ বা সৰু সংবাদৰূপে বিবেচিত হ'ব পাৰে। সেয়ে সংবাদৰ উপাদানতকৈয়ো কেতিয়াবা সাংবাদিকতাৰ উদ্দেশ্য আৰু নীতি আওকাণ নকৰাকৈ উপস্থাপন কৰাৰ ওপৰতে সংবাদটোৰ প্ৰাসংগিকতা নিৰ্ভৰ কৰে। অৱশ্যে অধিকাংশ ঘটনাৰ ক্ষেত্ৰতে সংবাদৰ ভিতৰত থকা উপাদানৰ সাদৃশ্য দেখা যায়।

*(স.স.)*

## সংবাদ মূল্য

সকলো সংবাদক সংবাদ বুলি ক'ব নোৱাৰি। সংবাদ জগতত এই বহুল প্ৰচাৰিত সত্যটো প্ৰধানকৈ কোনো সংবাদৰ সংবাদ মূল্যৰ ওপৰত নিৰ্ভৰ কৰে। কোনটো খবৰ হ'ব, কোনটো খবৰ নহয় সেয়া নিৰ্ভৰ কৰিব খবৰটিৰ এলেকা, সময়ৰ গুৰুত্বৰ ওপৰত। ইংলণ্ডৰ মাটিত আজি দিনৰ যি ঘটনাৰ বাতৰিয়ে গুৰুত্ব পাইছে সেয়া ভাৰতত গুৰুত্ব নাপাবও পাৰে। কাৰণ সেই খবৰটো ইংলণ্ডৰ বাবে বেছি গুৰুত্বপূৰ্ণ হ'লেও ভাৰতৰ বাবে গুৰুত্বপূৰ্ণ নহ'বও পাৰে। এই ধৰণৰ কথাৰ ওপৰত ভিত্তি কৰি সংবাদমূল্যক গুৰুত্ব দিয়া হয়।

সংবাদমূল্য চাৰিটা বিষয়ৰ ওপৰত নিৰ্ভৰ কৰে।

১। নৈকট্য ২। সময়ানুবৰ্তিতা ৩। আকৃতি আৰু ৪। গুৰুত্ব।

১। **নৈকট্য :** সংবাদ একোটাই সকলো স্থানত সমানে গুৰুত্ব নাপায়, কিয়নো সেই সংবাদটো কোন ঠাইৰ? গুজৰাটত হোৱা ভূমিকম্পৰ ধ্বংসলীলাই ভাৰতত যিমান গুৰুত্ব লাভ কৰিব সেয়া অমেৰিকাত সিমান গুৰুত্ব নাপায়। ঠিক সেইদৰে চীন দেশৰ এটা ৰেল দুৰ্ঘটনাই আমাৰ সংবাদজগতক তথা পাঠকক বেছি প্ৰভাৱিত নকৰে। বিহাৰৰ বা পাঞ্জাৱত ঘটা ৰেল দুৰ্ঘটনাৰ খবৰে আমাৰ দেশত বেছি গুৰুত্ব পাব। ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ পৰিৱৰ্তনৰ খবৰত পাকিস্থান বা বাংলাদেশ যিমান আগ্ৰহী হ'ব ইউৰোপৰ কোনো দেশ সিমান আগ্ৰহী নহয়। কাৰণ একেবাৰে সমীপত বা নিকট অঞ্চলত হোৱা খবৰে পাঠকক সিমান প্ৰভাৱিত কৰিব বাহিৰৰ নতুন দূৰ দেশৰ খবৰে সেয়া নকৰে। ঠিক সেইদৰে অসমৰ বঙাইগাঁৱত ঘটা পথ দুৰ্ঘটনাৰ খবৰে সেই অঞ্চলৰ মানুহক যিমান প্ৰভাৱিত কৰিব শিৱসাগৰৰ মানুহক সেয়া নকৰাই স্বাভাৱিক। অৰ্থাৎ ঘৰৰ ওচৰৰ খবৰ পাঠকৰ বাবে বহু মূল্যৱান ৰূপত স্থান পায়। দূৰৰ ঠাই বা দেশত ঘটা ঘটনাই মানুহক ইমান বেছি প্ৰভাৱ বিস্তাৰ নকৰে। আকৌ ব্ৰিটেইনত থকা ভাৰতীয় ৰাষ্ট্ৰদূতৰ ৰহস্যজনকভাৱে মৃত্যু হ'লে ভাৰতীয় জনসাধাৰণে তথা পাঠকে সেই ঘটনাৰ খবৰক সিমান গুৰুত্ব দিব ব্ৰিটেইনৰ জনসাধাৰণে সেই সংবাদক সিমান গুৰুত্ব নিদিয়ে। কাৰণ ঘনিষ্ঠ বা নিকট বা ওচৰৰ নহ'লে বেছিভাগ খবৰেই পাঠকক আগ্ৰহী নকৰে।

২। **সময়ানুবৰ্তিতা :** সংবাদৰ সংজ্ঞামতে যিবিলাক নতুন তথা বৰ্তমানৰ সংবাদ সিয়েই সংবাদ হিচাপে পৰিগণিত হয়। অতি দ্ৰুত গতিত আগবাঢ়ি যোৱা সমাজ আৰু সময়ৰ সৈতে, সংবাদজগতে খোজ মিলাব পাৰিলেহে 'সংবাদ' তাৰ গুৰুত্ব পাবলৈ সক্ষম হ'ব। কোনো গুৰুত্বপূৰ্ণ ঘটনাৰ খবৰ এদিন, এঘণ্টা বা মুহূৰ্তৰ ভিতৰতে প্ৰকাশ কৰিব নোৱাৰিলে বা সংগ্ৰহ কৰিবলৈ অক্ষম হ'লে সেয়া সংবাদ সেৱাৰ বাবে ডাঙৰ পৰাজয় আৰু সেই সময় অতিক্ৰম হ'লে সেয়া বাহি খবৰ হিচাপে স্থান পায়। সংবাদপত্ৰৰ ক্ষেত্ৰত খবৰ এটা পুৰণি হোৱাৰ সময় ২৪ ঘণ্টা, ৰেডিঅ' বা

টেলিভিছনৰ ক্ষেত্ৰত সেই সময়-সীমা প্ৰত্যেকটো মুহূৰ্ত। গণমাধ্যমত পুৰণা ঘটনাৰ কোনো সন্মান নাই। খবৰ মানে কিছু নহয় কিন্তু পৰিৱৰ্তন আৰু নতুনত্ব থকা কোনো ঘটনা বা বিষয়। এই ক্ষেত্ৰত এজন পাঠকৰ বাবে এই সময়ানুবৰ্তিতা যিমান প্ৰয়োজনীয়, তাতকৈয়ো বেছি প্ৰয়োজনীয় সংবাদদাতা বা সংবাদ কৰ্মীৰ বাবে। সংবাদজগতৰ লগত জড়িত থকাসকলে কোনো সংবাদ পাঠকৰ ওচৰলৈ সময়মতে পঠাই দিলেই পাঠকৰ বাবে সি আনুষ্ঠানিক ৰূপত খবৰ হিচাপে গণ্য হয়। গতিকে সময়ানুবৰ্তিতাই সংবাদৰ মূল্যমান নিৰ্ধাৰণৰ ক্ষেত্ৰত প্ৰথম পদক্ষেপ হিচাপে স্থান পাইছে।

৩। **আকৃতি :** যিকোনো এটা খবৰ যিমানেই ডাঙৰকৈ বা আহল-বহল ৰূপত প্ৰকাশ পায়, মানুহৰ দৃষ্টি সিমানেই বেছিকৈ তাত পৰে। সাধাৰণতে বাতৰিকাকতৰ প্ৰথম পৃষ্ঠাত যিবোৰ খবৰ প্ৰকাশিত হয়, সেইবোৰ সেই দিনটোৰ আটাইতকৈ গুৰুত্বপূৰ্ণ খবৰ হিচাপে বিবেচিত হয়। ইয়াৰ ভিতৰত কেইটামান খবৰে অধিকাংশ ঠাই অধিকাৰ কৰি থাকে। ইয়াৰ শিৰোনামাও যথেষ্ট ডাঙৰ আকাৰত প্ৰকাশ পায়। এই খবৰবোৰক ফাৰ্ষ্টলিড, ছেকেণ্ড লিড, এংকৰ ইত্যাদি বিশেষণৰূপে অভিহিত কৰা হয়। একেদৰে ৰেডিঅ' বা টেলিভিছন সংবাদত প্ৰথমৰ ফালে বেছি অংশ জুৰি যি খবৰ প্ৰচাৰিত হয়, সেইবোৰ হ'ল সেইদিনটোৰ বা সেই সময়লৈকে পোৱা গুৰুত্বপূৰ্ণ খবৰ। সংবাদমূল্যৰ বিচাৰত এই খবৰবোৰৰ গুৰুত্ব অপৰিসীম। যদিও চৰকাৰী আৰু বেচৰকাৰী গণমাধ্যমৰ ক্ষেত্ৰত সংবাদমূল্যৰ গুৰুত্ব সংবাদভেদে কম বেছি হোৱা দেখা যায়। অতি গুৰুত্বপূৰ্ণ খবৰ সকলো গণমাধ্যমত সকলো সময়ত সমানভাৱে সংবাদমূল্যৰ স্থান নাপায়।

৪। **গুৰুত্ব :** কেতিয়াবা অতি সৰু জোখৰ সংবাদো গুৰুত্বপূৰ্ণ হৈ পৰে। এই সংবাদমূল্য নিৰ্ভৰ কৰে, খবৰবোৰ মানুহৰ বাবে কিমান গ্ৰহণযোগ্য, প্ৰয়োজনীয়, অৰ্থবহ আৰু খবৰবোৰে মানুহৰ মাজত কিমান আকৰ্ষণৰ সৃষ্টি কৰিছে তাৰ ওপৰত। খবৰৰ গুৰুত্ব নিৰ্ভৰ কৰে, বিশেষ সংবাদ মাধ্যমে বিশেষভাৱে নিজস্ব কৌশলৰ মাজেদি উপস্থাপন কৰাৰ ওপৰত। এখন সংবাদপত্ৰৰ বাবে যিটো গুৰুত্বপূৰ্ণ, আন এখনৰ বাবে সেয়া গুৰুত্বপূৰ্ণ নহ'বও পাৰে।

জন হোহেনবাৰ্গে সংবাদমূল্য হিচাপে সময়ানুবৰ্তিতা, সঠিকতা আকৰ্ষণ আৰু বিশ্লেষণক গুৰুত্ব দিছে। তেওঁ কৈছে— সংবাদটি যদি মানুহে বুজিয়েই নাপায়, তেনেহ'লে নিৰ্ভুলতা, আকৰ্ষণ বা সময়ানুবৰ্তিতাৰ মূল্য ক'ত ? তেওঁৰ মতে ......... there is news in everything if you know where to look for.... It not something done by slide rule, examined under a microscope, or counted up and adding machine.

সাধাৰণতে সংবাদমূল্য চাৰিটা বিষয়ৰ ওপৰতে নিৰ্ভৰশীল যদিও দেশ, কাল, সময়, পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত সংবাদমূল্য পৰিৱৰ্তিত হৈ থাকে। এই গুৰুত্ব নিৰ্ভৰ

কৰে সংশ্লিষ্ট খবৰটো কোন দেশৰ, সেই দেশৰ সামাজিক চাল-চলন কেনেকুৱা, ৰাজনৈতিক পৰিস্থিতি কেনে, অৰ্থনৈতিক আৰু প্ৰশাসনিক পৰিকাঠামো কেনে ধৰণৰ আৰু সামগ্ৰিকভাৱে দেশৰ মানুহৰ মানসিকতাৰ ওপৰত। (স. স.)

## খবৰৰ উৎস-সন্ধান

সংবাদৰ উৎস বিচৰাৰ বহুকেইটা উপায় আছে। তলত তাৰে চাৰিটা মুখ্য উপায় উল্লেখ কৰা হ'ল —

- খবৰ সংগ্ৰহৰ বাবে বাতৰিকাকতৰ বহুতো সাংবাদিকৰ কিছুমান নিৰ্দিষ্ট বীট (beat) আৰু ৰাণছ (runs)থকা দেখা যায়। একোখন ঠাই বা অঞ্চলত খবৰৰ সন্ধান দিব পৰা অনেক লোক থাকে। সাংবাদিকসকলে এনে লোকৰ সৈতে নিয়মীয়াকৈ যোগোযোগ ৰক্ষা কৰি চলে। আনহাতে প্ৰত্যেক সংবাদদাতাৰ বাবে স্থানীয় আৰক্ষী থানাখনো এটা বীট হ'ব পাৰে। এতেকে তেওঁ বাতৰি-উৎসৰ সন্ধানত, প্ৰথম পদক্ষেপ হিচাপে সংশ্লিষ্ট ঠাই বা অঞ্চলৰ আৰক্ষী থানাৰ সুবিধা গ্ৰহণ কৰে। সামগ্ৰিকভাৱে এজন সাংবাদিকে বাতৰিৰ প্ৰত্যেকটো উৎসৰ সৈতে সম্পৰ্ক স্থাপন কৰে; কিন্তু সদায় সমান গুৰুত্বপূৰ্ণ বা-বাতৰি নাপাবও পাৰে। তথাপি তেওঁ প্ৰাপ্ত সংবাদ/তথ্যৰ ভিত্তিত যথাযথ ৰীতি অনুসৰি বাতৰি যুগুতাব লাগে। অৱশ্যে পৰিস্থিতি অনুযায়ী সংবাদদাতাজনে সম্পাদকক অৱগত কৰে আৰু তেতিয়া সম্পাদকে সেই বাতৰি লিখিবলৈ অন্য এজন সাংবাদিককো দায়িত্ব দিব পাৰে অথবা ৰাণছ অৰ্থাৎ প্ৰকাশনৰ সময় নিৰূপণ কৰি দিব পাৰে।
- প্ৰতিটো গুৰুত্বপূৰ্ণ ঘটনা(বাতৰিযোগ্য)ৰ বাবে সম্পাদকেই সাংবাদিকক ভাগে-ভাগে দায়িত্ব অৰ্পণ কৰে। অৰ্থাৎ সম্পাদকৰ নিৰ্বাচন/পছন্দ অনুসৰি খবৰ সংগ্ৰহ তথা বাতৰি যুগুত কৰিব লাগে। এনেদৰে নিৰ্দেশিত বা স্থিৰ কৰি দিয়া দায়িত্বৰ ভিতৰত বাতৰিৰ শিৰোনামা, লগ কৰিব লগা ব্যক্তি, বাতৰি যুগুতাই দিয়াৰ সময়, বাতৰিটোৰ দৈৰ্ঘ আৰু সাধাৰণতে বাতৰিটোৱে সামৰিব লগা বিষয় আদি কথাবোৰ জড়িত হৈ থাকে। বাতৰি যুগুতাবৰ বাবে এনেদৰে আগতীয়াকৈ উদ্ভুত ধাৰণাৰ অন্তৰালত বহুত উৎসই সহায় কৰে।
- সম্ভাব্য ঘটনাৰ বিষয়ে আগতীয়াকৈ জানিলে অথবা কিবা এটা ঘটনা ইতিমধ্যে ঘটিছে বুলি শুনিলেই এজন সাংবাদিকে সেই প্ৰাৰম্ভিক সংবাদ সূত্ৰৰ আঁত ধৰি অধিক খা-খবৰ/তথ্য আহৰণৰ চেষ্টা কৰে। এইক্ষেত্ৰত সংবাদদাতাজনে লাভ কৰা টিপ(tip)টো এটা বীটতকৈ পৃথক; কিয়নো তেওঁ জানিবলৈ পোৱা সংবাদটো সম্ভৱত: সম্পাদক অথবা সম্পাদনা মেজৰ কোনোজনৰে জ্ঞাত নহয়। অৰ্থাৎ তেওঁলোকে আগতীয়াকৈ জনা ঘটনাৰ লগত সম্প্ৰতি সংবাদদাতাজনে গম পোৱা ঘটনাটোৰ সম্পৰ্ক নাই। অৱশ্যে সংবাদদাতাজনৰ খবৰৰ ভিত্তিত

এনে ধৰণৰ সংবাদ সংগ্ৰহৰ বাবেও সম্পাদকে সংশ্লিষ্ট সংবাদদাতাজন বা আনক দায়িত্ব অৰ্পণ কৰিব পাৰে। কিন্তু এজন সদা-সচেতন আৰু উদ্যমী সংবাদদাতাই বীটৰ সহায় নোলোৱাকৈ অথবা সম্পাদকৰদ্বাৰা দায়িত্ব অৰ্পণ কৰালৈ অপেক্ষা নকৰি বহু ধৰণৰ বাতৰি সংগ্ৰহ তথা পৰিৱেশন কৰি যাব পাৰে। এনে সংবাদদাতাৰ বাবে বাতৰি-কাহিনীযোগ্য ঘটনা বা সংবাদ সূত্ৰৰ অভাৱ নহয়।

- অৱশ্যে কোনো সংবাদদাতাই নোহোৱা-নোপোজা ঘটনাক লৈ কল্প-কাহিনী সদৃশ বাতৰি যুগুতাব নোৱাৰে। কিন্তু এজন চিন্তাসম্পন্ন, নতুনত্ব-সন্ধানী সংবাদদাতাৰ চৌপাশে এনে কিছুমান ঘটনা ঘটি থাকে যে তেওঁ অনায়াসে এটা বাতৰি যুগুতোৱাটো সম্ভৱ। *(স. স.)*

## বাতৰিকাকতত সংবাদ লিখাৰ কৌশল

সাম্প্ৰতিক কালত আধুনিক পাঠকৰ দৈনন্দিন জীৱনৰ প্ৰয়োজন অনুসৰি বাতৰিকাকতৰ সংবাদৰ বিৱৰ্তন ঘটিছে বুলি ক'লে অত্যুক্তি কৰা নহয়। বাতৰিকাকত একোখন প্ৰতিদিনে নতুনত্ব, স্পষ্টতা, দ্ৰুততা আৰু বৈচিত্ৰ্যৰ উপাদানেৰে সমৃদ্ধ কৰি আধুনিক পাঠকৰ মনৰ খোৰাক যোগাব পৰাকৈ সাজু কৰা হয়। বাতৰিকাকতত সন্নিৱিষ্ট সংবাদৰ তথ্যাদি তৎক্ষণাৎ আৰু স্পষ্টকৈ পাঠকক জানিবলৈ দিয়াটোৱেই হৈছে ইয়াৰ উদ্দেশ্য। এই উদ্দেশ্য পূৰণ কৰিবলৈ হ'লে অতি দক্ষতাৰে সংবাদ-কাহিনী লিখিব লাগিব। এতিয়া পাঠকে বাতৰিকাকত এখন হাতত লৈয়ে জানিব বিচাৰে কি ঘটিছে, কেতিয়া, ক'ত, কেনেকৈ ঘটিল ইত্যাদি। পাঠকে বাতৰিকাকত পঢ়ি সমকালীন ঘটনাৰাজি সম্পৰ্কে অৱগত হ'ব বিচাৰে। তাৰবাবে পাঠকে লীড্ বা ইন্‌ট্ৰো অৰ্থাৎ প্ৰথম পেৰাগ্ৰাফ পঢ়িয়ে একোটা সংবাদৰ বিষয়ে জানিবলৈ সক্ষম হয়। এখন বাতৰিকাকত অতি কম সময়ত সম্পূৰ্ণৰূপে পঢ়া কাৰো পক্ষে সম্ভৱ নহয়। কিন্তু পাঠকে কম সময়ৰ ভিতৰত বাতৰিকাকতখনত প্ৰকাশিত প্ৰতিটো সংবাদ খৰচি মাৰি পঢ়া সম্ভৱ নহ'লেও লীড্‌ৰ ওপৰত দ্ৰুতভাৱে চকু ফুৰায়ে মোটামুটি আটাইবোৰ খবৰৰ লগত পৰিচয় হ'ব বিচাৰে। অৱশ্যে সংবাদ শিৰোনামাও এই ক্ষেত্ৰত পাঠকৰ সংবাদ-স্পৃহা পূৰণৰ অন্যতম কাৰক।

যি কি নহওক, লীড্ প্ৰস্তুত কৰোঁতে কম কথাৰ ভিতৰতে কি (What), ক'ত (Where), কেতিয়া(When), কোন(Who), কিয়(Why),আৰু কেনেকৈ (How)ৰ সদুত্তৰ সন্নিৱিষ্ট কৰিব লাগে। সাংবাদিকতাৰ ভাষাত ইয়াক কোৱা হয়—- Five Ws and H আৰু ইয়াৰ সঠিক উত্তৰ দিব পৰা সংবাদেই পাঠকক আকৰ্ষণ কৰাৰ লগতে সংবাদ লিখাৰ সাফল্য নিৰূপণ কৰে। এই বিষয়টিৰ উপৰি সংবাদ লিখাৰ অন্যান্য কিছুমান কৌশল আছে। তলত বাতৰিকাকতত লিখোঁতে অনুসৰণ কৰিব লগা কেইটামান কৌশল উল্লেখ কৰা হৈছে—

১। বাক্যবোৰৰ আৰম্ভণিতেই প্ৰকাশ কৰিব বিচৰা প্ৰত্যেকটো মুখ্য উদ্দেশ্য বা সংবাদ সূত্ৰ সন্নিৱিষ্ট কৰিব লাগে।

২। বাক্যবোৰ প্ৰাঞ্জল হোৱা উচিত।

৩। স্পষ্ট অৰ্থসম্বলিত সহজ-সৰল শব্দ ব্যৱহাৰ কৰিব লাগে।

৪। কম শব্দৰ ভিতৰতে প্ৰতিটো ঘটনা-সূত্ৰ অথবা প্ৰকাশ কৰিব বিচৰা বিষয়টো ব্যক্ত কৰিব লাগে।

৫। বাক্যৰ গঠন চুটি আৰু তথ্যবোৰ পোনপটীয়াকৈ উল্লেখ কৰিবৰ জোখাৰে ভাষা-জ্ঞান আয়ত্ত কৰি, তাৰ ব্যৱহাৰ কৰিব লাগে।

৬। একোটা খবৰে পাঠকৰ অধিক মনোযোগ আকৰ্ষণৰ বাবে অথবা তাক অধিক কাৰ্যকৰী কৰি তুলিবৰ বাবে সাংবাদিকজনে বাতৰি-কাহিনীৰ লগত জড়িত ব্যক্তিৰ নাম-ঠিকনা প্ৰকাশ কৰিব লাগে। মানুহৰপৰাই বাতৰিৰ সৃষ্টি হয়। সেয়ে পাঠকে মানুহৰ নাম-ঠিকনা জানিব বিচাৰে আৰু ই বাতৰিকাকতৰ বিক্ৰীতো সহায় কৰে।

৭। বাতৰি লিখোঁতে ঘটনা সম্পৰ্কীয় তথ্য আৰু মতামতৰ মাজৰ পাৰ্থক্য ৰক্ষা কৰি চলিব লাগে।

৮। সাংবাদিকসকলে তেওঁলোকৰ মতামত, দৃষ্টিভংগী ব্যক্ত কৰি বাতৰি পৰিৱেশন কৰিব নালাগে। পাঠকসকলে ঘটনা সম্বন্ধে সাংবাদিকৰ মতামতৰ পৰিৱৰ্তে যি ঘটনাৰ পৰা সংবাদৰ সূচনা বা উৎপত্তি হৈছে সেইটোহে জানিব বিচাৰে। পাঠকসকলে ইচ্ছা কৰিলেই যিহেতু বাতৰিকাতত সন্নিৱিষ্ট সম্পাদকীয় পৃষ্ঠাৰ অন্তৰ্গত,বিশেষজ্ঞসকলৰ বিশ্লেষণাত্মক আৰু সমালোচনামূলক লিখনিৰ উপাৰি সম্পাদকৰ মতামতৰ সৈতে পৰিচয় হ'ব পাৰে, সেয়ে সাংবাদিকৰ মতামতৰ প্ৰয়োজন অনুভৱ নকৰে।

৯। সাংবাদিকসকলৰ নিজৰ মতামত পৰিহাৰ্য যদিও সংবাদ-উৎসৰ মতামত উল্লেখ থকাটো প্ৰয়োজনীয়।

১০। সাংবাদিকসকলে তথ্যসমূহ শুদ্ধকৈ উল্লেখ কৰা উচিত।

১১। বাতৰিত সম্পূৰ্ণ সত্য কথা প্ৰকাশ কৰিব লাগে।

১২। সংবাদ লিখোঁতে সৰ্বনাম পদ ব্যৱহাৰত সতৰ্ক হ'ব লাগে যাতে বাতৰিৰ কাহিনীৰ মাজলৈ সাংবাদিক অথবা পাঠকৰ প্ৰত্যক্ষভাৱে প্ৰৱেশ নঘটে। সংক্ষেপে এই কথা ক'ব পাৰি যে প্ৰথম আৰু দ্বিতীয় পুৰুষৰ ৰূপত সৰ্বনাম শব্দৰ প্ৰৱেশ ঘটিলে বাতৰিয়ে সম্পাদকীয় পৃষ্ঠাৰ ৰূপ পৰিগ্ৰহ কৰিব পাৰে।

১৩। বাতৰিত সময় উল্লেখ কৰিব লগা হ'লে সঠিক, শুদ্ধটোহে যাতে লিখা হয়, তাৰ বাবে সতৰ্ক হোৱা দৰকাৰ। কিয়নো ঘটনা এটা ঘটাৰ সময়টো অতি গুৰুত্বপূৰ্ণ কথা।

১৪। নাম-ঠিকনাবোৰৰ শুদ্ধতা সম্বন্ধেও নিশ্চিত হৈ লিখা উচিত।

১৫। বাতৰি এটা যুগুতোৱাৰ সময়ত সততে ভুল-ক্ৰটিৰ প্ৰতি সচেতন হৈ থকা উচিত।

(*স.স.*)

## ভিন্ন ধৰণৰ সংবাদ

খবৰ বা সংবাদক মূলতঃ তিনিটা শ্ৰেণীত ভাগ কৰা হয়, সেয়া হৈছে— ১। সুনিৰ্দিষ্ট, ২। প্ৰত্যাশিত আৰু ৩। অপ্ৰত্যাশিত।

সুনিৰ্দিষ্ট খবৰ হ'ল ঘোষিত বিষয়ক লৈ লেখা খবৰ। অৰ্থাৎ কোনো চৰকাৰী - বেচৰকাৰী অনুষ্ঠান, সভা-সমাৱেশ, ধৰ্মঘট, নিৰ্বাচন, উদ্বোধন, প্ৰদৰ্শনী, সংবাদ বা বিধানসভাৰ অধিৱেশন, উৎসৱ আদি। এইবোৰ কেতিয়া হ'ব তাক আয়োজকসকলে আগতেই ঘোষণা কৰি থয়। এনেবোৰ বিষয়ৰ বাবে খা-খবৰ যোগাৰ কৰিবলৈ বিশেষ প্ৰচেষ্টাৰ প্ৰয়োজন নহয়। এই আটাইবোৰেই গণমাধ্যমৰ মুখ্য সাংবাদিকৰ জনা থাকে, ৰিপ'ৰ্টাছ এচাইনমেণ্ট ডায়েৰিতো এইবোৰ লিখা থাকে।

কিছুমান খবৰ প্ৰত্যাশিত। অৰ্থাৎ যি ঘটিব, ঘটা উচিত বা ঘটি আছে অৱশ্যম্ভাৱী ৰূপত। বেছিভাগ সময়েই খবৰৰ সূত্ৰৰ মাধ্যমেদি, কেতিয়াবা বা ধাৰণাৰ ভিত্তিত প্ৰত্যাশিত খবৰবোৰ লেখা হৈ থাকে। যেনে— উন্নয়নমূলক কাম-কাজ, মন্ত্ৰীসভা গঠন, চৰকাৰী নিৰ্দেশ আৰু আইন-কানুনৰ পৰিৱৰ্তন, পৰিবৰ্ধন আৰু সংশোধন ইত্যাদি।

সংবাদজগতৰ বেছিভাগ ক্ষেত্ৰতে খবৰ অপ্ৰত্যাশিত। কাৰণ খবৰ মানেই আকস্মিকতা। এই আকস্মিকতাৰ লগতে যি সাংবাদিক দক্ষতাৰে জড়িত হ'ব পাৰে তেৱেঁই সফল সাংবাদিক। হঠাৎ ঘটি যোৱা ডাঙৰ ৰেল দুৰ্ঘটনা, প্ৰাকৃতিক বিপৰ্যয়, মুখ্যমন্ত্ৰীৰ পদত্যাগ, গৃহমন্ত্ৰী গুলীবিদ্ধ হোৱা, ভূমিস্খলনত ৰাষ্ট্ৰীয় ঘাইপথ বন্ধ আদি দৈনন্দিন খবৰক লৈ সংবাদপত্ৰৰ বহুখিনি ঠাই অধিকাৰ কৰি থাকে।

ইয়াৰ বাহিৰেও থাকে বিভিন্ন ঘটনাৰ অনুসৰণমূলক খবৰ। ইংৰাজীত তাক 'ফল'-আপ নিউজ' বোলা হয়। খবৰ কেৱল এদিনৰ ঘটনা নহয়। বিশেষকৈ ডাঙৰ দুৰ্ঘটনাৰ ক্ষেত্ৰত খবৰক অনুসৰণ কৰিবলগীয়া হয় আৰু নতুন খবৰ বিচাৰি। কাৰণ সকলো ঘটনা ঘটাৰ অন্তৰালত কিবা নহয় কিবা এটা কাৰণ থাকে, যাক পিছত বা পৰৱৰ্তী কালৰ নতুন বা গুৰুত্বপূৰ্ণ খবৰ হিচাপে পৰিৱেশন কৰিব পাৰি। সকলো ঘটনাৰ কিছু ধাৰাৱাহিকতা থাকে, যিবোৰ অতিৰিক্ত হিচাপে পৰিগণিত হ'ব পাৰে। কেতিয়াবা এনেকুৱা হ'ব পাৰে যে, মূল খবৰটোতকৈ অতিৰিক্তভাৱে সংগ্ৰহ কৰা খবৰটোহে বেছি গুৰুত্বপূৰ্ণ হিচাপে স্থান পালে। এনে খবৰৰ প্ৰতি পাঠকৰ আগ্ৰহো বেছি। কাৰণ ঘটনাৰ ধাৰাৱাহিকতাই পাঠকক আকৰ্ষণ কৰে আৰু ইয়াক জানিবলৈ আগ্ৰহী হৈ থাকে।

অনেক সময়ত পূৰ্ব নিৰ্ধাৰিত কোনো ঘটনা ঘটাৰ আগেয়েই খবৰ পৰিৱেশিত হয়। আগতীয়া খবৰ হিচাপে পৰিচিত এই খবৰবোৰ ইংৰাজী 'কাৰ্টেন ৰেজাৰ' (Curtain Raiser) বা পৰ্দা উন্মোচনকাৰী সংবাদ হিচাপে পৰিচিত। যেনে— নিৰ্বাচনৰ নিৰ্দিষ্ট দিনৰ পূৰ্বে যিবোৰ কাম-কাজ বা ঘটনা হয়, উদাহৰণ স্বৰূপে চৰকাৰী প্ৰস্তুতি,

মনোনয়নপত্ৰ দাখিল, নিৰাপত্তা ব্যৱস্থা ৰাজনৈতিক দলবোৰৰ প্ৰচাৰমূলক বাতৰি আদি। কেতিয়াবা হঠাতে সাংবাদিকৰ হাতলৈ আহে কোনো গোপন খবৰ। হয়তো কোনো ৰাজনীতিবিদে নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে খবৰটো প্ৰচাৰ কৰি দিলে। তাকো প্ৰকাশ্য ৰূপত নহয়। বিশ্বাসী কোনো সাংবাদিকক মাতি নি খবৰটো দিলে। দীঘলীয়া কোনো ভাষণৰ মাজত লুকাই থকা কোনো সৰু এটা বাক্যই মুখ্য খবৰ হিচাপে পিছদিনা স্থান পালে। নতুবা এটা সূত্ৰৰ যোগেদি খবৰ পোৱা হ'ল, তাক অনুসৰণ কৰিবলৈ গৈ পোৱা হ'ল আৰু বহুতো ডাঙৰ খবৰ। ইংৰাজীত ইয়াক Hidden Story বা লুকাই থকা খবৰ বুলি কোৱা হয়।

খবৰৰ চৰিত্ৰ এইবোৰ হ'লেও বিষয়ৰ বিচিত্ৰতা বহুতো। ইয়াৰ মাজত সংবাদ মাধ্যমবোৰত মূলতঃ যি বিষয়বোৰ নিয়মিত সংবাদ হিচাপে গুৰুত্ব পায় তাৰ মাজত অন্যতম হ'ল দুৰ্ঘটনা, ৰাজনীতি, বাণিজ্য, ক্ৰীড়া, অপৰাধ, উন্নয়ন, বিনোদনকাৰী আৰু শিশু বিজ্ঞান আৰু শোক সংবাদ আদি।

**দুৰ্ঘটনা :** অপ্ৰত্যাশিত খবৰৰ স্পষ্ট উদাহৰণ দুৰ্ঘটনামূলক খবৰ। ৰেল, বাছ, উৰাজাহাজ ইত্যাদি যান-বাহন সংক্ৰান্ত দুৰ্ঘটনা। অগ্নিকাণ্ড, সংঘৰ্ষ, প্ৰাকৃতিক দুৰ্যোগ, সংক্ৰামক ৰোগৰ প্ৰাদুৰ্ভাৱ আদি ঘটনাৰ খবৰে সংবাদপত্ৰৰ বহুখিনি ঠাই দখল কৰি থাকে। দুৰ্ঘটনাৰ বিষয়ে আগতে জনা নাযায়। স্বাভাৱিকভাৱে অপ্ৰত্যাশিত এইবোৰ ঘটনাৰ সমুখীন হৈ সংবাদ সংগ্ৰহৰ বাবে সকলো সময়তে সাংবাদিকসকল প্ৰস্তুত থাকিব লাগিব। প্ৰয়োজন হ'লেই যিকোনো ঠাইলৈ সাংবাদিক যাব লাগিব আৰু তাৰপৰা খবৰ সংগ্ৰহ কৰি তাক সংবাদপত্ৰৰ কাৰ্যালয়লৈ পঠিয়াব লাগিব। ঘটনাস্থলীত দুৰ্ঘটনাৰ বিৱৰণ, ক্ষয়-ক্ষতি, প্ৰত্যক্ষদৰ্শীৰ মতামত আদি সুন্দৰকৈ পৰিৱেশন কৰিব লাগে যাতে পাঠকে ইয়াৰ প্ৰকৃত ছবি এখন ইয়াৰ যোগেদি পাব পাৰে। এনে দুৰ্ঘটনাত মৃতকৰ সংখ্যা, আহতৰ সংখ্যা, দুৰ্ঘটনাৰ কাৰণ, উদ্ধাৰ অভিযানত চৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠানৰ ভূমিকা আদিৰ বিষয়ে উল্লেখ কৰিব লাগে। এইবিলাক কৰিবৰ বাবে আৰক্ষী, চিকিৎসালয়, প্ৰত্যক্ষদৰ্শীৰ মতামত, আহত-নিহত ব্যক্তিৰ পৰিয়ালৰ তথা আত্মীয়-স্বজন আৰু চৰকাৰী বক্তব্যৰ সহায় লোৱা হয়। দুৰ্ঘটনাৰ বাতৰিৰ ক্ষেত্ৰত সময়ৰ মূল্য অতি বেছি। যিমান পলম হ'ব ঘটনাৰ গুৰুত্ব কমি যায়। পাঠকেও এনেবোৰ খবৰ শীঘ্ৰে পাবলৈ বিচাৰে।

## ৰাজনীতিৰ সংবাদ

বৰ্তমান সংবাদপত্ৰত অতি বেছিকৈ গুৰুত্ব পোৱা খবৰ হৈছে ৰাজনীতি বিষয়ক। বাতৰিকাকতত ৫০ শতাংশৰো অধিক খবৰ ৰাজনীতি সম্পৰ্কীয় খবৰেই থাকে আৰু ইয়াৰ প্ৰথম পৃষ্ঠাত থকা ৯০ শতাংশই ৰাজনৈতিক খবৰ।

ৰাজনীতিক কেন্দ্ৰ কৰি যি খবৰ প্ৰকাশ পায় তাকেই ৰাজনৈতিক সংবাদ বোলে।

ৰাজনৈতিক সংবাদ বুলিলে নিৰ্বাচনী সংবাদ, সংসদ আৰু বিধানসভাৰ খা-খবৰ, ৰাজনৈতিক দলৰ গতি-বিধি আদিকেই বুজায়। বৰ্তমান ইয়াৰ পৰিধি বহুখিনি বাঢ়িছে। কাৰণ ৰাজনীতিৰ গুৰুত্ব জনমানসতো যথেষ্ট বৃদ্ধি পাইছে। ঠিক সেইদৰে ৰাজনৈতিক দলৰ সংখ্যাও বাঢ়ি আছে, ৰাজনৈতিক কাম-কাজ প্ৰায় সকলো ক্ষেত্ৰতে জাতীয় ৰাজনীতিৰ সীমা পাৰ হৈ আন্তৰ্জাতিক সীমা চুইছে। যিকোনো দিশতে আজিকালি ৰাজনীতিৰ প্ৰভাৱ থকাতো সাধাৰণ কথা হৈ পৰিছে। গতিকে ক'ব পাৰি মূল নিয়ন্ত্ৰণ ক্ষমতা এতিয়া ৰাজনৈতিক ক্ষমতাৰ মাজত কেন্দ্ৰীভূত। গতিকে ৰাজনৈতিক খবৰৰ মাত্ৰা নতুন ৰূপত নিৰ্ধাৰিত হৈছে।

যিকোনো ৰাজনৈতিক সাংবাদদাতাৰ প্ৰধান অস্ত্ৰ হৈছে ৰাজনৈতিক খবৰ। পেছাগত দিশৰপৰা ৰাজনৈতিক সংবাদদাতাসকলে তেওঁলোকৰ কাম-কাজত দায়িত্বশীলতাৰ পৰিচয় দিব পাৰিব লাগিব। ৰাজনৈতিক খবৰ মানে কেৱল কোনো এটা দলৰ বা এজন ব্যক্তিৰ নতুবা এটা অঞ্চলত সীমাবদ্ধ হোৱা খবৰ নহয়। ৰাজনৈতিক খবৰৰ প্ৰভাৱ ইমান বেছি যে সমগ্ৰ দেশত ইয়াৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া ঘনীভূত হয়। সেয়ে এনেবোৰ খবৰ ভুল তথ্যৰ মাজেৰে যাতে প্ৰকাশ নাপায় তাৰবাবে সাংবাদিকজন সচেতন থাকিব লাগিব। সমসাময়িক ৰাজনৈতিক ঘটনাৱলী, বিভিন্ন ৰাজনৈতিক দল আৰু ৰাজনীতিবিদসকলৰ গুৰুত্বপূৰ্ণ খবৰবোৰ সততে লক্ষ্য ৰাখিব লাগিব যাতে প্ৰতিবেদন যুগুত কৰি যাওঁতে এইবোৰ দিশত সাংবাদিকজনৰ অজ্ঞতাৰ কথা প্ৰকাশ নাপায়। ৰাজনৈতিক বিশ্লেষণ আগ বঢ়াওঁতে সাংবাদিকজনে বুদ্ধিমত্তাৰ পৰিচয় দিব পাৰিব লাগিব। লগতে কৌশলপূৰ্ণ দৃষ্টিৰে ইয়াক উপস্থাপন কৰিবলৈ চেষ্টা কৰিব লাগিব। নহ'লে ৰাজনৈতিক দলে বা ৰাজনীতিবিদে তেওঁলোকৰ বিষয়ে সংবাদ পৰিৱেশন প্ৰত্যাহ্বান জনাই, ন্যায়ালয়ৰ আশ্ৰয় লৈ সাংবাদিক তথা বাতৰিকাকত গোষ্ঠীক হাৰাশাস্তি কৰিব পাৰে। তেওঁলোকে নিজৰ ৰাজনৈতিক আৰু ব্যক্তিগত স্বাৰ্থৰ হকে বহুখিনি কৰিবলৈ সাজু থাকে, কিয়নো কিছুমান সংবাদে সংশ্লিষ্টসকলৰ ৰাজনৈতিক ভৱিষ্যত অনিশ্চিত কৰি তুলিব পাৰে। ৰাজনৈতিক প্ৰতিবেদন, বিশ্লেষণ আৰু নিৰ্বাচনী সমীক্ষা আগ বঢ়াওঁতে কেতিয়াও কোনো বিশেষ দল বা ৰাজনীতিবিদৰ প্ৰতি বিশেষ অনুগ্ৰহ প্ৰকাশ পাব নালাগে। এইবোৰ পাঠকে পঢ়ি যাওঁতে নিৰপেক্ষ দৃষ্টিভংগীৰ মাজেৰে প্ৰকাশ পোৱাৰ দিশটো উপলব্ধি কৰিব পাৰিব লাগিব। অভিজ্ঞতা এই ক্ষেত্ৰত ডাঙৰ সহায়ক স্বৰূপ হ'ব পাৰে। অনভিজ্ঞসকলে এনে গুৰুত্বপূৰ্ণ বিষয়ত হাত দিওঁতে জ্যেষ্ঠসকলৰ পৰামৰ্শ, সাৱধানতা অৱলম্বন কৰা উচিত।

## বাণিজ্যৰ সংবাদ

ব্যৱসায়-বাণিজ্যৰ লগত জড়িত সংবাদেই হৈছে বাণিজ্য সংবাদ। কোনো ব্যৱসায়-বাণিজ্য, অৰ্থনীতি সংক্ৰান্তীয়, শিল্প আৰু কাৰিকৰী উন্নয়ন আদিৰ খবৰ

ইয়াৰ মাজেৰে প্ৰকাশ পায়। বাণিজ্যিক সাংবাদিকসকলৰ প্ৰধান উপজীব্য হ'ল অৰ্থনীতি। তেওঁলোকে এই ক্ষেত্ৰখনৰ অন্তৰ্গত থকা সকলো দিশ সম্যকভাৱে জানি থ'লে, এনে সংবাদ পৰিৱেশন কৰাত সহায়ক হয়। সংবাদত বাজেট উত্থাপন, বয়-বস্তুৰ মূল্য বৃদ্ধি, মুক্ত বাণিজ্যৰ নতুন দিশবোৰ, বিশ্ব অৰ্থনীতি, বয়-বস্তুৰ উৎপাদন আৰু চাহিদা, উদ্যোগজগতৰ শেহতীয়া খবৰ, বিভিন্ন কৰ ব্যৱস্থা, বেংক আৰু বাণিজ্যিক প্ৰতিষ্ঠান আদিৰ বিষয়ে সাংবাদিকে জানি থ'ব লাগে। তেতিয়া এই বিষয়ত সংবাদ পৰিৱেশন কৰিবলৈ উজুটি খাব নালাগে। পাঠকেও তেতিয়া ইয়াৰ মাজেদি সমুচিত খবৰ পাব। মুঠতে এটা কথা লক্ষ্য ৰাখিব লাগে যে সমগ্ৰ বিশ্ব তথা নিজ দেশৰ অৰ্থনীতি আৰু বাণিজ্যিৰ খবৰ সকলো ধৰণৰ পাঠকৰ উপযোগীকৈ পৰিৱেশন কৰাত গুৰুত্ব দিব লাগে। ইয়াৰ লগতে ইয়াৰ ফলাফল, ভাল-বেয়া দিশ, জনসাধাৰণৰ প্ৰতিক্ৰিয়া আদিৰ বিষয়েও প্ৰতিবেদন প্ৰকাশ কৰিব লাগে। অৰ্থনীতি আৰু বাণিজ্যৰ প্ৰভাৱ যিহেতু সকলো শ্ৰেণীৰ লোকৰ মাজত পৰে সেয়ে এই সম্পৰ্কীয় দৰকাৰী আৰু শেহতীয়া খবৰবোৰ পাঠকক সঠিকভাৱে জনোৱা উচিত। গতিকে সাংবাদিজন এইবোৰ দিশত সদায় সজাগ হৈ থাকিব লাগে। মিছা বা ভুল তথ্য যাতে কেতিয়াও প্ৰকাশ নাপায় তাৰবাবে সচেতন হোৱা উচিত। এনে হ'লে পাঠক বিপথে পৰিচালিত হৈ বিভ্ৰান্তিত পৰিব পাৰে।

(*স.স.*)

## সংবাদৰ প্ৰকাৰভেদ

সংবাদ মূলতঃ তিনি প্ৰকাৰৰ— **বস্তুনিষ্ঠ**, বিশ্লেষণমূলক আৰু তদন্তমূলক সংবাদ।

**বস্তুনিষ্ঠ সংবাদ :** বস্তুনিষ্ঠ কথাটোৰ আক্ষৰিক অৰ্থ হ'ল সত্যনিষ্ঠতা। অৰ্থাৎ চকুৰ আগত যি দেখা যায় তাৰেই লিখিত প্ৰতিবেদন। যেতিয়া কোনো ঘটনা ঘটে, তেতিয়া সেই ঘটনাৰ ওপৰত আলোকপাত কৰাই হৈছে বস্তুনিষ্ঠ সংবাদ(Objective Journalism)। এই ধৰণৰ প্ৰতিবেদন লেখাৰ সময়ত সাংবাদিকজনে ভাবি লোৱা উচিত তেওঁ এজন দৰ্শক মাত্ৰ। তেওঁ চকুৰে দেখা ঘটনাটো পাঠকক জনাইছে। পাঠকে তেওঁৰ কথালৈ মন দি আছে। অৰ্থাৎ এক কথাত প্ৰত্যক্ষদৰ্শীৰ বিৱৰণেই হৈছে বস্তুনিষ্ঠ সাংবাদিকতা। ইয়াত এটা বিষয়ত মন দিয়া উচিত যে বস্তুনিষ্ঠ সাংবাদিকতাই হৈছে কোনো সংবাদৰ ভিত্তি। এই ভিত্তিৰ আলমতে গঢ়ি উঠে পৰৱৰ্তী কালৰ বিশ্লেষণমূলক বা তদন্তমূলক সাংবাদিকতাৰ পটভূমি। ইয়াত সাংবাদিকজন এজন দৰ্শক। আৱিষ্কাৰক নহয়। তেওঁ এজন বিৱৰণদাতা। ইয়াত কোনো ব্যাখ্যাও নাথাকে; ইয়াত সাংবাদিকৰ পৰিসৰ অতি সীমাবদ্ধ। সাংবাদিকে কলম ইচ্ছামতে চলাব নোৱাৰে। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয়। কোনো ঘটনাৰ বিৱৰণ দিবলৈ গৈ কোন অংশত জোৰ দিব, কোন অংশ শেষলৈ থ'ব বা কোন অংশটি একেবাৰে নিজৰ কথাৰে লিখিব সেয়া স্বাধীনতা তেওঁৰ নিজস্ব হ'ব। কাৰণ তেওঁ জানে সকলো সত্যই সকলো সময়ত সত্য

নহ'বও পাৰে। পাঠকেও সকলো সময়ত সকলোবিলাক সত্য জানিবলৈ আগ্ৰহী নহয় আৰু সকলো  সময়ত সকলো সত্য তেওঁলোকৰ বাবে বিশ্বাসযোগ্য বুলি মনলৈ নাহিবও পাৰে। মুঠতে এজন সাংবাদিকে বস্তুনিষ্ঠ প্ৰতিবেদন লেখাৰ সময়ত তেওঁৰ অভিজ্ঞতা আৰু বুদ্ধিমত্তাৰে বিচাৰ কৰি ল'ব যে তেওঁৰ নিজৰ চকুৰে দেখা প্ৰত্যক্ষদৰ্শীৰ বিৱৰণটি কিভাৱে পাঠকৰ মাজত উপস্থাপন কৰিব। যাতে পাঠকে প্ৰতিবেদন পঢ়াৰ সময়ত ঘটনাৰ সৈতে একাত্ম হৈ যাব পাৰে।

উদাহৰণ স্বৰূপে, এটা গাড়ী দুৰ্ঘটনাৰ কথা উল্লেখ কৰিব পাৰি । গাড়ীখন দুৰ্ঘটনাত পতিত হোৱাৰ সময়ত সেই ঠাইত সাংবাদিকজন নথকাই স্বাভাৱিক, কাৰণ সেই ঘটনা হ'ব বুলি কোনেও নাজানে। কোনো দুৰ্ঘটনাই নিজে আগতিয়াকৈ গম পোৱাকৈ নঘটে। তেনে ক্ষেত্ৰত সাংবাদিকৰ প্ৰথম সাৰথি হ'ব প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ। ঘটনা সংঘটিত হোৱাৰ পাছত, খবৰ পোৱা মাত্ৰকে সাংবাদিকে ঘটনাস্থলীত উপস্থিত হৈ যি দেখিলে আৰু শুনিলে সেয়াহে হ'ব প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ। দুৰ্ঘটনাটো দেখি থকা প্ৰত্যক্ষদৰ্শীয়ে কোৱা কথাবোৰ শুনি লিপিবদ্ধ কৰি সেয়া এনেভাৱে পাঠকৰ আগত উপস্থাপন কৰা উচিত যাতে পাঠকে এনে ঘটনা ঘটাটো কেতিয়াও সম্ভৱ নহয় বুলি যাতে নাভাবে। অৰ্থাৎ প্ৰতিবেদনৰ ওপৰত বিশ্বাসযোগ্যতা থাকিব লাগিব। ইয়াতেই সাংবাদিকৰ বুদ্ধিমত্তাৰ পৰিচয় পোৱা যায়। শুনি যোৱা কথাৰ কোন অংশ প্ৰতিবেদনত অন্তৰ্ভুক্ত কৰিছে, কোন অংশ বাদ দিছে। সংবাদৰ মূল ছটা চৰ্ত কোনে, কি, কিয়, কেতিয়া, ক'ত আৰু কেনেকৈ। এইকেইটাৰ উত্তৰ বিচাৰি সাধাৰণ দৰ্শকৰ দৰেই প্ৰতিবেদন যুগুত কৰিব লাগে। য'ত সত্য ঘটনাৰ সমুচিত তথ্য পাঠকে পাব পাৰে।

মূল পাঁচটা চৰ্তৰ ওপৰত বস্তুনিষ্ঠ প্ৰতিবেদন নিৰ্ভৰশীল হৈ থাকে। সেয়া হৈছে— ১। তাৎক্ষণিকতা, ২। সত্যতা, ৩। ঘটনাৰ বিৱৰণ ৪। দায়িত্বশীলতা আৰু ৫। অভাৱনীয়  ঘটনা।

১। এনেবোৰ ঘটনা হঠাতে ঘটে; যাৰ বিষয়ে আগতিয়াকৈ জনাও নাযায়। অথচ সংবাদপত্ৰত সেয়া সময়মতে প্ৰকাশ পাবই লাগিব। গতিকে অতি তাৎক্ষণিকভাৱে সাংবাদিক ঘটনাস্থলীত উপস্থিত হৈ নিৰ্ভুল তথ্য সংগ্ৰহ কৰি এই প্ৰতিবেদন যুগুত কৰিবলগীয়া হয়।

২। বস্তুনিষ্ঠ সাংবাদিকতাৰ অৰ্থ হৈছে সত্যতা। ইয়াত কেৱল সত্য আৰু চকুৰে দেখা আৰু প্ৰত্যক্ষদৰ্শীৰ বিৱৰণৰপৰা সত্য সংবাদ উপস্থাপন কৰা। যদিহে ইয়াৰ হেৰফেৰ হয় তেন্তে ভৱিষ্যতলৈ হ'ব লগা বিশ্লেষণ বা তদন্তমূলক সাংবাদিকতাও বিপথে পৰিচালিত হোৱাৰ অৱকাশ থাকে।

৩। বস্তুনিষ্ঠ সাংবাদিকতাৰ তথ্য উৎস আহৰণ কৰাৰ মূল অস্ত্ৰ হৈছে প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ। ঘটনাৰ গভীৰতালৈ যোৱাতো ইয়াত বাধ্যতামূলক নহয়। পাঠকৰ বাবে বিশ্বাসযোগ্য আৰু গ্ৰহণযোগ্য তথ্যৰ সন্ধান দিবলৈ প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ সমুচিতভাৱে

আহৰণ কৰিব লাগে।

৪। সাংবাদিকৰ দায়বদ্ধতাও বস্তুনিষ্ঠ সাংবাদিকতাৰ অন্যতম চৰ্ত। দায়বদ্ধভাৱে ইয়াক পৰিৱেশন কৰিলেহে এই সংবাদৰ গুৰুত্ব প্ৰকৃত ৰূপত প্ৰকাশ পায় আৰু পাঠকে ইয়াক গ্ৰহণ কৰিবলৈ ভাল পায়।

৫। ইয়াৰ শেষ চৰ্ত হৈছে—অভাৱনীয় ঘটনা। যিটো ঘটনা ঘটাৰ কথা ভবা নহয় তথাপি ঘটনা ঘটি যায়। এনে ঘটনাৰ বিষয় লৈয়েই মূলতঃ বস্তুনিষ্ঠ সাংবাদিকতাৰ জগত ব্যস্ত হৈ পৰে।

(স.স.)

## সংবাদৰ বিভিন্ন ধৰণ

**দৈনন্দিন সংবাদ** (Hard News)**:** সৰল অৰ্থত আমি জানো যে সমগ্ৰ বিশ্বজুৰি প্ৰতি মুহূৰ্তত যিবোৰ ঘটনা আৰু দুৰ্ঘটনা ঘটি থাকে, যাৰ সীমা সমুদ্ৰ গৰ্ভৰপৰা বিশ্বব্ৰহ্মাণ্ডলৈকে প্ৰসাৰিত হৈ থাকে, ইয়াক প্ৰচাৰ কৰাই হ'ল সংবাদ। অৱশ্যে কেতিয়া, কোন অঞ্চলত কি ঘটনা বা দুৰ্ঘটনা ঘটিল, ইয়াক খবৰ হিচাপে বিবেচিত হ'বলৈ হ'লে ই নিৰ্ভৰ কৰিব সংবাদ মূল্যৰ ওপৰত।

সাধাৰণতে দৈনিক ঘটি থকা ঘটনাৱলীবোৰেই খবৰ হিচাপে প্ৰথম মৰ্যাদা পায়। এই সমস্ত ঘটনাবোৰৰ বিষয়ে মানুহৰ আগ্ৰহ অতি বেছি। সংবাদবোৰ কোনটো কি-ভাৱে পৰিৱেশন কৰা হৈছে তাৰ ওপৰতেই নিৰ্ভৰ কৰে সংবাদৰ ধৰণ । বাছ দুৰ্ঘটনা, প্ৰাকৃতিক ধ্বংসলীলা বা দুৰ্ঘটনা, মন্ত্ৰীৰ সাংবাদিক মেল, বৃহৎ ৰাজনৈতিক সমাবেশ, তেনেকৈ বিশিষ্ট ব্যক্তিৰ আন্তৰ্জাতিক পুৰস্কাৰ পোৱাৰ পাছত তেওঁৰ সাক্ষাৎকাৰ খবৰ। কিন্তু পৰিৱেশনৰ ভিন্নতা থকাত কোনো খবৰ হৈ পৰে হাৰ্ড নিউজ, কোনোটো ফিচাৰ বা কোনো কলম বা স্তম্ভ।

সংবাদপত্ৰ বা সংবাদ মাধ্যমবোৰত যিবিলাক সংবাদ সচৰাচৰ আৰু প্ৰত্যক্ষভাৱে পাঠক, দৰ্শক তথা শ্ৰোতাৰ বাবে পৰিৱেশিত হয় সেইবোৰেই হাৰ্ড নিউজ বা দৈনন্দিন সংবাদ। ঘটনা-দুৰ্ঘটনাবোৰৰ সংবাদমূল্য বিচাৰ কৰি, সংবাদ পৰিচালনা কৰাসকলে সংবাদৰ গুৰুত্ব নিৰ্ধাৰণ কৰে। ইয়াত যদি দেখা যায় কিছুমান খবৰ অতি শীঘ্ৰে পাঠকক জনোৱা দৰকাৰ, সেয়াই হাৰ্ড নিউজ হিচাপে পৰিগণিত হ'ব । আৰু যদি দেখা যায় কিছুমান খবৰ দুই-এদিন পাছতো দিব পাৰি তেন্তে সেয়া বিশেষ ৰচনা বা ফিচাৰ ৰূপত পৰিৱেশন কৰা হয়। ৰেল দুৰ্ঘটনা, জ্ঞানপীঠ বঁটা ঘোষণা, প্ৰধানমন্ত্ৰীৰ মৃত্যু আদি খবৰবোৰ লগে লগেই প্ৰকাশ নকৰিলে ই বাহি খবৰ বুলিহে গণ্য হয়। কিন্তু প্ৰধানমন্ত্ৰীয়ে মৃত্যুৰ আগত ৰচনা কৰা সাহিত্য কৰ্ম,বৰ্ণনা বা জ্ঞানপীঠ বঁটা লাভ কৰাজনৰ পূৰ্বৰ ৰচনাসমূহৰ বিশ্লেষণ আদি দুই-এদিনৰ পাছত প্ৰকাশ পালেও পাঠকৰ অসুবিধা নহয়।

গতিকে দেখা যায় যে মূলতঃ ৰচনাশৈলী আৰু খবৰৰ তাৎক্ষণিক প্ৰয়োজনীয়তা আৰু অপ্ৰয়োজনীয়তাৰ ওপৰতেই নিৰ্ভৰ কৰে সংবাদটো হাৰ্ড নিউজ বা দৈনন্দিন সংবাদ হিচাপে পৰিৱেশন হ'বনে নাই। দৈনন্দিন সংবাদৰ সকলোতকৈ উল্লেখযোগ্য দিশ হ'ল— মানুহৰ মাজত চলি থকা অতি সৰল ভাষাশৈলীৰ সংবাদ উপস্থাপন কৰা। এই ধৰণৰ সংবাদৰ আবেদন প্ৰত্যক্ষ। সংবাদৰ ক্ষেত্ৰত যি ছটা প্ৰশ্ন প্ৰায় সকলো সময়তে ব্যৱহৃত হয়, সেয়া হৈছে— কোনে, কি, কিয়, কেতিয়া, ক'ত আৰু কেনেকৈ—(who, what, why, when, where and how) এইকেইটা প্ৰয়োগেৰে প্ৰকৃত সংবাদটো পাঠকৰ কাষলৈ লৈ যোৱা। এইখিনিতে এটা কথালৈ লক্ষ্য ৰখা ভাল যে এই নিউজ বা দৈনন্দিন সংবাদ পৰিৱেশন সদায় অতি পোনপটীয়া আৰু সহজ-সৰল শব্দ গাঁথনিহে ব্যৱহাৰ কৰা যুগুত। ইয়াত অপ্ৰয়োজনীয় মন্তব্য মূল বিষয়ৰপৰা আঁতৰি মূল সংবাদটো পাঠকক স্পষ্টভাৱে জনোৱাটোহে অতি দৰকাৰী বিষয়। যিবিলাক খবৰ মানুহে একান্তই জনা উচিত আৰু শীঘ্ৰে পাব লাগে তেনে খবৰেই দৈনন্দিন সংবাদ হিচাপে পৰিগণিত হয়।

দৈনন্দিন সংবাদ প্ৰধানকৈ দুই প্ৰকাৰৰ। কিছুমান ঘোষিত আৰু কিছুমান অঘোষিত। সংসদৰ অধিৱেশন কেতিয়া বহিব, কাৰ্যসূচী কি তাক আগতেই জনা যায়। কোনো ৰাজনৈতিক সভা বা সমাৱেশ কেতিয়া হ'ব তাক আগতেই ঘোষণা কৰা হয়। কোনো অপৰাধীৰ মৃত্যুদণ্ড বা ফাঁচি কেতিয়া ক'ত হ'ব তাক চৰকাৰীভাৱে বহু আগতেই ঘোষণা কৰা হয়। এনেবিলাক খবৰৰ বাবে আগতীয়া প্ৰস্তুতি চলোৱা সম্ভৱ হয়।

আনহাতে কিছুমান ঘটনা হঠাতে ঘটি যায়। নাও ডুবি বহু লোকৰ মৃত্যু হয়, ভূমিকম্প বা বানপানীত বহুতো ধন-জন, খেতি পথাৰ ধ্বংস হয়। কোনোবা দেশৰ ৰাষ্ট্ৰপতিৰ মৃত্যু, উচ্ছৃংখল জনতাক শান্ত কৰাৰ বাবে পুলিছে গুলী চালনা কৰাত কেইবাজনো লোকৰ মৃত্যু বা আহত হোৱা আদি ধৰণৰ ঘটনাবোৰ আচম্বিতে হোৱা ঘটনা। এইবিলাক ঘটিব বুলি কোনো আগতীয়া জাননী পোৱা নাযায়। গতিকে ইয়াৰ বাবে সাংবাদিকে আগতীয়া প্ৰস্তুতি চলোৱা অৱকাশ নাথাকে। কিন্তু দুয়োবিধ ঘটনা অৰ্থাৎ আগতীয়াকৈ গম পোৱা আৰু হঠাতে ঘটা ঘটনাৰ সংবাদ দৈনন্দিন সংবাদৰ মাপকাঠীৰ আলমতেই কৰা হয়। অৰ্থাৎ লেখাৰ শৈলী প্ৰত্যক্ষ তথা একে ধৰণেই কৰা হয়।

অনেক সময়ত কিছুমান খবৰৰ অনুসৰণকাৰী ঘটনাৱলী হাৰ্ড নিউজ বা দৈনন্দিন ঘটনা হিচাপেই পৰিৱেশিত হোৱাৰ পাছত দ্বিতীয় বা তৃতীয় দিনাও তাৰ পৰৱৰ্তী ঘটনাবোৰ পৰিৱেশিত হৈ থাকে। যিকোনো ডাঙৰ ঘটনা অনুসৰণ কৰি সি নিউজ হিচাপে পৰিৱেশিত হয়।

কেতিয়াবা ঘোষিত কোনো ডাঙৰ সংবাদৰ আগতীয়া সংবাদ লেখা হয়। এই ধৰণৰ সংবাদ Cartain raiser বা পৰ্দা উত্থাপনকাৰী সংবাদ বুলি কোৱা হয়। দেশৰ শাসনাধিষ্ঠিত দল এটাৰ বাৰ্ষিক অধিৱেশন বা বিৰোধী শক্তিশালী দল এটাৰ অধিৱেশন

অনুষ্ঠিত হোৱাৰ কেইদিনমান পূৰ্বৰপৰাই অনেক ধৰণৰ সংবাদ হ'ব পাৰে। পাঠকে কিছুমান সংবাদ আগতেই পাবলৈ আগ্ৰহী হৈ থাকে। যেনে— দলৰ বাৰ্ষিক অধিৱেশনলৈ অহা সদস্যসকল ক'ত থাকিব ? সভাত দলৰ কি বিষয় লৈ আলোচনা হ'ব। পৰৱৰ্তী নেতৃত্বৰ বাবে কাৰ কাৰ কথা ভবা হৈছে আদি। এই আগতীয়া খবৰবোৰো হাৰ্ড নিউজৰূপেই পৰিৱেশিত হ'ব।

দিন যোৱাৰ লগে লগে এই দৈনন্দিন সংবাদ পৰিৱেশন শৈলীৰ নতুন পৰিৱৰ্তন দেখা যায়। অনেক সময়ত হাৰ্ড নিউজ নাটকীয় ব্যঞ্জনাৰে লেখা হয়। এই শৈলী যি ধৰণেই লিখা নহওক, এটা কথা ঠিক যে হাৰ্ড নিউজ মানে চিৰন্তন সত্য খবৰ। ই পাঠকৰ মাজলৈ যিকোনো উপায়েৰে বিলাই দিয়া। প্ৰত্যক্ষ আৱেদন হাৰ্ড নিউজৰ প্ৰথম তথা শেষ চৰ্ত।

## বিশ্লেষণমূলক সাংবাদিকতা

খবৰ মানেই বস্তুনিষ্ঠতা নহয়, বিশ্লেষণো। যিকোনো পাঠকেই কোনো খবৰৰ অৰ্থ আৰু তাৰ উৱাদিহ অতি সহজে বুজি নাপায় বা ধৰিব নোৱাৰে। ফলত খবৰৰ যোগেদি তাৰ ব্যাখ্যা আগ বঢ়ালে সেয়া উপলব্ধি কৰাত সহজ হয়। যি ঘটনা হৈ গ'ল তাৰ প্ৰতিক্ৰিয়া কি হ'ব পাৰে, সেয়া ব্যক্তিগত স্বাৰ্থৰ পক্ষে হানিকৰ নে স্বাস্থ্যকৰ, তাক জানিবলৈ বিচাৰে। যি সাংবাদিকতাই এই ব্যাখ্যা অতি সূচাৰুৰূপে উপস্থাপন কৰিব পাৰে সিয়েই বিশ্লেষণমূলক সাংবাদিকতা। অৰ্থাৎ বিশ্লেষণমূলক সাংবাদিকতাৰ সংজ্ঞা হ'ল বিস্তাৰিত আৰু অৰ্থবহ কোনো সংবাদ এজন সাংবাদিকে তেওঁৰ মতামতৰ সহায়ত ইতিবাচক, নেতিবাচক বা প্ৰতিক্ৰিয়াসহ উপস্থাপন কৰে। অৱশ্যে বিশ্বৰ সংবাদজগতত এই সাংবাদিকতাক লৈ কিছু বিতৰ্ক বা মতভেদ থকাৰ কথা জনা যায়।

বিখ্যাত জনমত বিশেষজ্ঞ ড° জৰ্জ গ্যালাপৰ মতে—" The theory that News paper readers want to make up their own minds, that they want only the bare facts, is reffuted by all kinds of evidence.'... But I insist, interpretaion can be free of bias just as free as the selection of details in the story which purports to be completely free of bias." এই উক্তিৰ ভিত্তিত বিশ্লেষণধৰ্মী সাংবাদিকতাৰ কেইটামান চৰ্ত নিৰ্ধাৰণ কৰিব পৰা যায়। সেয়া হৈছে— ১। সংবাদ গ্ৰাহ্যতা, ২। অৰ্থ গ্ৰাহ্যতা, ৩। ব্যাখ্যামূলক, ৪। মতামতধৰ্মী, ৫। ইতিবাচক, ৬। বিস্তাৰিত, ৭। প্ৰতিক্ৰিয়া সৃষ্টিকাৰী আৰু ৮। ইতিহাস ধৰ্মীতা। এই চৰ্তসমূহলৈ লক্ষ্য ৰাখিলে বিশ্লেষণমূলক সাংবাদিকতাৰ অন্তৰ্গত কাম কৰাৰ সহায়ক হ'ব বুলি ক'ব পাৰি। এই সাংবাদিকতাৰ বাবে কেইটামান ব্যৱহৃত পদ্ধতি হৈছে—

১। মূল খবৰৰ মাজতে বিশ্লেষণ কৰিব পাৰি।

২। মূল খবৰৰ লগতে পৃথকভাৱে বিশ্লেষণমূলক ৰচনা প্ৰকাশ কৰিব পাৰি।

৩। সকলো সময়তে সংবাদটো আৰম্ভণিতে পৰিৱেশন হ'ব লাগিব। নহ'লে বিশ্লেষণটো পাঠকৰ বোধগম্য নহয়।

৪। চাইদবাৰ বা গ্ৰাফিক্সৰ সহায়ত বিশ্লেষণটো পাঠকৰ বাবে আৰু বেছি বোধগম্য কৰা সম্ভৱ।

৫। নিজস্ব মতামত বিভিন্ন সূত্ৰৰপৰা পোৱা বুলি উল্লেখ কৰা উচিত।

## তদন্তমূলক সাংবাদিকতা

এটা ঘটনা ঘটি যোৱাৰ পাছত, তাৰ বস্তুনিষ্ঠ আৰু বিশ্লেষণমূলক প্ৰতিবেদন প্ৰকাশৰ পৰৱৰ্তী পৰ্যায়ত আৰম্ভ হয় তদন্তমূলক বা অনুসন্ধানমূলক সাংবাদিকতা। অৱশ্যে সকলো সংবাদকেই এই পৰ্যায়ৰ মাজেদি যে চাব লাগিব তাৰ কোনো ধৰা-বন্ধা কথা নাই। কাৰণ সকলো সংবাদ সম্পৰ্কে পাঠক সমানভাৱে আগ্ৰহী নহয়। সাধাৰণতে যিবিলাক সংবাদ বিতৰ্কৰ চাকনৈয়াত প্ৰতিফলিত হয়, যাক লৈ মানুহৰ মনত সন্দেহ ঘনীভূত হয়, যি সংবাদৰ পাছত পাঠকে ৰহস্যৰ গোন্ধ পায়, যি বিষয়ত জাতি তথা মানৱ সভ্যতাৰ পক্ষে ক্ষতিকৰ হৈ উঠিব পাৰে আদি ধৰণৰ ঘটনাক লৈ পাঠক বেছি আগ্ৰহী। তেনেবিলাক সংবাদৰ ভিত্তিতেই তদন্তমূলক সাংবাদিকতাৰ পটভূমি আৰম্ভ হয়। গতিকে তদন্ত কৰিবলৈ হ'লে বাছি ল'ব লাগিব এনেকুৱা বিষয়, যিবোৰৰ তদন্ত বা অনুসন্ধান সম্ভৱ আৰু ফলাফলৰ ভিত্তিত ইতিবাচক কিছু প্ৰতিক্ৰিয়া পাব পাৰি।

এই সাংবাদিকতাৰ সংজ্ঞা হৈছে— কোনো সত্য বহু আলোচিত আৰু মানুহৰ আগ্ৰহ সৃষ্টিৰ বিষয়ৰ অনুসন্ধান যাৰ যোগেদি প্ৰত্যক্ষ ফল অথবা পৰিৱৰ্তন আশা কৰা সম্ভৱ।

তদন্তমূলক সাংবাদিকতাৰ চৰ্তসমূহ হৈছে— ১। সত্যতা, ২। বিতৰ্কিত, ৩। মানুহৰ আগ্ৰহবোধ সৃষ্টিকাৰী বিষয় আৰু ৪। ফলদায়ক। ইয়াৰ বাহিৰেও আন চৰ্ত হৈছে— তদন্তমূলক হ'ব লাগিব পৰিকল্পনা ভিত্তিক, ব্যয়সাপেক্ষ, ব্যয়বহুল আৰু তীক্ষ্ণ পৰ্যৱেক্ষণশীল।

সাধাৰণ সাংবাদিকতাত যি ধৰণৰ গতানুগতিক ধাৰাবাহিকতা থাকে সেয়া তদন্তমূলক বা অনুসন্ধানমূলক সাংবাদিকতাত পৰিলক্ষিত নহয়। এই সাংবাদিকতাৰ মূলতঃ বিশেষ ধৰণৰ ৰচনা হ'লেও, ইয়াক যে বিশেষজ্ঞৰ যোগেদি কৰাব লাগিব তাৰ কোনো বাধ্য-বাধকতা নাই। সাধাৰণ যিকোনো বিতৰ্কিত বিষয়ৰ সৈতে বিভিন্ন দিশ জড়িত থকাৰ বাবে কোনো বিষয় বা ঘটনা সম্পূৰ্ণ তদন্তৰ ক্ষেত্ৰত একাধিক ব্যক্তি জড়িত হ'বলগীয়া হয়। ইয়াত ব্যতিক্ৰমো আছে। বিশেষকৈ অপৰাধমূলক ঘটনাৰ তদন্তত সেই বিষয়ৰ অভিজ্ঞ কোনো এজনক দায়িত্ব দিবলগীয়া হয়। এই সকলোৰে মূল উদ্দেশ্য হ'ল পাঠকক সচেতন কৰি তোলা।

কি বিষয় লৈ অনুসন্ধান কৰা হ'ব, কোনে সেই কাম কৰিব এই সকলো ঠিক কৰে সম্পাদক বা সম্পাদকমণ্ডলীয়ে। অপৰাধমূলক খবৰক লৈয়ে অনুসন্ধানধৰ্মী সংবাদ হ'লেও এই সাংবাদিকতাৰ ক্ষেত্ৰ আৰু বেছি ব্যাপক। এই সাংবাদিকতাৰ ধৰ্ম

হ'ল কোনো অতি গোপন বিষয় টানি বাহিৰ কৰা আৰু তাক সংবাদ হিচাপে প্ৰচাৰ কৰা। আমেৰিকাৰ 'ৱাটাৰগেট কেলেংকাৰি'ক এইদৰে বাহিৰলৈ টানি উলিয়াই আনিছিল 'ৱাশ্বিংটন প'ষ্ট'ৰ দুই সাংবাদিক উদৱাৰ্ড আৰু বাৰ্নষ্টেইনাৰে। ইয়াৰ ফলত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিয়ে পদত্যাগ কৰিবলৈ বাধ্য হোৱাৰ লগতে সমগ্ৰ বিশ্বত অনুসন্ধানমূলক সাংবাদিকতাৰ ক্ষেত্ৰত এক দৃষ্টান্ত প্ৰতিষ্ঠা কৰি থৈ যায়। ঠিক সেইদৰে ভাৰতত 'ইণ্ডিয়ান এক্সপ্ৰেছ'ত অশ্বিনী চাৰিনে দিল্লী তিহাৰ জেলৰ কলংকৃত ঘটনা প্ৰকাশ, একে কাকততে ঠিক সেইদৰে সুদীপ মুখোপাধ্যায়ৰ ভাৰতত মহিলা বিক্ৰীৰ প্ৰতিবেদন যুগান্তকাৰী অনুসন্ধানমূলক সংবাদৰূপে পৰিচিত হৈ আহিছে। এই অনুসন্ধানমূলক সংবাদৰ পটভূমি আৰু সূচনা মন কৰিবলগীয়া। 'ৱাটাৰগেট কেলেংকাৰি'ৰ তথ্যসূত্ৰ সাংবাদিকদ্বয়ে লাভ কৰিছিল এফ. বি. আই.ৰ (যুক্তৰাষ্ট্ৰৰ চৰকাৰী চোৰাংচোৱা সংস্থা) সূত্ৰৰপৰা। আনহাতে তিহাৰ জেলৰ ঘটনা উদ্ধাৰ কৰিবলৈ অশ্বিনী চাৰিনে নিজে সাজি লোৱা এটা ঘটনাৰ অপৰাধীৰূপে তিহাৰ জেলৰ কয়দী ৰূপ লৈ অনুসন্ধান চলাইছিল। আনহাতে সুদীপ মুখোপাধ্যায়ে নিজে ১৬০০ টকাত এগৰাকী মহিলা কিনি আনি ইণ্ডিয়ান এক্সপ্ৰেছ কাকতৰ কাৰ্যালয়ত উপস্থিত হৈছিল।

অনুসন্ধানমূলক সাংবাদিকতা মানেই হ'ল বিস্তাৰিত গৱেষণা। কোনো গোপন বিষয়ৰ প্ৰাথমিক সূত্ৰটো জনাৰ পাছত নিজকে নিজে প্ৰশ্ন কৰিবলগীয়া হয়, বিষয়টোৰ অৰ্থ কি ? সমাজ আৰু ব্যক্তিৰ মাজত ইয়াৰ প্ৰভাৱ কিমান ? অদূৰ ভৱিষ্যতে কি ঘটিব পাৰে ? এই প্ৰশ্নবোৰ উত্তৰ বিচাৰি অভিযানত নামি পৰিব লগা হয় সৈন্যৰ দৰে। ইয়াক বুজি লৈ তেওঁ চাব লাগিব যে তেওঁ যি শুনিছে, যি দেখিছে সেয়াই সকলো নহয়। ইয়াৰ অন্তৰালত বহুতো গভীৰ, গোপন, ৰহস্য সোমাই আছে; সেইবোৰ উদ্ধাৰ হ'লে বহুতো গুৰুত্বপূৰ্ণ তথ্য বাহিৰ হ'ব।

অনুসন্ধানমূলক সাংবাদিকতাৰ শ্ৰেষ্ঠ পদ্ধতি হৈছে— জানি লোৱা, বুজি লোৱা আৰু মনোনিৱেশ কৰা। এই সাংবাদিকতাত জড়িত সাংবাদিকসকল তদন্তৰ কামত ওতঃপ্ৰোতভাৱে জড়িত হৈ থাকিলেও তেওঁ শান্ত আৰু উদ্বেগহীন মনোভাবৰ মাজত থাকিব লাগে। চঞ্চলতাৰপৰা আঁতৰি থাকি সাহসী, ধৈৰ্যশীল আৰু সহানুভূতিৰে ভূমিকা পালন কৰি আগ বঢ়া উচিত।

## মানৱীয় আবেদনসমৃদ্ধ সংবাদ

পাঠকে সদায় সংবাদপত্ৰত একে ধৰণৰ আমনিদায়ক খবৰ পঢ়ি পঢ়ি নিৰাশাবোধ কৰে। একঘেয়ামি এই সংবাদ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক বা বিনোদন সকলোতে একে ৰূপত চলি থকাত পাঠকে ক্লান্তি অনুভৱ কৰে। দাৰিদ্ৰতাৰ তাড়নাত পৰি আধাতে শিক্ষা সামৰা ল'ৰাটোৱে ৰাস্তাৰ কাষত, মানুহৰ ঘৰত, ফুটপাথত, বজাৰত গীত

পৰিবেশন কৰি কৰি এটা সময়ত প্ৰসিদ্ধ এজন গায়কৰ শাৰীলৈ আগ বাঢ়িল, আৰু শেষত গৈ সেইজনেই এজন নামজ্বলা গায়ক হিচাপে প্ৰতিষ্ঠিত হ'ল। ইয়াকে সুন্দৰ পটভূমিৰে আৰম্ভ কৰি যদি এখন পূৰ্ণাংগ প্ৰতিবেদন কৰা হয় সেয়ে হ'ব মানৱীয় আবেদনসমৃদ্ধ সংবাদ। এনে বহুত সত্য তথা জীয়া কাহিনীৰে মনোগ্ৰাহী প্ৰতিবেদন ৰচনা কৰাৰ থল বিচাৰিলেই পোৱা যায়। কিন্তু ইয়াৰ প্ৰকৃত উপস্থাপন ৰীতিয়ে পাঠকক আকৰ্ষিত কৰিব লাগিব। পাঠকক হাৰ্ড নিউজৰ ঠাইত মনোযোগ আকৰ্ষণকাৰী উপাদান থকা সংবাদ ইয়াৰ যোগেদি দিব পৰাটোৱেই কৃতিত্ব। কোনো এজন জনপ্ৰিয় অভিনেতা বা প্ৰখ্যাত ৰাজনীতিবিদৰ ব্যক্তিগত জীৱনৰ প্ৰতিচ্ছবি হ'ব পাৰে মানৱীয় আবেদনসমৃদ্ধ সংবাদ।

মানৱীয় আবেদনসমৃদ্ধ খবৰৰ ভাষা হ'ব ব্যঞ্জনাময়। গোটেই প্ৰতিবেদন জুৰি থাকিব একান্ত ব্যক্তি চিন্তাধাৰাৰ স্পৰ্শ। তাৰ লগত থাকিব বৰ্ণনা, ব্যাখ্যা আৰু প্ৰতিক্ৰিয়া। ইয়াত শব্দ গাঁথনি আৰু বাক্যৰূপ হ'ব সহজ-সৰল। মানুহৰ মন, আবেগ, অনুভূতিক জাগ্ৰত কৰি এই ধৰণৰ সংবাদ পৰিবেশন কৰা হয়। কাহিনীৰ দৃষ্টিভংগী কেনেদৰে আৰম্ভ হৈ কেনেদৰে শেষ হ'ব এই সকলো নিৰ্ভৰ কৰিব সংশ্লিষ্ট সাংবাদিকজনৰ ওপৰত। নিখুঁত ভাষা আৰু সুন্দৰ বাক্য সজ্জা, লগতে লেখকৰ চিন্তা-ভাবনাৰ সামঞ্জস্যপূৰ্ণ মিশ্ৰণেই মানৱীয় সংবাদক প্ৰকৃত সংবাদৰ আধাৰ কৰি তোলে। সংবাদৰ প্ৰথম শাৰীৰপৰা পাঠকক আকৃষ্ট কৰি তোলাৰ পাছত লাহে লাহে সেই আগ্ৰহ বঢ়াই নিয়াৰ দায়িত্ব লেখকসকলৰ ওপৰতেই নিৰ্ভৰ কৰিব। এটা কথালৈ মনত ৰখা ভাল যে পাঠক বেছি আগ্ৰহী হৈ থাকে সেইবোৰ বিষয়ত যিবোৰ তেওঁলোকৰ বাবে একেবাৰে নতুন। যাক তেওঁলোকে দেখা নাই; শুনিছে মাথোন; ইয়াৰ সবিশেষ জানিবলৈ তেওঁলোক কৌতূহলিত হৈ থাকে। সেইবোৰ তেওঁলোকৰ বাবে ৰহস্যজনক, এই সংবাদকে তেওঁৰ অনুভূতিক চুই যায় গভীৰ ৰূপত। অৱশ্যে এনে ক্ষেত্ৰত সাংবাদিকজনে এইটোও লক্ষ্য ৰাখিব লাগিব যে মানৱীয় আবেদনসমৃদ্ধ সংবাদো সংবাদেই, এই ক্ষেত্ৰত সংবাদৰ উপাদান তথা সংবাদমূল্য হেৰাই গ'লে নহ'ব। অতিৰঞ্জিত কৰি ইয়াৰ মূল ধাৰাটোৰপৰা আঁতৰি গ'লে ইয়াৰ প্ৰকৃত উদ্দেশ্য বিফল হোৱাৰ আশংকা থাকে আৰু পাঠকো হতাশ হ'ব পাৰে। গতিকে ইয়াৰ উপযুক্ত পৰিবেশন শৈলীৰ ওপৰতেই এই সাংবাদিকতাৰ সফলতা নিৰ্ভৰ কৰে। (*স.স.*)

## উন্নয়নমূলক সাংবাদিকতা আৰু কিছু আনুষংগিক প্ৰসংগ

ইংৰাজী 'ডেভেলপমেণ্ট' শব্দটোৰ অসমীয়া ৰূপান্তৰ কৰিবলৈ যাওঁতে বহুকেইটা শব্দ সমুখত উপস্থিত হয়হি। সেয়া হৈছে বিকাশ, বৃদ্ধি বা পৰিণতি প্ৰাপ্তি; বিকাশ, পৰিবৰ্ধন, পূৰ্ণতা; উন্নয়ন আৰু উন্নতি; আৰু উন্নয়নমূলক কাৰ্য।

এই 'ডেভেলপমেণ্ট' বা 'উন্নয়ন' মানে কি? অৰ্থনীতিৰ সাধাৰণ ভাষাত জনসাধাৰণৰ প্ৰকৃত জনমূৰি আয় বৃদ্ধি কৰা প্ৰক্ৰিয়াটোৱেই 'ডেভেলপমেণ্ট' বা 'উন্নয়ন'।

কিন্তু বহল ভিত্তিত চালে এই শব্দৰ আৰু বহুতো দিশ আহি পৰে। যেনে—জনসাধাৰণৰ জনমূৰি আয় বৃদ্ধি হ'ব পৰাকৈ অৰ্থনৈতিক ব্যৱস্থাটোৰ বা অৰ্থনীতিৰ গাঁথনিটোৰ উন্নয়ন ঘটোৱা।

'অৰ্থনৈতিক উন্নয়ন' শব্দ দুটাৰো এই 'উন্নয়ন' শব্দটোৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক আছে। 'অৰ্থনৈতিক উন্নয়ন'ৰ অৰ্থ এইবুলি কোৱা হৈছে - যি প্ৰক্ৰিয়াৰ জৰিয়তে একোখন দেশৰ প্ৰকৃত জনমূৰি আয় সুদীৰ্ঘ সময়ৰ কাৰণে বৃদ্ধি কৰা হয় আৰু লগতে দেশখনৰ অৰ্থনৈতিক গাঁথনি আৰু অনুষ্ঠানসমূহৰো পৰিৱৰ্তন অনা হয়, তাকে অৰ্থনৈতিক উন্নয়ন বোলা হয়।

কিন্তু, মন কৰিবলগীয়া কথাটো হৈছে, একোখন দেশৰ সামগ্ৰিক বা গড় জনমূৰি আয় বৃদ্ধি হ'লেই বা ব্যাপক উদ্যোগীকৰণ হ'লেই উন্নয়ন হোৱাটো নুবুজায়। ই একে সময়তে কিছু গুণগত পৰিৱৰ্তনো ঘটাব পাৰিব লাগিব। লগতে এনেকুৱা এটা পৰিৱেশ সৃষ্টি কৰিব লাগিব য'ত সমগ্ৰ সামাজিক ব্যৱস্থাটোৱে এটা উৰ্ধ্বমুখী গতি লাভ কৰিব পাৰে।

ডেভেলপমেণ্ট বা উন্নয়ন মানে মানুহ আৰু জীৱ-জন্তু উচ্ছেদ কৰি প্ৰকাণ্ড প্ৰকাণ্ড কাৰখানা বা বান্ধ নিৰ্মাণ কৰাটোও নুবুজায়। প্ৰকৃত উন্নয়নে মানুহক আত্মনিৰ্ভৰশীল হোৱাতহে সহায় কৰে, যি পৰিৱেশত মানুহৰ সাংস্কৃতিক উৎকৰ্ষও সহজতে সাধন হয়।

ইতিমধ্যে 'গুণগত পৰিৱৰ্তন' বুলি দুটা শব্দৰ উল্লেখ কৰা হৈছে। কিহৰ গুণগত পৰিৱৰ্তন ? স্বাভাৱিকতেই জীৱনৰ। কাৰ জীৱনৰ ?— মানুহৰ জীৱনৰ। বাকী জীৱ-জন্তু, গছ-গছনিৰ কি হ'ব?— মানুহৰ জীৱনৰ গুণগত পৰিৱৰ্তন সাধন হ'লে জীৱ-জন্তু, গছ-গছনি, প্ৰকৃতি-পাৰিপাৰ্শ্বিকতাৰো গুণগত পৰিৱৰ্তন আপোনা-আপুনি নিশ্চিত হ'ব। সেয়ে, মনত ৰাখিব লাগিব—যি সমাজত এহাতে ওখ ওখ অট্টালিকা উঠিছে, মানুহৰ ঘৰবোৰ অত্যাধুনিক আচবাবেৰে ভৰি পৰিছে আৰু আনহাতে বনাঞ্চলৰ ব্যাপক ধ্বংস চলিছে, জীৱ-জন্তুৰ অবাধ হত্যা হৈছে, সেই সমাজৰ প্ৰকৃত উৰ্ধ্বমুখী গতি হোৱাটো দূৰৰে কথা; ই সমাজৰ উন্নয়নৰ ৰেখাডাল নিম্নমুখী হোৱাৰহে প্ৰমাণ।

'কমিউনিকেছন' বা 'সংযোগ' শব্দটোৰ বিষয়ে আমি আটায়ে ইতিমধ্যে জানো, যিটো প্ৰক্ৰিয়াৰ জৰিয়তে একোটা স্থান বা একোজন ব্যক্তিৰপৰা একোটা নিৰ্দিষ্ট বাৰ্তাক এটা নিৰ্দিষ্ট ব্যৱস্থা বা গতিপথেৰে আন একোটা স্থান বা একোজন বা বহুজন ব্যক্তিলৈ প্ৰেৰণ কৰা হয়, তাকে 'কমিউনিকেছন' বা 'সংযোগ' বোলে।

'কমিউনিকেছন' এনে এটা আহিলা যি (ক) বোধশক্তি বৃদ্ধি কৰে, (খ) কাৰ্য সম্পাদন সহজসাধ্য কৰে আৰু (গ) সামূহিক জীৱন শক্তিশালী কৰে।

'কমিউনিকেছন'ৰ এই কাৰ্যসমূহ সংবাদ মাধ্যমৰ ক্ষেত্ৰতো সমানেই প্ৰযোজ্য হয় আৰু সেয়ে প্ৰযোজ্য হয় বাতৰিকাকত, আলোচনী, ৰেডিঅ' বা টেলিভিছনৰ ক্ষেত্ৰতো।

যোৱা দুই-তিনিটা দশকত সমগ্ৰ এছিয়া মহাদেশ তথা উন্নয়নশীল দেশসমূহত

'ডেভেলপমেণ্ট কমিউনিকেছন' আৰু উন্নয়নমূলক সাংবাদিকতাই বিশেষ গুৰুত্ব লাভ কৰিছে। ডেভেলপমেণ্ট কমিউনিকেছনৰ গুৰুত্ব অৱশ্যে স্বাধীনতাৰ ঠিক পাছৰপৰা আমাৰ দেশত বৃদ্ধি পাবলৈ ধৰে। বিশেষকৈ প্ৰথম আৰু দ্বিতীয় পৰিকল্পনাত যেতিয়া দেশখনৰ দ্রুত অর্থনৈতিক উন্নয়নৰ ওপৰত গুৰুত্ব আৰোপ কৰা হ'ল, তেতিয়া জনসাধাৰণক এই উন্নয়নৰ প্ৰক্ৰিয়াটোৰ অংশীদাৰ কৰিবৰ নিমিত্তে ডেভেলপমেণ্ট কমিউনিকেছনৰ বিভিন্ন কৌশল প্ৰয়োগ কৰিবলৈ চেষ্টা চলোৱা হ'ল। উন্নত জাতৰ ধান আৰু ঘেঁহু জনপ্ৰিয় কৰি তোলাৰেপৰা কৃষিক্ষেত্ৰত ৰাসায়নিক দ্রব্য আৰু সাৰ প্ৰয়োগ বৃদ্ধিলৈকে প্ৰতিটো পদক্ষেপতে ডেভেলপমেণ্ট কমিউনিকেছনৰ বিভিন্ন কৌশল প্ৰয়োগ কৰা হৈছিল। ভাৰতৰ সৰহসংখ্যক মানুহ যিহেতু গাঁৱত বাস কৰে আৰু কৃষি-কাৰ্যত জড়িত, সেয়ে ভাৰতত ডেভেলপমেণ্ট কমিউনিকেছনক বহু সময়ত 'ৰুৰেল কমিউনিকেছন' বুলিও কোৱা হৈছিল।

ইয়াত যদিও উন্নয়নমূলক সাংবাদিকতা বা ডেভেলপমেণ্ট জার্নেলিজিমৰ কথাহে আলোচনা কৰা হৈছে, তথাপিতো 'ডেভেলপমেণ্ট কমিউনিকেছন' সম্পৰ্কে সম্যক ধাৰণা লাভ কৰিব নোৱাৰিলে বিষয়টো বুজাত জটিল হ'ব পাৰে। তলত ডেভেলপমেণ্ট কমিউনিকেছনৰ সাধাৰণতে ব্যৱহাৰ হোৱা দুটা সংজ্ঞা দিয়া হৈছে।

Development Communication is an art and science of human communication applied to the speedy transformation of a country and the mass of its people from poverty to a dynamic state of economic growth that makes possible greater social equality and a larger fulfilment of the human potential. (Nora Quebral, 1975).

ডেভেলপমেণ্ট কমিউনিকেছন মানৱ সংযোগ প্ৰক্ৰিয়াৰ এটা এনেকুৱা কলা বা বিজ্ঞান যিটোক একোখন দেশ আৰু দেশখনৰ জনসমূহক দৰিদ্ৰতাৰপৰা অর্থনৈতিক বৃদ্ধিৰ এটা গতিশীল পৰ্যায়লৈ লৈ যোৱাত প্ৰয়োগ কৰা হয়। ইয়াৰ ফলস্বৰূপে সম্ভৱ হৈ উঠে বৃহত্তৰ সামাজিক সমতা আৰু মানুহৰ সুপ্ত গুণৰাজিক কৰি তোলে সৰ্বাধিকভাৱে সাৰ্থক অথবা পৰিপূৰ্ণ।

ইয়াৰ আন এটা গুৰুত্বপূৰ্ণ সংজ্ঞা হৈছে এনে ধৰণৰ—

Development Communication is an element of the management process in the overall planning and implementation of development programmes. In a broad sense it is the identification and utilisation of appropriate expertise in the development process that will assist in increasing participation of intended beneficiaries at the grassroot`s levels. (Rosario Braid, 1979).

ডেভেলপমেণ্ট কমিউনিকেছন হৈছে উন্নয়নমূলক আঁচনিসমূহৰ সামগ্ৰিক পৰিকল্পনা আৰু ৰূপায়নৰ পৰিচালনা প্ৰক্ৰিয়াটোৰ এটা অন্যতম মৌলিক উপাদান। বহল অৰ্থত, ই

হৈছে উন্নয়নৰ প্ৰক্ৰিয়াটোত প্ৰকৃত নিপুণতা বা কাৰ্যকুশলতাসমূহ চিনাক্ত আৰু প্ৰয়োগ কৰাৰ প্ৰক্ৰিয়া, যিটোৱে তৃণমূল পৰ্যায়ত উদ্দেশ্যকৃত হিতাধিকাৰীসকলৰ (উন্নয়নৰ প্ৰক্ৰিয়াটোত) বৰ্ধিত অংশগ্ৰহণ নিশ্চিত কৰাত সহায় কৰে।

ডেভেলপমেণ্ট জাৰ্নেলিজিম যিহেতু ডেভেলপমেণ্ট কমিউনিকেছনৰ অন্যতম অংগ, সেয়ে উন্নয়নমূলক সাংবাদিকতা উন্নয়নৰ সামগ্ৰিক প্ৰক্ৰিয়াটোৰে এটা এৰাব নোৱৰা অংশ। আনহাতে সৰহখিনি সময়তে দেখা যায়, উন্নয়নমূলক সাংবাদিকতা আৰু গ্ৰাম্য সাংবাদিকতা প্ৰায় একাকাৰ হৈ পৰে। আগতেই কোৱা হৈছে, আমাৰ দেশৰ সৰহসংখ্যক মানুহ গাঁৱত বাস কৰে। সেয়ে গ্ৰাম্যাঞ্চলৰ উন্নয়ন মানেই দেশখনৰ সৰহসংখ্যক জনসাধাৰণৰ উন্নয়ন।

'মাছ কমিউনিকেছন' বা গণ সংযোগ প্ৰক্ৰিয়াটোত বহুকেইটা ভাগ আছে। বাতৰিকাকতকে ধৰি ছপা মাধ্যম (ইয়াত পুথি, পুস্তিকা, লিফলেট, চিঠিপত্ৰ, ঔষধৰ পেকেটৰ ভিতৰত অহা কাকতখিলা—এইবিলাকো সন্নিবিষ্ট হয়) হৈছে ইয়াৰে অন্যমত ভাগ।

দ্বিতীয় ভাগটোত আছে 'ভিজুৱেল' বা দৃশ্য মাধ্যম। ইয়াত সাধাৰণ যেন লগা ছাইন-ব'ৰ্ডৰপৰা আৰম্ভ কৰি প'ষ্টাৰ, বেনাৰ, ফেষ্টুন, হ'ৰ্ডিং আদিতো আছেই, ছিনেমা, টেলিভিছন আৰু আনকি নাটকো এই 'ভিজুৱেল' মাধ্যমৰ অন্তৰ্গত।

তৃতীয় ভাগটো হৈছে অডিঅ' বা শ্ৰাব্য মাধ্যম। ইয়াৰ অন্যতম হৈছে ৰেডিঅ'। আমাৰ দেশৰ গ্ৰাম্যাঞ্চলত ৰেডিঅ'ৰ প্ৰভাৱ এতিয়াও সৰ্বাধিক। একেটা ভাগতে আছে অন্য এটা জনপ্ৰিয় মাধ্যম— গীত-মাত। চৰকাৰী কাৰ্যসূচীসমূহ জনসাধাৰণৰ ওচৰলৈ নিবৰ কাৰণে ভাৰত চৰকাৰৰ এটা গীত আৰু নৃত্য বিভাগো আছে— তথ্য আৰু সম্প্ৰচাৰ মন্ত্ৰালয়ৰ অধীনত। আন শক্তিশালী শ্ৰাব্য মাধ্যমৰ ভিতৰত আছে আজিকালি জনপ্ৰিয় শ্ৰাব্য কেছেট। আৰু আছে আমাৰ পৰম্পৰাগতভাৱে চলি অহা লোকাচাৰসমূহ।

বহুতৰে এটা ধাৰণা হৈ গৈছে, সাংবাদিকতা বা গণ-সংযোগ এনে এটা মাধ্যম য'ত কাম কৰিবৰ কাৰণে বিশেষ অৰ্হতাৰ বা প্ৰশিক্ষণৰ প্ৰয়োজন নাই। (ক'তো একো চাকৰিৰ সুবিধা নোহোৱাত পেপাৰ এখনত সোমাবলৈ অহা মানুহ অসমত আজিকালি ঢেৰ আছে।)

কিন্তু আকাশবাণীৰ কৃষি অনুষ্ঠানত বাৰু অৰ্হতাবিহীন মানুহ এজনে কাম কৰিব পাৰিবনে? নাইবা আকাশবাণী বা দূৰদৰ্শনৰ বাতৰি বিভাগত? আজিকালি অসমৰ কেইখনমান বাতৰিকাকতে কৃষি আৰু অৰণ্য/পাৰিপাৰ্শ্বিকতা বিষয়ক বিশেষ পৃষ্ঠা উলিয়াবলৈ লৈছে। বিশেষ পাৰদৰ্শিতা অথবা অৰ্হতা নোহোৱা মানুহে এনে পৃষ্ঠা চলাব পাৰিবনে ?

এইটো ঠিক যে আমাৰ ৰাজ্যখনত সাংবাদিকতা আৰু গণ-সংযোগৰ প্ৰশিক্ষণ বা শিক্ষাদানৰ বিশেষ সা-সুবিধা এতিয়াও হোৱা নাই। গুৱাহাটী বিশ্ববিদ্যালয়ৰ তিনি দশক পুৰণি সাংবাদিকতা বিভাগটো এতিয়াও জোৰা-টাপলি মাৰি চলাই থকা হৈছে। ফলস্বৰূপে

এই বিশ্ববিদ্যালয়ৰপৰা এজনো লেখৰ সাংবাদিক ওলাব পৰা নাই।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতাৰ চাৰ্টিফিকেটখন ৰাজ্য চৰকাৰৰ চাকৰিৰ বাবে আৱেদন কৰাৰ বাহিৰে আন কোনো কামত নাহে। তদুপৰি তেনে চাৰ্টিফিকেটৰ জোৰত ৰাজ্য চৰকাৰৰ চাকৰিত সোমোৱাসকলে নিজেও জানে তেওঁলোকৰ কৰ্তব্য সম্পাদন কৰোঁতে যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতাৰ শিক্ষাই একো সহায় নকৰে।

নতুন দিল্লী, হিচ্ছাৰ, হায়দৰাবাদ, কলকাতা, মুম্বাই, চেন্নাই, বাংগালোৰ, পুনে, চণ্ডীগড় আদি ঠাইত যিকেইখন সাংবাদিকতা শিক্ষানুষ্ঠান আছে, সেইকেইখনৰ পৰীক্ষা শেষ হ'বলৈ বাতৰিকাকতসমূহ আৰু অন্যান্য গণ-সংযোগ সংস্থাসমূহে আগ্ৰহেৰে বৈ থাকে; পৰীক্ষাৰ ফলাফল নোলালেও কথা নাই— ইমানেই উপযুক্ত প্ৰশিক্ষণ সেইবোৰত প্ৰদান কৰা হয়।

প্ৰকৃতপক্ষে গণ-সংযোগৰ যিকোনো এটা ভাগতে কাম কৰিবলৈ হ'লে দেশখনৰ বা অঞ্চলটোৰ কেতবোৰ বুনিয়াদী, অৰ্থনৈতিক আৰু আৰ্থ-সামাজিক দিশৰ ওপৰত সম্যক ধাৰণা আহৰণ কৰাটো নিতান্তই প্ৰয়োজনীয়। যেনে, অসম তথা উত্তৰ-পূৰ্বাঞ্চলত সাংবাদিকতা বা গণসংযোগৰ আন যিকোনো মাধ্যমত কাম কৰিব বিচৰাসকলে দেশ বিভাজন, ভূমিকম্প, বানপানী, জনপ্ৰব্ৰজন, কৃষি, বনাঞ্চল, সীমা-বাণিজ্য, বাংলাদেশ, সাক্ষৰতা আদি বিষয়বোৰৰ ভাল জ্ঞান আহৰণ কৰি লোৱা উচিত। ইয়াৰ কাৰণ হৈছে, এই অঞ্চলটোৰ সামগ্ৰিক উন্নয়ন প্ৰক্ৰিয়াটোৰ ওপৰত এই বিষয়বোৰৰ ব্যাপক প্ৰভাৱ আছে। এই অঞ্চলটোৰ জনসাধাৰণৰ জনমূৰি আয় বা জীৱনৰ গুণগত মান নিৰ্ধাৰণ কৰে ওপৰত উল্লেখ কৰা যিকোনো বা আটাইবোৰ বিষয়ে।

ডেভেলপমেণ্ট কমিউনিকেছন প্ৰকৃত অভিজ্ঞতাৰপৰা উদ্ভৱ হৈছে আৰু সেয়ে ই উন্নয়নশীল দেশসমূহৰ একপ্ৰকাৰ নিজা উদ্ভাৱন। ই জনসাধাৰণৰ চিন্তা-প্ৰক্ৰিয়া আৰু কৰ্ম-প্ৰক্ৰিয়া —উভয়তে বাঞ্ছনীয় পৰিৱৰ্তন ঘটাবলৈ প্ৰয়াস কৰে। অৰ্থাৎ যিসকল মানুহে ডেভেলপমেণ্ট কমিউনিকেছন প্ৰক্ৰিয়াটোত কাম কৰে, তেওঁলোকৰো অন্যতম দায়িত্ব হ'ল জনসাধাৰণৰ চিন্তা আৰু কৰ্মত বাঞ্ছনীয় পৰিৱৰ্তন অনা।

ডেভেলপমেণ্ট কমিউনিকেছনে, আৰু নিঃসন্দেহে উন্নয়নমূলক সাংবাদিকতাই জনসাধাৰণৰ অংশগ্ৰহণ আৰু সন্তুষ্টি তথা প্ৰসন্নতা নিশ্চিত কৰিব বিচাৰে। বাতৰিকাকতৰ ভিতৰৰ পৃষ্ঠাত বছৰৰ পাছত বছৰ বিভিন্ন জিলাৰ কোনো ভিতৰুৱা অঞ্চলত অৰ্ধ-নিৰ্মিত আৰু পৰিত্যক্ত হৈ পৰি থকা প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰবোৰৰ ফটোগ্ৰাফ যে ওলাই থাকে, পঢ়ুৱৈ জনসাধাৰণে সেই বিষয়ে কি ভাবে কোনোবাই কেতিয়াবা খবৰ লৈছেনে ? ভালকৈ বিচাৰ কৰিলে দেখা যাব— প্ৰথম কেইমাহমান বা কেইবছৰমান জনসাধাৰণে সেই ফটোগ্ৰাফখন আগ্ৰহেৰে চাইছিল। তাত এটা আশা, এটা আকাংক্ষা অন্তৰ্নিহিত হৈ আছিল; বাতৰিকাকতত ওলোৱা হেতুকে আমাৰ এলেকাটোৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰটোৰ নিৰ্মাণ চাগৈ এইবাৰ সম্পূৰ্ণ হ'ব ! কিন্তু তেনে

স্বাস্থ্যকেন্দ্ৰ বহুতো সম্পূৰ্ণ হ'ল, সম্পূৰ্ণ হোৱাবোৰৰ ফটোগ্ৰাফ পিছে এখনো নোলাল। প্ৰসন্নতাৰ ছবিখন অঁকা নহ'ল, বিৰাগ-বিতুষ্টি-নিৰাশাৰ ফটোগ্ৰাফ ডজন হিচাপত ছপা হৈয়েই আছে।

আন এটা বেছ মন কৰিবলগীয়া উদাহৰণ আছে। নব্বৈৰ দশকটোত বিভিন্ন স্তৰত, নিবনুৱাৰ সংখ্যা বৃদ্ধিৰ বিষয়ে আলোচিত হ'ল। বিধানসভাৰ মজিয়াৰপৰা বাতৰিকাকতৰ সম্পাদকীয়লৈকে, কেন্দ্ৰীয় গৃহ মন্ত্ৰালয়ৰপৰা তিনি-তাৰকাযুক্ত হোটেলত আয়োজিত ছেমিনাৰলৈকে— সকলোতে সকলোৱে যিমান পাৰি নিৰাশা আৰু ভয়াৱহতাৰ ছবিখন দাঙি ধৰাৰ প্ৰয়াস কৰিলে। একেটা দশকতে অসমত হাজাৰ হাজাৰ নিবনুৱাই যে স্ব-নিয়োজনৰ নতুন পথ নিজেই মোকলাই ল'লে, —ক্ষুদ্ৰ চাহ খেতিৰপৰা গুৱাহাটীত স্থাপিত বহুসংখ্যক ৰেষ্টুৰাঁ আৰু স্বাস্থ্য প্ৰতিষ্ঠানলৈকে—সেই বিষয়ে সৰব্ৰ ৰূপত হ'লে আলোচনা নহ'ল ? কিয় ছেমিনাৰ নহ'ল স্ব-নিয়োজনৰ নতুন উপায়সমূহ আৰু সফল যুৱক-যুৱতীসকলৰ বিষয়ে? কিঁয় নিলিখিলে বাতৰিকাকতৰ সাংবাদিকে তেনে যুৱক-যুৱতীৰ সফলতা-বিফলতাৰ কাহিনী?

পৃথিৱীৰ আগশাৰীৰ সাংবাদিকসকল এই কথাত একমত হৈছে যে মান-বিশিষ্ট সাংবাদিকতাই বিভিন্ন সমস্যা মোকাবিলা কৰাৰ ক্ষেত্ৰত একোখন সমাজৰ ক্ষমতা বা শক্তি উন্নত অথবা বৃদ্ধি কৰে। আমাৰ সমাজখন বা ৰাজ্যখন সমস্যাৰে ভৰা। ইয়াৰে কিছুমান সমস্যা বহুদিনীয়া, কিছুমান আমি জনসাধাৰণে নিজৰ দোষতে সৃষ্টি কৰি লৈছোঁ। সেয়ে, জনসাধাৰণৰ এই সমস্যা মোকাবিলাৰ ক্ষমতাখিনি বৃদ্ধি বা উন্নত কৰাৰ হকে সাংবাদিকসকলে বা সংবাদপত্ৰসমূহে কি কৰিছে বা কৰিব পাৰিছে সেই কথা আমি বিৱেচনা বা বিশ্লেষণ কৰি চাইছোঁনে?

বিভিন্ন বিষয়ত বিভিন্নজনৰ ভাষ্য বা অভিযোগ, প্ৰতি-অভিযোগ প্ৰকাশ কৰাই যদি সংবাদপত্ৰ আৰু সাংবাদিকৰ কৰ্তব্য হ'লহেঁতেন, তেতিয়াহ'লে পৃথিৱীজুৰি গণসংযোগ বা মাছ কমিউনিকেছনৰ বিভিন্ন দিশ সম্পৰ্কে গভীৰ অধ্যয়ন আৰু গৱেষণা নহ'লহেঁতেন। দুৰ্ভাগ্যৰ কথা, অসমৰ সৰহসংখ্যক বাতৰিকাকতে এতিয়াও বিভিন্নজনৰ বক্তব্য আৰু অভিযোগ প্ৰকাশতে বেছি সময় আৰু শ্ৰম ব্যয় কৰি আছে। এই অৱস্থাৰ যিমান সোনকালে অৱসান ঘটিব, সিমান সোনকালেই জনসাধাৰণৰ জীৱনৰ মান উন্নত কৰিব পৰা সাংবাদিকতা আৰম্ভ হ'ব।

**❑ সমুদ্ৰ গুপ্ত কাশ্যপ**

## উন্নয়নমূলক সাংবাদিকতাৰ স্বৰূপ

**প্ৰত্যেক দেশ আৰু জাতিয়েই সামগ্ৰিক উন্নয়নৰ বাবে আশাবাদী। কাৰণ মানুহে জানে যে সঠিক মাত্ৰাৰ উন্নয়ন মানেই সঠিক জীৱন যাপনৰ মান বাঢ়ি যোৱা। ঠিক এই ধৰণৰ চিন্তা-চৰ্চাৰপৰাই কোনো পাঠকে জানিবলৈ বিচাৰে যে দেশ আৰু দহৰ উন্নয়ন কি হৈছে বা**

কি ঘটিছে। এই কথা ঠিক যে—কোনো দেশেই কেতিয়াও সম্পূর্ণভাৱে অনুন্নয়নৰ চিকাৰ হৈ থাকিব নোৱাৰে। অৰ্থনৈতিক আৰু সামাজিক দিশৰপৰা উন্নত দেশবিলাকত উন্নয়নৰ মাত্ৰা বেছি। তুলনামূলকভাৱে এই উন্নয়নৰ মাত্ৰা উন্নয়নশীল বা তৃতীয় বিশ্বৰ দেশবিলাকত অনেক কম। মাত্ৰা যেনেকুৱাই হওক, যিকোনো ধৰণৰ উন্নয়নৰ প্ৰতি মানুহৰ আগ্ৰহ চিৰন্তন। সেয়ে সংবাদ মাধ্যমৰ দায়িত্ব হ'ল উন্নয়নৰ খবৰ জনসাধাৰণ বা পাঠকক জনোৱা।

এই উন্নয়ন কেতিয়াবা প্ৰত্যক্ষ আৰু কেতিয়াবা পৰোক্ষ। অৰ্থাৎ কিছুমান উন্নয়ন দৃশ্যমান ৰূপত দেখা যায় আৰু কিছুমান কেৱল অনুভৱ কৰা যায়। এই অনুভৱৰ ক্ষেত্ৰত সময়সীমা একেবাৰে কমো হ'ব পাৰে বা দীঘলীয়াও হ'ব পাৰে। উদাহৰণ স্বৰূপে, কোনো এখন ৰাজ্যৰ সুবিধাৰ বাবে কেইবাটাও পথ নিৰ্মাণ কৰাৰ সিদ্ধান্ত ল'লে। ৰাস্তা নিৰ্মাণৰ বাবে চৰকাৰী উদ্যোগ বা প্ৰচেষ্টা আমি দেখিবলৈ পাম। সংবাদ মাধ্যমত খবৰ প্ৰকাশ হোৱাৰ পিছত মানুহে তাক বাস্তৱ অভিজ্ঞতাৰ সৈতে মিলাই ল'ব পাৰিব। এয়া হ'ল প্ৰত্যক্ষ উন্নয়ন। কিন্তু যদি কেতিয়াবা কোনো চৰকাৰে এনেকুৱা এটি অৰ্থনৈতিক নীতি গ্ৰহণ কৰে যাৰ ফলত মূল্যবৃদ্ধি কমিব পাৰে, বিদেশী আৰু দেশীয় উৎপাদনৰ সহজলভ্য অনুপ্ৰৱেশ ঘটিব পাৰে, বিদেশী বিনিয়োগকাৰীয়ে আহি বিনিয়োগত আগ্ৰহ প্ৰকাশ কৰিব পাৰে। এনে ধৰণৰ উন্নয়নসমূহ হৈছে পৰোক্ষ উন্নয়ন। অৰ্থাৎ চকুৰে দেখা পোৱা নাযায় যদিও অনুভৱ কৰিব পাৰি। ইয়াৰ ফলাফল শীঘ্ৰে অথবা পলমো হ'ব পাৰে। আমেৰিকাৰ দি ছেণ্টাৰ ফৰ ইণ্টাৰনেছনেল মাছ কমিউনিকেছন ট্ৰেনিং এণ্ড ৰিছাৰ্চৰ অধ্যাপক এলবাৰ্ট এল হেষ্টাৰে কৈছে—জাতি হিচাপে প্ৰতিষ্ঠা হ'বলৈ গ'লে, যিকোনো জাতিকেই কি কৰিব লাগিব এই প্ৰশ্নৰ উত্তৰ বিচাৰি গ'লেই তাৰ মাজতেই উন্নয়নমূলক সাংবাদিকতাৰ অংকুৰ পোৱা যাব। তেওঁৰ ভাষাত—That is what that process of national development is about, trying to overcome the problems inherited from the pre independence period, to give some from to the cry of ordinaty people for a better life..... It is fact of life that the aims and policies of the national government will be furthered through the national jolurnalism.

উন্নয়নমূলক সাংবাদিকতা বা জাতীয় সাংবাদিকতা (Development Journalism or national Journalism) সাংবাদিকতাৰ এটা নতুন ধাৰা। প্ৰয়োজনীয়তাও অপৰিসীম। বিশেষকৈ উন্নয়নশীল দেশবিলাকত য'ত উন্নয়ন যথেষ্ট হৈছে আৰু সেই দেশবোৰত সামান্য উন্নয়ন হ'লেই জনসাধাৰণ যথেষ্ট প্ৰভাবিত তথা আনন্দিত হয়। অৱশ্যে কঠোৰপন্থী বিপৰীত মতাৱলম্বীসকলে এই সাংবাদিকতাৰ ধাৰাক সমৰ্থন কৰিব নোখোজে। কাৰণ, তেওঁলোকৰ মতে উন্নয়নমূলক সাংবাদিকতা হ'ল বিজ্ঞাপনৰেই নামান্তৰ। কিন্তু ইয়াৰ সমৰ্থকসকলৰ মতে সংবাদ মাধ্যমসমূহ কেতিয়াও সমাজবিচ্যুত হৈ থাকিব নোৱাৰে। উন্নয়ন হৈছে এটা সামাজিক পদ্ধতি। সংবাদ মাধ্যমৰ

ক্ষেত্ৰত এই পদ্ধতিটো গুৰুত্বপূৰ্ণ উপাদান হিচাপে গ্ৰাহ্য হয়। Adme Michel Habte ই কৈছে— In most third world countries, the mas media are primarily expected to function as parts of the national effort in the gigantic task of modernisation. আধুনিক উন্নয়নৰ স্বাৰ্থত যিকোনো জাতীয় প্ৰচেষ্টাকেই সংবাদ মাধ্যমসমূহে গুৰুত্বপূৰ্ণ ভূমিকা লোৱা উচিত বুলি আধুনিক যুগৰ সাংবাদিকসকলে মত পোষণ কৰে। এই ক্ষেত্ৰত এটা কথালৈ মন দিয়া উচিত, সেয়া হৈছে 'জনস্বাৰ্থ'। অতিৰিক্ততা, বাহুল্য উন্নয়নমূলক সংবাদবোৰ বিজ্ঞাপনৰ শাৰীলৈ পৰিণত হয়।

সাংবাদিকতাৰ অন্যতম নীতি হৈছে—সামাজিক দায়বদ্ধতা। উন্নয়নমূলক সাংবাদিকতা হ'ল দায়বদ্ধতাৰ ফল। সংবাদ মাধ্যমবোৰে সামাজিক পৰিৱৰ্তনৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। উন্নয়নমূলক সাংবাদিকতা সেই পৰিৱৰ্তনৰ পথত মূল সহায়ক। সাংবাদিকতাৰ এই নতুন ধাৰাটোৰ সমৰ্থকসকলৰ মতে উন্নয়নমূলক খবৰ লেখা মানেই কোনো ব্যক্তি, সংগঠন বা চৰকাৰক বিজ্ঞাপন কৰা নুবুজায়, প্ৰয়োজন বোধে উন্নয়নৰ নামত অন্যায়, অবিচাৰ, বঞ্চনা, শোষণ, বে-আইনী পদ্ধতিৰ বিৰুদ্ধে সোচ্চাৰ হোৱা আৰু ভুল-ক্ৰটিবোৰ সংশোধন কৰি দিয়াৰ লগতে সঠিক পথৰ সন্ধান দিয়াত সহায় কৰা। উন্নয়নমূলক সাংবাদিকতাৰ ধাৰা ইতিবাচক বা নেতিবাচক যিয়েই নহওক; উদ্দেশ্য কিন্তু সকলো সময়তে ইতিবাচক। এলবাৰ্ট এল হেষ্টাৰে কৈছে— 'The development journalist must have some idea of the vision held for the development of his or her nation. The story.... can be exciting, not just the dull reporting or routine events of reporting the doings of a leader with a big ego... To catch this vision and to expand the dream of a free and good life is a worth while task. The telling of the story of national development does not imply that we must tell a story of just positive achievement. উন্নয়নশীল দেশবোৰত সাধাৰণতে বিভিন্ন ধৰণৰ সমস্যাৰ মাজেৰে আগুৱাই গৈ থাকে; সেই ক্ষেত্ৰত অন্যায় অথবা ভুল-ক্ৰটি হোৱাটো স্বাভাৱিক। সাংবাদিকৰ উদ্দেশ্য হ'ব লাগে সঠিক দিশৰ সন্ধান দিয়া। ইয়াৰ বাবে সাংবাদিকজন স্বচ্ছ মানসিকতাৰ আৰু পৰ্যৱেক্ষণ শক্তি তীব্ৰ হোৱা প্ৰয়োজন। মহিলাসকলৰ উন্নয়ন, শিশুৰ মানসিক বিকাশ, জাতিসত্তাৰ উন্নয়ন, বৰ্ণ বৈষম্য ৰোধ আদি হৈছে উন্নয়নমূলক সাংবাদিকতাৰ আদৰ্শ বিষয়।

উন্নয়নমূলক সাংবাদিকতাৰ আন এটা নাম হৈছে শিক্ষা। পানীত আৰ্ছেনিকৰ প্ৰভাৱ আৰু পৰিণতি, সাক্ষৰতাৰ প্ৰয়োজনীয়তা, এইডছৰ ভয়াৱহতা তথা নিৰ্মূল, স্বাস্থ্য সচেতনতাৰ আৱশ্যকতা, সংযত আৰু ভদ্ৰ আচাৰ-ব্যৱহাৰ, বিজ্ঞানসম্মত আদৰ্শ, চিন্তাধাৰাৰ প্ৰকাশ, কু-সংস্কাৰ আৰু অন্ধবিশ্বাসৰ কু-ফল, সাংস্কৃতিক বিকাশৰ গুৰুত্ব আদি বিষয়বস্তু উন্নয়নমূলক সাংবাদিকতাত ঠাই পাব লাগিব পৰিস্থিতি সাপেক্ষে। কাৰণ সুস্থ আৰু স্বাভাৱিক জীৱনৰ স্বাৰ্থত কোনো সাংবাদিকেই নিৰৱে থকাটো উচিত নহয়।

উন্নয়নমূলক সাংবাদিকতা মানে কেৱল প্ৰতিবেদন লেখাই নহয়। প্ৰত্যক্ষভাৱে নিৰ্দিষ্ট

ক্ষেত্ৰত উপস্থিত থাকি মানৱীয় মূল্যবোধেৰে গৱেষণাধৰ্মী, তদন্তমূলক মানসিকতাৰ পৰিচয় দাঙি ধৰি সাংবাদিকতাৰ প্ৰতিচ্ছবি উপস্থাপন কৰা। যদি কোনো সাংবাদিকে নিজে নিজক প্ৰশ্ন নকৰে, যে যি বিষয় লৈ তেওঁ লিখি আছে সেয়া পাঠকৰ বাবে অৰ্থৱহ হ'বনে নাই, সমাজ আৰু ব্যক্তিৰ ক্ষেত্ৰত ইয়াৰ প্ৰভাৱ কিমান পৰিব, দীৰ্ঘম্যাদী পৰিণতি কি আদি বিষয়ৰ আলোকপাত নাথাকিলে সেয়া সুস্থ উন্নয়নমূলক প্ৰতিবেদন হ'ব নোৱাৰে।

পশ্চিমবংগৰ সাংবাদিকতা শিক্ষাৰ কৰ্ণধাৰস্বৰূপ পাৰ্থ চট্টোপাধ্যায়ৰ মতে উন্নয়নমূলক সাংবাদিকতাই তলত উল্লেখিত বিষয়বোৰলৈ মনোযোগ দিব লাগে—

১) উন্নয়নৰ পথত অন্তৰায় হ'ব পৰা বিষয়বোৰৰ অনুসন্ধান কৰা।

২) কায়েমী স্বাৰ্থ উন্নয়নৰ পক্ষে প্ৰতিবন্ধক হ'লে তাৰ স্বৰূপ উদ্‌ঘাটন কৰা।

৩) উন্নয়নৰ স্বাৰ্থত জনগণক সাময়িক ত্যাগ স্বীকাৰ কৰিবলৈ উদ্বুদ্ধ কৰি তোলা।

৪) যিবোৰ কাৰণত উন্নয়নৰ গতি শামুকীয়া হয় সেই সম্পৰ্কে পাঠকক অৱগত কৰা।

৫) আমোলাসকলৰ নানা দীৰ্ঘসূত্ৰী নীতিৰ সমালোচনা।

৬) উন্নয়নৰ ফলত সমাজ আৰু ব্যক্তিজীৱনৰ যে নানা পৰিৱৰ্তন ঘটিব সেই সম্পৰ্কে পাঠকসকলক সচেতন কৰা।

৭) উন্নয়নমূলক সংবাদে যে কেৱল প্ৰচাৰধৰ্মী নহয়, সিও যথেষ্ট সমালোচনামূলক সেই সম্পৰ্কে পাঠক অৱগত কৰোৱা।

(স.স.)

***

তৃতীয় অধ্যায়

# সংবাদপত্ৰৰ কেইটামান উল্লেখযোগ্য বিষয়

সাম্প্ৰতিক কালত সংবাদপত্ৰত প্ৰতিজন পাঠকৰ ৰুচিৰ চাহিদা পূৰণ কৰিব পৰাকৈ বিভিন্ন সংবাদৰ (দ্বিতীয় অধ্যায়ত অন্তৰ্ভুক্ত) উপৰি ক্ৰমে জনপ্ৰিয় হৈ উঠা ক্ৰীড়া, চলচ্চিত্ৰ, বিজ্ঞান আদি বিষয়ৰো বিভিন্ন সংবাদ তথা লেখনী প্ৰকাশ কৰা হয়। ইয়াৰ ওপৰত ভিত্তি কৰি ইতিমধ্যে উল্লিখিত বিষয়সমূহৰ ওপৰত সংশ্লিষ্ট বিষয়ৰ সাংবাদিকতাও গঢ় লৈ উঠিছে। তদুপৰি, সংবাদপত্ৰত সাহিত্য সম্পৰ্কীয়, যেনে— নাটক, অন্যান্য গ্ৰন্থবিষয়ক সমালোচনা; মনোৰঞ্জন বিষয়ক লেখা (দ্বিতীয় অধ্যায়ৰ ফিচাৰত কিছু তথ্য দিয়া হৈছে), শিশু, মহিলা, কৃষি-বাণিজ্য, চিকিৎসা আদি বিষয় সামৰিও বিভিন্ন শিতান অন্তৰ্ভুক্ত কৰা হৈছে যিবোৰ ইতিমধ্যে বেছ্ জনপ্ৰিয়ও হোৱা দেখা গৈছে। ইয়াৰ উপৰি প্ৰত্যেক সংবাদপত্ৰতে 'সম্পাদকলৈ চিঠি' শীৰ্ষক এক শিতান আছে। ইয়াত অধিক গুৰুত্বপূৰ্ণ কেইটামান বিষয় অন্তৰ্ভুক্ত কৰা হ'ল।

## ক্ৰীড়া সাংবাদিকতাৰ গুৰুত্ব

খেলক লৈ পাঠকৰ উৎসাহৰ অন্ত নাই। কিন্তু এটা সময়ত খেলক লৈ সংবাদ মাধ্যমবোৰে পাঠকৰ উৎসাহক বৰ গুৰুত্ব দিয়া নাছিল। বিশেষকৈ ভাৰতৰ সংবাদ মাধ্যমসমূহত খেলাৰ খবৰবোৰ বৰ অৱহেলিত ৰূপত প্ৰকাশ পাইছিল। কেৱল খেলৰ খবৰ দিব লাগে বাবেই কোনো ৰকম কিছুমান খেলৰ খবৰ দিছিল। খেলৰ সংবাদৰ বাবে সেই সময়ছোৱাত কোনো সুকীয়া পৃষ্ঠা সংবাদপত্ৰবোৰত নাছিল। পৰৱৰ্তী কালত খেলৰ বাবে নিৰ্দিষ্ট পৃষ্ঠা হ'ল যদিও সিও বিজ্ঞাপনেৰে ভৰা।

বৰ্তমান দেশ-বিদেশত সংবাদ উপাদান হিচাপে খেলৰ মৰ্যাদা যথেষ্ট ওপৰত। এসময়ত খেলৰ খবৰ প্ৰকাশ পোৱাটোৱেই আচৰিত কথা আছিল, অথচ পিছলৈ খেলৰ গুৰুত্বপূৰ্ণ খবৰ প্ৰথম পৃষ্ঠাত বিশেষভাৱে স্থান পাবলৈও ধৰিলে। বৰ্তমানৰ সংবাদপত্ৰত খেলৰ ধাৰা-বিৱৰণিয়েই নহয় খেলৰ বিশ্লেষণমূলক প্ৰতিবেদনে পাঠকৰ মন আকৰ্ষণ কৰে। আজি অন্য আন্তৰাষ্ট্ৰীয় বিষয়ৰ দৰেই ক্ৰীড়া সাংবাদিকতাই আন্তৰাষ্ট্ৰীয় মৰ্যাদা লাভ কৰি আহিছে। ক্ৰীড়াপ্ৰেমী পঢ়ুৱৈ-সমাজেও আজিকালি তেওঁলোকৰ ভাল লগা খেল আৰু প্ৰিয় খেলুৱৈৰ বিষয়ে নিত্য-নতুন খবৰ আৰু এই বিষয়ক আলোচনাৰ বাবে আগ্ৰহেৰে বাট চাই থাকে। সেয়ে সকলোবোৰ

বাতৰিকাকত আৰু আলোচনীয়ে ক্ৰীড়া শিতানটো আছুতীয়াকৈ ৰাখি ইয়াৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া দেখা যায়। কিছুমান বাতৰিকাকত আৰু আলোচনীয়ে প্ৰতিষ্ঠিত ক্ৰীড়া সমালোচকক এই শিতানৰ বাবে নিযুক্তিও দিয়ে। আনহাতে অসমৰ কেইখনো দৈনিক বাতৰিকাকতে প্ৰতিদিনে ক্ৰীড়াৰ পৃষ্ঠাটো আছুতীয়াকৈ ৰখাৰ উপৰিও প্ৰত্যেক সপ্তাহৰ এটা নিৰ্দিষ্ট দিনত এটা বিশেষ ক্ৰীড়া পৃষ্ঠাও প্ৰকাশ কৰে। ক্ৰীড়া সাংবাদিকতাৰ এই আমূল পৰিৱৰ্তনে ক্ৰীড়া সাংবাদিকসকলৰ মাজতো নানা পৰিৱৰ্তন আনি দিছে। কেৱল ক্ৰীড়া বিশেষজ্ঞই নহয়, বিশেষ প্ৰশিক্ষণৰ যোগেদি ক্ৰীড়া সাংবাদিকৰ একাংশ বিশেষ বিশেষ খেলৰ বিশেষজ্ঞ হৈ উঠিছে। তেওঁলোকে কেইবাবছৰো এক বিশেষ খেলক লৈ ব্যস্ত হৈ আহিছে। সেয়ে তেওঁলোকৰপৰা বহুতো উপভোগ্য খেলৰ আকৰ্ষণীয় ৰচনা পাঠকে পোৱাত সহজ হৈছে। প্ৰতিবেদনৰ ভাষা আৰু ৰচনাশৈলীৰ ক্ষেত্ৰতো যুগান্তকাৰী পৰিৱৰ্তন পৰিলক্ষিত হৈছে। ক্ৰীড়া সাংবাদিকতাৰ এই আমূল পৰিৱৰ্তনৰ ফলত সাংবাদিকতাৰ এই বিশেষ ধাৰাটোৰ সৈতে জড়িত হৈ থকা বৃত্তিধাৰী সাংবাদিকৰ ক্ৰিয়া-কৌশলো সম্পূৰ্ণ সলনি হৈ গৈছে। লগে লগে তেওঁলোকৰ দায়িত্ব আৰু কৰ্তব্য বাঢ়িছে।

❑ *পুলিন দাস*

## ক্ৰীড়া সাংবাদিকতা

আধুনিক সংবাদ জগতত ক্ৰীড়া সাংবাদিকতাৰ গুৰুত্ব অপৰিসীম। ক্ৰীড়া সাংবাদিকতা মানে মাত্ৰ খেলৰ ফলাফলখিনিকে প্ৰকাশ কৰাটো নুবুজায়। আজি ক্ৰীড়া সাংবাদিকতাই এক নতুন ৰূপ লৈছে। আধুনিক বাতৰিকাকতৰ চৰিত্ৰৰ লগত খাপ খুৱাই অন্যান্য বিষয়ৰ সাংবাদিকতাই যিদৰে এক নতুন ৰূপ লৈছে, তেনেদৰে ক্ৰীড়া সাংবাদিকতায়ো লৈছে এক নতুন তথা অনন্য ৰূপ। খেল এখন হোৱাৰ পাছত ক্ৰীড়া সাংবাদিকজনে খেলখনৰ জিকা-হৰা কথাখিনি লিখি দিলেই প্ৰকৃত ক্ৰীড়া সাংবাদিকতা কৰা নুবুজায়। প্ৰকৃত ক্ৰীড়া সাংবাদিকতা হ'ল—খেলখনৰ প্ৰতিচ্ছবি পাঠকক পঢ়ি থকাৰ সময়ত জীৱন্ত ৰূপ দিয়া। অৰ্থাৎ এখন খেল পাঠকজনে চাবলৈ নাপাব পাৰে বা প্ৰতিখন খেল পাঠকে চাবলৈ পোৱাটো অসম্ভৱ। কিন্তু পাঠকজনে খেলৰ বিষয়ে খবৰ ৰাখে। ইলেক্ট্ৰনিক মাধ্যমৰ সহায়ত খেলৰ খা-খবৰ সহজে ল'ব পাৰি যদিও বাতৰিকাকতত প্ৰকাশিত খবৰটোৰ জৰিয়তে সঠিক তথ্য আহৰণ কৰিব পাৰে। সেয়ে বাতৰিকাকত পঢ়ি খেলৰ বিষয়ে পাঠকজনে জ্ঞান আহৰণ কৰে। যদি পাঠকক খেলৰ প্ৰকৃত প্ৰতিচ্ছবি সঠিকভাৱে ক্ৰীড়া সাংবাদিকজনে দাঙি ধৰিব নোৱাৰে, তেন্তে পঢ়ুৱৈজনৰ বাবে সেই লেখনী হ'ব তিক্ততাময়। এটা ভাল লগা কবিতা যি দৰে শেষ নোহোৱালৈকে পঢ়া হয়, এটা ভাল লগা গান যিদৰে শেষ নোহোৱা পৰ্যন্ত শুনা যায়, একে কথা খেলৰ বাতৰিৰ ক্ষেত্ৰতো হয়। খেলৰ বাতৰিটো পাঠকক

সম্পূৰ্ণকৈ পঢ়িব পৰা কৰাটোৱে হ'ল ক্ৰীড়া সাংবাদিজনৰ কাম। ইয়াৰ চমু অৰ্থ এয়ে যে পাঠকজনে খেলখন চাবলৈ নাপালেও কাকতত প্ৰকাশিত বাতৰিটো পঢ়ি থকাৰ সময়ত যাতে খেলখন চোৱা যেন অনুভৱ কৰে । এইদৰে যিজনে উল্লিখিত ধৰণে পাঠকক আকৰ্ষণ কৰিব পাৰিছে, তেৱেঁ হ'ল সফল ক্ৰীড়া সাংবাদিক।

প্ৰশ্ন হ'ল— এনেদৰে এখন প্ৰতিচ্ছবি পাঠক-সমাজক দাঙি ধৰিবলৈ হ'লে ক্ৰীড়া সাংবাদিকজনে কি কৰিব লাগিব ? কিদৰে তেওঁ এজন সফল ক্ৰীড়া সাংবাদিক হ'ব পাৰিব ? এই ক্ষেত্ৰত প্ৰধান বিষয়কেইটাৰ ভিতৰত হ'ব—ক্ৰীড়া সাংবাদিকজনে খেলখন সম্পূৰ্ণ চাব লাগিব। তদুপৰি নিৰ্দিষ্ট খেলখনৰ বিষয়ে তেওঁৰ জ্ঞান থাকিব লাগিব। আনহাতে খেলখন চাবলৈ যোৱাৰ পূৰ্বে ক্ৰীড়া সাংবাদিজনে নিজকে ভালদৰে জানিব লাগিব যে তেওঁ প্ৰকৃত অৰ্থত সেই খেলখনৰ বাবে উপযুক্ত ব্যক্তি হয় নে নহয়। মুঠতে সেই সাংবাদিকজন অধ্যয়নশীল হ'ব লাগিব। এটা গুৰুত্বপূৰ্ণ কথা এই যে সাংবাদিকজনে যদি খেলৰ নীতি-নিয়ম নাজানে তেওঁ এজন ক্ৰীড়া সাংবাদিক হ'ব নোৱাৰে। নীতি-নিয়ম হ'ল খেলৰ অবিচ্ছেদ্য অংগ। নীতি-নিয়মৰ অবিহনে খেল হ'ব নোৱাৰে। ইয়াৰ পাছতে সাংবাদিকজনে জানিব লাগিব খেলপথাৰখনত খেলুৱৈ থকা স্থান। এইখিনিতে এটা উদাহৰণ দিলে বিষয়টো বুজাত সহজ হ'ব। উদাহৰণ স্বৰূপে, ভাৰতৰ সৰ্বাধিক জনপ্ৰিয় খেল ক্ৰিকেটৰ কথাকে ধৰা হওক। ক্ৰিকেট খেলখনত এটা দলত এঘাৰজনকৈ খেলুৱৈ থাকে। যিটো দলে বেটিং কৰে তাৰপৰা প্ৰথমে দুজন ক্ৰিজলৈ আহে। এজন আউট হ'লে পাছৰজন আহে। তেনেদৰে এঘাৰজন খেলুৱৈয়ে বেটিং কৰে। আনহাতে ফিল্ডিং কৰা দলটোৰ এঘাৰজনেই খেলপথাৰত প্ৰৱেশ কৰে। তেওঁলোকে নিৰ্দিষ্ট স্থানত থিয় হৈ প্ৰতিপক্ষৰ বেটছমেনৰ বল প্ৰতিহত কৰাত জড়িত হয়। এইখিনি যিকোনো লোকেই সহজে জনা কথা। এইখিনি কথা নাজানিলে ব্যক্তিজন কেতিয়াও ক্ৰীড়া সাংবাদিক হ'ব নোৱাৰে। এতিয়া ক্ৰীড়া সাংবাদিকজনৰ কাম হ'ল—বলাৰ বা বেটছমেনৰপৰা। ধৰা হ'ল জয়ী হোৱা দলটোৰ এজন বেটছমেনৰ বৰঙণিৰ কথা, যিজনৰ বেটৰপৰা সংগৃহীত ৰাণত দলটো জয়ী হ'ল। এতিয়া এই বেটছমেনজনে যিবোৰ ৰাণ সংগ্ৰহ কৰিছে, তাৰ গুৰুত্বপূৰ্ণ দিশবোৰ চাব লাগিব। বেটছমেনজনে যি বলত প্ৰহাৰ কৰি দলটোৱে জয়লাভ কৰিলে, সেই সংগৃহীত ৰাণটো যিজন বলাৰৰপৰা হ'ল, তেওঁ স্পীনাৰ নে ফাষ্ট বলাৰ আছিল? বেটছমেনজনে বলটো কেনেকৈ মাৰিলে ? তেওঁ বলটো মাৰোঁতে অৰ্থাৎ লোৱা 'শ্বট'টো কি আছিল ? অৰ্থাৎ ড্ৰাইভ কৰিব পাৰে, বেক ফুট খেলিব পাৰে বা চুইপ শ্বট আদি কিবা এটা শ্বট ল'ব পাৰে । তাক ক্ৰীড়া সাংবাদিকজনে ভালদৰে জানিব লাগিব। ইয়াৰ পিছত তেওঁ চাব লাগিব, যিজন ফিল্ডাৰৰ হাতৰপৰা বল এৰাই গ'ল বা যিজন ফিল্ডাৰে বলটো ৰাখিবলৈ চেষ্টা কৰিছিল, সেই বিষয়ত। অৰ্থাৎ এখন ক্ৰিকেট খেলত আৰম্ভণিৰপৰা শেষলৈ প্ৰধানতঃ বেটছমেন-বলাৰৰ যুঁজেই চলে।

সেয়ে বলাৰৰ বলটোৰপৰা বেটছমেনজনৰ শ্বটটো আৰু ফিল্ডাৰৰ স্থান ইত্যাদি বৰ্ণনা যথাযথভাৱে কৰিব পৰাটো ক্ৰীড়া সাংবাদিজনৰ প্ৰধান কাম। এই বৰ্ণনা যদি পাঠকজনৰ বাবে খেলখন উপভোগ কৰাৰ দৰে হয়, তেন্তে সেয়া হ'ল সাৰ্থক ক্ৰীড়া সাংবাদিকতা।

ভাৰতত জনপ্ৰিয় খেলসমূহৰ ভিতৰত ফুটবল খেলো অন্যতম। ফুটবল খেলত দুয়োটা দলতে এঘাৰজনকৈ খেলুৱৈ থাকে। প্ৰতিজন খেলুৱৈৰে নিৰ্দিষ্ট স্থান আছে। যেতিয়া ক্ৰীড়া সাংবাদিকজনে খেলখনৰ সংবাদ যুগুত কৰিবলৈ যায়, তেতিয়া তেওঁ সম্পূৰ্ণ খেলখন চাব লাগিব। যিটো দল খেলখনত জয়ী হ'ল, সেই বিষয়ত লিখোঁতে গল দিয়া খেলুৱৈজনৰ শ্বটটো, গলৰক্ষকে প্ৰতিহত কৰিবলৈ কৰা প্ৰচেষ্টা, প্ৰতিপক্ষৰ ডিফেন্স লাইনৰ প্ৰতিৰোধৰ প্ৰচেষ্টা আদি বৰ্ণনা কৰিব লাগিব জীৱন্ত ৰূপত। আনহাতে যদি গলৰক্ষকে বলটো ৰাখি নিশ্চিত পৰাজয়ৰপৰা দলটোক ৰক্ষা কৰে তেন্তে বলটো গলৰক্ষকে কিদৰে ৰাখিলে বা প্ৰতিহত কৰিলে বা বাহিৰলৈ (কৰ্নাৰ আদি) কৰি ঠেলি পঠালে, তাকো বৰ্ণনা কৰিব লাগিব। ইয়াকে লিখোঁতে যদি বিষয়টোৰ সম্পূৰ্ণ জ্ঞান নাথাকে, তেন্তে তাক প্ৰকাশ কৰাটো কঠিন হয়। লগতে পাঠকৰ বাবে সেই লেখনী তিক্ততাদায়ক হ'ব। তেনেদৰে ভলীবল, দবা (Chess), কেৰম আদি বিভিন্ন খেলৰ বাবে একেদৰে লিখা প্ৰয়োজন। হয়তো প্ৰতিজন পাঠকৰ বাবে প্ৰতিটো খেলেই গুৰুত্বপূৰ্ণ নহ'ব পাৰে, কিন্তু বাতৰিকাকতখন হ'ল প্ৰতিজন পাঠকৰ কাৰণে। সেয়ে বিভিন্ন শ্ৰেণীৰ পাঠকৰ কাৰণে বেলেগ বেলেগ খেল প্ৰিয়। কোনো পাঠকৰ কাৰণে হয়তো ফুটবল, ক্ৰিকেট প্ৰিয় নহ'ব পাৰে, কিন্তু সেই পাঠকজনৰ বাবে দবা খেল প্ৰিয় হ'ব পাৰে। সেয়েহে ক্ৰীড়া সাংবাদিকজনে প্ৰতিবিধ খেলৰ বিষয়ে সজীৱ বৰ্ণনা দিয়া উচিত যাতে সংশ্লিষ্ট প্ৰতিজন অনুৰাগীয়ে নিজৰ ৰূপ অনুসৰি সংবাদ পাব পাৰে। এনেদৰে কৰা ক্ৰীড়া সাংবাদিকতাই হ'ল সফল ক্ৰীড়া বাতৰি পৰিৱেশন।

ক্ৰীড়া সাংবাদিকতা কৰাৰ সময়ত প্ৰথমে লক্ষ্য ৰাখিব লাগিব—ক'ৰপৰা সংবাদটো আৰম্ভ কৰা হ'ব। ক্ৰীড়াৰ বাতৰি পৰিৱেশন কৰোঁতে সাংবাদিকজনে খেলখনৰ 'টাৰ্নিং পইণ্ট'টোৰপৰা আৰম্ভ কৰিলে পাঠক-সমাজৰ বাবে সুখপাঠ্য হ'ব। খেলৰ টাৰ্নিং পইণ্ট কেতিয়া হ'ল, তাক নিৰ্ণয় কৰিব পৰাটো হ'ল প্ৰকৃত ক্ৰীড়া সাংবাদিকতা। টাৰ্নিং পইণ্টৰপৰা আৰম্ভ নকৰা বাতৰিয়ে পাঠকক আমনি দিয়ে। আনহাতে খেলখনৰ প্ৰকৃত ছবিটো প্ৰকাশ কৰাত অসুবিধা হয়।

গুৰুত্বপূৰ্ণ এয়ে যে ক্ৰীড়া সাংবাদিকজনে নিজে খেলৰ বিষয়ে ভালদৰে জ্ঞান আহৰণ কৰিব নোৱাৰিলে কেতিয়াও প্ৰকৃত ক্ৰীড়া সাংবাদিক হ'ব নোৱাৰে। খেল পৰিচালনা কৰা ৰেফাৰী বা আম্পায়াৰ বা বিচাৰকতকৈ যদি কম জনা হয় তেন্তে সেই ব্যক্তিজন প্ৰকৃত ক্ৰীড়া সাংবাদিক নহয়। প্ৰকৃত ক্ৰীড়া সাংবাদিকজন ৰেফাৰী বা আম্পায়াৰ বা বিচাৰকতকৈ কোনো গুণে কম জনা লোক হ'ব নালাগিব। এই

ক্ষেত্ৰত অৱশ্যে অহং ভাব লৈ খেলপথাৰত বাতৰি সংগ্ৰহৰ নিমিত্তে যদি উপস্থিত হয়, তেতিয়া তেওঁ সফল নহয়। আনহাতে খেলত ব্যৱহৃত প্ৰকৃত শব্দবোৰ জানিব লাগিব। যিহেতু প্ৰতিবিধ খেলতে ব্যৱহৃত কিছুমান নিৰ্দিষ্ট শব্দ আছে, সেই ব্যৱহৃত শব্দবোৰ সংবাদটো যুগুত বা পৰিৱেশন কৰোঁতে উপযুক্ত ঠাইত প্ৰয়োগ হৈছে নে নাই বা উপযুক্ত ঠাইত প্ৰয়োগ কৰি পাঠকৰ বোধগম্য হৈছে নে নাই তাক লক্ষ্য ৰাখিব লাগিব।

আধুনিক ক্ৰীড়া সাংবাদিকতা মানে অকল খেলখনৰ বাতৰিটো পৰিৱেশন কৰিব লাগে, এনে নহয়। আধুনিক ক্ৰীড়া সাংবাদিকতাৰ আন এটা কাম হ'ল খেল হোৱাৰ আগ দিনা বা খেল হোৱাৰ দিনা, দুয়োটা দলৰ বিষয়ে পাঠকক জ্ঞান দিয়া। দুয়োটা দলৰে শক্তি, নিৰ্ভৰযোগ্য খেলুৱৈ আদিৰ লগত খেলৰ দিনা দল দুটাই কি কৌশল অৱলম্বন কৰিব সেই দিশবোৰৰ ওপৰত আলোকপাত কৰি পাঠক-সমাজক এক পূৰ্বাভাস দিয়া। দৰ্শক হিচাপে যেতিয়া পাঠকজনে খেলখন চাবলৈ আহিব তেতিয়া যাতে দল দুটাৰ বিষয়ে এক সম্যক ধাৰণা লৈ আহিব পাৰে। যদি এই আলোকপাতে পাঠকক প্ৰকৃত প্ৰতিচ্ছবি দিব পাৰে তেন্তে সেই সংবাদে পাঠক-সমাজৰ মাজত যথেষ্ট গুৰুত্ব লাভ কৰে। এই ক্ষেত্ৰত ক্ৰীড়া সাংবাদিকজনে কোনো এটা দলৰ পক্ষ লৈ বা নিজে সমৰ্থন কৰা দলটোক অধিক গুৰুত্ব দিলে নহ'ব। তেতিয়া সেই লিখা হ'ব একপক্ষীয়। এনে লিখাৰদ্বাৰা পাঠক-সমাজে শুদ্ধ ছবি এখন নাপায়; তেতিয়াই ব্যৰ্থ হয় ক্ৰীড়া সাংবাদিকজন। মন কৰিবলগীয়া যে ৰাজনৈতিক বিষয়ত সাংবাদিকতা কৰাসকলে বহু সময়ত তেওঁলোকে সমৰ্থন কৰা দলটোক গুৰুত্ব দি লিখিবলৈ চেষ্টা কৰে। কিন্তু ক্ৰীড়া সাংবাদিকতা তেনে নহয়। ক্ৰীড়া সাংবাদিকে কোনো এটা দলক সমৰ্থন কৰাটো অৰ্থহীন। খেলখনত দেখুওৱা প্ৰদৰ্শনৰ ভিত্তিতহে নিৰ্দিষ্ট দলটো জয়ী হয়। সেয়ে খেলৰ প্ৰাকমুহূৰ্তত লিখা লেখনীটো নিৰপেক্ষ হোৱাটো অতি প্ৰয়োজনীয়।

উল্লেখনীয় আন এটা দিশ হ'ল—খেলৰ অন্তত এখন বঁটা বিতৰণী সভা হয়। কোনো বিশিষ্ট ব্যক্তিয়ে খেলৰ বঁটা বিতৰণ কৰে। এই কথাখিনি খেলৰ সংবাদটোৰ শেষত সাধাৰণতে লিখা হয়। বঁটা বিতৰণী সভাত যিসকল বিশিষ্ট ব্যক্তিয়ে বঁটা বিতৰণ কৰে, তেওঁলোকে যিমানেই দীঘলীয়া ভাষণ নিদিয়ক, সেয়া খেলখনৰ বাতৰিটোৰ লগত মিহলাই লিখাটো প্ৰয়োজন নহয়। এনে ভাষণৰ ক্ষেত্ৰত যদি বাতৰি লিখিব লগা হয়, তেন্তে সেই বাতৰিটো পৃথক বাতৰিহে হ'ব। উল্লেখযোগ্য যে পাঠক-সমাজৰ বাবে খেলখনৰ বাতৰিটো যিমান গুৰুত্বপূৰ্ণ, খেলৰ বঁটা বিতৰণী সভাৰ ভাষণবোৰ সিমান গুৰুত্বপূৰ্ণ নহয়। অৱশ্যে বিশিষ্ট ব্যক্তিয়ে যদি গুৰুত্বপূৰ্ণ কথা ঘোষণা কৰে, তেন্তে সেয়া পাঠকৰ বাবে এটা বাতৰি হয়; কিন্তু খেলখনৰ বাতৰিটোৰ পৰা পৃথক। এই কথা অপ্ৰিয় হ'লেও সত্য যে খেলৰ বাতৰিৰ লগত বিশিষ্ট ব্যক্তিৰ ভাষণ অন্তৰ্ভুক্ত হ'লে সেই বাতৰিটো সোৱাদহীন হৈ পৰে। আনহাতে বঁটা বিতৰণী

সভাত বিশিষ্ট ব্যক্তিৰ ভাষণ নিৰ্দিষ্ট খেলৰ বাতৰিটোৰ আৰম্ভণিতে বা মাজত লিখিলে প্ৰকৃত খেলৰ বাতৰিটো সংগতিহীন হৈ পৰে। এনেবোৰ কথা ক্ৰীড়া সাংবাদিকৰ বাবে অতি গুৰুত্বপূৰ্ণ। মূলতঃ প্ৰকৃত শব্দৰ ব্যৱহাৰ, খেলখনৰ সঠিক ছবিটো দাঙি ধৰি বৰ্ণনা কৰা আৰু খেলুৱৈৰ খেলৰ প্ৰদৰ্শনৰ ওপৰত ভিত্তি কৰি লিখা বাতৰিটোৱে হ'ল প্ৰকৃত ক্ৰীড়া সাংবাদিকতা। ক্ৰীড়া সাংবাদিকতা কৰাৰ সময়ত এই দিশত গুৰুত্ব দিলে এটা মনোগ্ৰাহী বাতৰি পাঠকক দিব পৰা যায়।

❑ **উৎপল ভূঞা**

## ক্ৰীড়া সাংবাদিকৰ দায়িত্ব আৰু কৰ্তব্য

সাধাৰণতে যিকোনো ক্ৰীড়া সাংবাদিকৰ প্ৰধান দায়িত্ব হ'ল মূল খবৰ জনোৱা। বিভিন্ন ডাঙৰ খেলৰ পোনপটীয়া প্ৰচাৰ আজিকালি দূৰদৰ্শন আৰু ৰেডিঅ'ৰ একচেটীয়া অধিকাৰৰ নিচিনা হৈছে। সংবাদপত্ৰই এই স্থান লোৱাটো সম্ভৱ নহয়। কিয়নো শব্দ আৰু বাক্যৰে খেল এখনৰ পূৰ্ণ প্ৰতিচ্ছবি দাঙি ধৰিব নোৱাৰি। তথাপি সংবাদপত্ৰত খেলৰ খবৰ দিবই লাগিব। ইয়াত এনেদৰে দিবলগীয়া হয়, যাতে পাঠকে দূৰদৰ্শনৰ পৰ্দাত যি দেখিছে বা শুনিছে, আৰু ৰেডিঅ'ত যি শুনিছে তাতোকৈ অতিৰিক্ত আৰু নতুন কিছু মনোগ্ৰাহী বাতৰি সংবাদপত্ৰই দিব পাৰিব লাগিব। সেয়া হ'ল খেলখনৰ বিশ্লেষণমূলক ধাৰাভাষ্য। ৰেডিঅ', টি.ভিত ,বাতৰিকাকতত দিয়াৰ দৰে খেলৰ বিস্তাৰিত বিশ্লেষণ দিয়া সম্ভৱ নহয়। ইয়াৰ উপৰি সংবাদপত্ৰত এই বিশ্লেষণ যদি কোনো প্ৰখ্যাত ক্ৰীড়াবিদে কৰে তাৰ গুৰুত্ব আৰু বাঢ়ে । ক্ৰীড়া অনুৰাগীসকলেও ইয়াক আগ্ৰহেৰে পঢ়ে। পাঠকে চকুৰে যি দেখিছিল খেলৰ বিৱৰণ, ভুল-ক্ৰুটি, ভাল দিশ আদি সকলো মিলি খেলখনৰ সামূহিক বিৱৰণ এই বিশ্লেষণৰ সৈতে মিলাই সন্তুষ্টি লাভ কৰিব পাৰে।

ক্ৰীড়া সাংবাদিকৰ এই বিশ্লেষকৰ ভূমিকা পালন কৰিবলৈ কিছুমান প্ৰয়োজনীয় দিশ সদায় মনত ৰখা প্ৰয়োজন। সেয়া হৈছে — (১) খেলৰ নিয়ম-কানুন আৰু প্ৰথা আদিৰ বিষয়ে সজাগ হৈ থকা,(২) খেলুৱৈসকলৰ বিষয়ে নিখুঁত ধ্যান-ধাৰণা, (৩) খেলৰ আৰম্ভণিৰ পৰিৱেশ যথাযথভাৱে উপস্থাপন কৰা, (৪) সংশ্লিষ্ট খেলৰ অতীত ইতিহাস সম্পৰ্কে খবৰ ৰখা, (৫) সংশ্লিষ্ট খেলৰ বিষয়ে প্ৰখ্যাত ক্ৰীড়াবিদৰ বক্তব্য শুনা, (৬) চৰকাৰী আৰু বেচৰকাৰী পৰ্যায়ত বিভিন্ন ক্ৰীড়াবিদ, আমোলা, মন্ত্ৰী, ক্ৰীড়া সংগঠন আৰু ক্ৰীড়া শিক্ষা প্ৰতিষ্ঠানবোৰৰ সৈতে নিয়মিত যোগাযোগ ৰখা,(৭) বিশ্বৰ ক্ৰীড়াৰ বিভিন্ন দিশৰ প্ৰতি মনোযোগ ৰখা, (৮) খেলৰ ভিতৰুৱা কাৰিকৰী দিশৰ প্ৰতি নজৰ ৰখা, (৯) খেলৰ সৈতে দৰ্শকৰ আচৰণৰ ওপৰত ধাৰণা তৈয়াৰ কৰা , (১০) খেলক লৈ গঢ়ি উঠা ৰাজনৈতিক বাতাবৰণ সম্পৰ্কে বিশ্লেষণ কৰা, (১১) খেলক লৈ গঢ়ি উঠা দুৰ্নীতি সম্বন্ধে খা-খবৰ ৰখা আৰু (১২) খেলৰ

আগে-পিছে খেলখনৰ লগত জড়িত থকা খেলপথাৰৰ বাহিৰৰ খবৰ ৰখা।

সকলো খেলৰ বাতৰি পৰিৱেশন একে ধৰণৰ কৌশলেৰে কৰিলে সঠিক নহ'ব। ফুটবল খেল এখনৰ প্ৰতিবেদন যিকোনো সাধাৰণ ক্ৰীড়া সাংবাদিকেই লিখিব পাৰিব। কিন্তু যেতিয়া সেই খেলখনৰ বিশ্ব-ছিৰিজৰ অংশবিশেষ হৈ উঠিব তেতিয়াই প্ৰয়োজন হ'ব বিশেষজ্ঞৰ। সাঁতোৰ, টেনিছ, পল', গল্ফ আদি খেলৰ বৰ্ণনা আৰু গুৰুত্বপূৰ্ণ; কিন্তু ফুটবলৰ নিয়ম-নীতিৰ দিশৰপৰা আৰু সঠিকভাৱে অনুসৰণ কৰি সংবাদ পৰিৱেশন কৰিবলৈ যাওঁতে বহুতো জটিলতাৰ সৃষ্টি হয়। ক্ৰীড়া সাংবাদিকে এই জটিলতা ভাঙি পাঠকক সঠিক ৰূপত খেলৰ সংবাদ দিব পৰাটোৱেই কৃতিত্ব। ক্ৰীড়া সাংবাদিকে খেল এখনৰ নাটকীয় মুহূৰ্ত সুন্দৰ ৰূপত উপস্থাপন কৰাত পাকৈত হোৱা উচিত। খেল এখনত জয়সূচক মুহূৰ্তটি কেনেকৈ আহিল সেয়া নাটকীয় বৰ্ণনাৰে পাঠকৰ আগত দাঙি ধৰিলে পাঠকে ইয়াৰ সোৱাদ লৈ সন্তুষ্টি লভে। অৱশ্যে এটা লক্ষ্য কৰিবলগীয়া দিশ হৈছে যে এয়া কৰিবলৈ যাওঁতে জটিল কাৰিকৰী ভাষা প্ৰয়োগ কৰিলে প্ৰকৃত পটভূমি দুৰ্বোধ্য হ'ব পাৰে। সেয়ে সহজ-সৰল ভাষাৰে ইয়াক দাঙি ধৰিবলৈ চেষ্টা কৰিব লাগে। কঠিন ভাষা, খেলৰ কাৰিকৰী শব্দ আদি প্ৰয়োগ কৰাটো বেছি অৱশ্যম্ভাৱী হ'লে প্ৰয়োজন বোধে তাৰ সমুচিত সহজ ব্যাখ্যা দিব লাগে। কিয়নো সকলো পাঠকে কিছুমান শব্দৰ অৰ্থ বুজি নোপোৱাটো স্বাভাৱিক। পাঠকে এখন সুন্দৰ খেলৰ প্ৰতিবেদন পঢ়ি যাওঁতে এনে ধৰণৰ শব্দৰ ক্ষেত্ৰত উজুটি খালে খেলখনৰ পূৰ্ণ স্বাদ পোৱাৰপৰা বঞ্চিত হ'বলগীয়া হয়। ইয়াৰ লগতে খেলুৱৈ দলটোৰ নাম, খেলুৱৈসকলৰ নাম,পৰিচয় আদিৰ বৰ্ণনা দিওঁতে নিৰ্ভুল হোৱাত ক্ৰীড়া সাংবাদিক সদায় সচেতন হ'ব লাগে। ***(স.স.)***

## বিজ্ঞান সাংবাদিকতাৰ আভাস আৰু ইয়াৰ গুৰুত্ব

অন্য সংবাদৰ দৰেই বিজ্ঞানৰ সংবাদ পৰিৱেশনৰ বেলিকাও কিছুমান সুস্পষ্ট নীতি-নিয়ম মানি চলাটো দৰকাৰ। সেয়ে বিজ্ঞান সাংবাদিকজনো সাংবাদিকতা সম্পৰ্কীয় সুস্পষ্ট ধাৰণাৰ গৰাকী হোৱাটো জৰুৰী। বিজ্ঞান সাংবাদিকতাৰ কাৰণে সাংবাদিকজনে অনুসন্ধিৎসু হোৱাৰ লগতে এজন বিজ্ঞান মানসিকতাসম্পন্ন লোক হোৱাটো নিতান্তই প্ৰয়োজন।

বিজ্ঞান-প্ৰযুক্তিৰ সহায়ত পৃথিৱীখনত যি পৰিৱৰ্তনৰ সূচনা হৈছে সেয়া আজি সকলোৱে দেখা পাইছে, অনুভৱ কৰিছে আৰু তাৰ অংশীদাৰ হোৱাৰ সুযোগো পাইছে। সেয়ে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই সমাজ আৰু পৰিৱেশত কি ধৰণৰ প্ৰভাৱ পেলাইছে সেই কথা বিজ্ঞান আৰু প্ৰযুক্তি সম্পৰ্কীয় সংবাদ পৰিৱেশন কৰা ব্যক্তি এজনৰ বহু কথাই পাঠকক জনাব পাৰে।

স্কুল, কলেজ পৰ্যায়ৰ বিজ্ঞানৰ কথাবোৰ ভালদৰে জনাৰ বাবে চেষ্টা কৰাটো

অত্যন্ত জৰুৰী কথা। তত্ত্ব, তথ্য, সূত্ৰ ইত্যাদি প্ৰয়োজন সাপেক্ষে উল্লেখ কৰিব লগা হ'ব পাৰে। সেয়ে তেনেবোৰ কথা নির্ভুল হোৱা দৰকাৰ। প্ৰকৃততে বিজ্ঞানৰ মূল বিধিসমূহৰ (principle) জ্ঞান থকাটো বিজ্ঞান সাংবাদিকতাৰ বাবে নিতান্ত প্ৰয়োজন। অৱশ্যে বিজ্ঞানৰ সাংবাদিকৰ বাবে বিজ্ঞানত স্নাতক হ'বই লাগিব বুলি ভবাটোও সঠিক নহয়। বিজ্ঞান শিক্ষাই এই ক্ষেত্ৰত নিশ্চয় সহায় কৰিব, কিন্তু স্কুল পৰ্যায়ৰ বিজ্ঞানখিনি খৰচি মাৰি জানিলেও বিজ্ঞানৰ বাতৰি নির্ভুলভাৱে পৰিৱেশন কৰিব পাৰে। আগ্ৰহ আৰু মুকলি মন লৈ অধ্যয়ন কৰিলে বিজ্ঞানৰ এখন বিশাল জগত চকুৰ আগত ধৰা দিব আৰু চিন্তাৰ নতুন দিগন্ত উন্মোচিত হ'ব। বিজ্ঞানৰ স্নাতক হ'লে কথাবোৰ তেনেই সহায় হ'ব। কিন্তু বিজ্ঞানৰ উচ্চতম ডিগ্ৰী থাকিলে এজন ব্যক্তি সফল বিজ্ঞান সাংবাদিক হ'ব পাৰিব বুলি কোনো নিশ্চয়তা নাই।

যিকোনো অগতানুগতিক ঘটনা দৃষ্টিগোচৰ হ'লে তাৰ কাৰণ সম্পর্কে বিৱেচনা কৰা, অনুসন্ধান কৰা এইবোৰ বিজ্ঞান মানসিকতাৰ লক্ষণ। কোনো এটা অঞ্চলত বানপানী হোৱা, খৰাং হোৱা এইবোৰ দৈৱৰদ্বাৰা নিৰূপিত অভিশাপ বুলি কোৱাতকৈ যুক্তিৰে, বিজ্ঞানৰ দৃষ্টিৰে কথাবোৰ ভাবিলে উপকাৰ হয়। যধেমধে গছ কটা, নৈৰ বুকু বাম হোৱা, বায়ুমণ্ডল দূষিত হোৱা, জলবায়ুৰ অগতানুগতিক পৰিৱৰ্তন হোৱা ইত্যাদি কথাবোৰো এনে দুর্যোগৰ কাৰণ হ'ব পাৰে। এনেবোৰ কাৰকে বতৰ পৰিৱৰ্তনত মূল ভূমিকা লয়। কোনো কোনো ঠাইত বৰষুণ বেছি হোৱা, খৰাং হোৱা এই কথাবোৰ মানুহৰ কৰ্মফলো হ'ব পাৰে। এই কথাবোৰ বিশ্লেষণ কৰাৰ বাবে বিজ্ঞান মানসিকতা লাগিব, এই দৃষ্টিভংগী লৈ আমাৰ কেউদিনৰ ঘটনাসমূহ পর্যৱেক্ষণ কৰিব পৰাটো হ'ব প্ৰথম কথা। সাংবাদিক এজনে একোটা ঘটনা পঢ়ুৱৈ-সমাজৰ জ্ঞাতাৰ্থে, বিৱেচনাৰ্থে আগ বঢ়ায়।

লিখিব খোজা বিষয় বা ঘটনাটোৰ সম্পৰ্কে সবিশেষ খুঁটি-নাটি মাৰি জনাৰ উৎসুকতা বিজ্ঞান সাংবাদিকতা কৰা ব্যক্তিজনৰ থাকিবই লাগিব। ঘটনা এটাৰ সম্পৰ্কে সবিশেষ জানি লৈহে লিখিবলৈ লোৱা উচিত। বিজ্ঞানৰ নতুন কথাবোৰৰ প্ৰতি থকা উৎসুকতাইহে সাংবাদিকজনৰ সহায় কৰিব। লেখা এটা পঢ়ুৱৈ-সমাজলৈ আগ বঢ়াই দিয়াৰ আগতে সাংবাদিকজনে কথাবোৰ ভালদৰে অনুসন্ধান কৰা, পুনৰীক্ষণ কৰাটো প্ৰয়োজন, লিখা বিষয়টো বুজি পোৱাৰ লগতে সৰ্বসাধাৰণে বুজি পোৱাকৈ নিজৰ শৈলীৰে পাঠকলৈ আগ বঢ়াব লাগিব।

বিজ্ঞানৰ ভাল ভাল লেখনী আৰু জনপ্ৰিয় গ্ৰন্থসমূহ আৰু আলোচনী ইত্যাদি অধ্যয়ন কৰিব লাগিব। ভাৰতীয় আৰু আন্তৰাষ্ট্ৰীয় টেলিভিছন চেনেলৰ বিজ্ঞানৰ জনপ্ৰিয় কাৰ্যসূচীবোৰ চাব লাগিব। কোনো এটা বিশেষ লেখনী কিহৰ বাবে ভাল লগা হৈছে সেই বিষয়েও চোৱাৰ প্ৰয়োজন হ'ব। দৃষ্টি আকৰ্ষণকাৰী সংবাদবোৰত বহুতো লক্ষণীয় কথা থাকে। লিখাটোত থকা তথ্য, পৰিষ্কাৰ ধাৰণা, সুন্দৰ উপস্থাপন ৰীতি ইত্যাদিয়ে পঢ়ুৱৈক আনন্দ দিয়াৰ লগতে বিশ্বাসো জন্মাব পাৰে।

বিজ্ঞানৰ সংবাদ, লেখনী ইত্যাদিত তথ্যপাতি ভুল, অৰ্ধসত্য, গাজাখুৰি কথা, অতিৰঞ্জন আৰু অসত্য কথাৰ স্থান নাই। বিজ্ঞানৰ সত্য আৰু প্ৰযুক্তিগত তথ্যসমূহৰ সত্যাসত্য প্ৰমাণ কৰিব পাৰি। আজিৰ যুগত কথাবোৰৰ সত্যতা জানিবৰ বাবে অনেক প্ৰসংগ পুথিৰ লগতে কম্পিউটাৰত সঞ্চিত কৰি ৰখা জ্ঞান ভাণ্ডাৰটো সকলোৱে ব্যৱহাৰ কৰিব পাৰে । কোনো এজন বিজ্ঞানীৰ আৱিষ্কাৰ অথবা কিবা বিশেষ অনুষ্ঠানৰ কথা লিখোঁতে অতিৰঞ্জিত কথা লিখা হ'লে সেই কথা বিজ্ঞান মানসিকতা থকা সংবাদদাতা এজনে সহজেই ধৰিব পাৰে। কিন্তু কেতিয়াবা কথাবোৰ দৃষ্টিৰ আঁৰতো থাকি যাব পাৰে। সেয়ে সংবাদ এটা দিওঁতে পৰাপক্ষত বাতৰিটোৰ উৎসৰপৰাই লোৱাৰ চেষ্টা কৰিব লাগে। বিজ্ঞানৰ কথাবোৰ লিপিবদ্ধ কৰি ৰখা প্ৰসংগ পুথি আৰু ভাল ভাল আলোচনী পুথিভঁৰাল আৰু বৈজ্ঞানিক প্ৰতিষ্ঠানসমূহত সংৰক্ষিত থাকে। এইবোৰ উৎসৰপৰা বস্তুবোৰ সংগ্ৰহ কৰিলে পৰিশ্ৰম হ'বই আৰু এই পৰিশ্ৰমে আন বহুতো নতুন কথাৰ সন্ধান দিব আৰু লগতে মানসিক জগতখনৰো সম্প্ৰসাৰণ ঘটাব। কোনো এটা কাহিনী বা পৰিঘটনাৰ কথা লিখিবলৈ যাওঁতে সাংবাদিকজনে আন নতুন কাহিনীৰ বিষয়ো বিচাৰি পাব পাৰে বা পায়। তথ্যসমূহৰ সত্যাসত্য নিৰূপণ কৰি পৰিৱেশন কৰা সংবাদৰ কাৰণে কালক্ৰমত সাংবাদিকজন হ'বগৈ পাৰে এজন নিৰ্ভৰযোগ্য সংবাদদাতা।

বৈজ্ঞানিক তথ্য আৰু তত্ত্ববোৰৰ শুদ্ধতা সম্পৰ্কে বিজ্ঞানী এজনেহে মত দিব পাৰে। প্ৰযুক্তি আৰু তাৰ প্ৰয়োগ সম্পৰ্কে শুদ্ধ কথা ক'ব পাৰে প্ৰযুক্তিবিদজনেহে। সেয়ে সাংবাদিকজনে নগৰ, মহানগৰ য'তেই কাম নকৰক সেই ঠাইখনত থকা বিজ্ঞানী আৰু প্ৰযুক্তিবিদসকলৰ এখন তালিকা ৰাখিব পাৰিলে ভাল। তালিকাখনত ব্যক্তিজনৰ নামৰ লগতে ঠিকনা, ফোন নং ইত্যাদিও ৰাখিব লাগে। সম্ভৱস্থলত বিজ্ঞানী বা বিশেষজ্ঞজনৰ ফটোগ্ৰাফ এখনো ৰাখিলে ভাল।

বিজ্ঞানৰ সংবাদ দিওঁতাজনে বহুবোৰ কাৰিকৰী শব্দ ব্যৱহাৰ কৰিব লগা হয়। সেই কাৰণে নিজাববীয়াকৈ এনে শব্দবোৰৰ অসমীয়া প্ৰতিশব্দৰ তালিকা কৰি ল'লে সুবিধা হয়। লগতে এখন ভাল অভিধান অনৱৰতে লগত ৰখা ভাল। কেতিয়াবা সততে ব্যৱহাৰ হৈ থকা একোটা শব্দও মনলৈ নাহিব পাৰে, সেয়ে বিজ্ঞান শব্দকোষ এখন থাকিলে কামত আহে ।

বিজ্ঞান প্ৰযুক্তিৰ বাৰ্তাবোৰ নিজে আহি সাংবাদিকজনৰ ওচৰ পাবহি বুলি ভাবিব নোৱাৰি। সেয়ে অনৱৰতে বাতৰি সম্পৰ্কে সজাগতা থাকিব লাগিব। নতুন সংবাদৰ সন্ধান কৰিব লাগিব। অনৱৰতে বিশ্বৰ তথ্যবিষয়াসকলৰ লগত সাংবাদিকজনে এটা ভাল সম্পৰ্ক ৰক্ষা কৰি চলিলে সুবিধা হ'ব। যিকোনো এডোখৰ ঠাইত বিজ্ঞানৰ খা-খবৰ দিয়াৰ কথা ভাবিলে সেই ঠাইখনৰ বৈজ্ঞানিক সংস্থা, বিজ্ঞান শিক্ষা প্ৰতিষ্ঠানত বিজ্ঞানৰ প্ৰসাৰৰ লগত জড়িত বিভিন্ন স্বেচ্ছাসেৱী অনুষ্ঠান আদিৰ লগতে পৰিচিত

হোৱাৰ প্ৰয়োজন হয়। অৱশ্যে কোনো এটা অনুষ্ঠানৰ নামৰ লগত বিজ্ঞান, প্ৰযুক্তি ইত্যাদি শব্দ থাকিলেই সেইবোৰ বিজ্ঞানৰ বাতৰিৰ উৎস হ'ব বুলি ক'ব নোৱাৰি। জনস্বাস্থ্য বিভাগ, পানী যোগান বিভাগ, বিদ্যুৎ বিভাগ, দূৰসংযোগ বিভাগ, নিৰ্মাণ, পৰিৱহণ ইত্যাদিৰ দৰে চৰকাৰী বিভাগবোৰতো প্ৰায়োগিক বিজ্ঞানৰ কথাবোৰ জড়িত হৈ থাকে। বেংক আৰু অন্যান্য চৰকাৰী কাৰ্যালয়ত যেতিয়া কম্পিউটাৰৰ সহায়ত কাম কৰে, ঔদ্যোগিক প্ৰতিষ্ঠান একোটাত যেতিয়া নতুন প্ৰযুক্তি প্ৰয়োগ কৰে, চহৰত যেতিয়া বৃহৎ অট্টালিকা নিৰ্মাণ হয়, সেইবোৰ প্ৰযুক্তি নিৰ্ভৰ সংবাদৰ শিৰোনামা হ'ব পাৰে। এইবোৰৰ লগতে অনেক আনুসংগিক কথা যেনে : পৰিৱেশৰ ক্ষতিসাধন ইত্যাদিও জড়িত হৈ থাকে। এই সকলোবোৰ সংবাদ হ'ব পাৰে।

ধৰা হওক এটা বাতৰি প্ৰকাশ হৈছে এনেদৰে— 'গুৱাহাটী মাহানগৰীত ২৫ মহলীয়া অট্টালিকাৰ কাম আৰম্ভ'— এই বাতৰিটো এটা ডাঙৰ গৃহনিৰ্মাণ প্ৰতিষ্ঠানৰ গুণ-গৰিমাৰ কথা জনাবৰ বাবেও প্ৰকাশ হ'ব পাৰে। গুৱাহাটীৰ মানুহে পঢ়িও ভাল পাব পাৰে। ওচৰতে থকা নলবাৰী চহৰখনৰ মানুহে হয়তো ভাবিব পাৰে যে নলবাৰীতনো এনে ঘৰ নিৰ্মাণ কিয় নহয়। বিজ্ঞান-প্ৰযুক্তিৰ বাতৰি দিওঁতা সাংবাদিক এজনে কিন্তু এই ঘটনাটোকে অন্য ধৰণে ল'ব পাৰে। তেওঁ গৈ নগৰ পৰিকল্পনা বিভাগত খবৰ ল'ব পাৰে— গুৱাহাটীত এনেকুৱা এটা ঘৰ নিৰ্মাণ কৰাটো সম্ভৱ হয় নে নহয়। এবাৰ এনে এটা ঘৰ হ'লে আন প্ৰতিষ্ঠানবোৰকো এই কামৰ বাবে উৎসাহিত কৰিব পৰা যাবনে, অথবা কৰাটো উচিত হ'বনে ? এনেকুৱা ঘৰবোৰ হৈ উঠিলে গুৱাহাটীখন এখন ইটা-ছিমেণ্টৰ অৰণ্য হৈ নপৰিবনে ? ডাঙৰ ঘৰবোৰ হ'লে সেইবোৰত পানী যোগান, বিদ্যুৎ যোগান ইত্যাদিৰ ব্যৱস্থাবোৰ কেনেকুৱা হ'ব ? এনেকুৱা প্ৰশ্ন অসংখ্য ওলাব। ঘৰটোত থকা বাসিন্দাসকলৰ যিবোৰ আবৰ্জনা সেইবোৰ আঁতৰ কৰাৰ ব্যৱস্থা কি হ'ব ? সংবাদদাতাজনে এই কথাবোৰৰ উত্তৰ বিচাৰি কথা বিভিন্ন ব্যক্তিৰ লগ কৰি কথা পাতিব পাৰে। ঘৰ সজা ঠিকাদাৰজনৰ লগতো কথা পাতিব পাৰে। ঘৰটোত অগ্নি সুৰক্ষা ব্যৱস্থা কেনেকুৱা ? ঘৰটোৰ ভেটিটো কেনেকুৱা ? অসমৰ নিচিনা ঠাইত এনেকুৱা ঘৰে ভূমিকম্প হ'লে থিয় দি থাকিব পাৰিবনে ? এনেকুৱা কথাবোৰ সৰ্বসাধাৰণ মানুহে বুজিব পৰাকৈ বাতৰিকাকতত প্ৰকাশ কৰিলে তাৰ ওপৰত নিশ্চয় আলোচনা হ'ব। বৃহৎ ঘৰ নিৰ্মাণৰ গৌৰৱ কৰাৰ আগতে সুৰক্ষা আৰু সম্পদৰ সুব্যৱহাৰৰ কথাবোৰে আগস্থান পাব। সৰ্বসাধাৰণ মানুহক এনেকুৱা কথাবোৰ খুঁটি-নাটি মাৰি চিন্তা কৰিবলৈ শিকোৱাৰ লগতে বৈজ্ঞানিক মানসিকতা গঢ় লোৱাতো বাতৰিটোৱে সহায় কৰিব?

দেশনেতাসকলে অথবা ৰাজনীতিবিদসকলে কৰা বাতৰি মেল, লিখিতভাৱে *প্ৰেছলৈ দিয়া বাতৰিয়েই সংবাদ নহয়। যিকোনো ঘটনা, পৰিঘটনাই বাতৰিৰ উৎস হ'ব পাৰে। কোনো এটা অঞ্চলত হোৱা সোঁচৰা ৰোগ, পানীৰ ব্যৱহাৰত মানুহৰ*

অমনোযোগিতা, মাটিৰ উৰ্বৰতা নষ্ট হোৱা, জনগাঁঠনিৰ পৰিৱৰ্তন, অপৰমাগত সম্পদৰ ব্যৱহাৰ ইত্যাদিৰ লগতে একোখন ঠাইৰ গছ-লতা, জীৱ-জন্তু ইত্যাদিৰ কথাবোৰো সংবাদৰ বিষয় হ'ব পাৰে। বিজ্ঞানৰ সংবাদ দিওঁতাজনে বিভিন্ন সমস্যা চিনাক্ত কৰাৰ লগতে সেইবোৰৰ কাৰণ আৰু প্ৰতিক্ৰিয়া সম্পৰ্কেও চিন্তা কৰিব লাগে। এনেবোৰ কথা পৰ্যৱেক্ষণ কৰিবৰ কাৰণে সাংবাদিকজনৰ নিজৰ চিন্তা কামত লগাবৰ প্ৰয়োজন হ'ব। একেন্দৰে চিন্তা কৰাৰ কাৰণেও নানা পৰ্যৱেক্ষণৰ প্ৰয়োজন হ'ব পাৰে।

ভাৰতবৰ্ষৰ বিজ্ঞানৰ জগতখনৰ খবৰ দিবলৈ হ'লে সাংবাদিকজনে বিজ্ঞানৰ গৱেষণা আৰু বিকাশৰ লগত জড়িত হৈ থকা বৈজ্ঞানিক অনুষ্ঠানসমূহৰ বিষয়ে জনা দৰকাৰ। কাৰিকৰী আৰু বিজ্ঞানৰ বিভিন্ন ক্ষেত্ৰসমূহত ভাৰতৰ জনশক্তি সবাৰো ওপৰত, গৱেষণা আৰু বিকাশৰ বহুবোৰ উচ্চ খাপৰ অনুষ্ঠান ভাৰতত আছে, সমগ্ৰ পৃথিৱীত যি গোলকীকৰণ প্ৰক্ৰিয়াৰ ঢৌ উঠিছে তাৰ পৰিপ্ৰেক্ষিতত ভাৰতৰ এই অনুষ্ঠানবোৰতো অনেক পৰিৱৰ্তন সাধন কৰা হৈছে। মুক্ত অৰ্থনীতিৰ প্ৰয়োগে এশকোটিৰ অধিক জনসংখ্যাৰ এই দেশখনত কৰ্মসংস্কৃতিৰ নামত যদি নিবনুৱা বৃদ্ধিতহে সহায় কৰে তেতিয়া দেশখনৰ কি হ'ব এই ধৰণৰ কথাবোৰো চিন্তাৰ কথা। পৰিৱৰ্তিত দেশখনৰ সমুখত কি ধৰণৰ প্ৰত্যাহ্বান আহিছে আৰু সেইবোৰ সমাধানত বিজ্ঞানীসমাজে কি কৰিব লাগিব ইত্যাদিবোৰো বাতৰিৰ উৎস হ'ব পাৰে।

কেন্দ্ৰীয় চৰকাৰৰ বিভিন্ন মন্ত্ৰণালয়ৰ কাৰিকৰী বিভাগবোৰৰো অনেক গৱেষণা প্ৰকল্প থাকে আৰু সেইবোৰ কাৰ্যকৰী কৰিবৰ বাবে বিশেষ অৰ্হতাসম্পন্ন সংস্থা আছে। কৃষি বিভাগত বিভিন্ন প্ৰকাৰৰ শস্যৰ বিষয়ে গৱেষণা চলে। সেই গৱেষণাক গুৰি ধৰে ভাৰতীয় কৃষি গৱেষণা সংস্থাই। কেন্দ্ৰীয় চৰকাৰৰ স্বাস্থ্য আৰু পৰিয়াল কল্যাণ মন্ত্ৰণালয়ৰ অধীনত থকা ভাৰতীয় চিকিৎস্যা গৱেষণা সংস্থাৰো বহুকেইটা গৱেষণাগাৰ আছে। ৰেলৱে ব'ৰ্ডৰ অধীনত অছে ৰেলৱে গৱেষণা আৰু বিকাশ সেৱা প্ৰতিষ্ঠান। ইয়াৰ বাহিৰেও যোগাযোগ, জলসিঞ্চন শক্তি, পথ-পৰিৱহণ, কয়লা খনন, পেট্ৰ'লিয়াম, পাৰিপাৰ্শ্বিকতা ইত্যাদি বিভাগবোৰো গৱেষণা আৰু বিকাশ বিভাগ একোটা আছে। এইবোৰৰো নিজা নিজা পৰীক্ষাগাৰ আছে।

ভাৰতৰ বিশ্ববিদ্যালয়বোৰতো উচ্চ খাপৰ গৱেষণা চলে। স্নাতকোত্তৰ বিভাগবোৰত বিভিন্ন বিষয়ৰ গৱেষণা চলাৰ লগতে সময়ে সময়ে সেইবোৰত বিজ্ঞানীসকলৰ কনফাৰেন্স ইত্যাদিও হয়। ভাৰতৰ আই. আই. টি.বোৰত বিজ্ঞান প্ৰযুক্তিৰ অত্যাধুনিক গৱেষণা চলে। বহুকেইখন এনে অনুষ্ঠান পৃথিৱীৰ ভিতৰতে অগ্ৰণী বুলি জনাজাত। এনেবোৰ কথা যদি আমি ভালদৰে হিচাপ কৰি চাওঁ তেতিয়াহ'লে আমাৰ সমুখত যে বিজ্ঞান সংবাদৰ এক মহাসমুদ্ৰ পৰি আছে সেই কথা বুজাত অসুবিধা নহয়। এয়া মাত্ৰ ক্ষুদ্ৰ অংশহে। বিজ্ঞান প্ৰযুক্তিৰ বিখ্যাত ব্যক্তিসকলৰ সম্পৰ্কেও জনাৰ প্ৰয়োজন আছে। কোনো এটা বিশেষ বিষয়ৰ সংবাদ দিওঁতে সেই

বিষয়টোৰ লগত জড়িত বিখ্যাত ব্যক্তিসকলৰ কথা ক'ব পাৰিলে ভাল। কোনো এখন ঠাইলৈ বিখ্যাত বিজ্ঞানী এজন আহিলে সংবাদদাতাজনে বিজ্ঞানীজনৰ সাক্ষাৎ ল'বলৈ যাওঁতে যদি মানুহজনৰ কামৰ বিষয়ে, মানুহজনৰ ব্যক্তিগত জীৱনৰ বিষয়ে অথবা বিজ্ঞানীজনৰ আগৰ কৰ্তব্যসমূহৰ বিষয়ে জানে, তেতিয়া সংবাদদাতাজনৰ লিখনীয়ে পাঠকৰ দৃষ্টি সহজে আকৰ্ষণ কৰে আৰু তেতিয়া সংবাদটো গুৰুত্বপূৰ্ণ হয়।

বিজ্ঞানী আৰু প্ৰযুক্তিবিদসকলৰ কথা ক'বলৈ যাওঁতে সংবাদদাতাজনে অতীজৰ বিজ্ঞানীসকলৰ কথা জনাও দৰকাৰ হয়। যিসকলৰ কামৰ ফলত বিশ্ববাসী উপকৃত হৈছে তেনে বিজ্ঞানীৰ কথা বিজ্ঞান বিশ্বকোষ অথবা সাধাৰণ জ্ঞানৰ কিতাপবিলাকত পোৱা যায়। সাংবাদিকজনে এই কথাবোৰ প্ৰয়োজন সাপেক্ষে উল্লেখ কৰিলে পঢ়ুৱৈসকল উপকৃত হয়।

ভাৰতৰ বিজ্ঞান প্ৰযুক্তিৰ ক্ষেত্ৰখনত বিশেষভাৱে বৰঙণি যোগোৱা ব্যক্তিসকলৰ কথাবোৰ জনাটো দৰকাৰ। চি.ভি.ৰামণ, মেঘনাথ সাহা, জগদীশ বসু, হোমি জাহাংগীৰ ভাভা, শান্তি স্বৰূপ ভাটনাগৰ, বিক্ৰম ছাৰাভাই আদিৰ অৱিহণা ভাৰতবৰ্ষৰ কাৰণে অত্যন্ত মূল্যৱান আছিল। একেদৰে জৱাহৰলাল নেহৰু, হোমি ভাভা আৰু ভাটনাগৰে স্থাপন কৰা গৱেষণা প্ৰতিষ্ঠানসমূহো বিশেষভাৱে গুৰুত্বপূৰ্ণ।

ইয়াৰ বাহিৰেও এতিয়াৰ যিসকল বিজ্ঞানীয়ে ভাৰতৰ উন্নতিৰ বাবে আহোপুৰুষাৰ্থ কৰি কাম কৰিব লাগিছে সেইসকলৰ কথাও জনাৰ দৰকাৰ আছে। এই কথাবোৰ 'ইয়াৰ-বুক', 'হুজ হু' ইত্যাদিবোৰৰপৰা পাব পাৰি।

বিজ্ঞান-প্ৰযুক্তিয়ে মানৱ সমাজৰ ভৌতিক আৰু সামাজিক ক্ষেত্ৰসমূহত কিমান পৰিৱৰ্তন আনিছে সেই সম্পৰ্কে অনেক আলোচনা পোৱা যায়। বাতৰিকাকত, আলোচনী আৰু ইলেক্ট্ৰনিক মাধ্যমযোগে পৰিৱেশ সম্পৰ্কে প্ৰতিদিনে বাতৰি প্ৰচাৰ হয়। কিন্তু পৰিৱেশ সম্পৰ্কে বহুত মানুহেই গুৰুত্ব নিদিয়ে? সাংবাদিক এজনে এই কথা হৃদয়ংগম কৰিব লাগিব। বাতৰি এটা দিওঁতে সাংবাদিকজনৰ পৰিৱেশ সম্পৰ্কে থকা সজাগতা আৰু জ্ঞানৰ প্ৰকাশ পায়। এই কথা গভীৰভাৱে বিবেচনা কৰিব পৰা সাংবাদিক এজনেহে বাতৰি এটা কি ধৰণে মানুহৰ মাজলৈ লৈ যাব লাগে বুজিব পাৰিব। বিজ্ঞান-প্ৰযুক্তিৰ বিষয়ে লিখা যিকোনো সংবাদ সংক্ষিপ্ত আৰু সুস্পষ্ট হ'লেহে সৰ্বসাধাৰণৰ মন আকৰ্ষণ কৰিব পৰা হয়। প্ৰকৃতিৰ নিয়মসমূহৰপৰাই বিজ্ঞান চৰ্চাৰ সূত্ৰপাত। পঢ়ুৱৈৰ মনত ৰখাৰ লগতে নিতৌ প্ৰকাশ পোৱা ভাল বাতৰিবোৰো চোৱাটো দৰকাৰ। সহজ শব্দ ব্যৱহাৰ কৰি, সাধাৰণতে নোপোৱা কঠিন ধাৰণা আৰু তাৰ অন্তৰালৰ কথাবোৰ সহজে বুজিব পৰাকৈ বাতৰি লিখাটো প্ৰয়োজন। কিন্তু সকলো মূল্যৱান বাতৰিৰ ব্যাখ্যা আৰু তাৰ অন্তৰালৰ কথাবোৰ বহুতৰে গ্ৰহণযোগ্য নহ'বও পাৰে। তেনে ক্ষেত্ৰত বাতৰি এটা লিখোঁতে এনেকুৱা ভাষাৰে লিখিব লাগে যে বাতৰিটো পঢ়িলে অন্ততঃ পঢ়ুৱৈজনে বুজি পায়।

ভাষাৰ জ্ঞান আহে ব্যাকৰণ জনাৰপৰা। অসমীয়া ভাষাত সংবাদ দিবৰ বাবেও অসমীয়া ব্যাকৰণ জানিব লাগিব। বিজ্ঞান প্ৰযুক্তিৰ খবৰবোৰ দিবৰ বাবে ইংৰাজী ভাষা জনাৰো প্ৰয়োজন আছে। বিজ্ঞান আৰু প্ৰযুক্তিৰ সহায়ত পৃথিৱীখনত হোৱা অগ্ৰগতিৰ নিত্য নতুন খবৰবোৰ ইংৰাজী ভাষাৰ আলোচনী, বাতৰিকাকত আদিত বেছিকৈ প্ৰকাশ পায়। সেয়ে বিজ্ঞান সংবাদদাতা হ'বলৈ ইংৰাজী জ্ঞানৰ প্ৰয়োজন আছে।

বাতৰিকাকতৰ সংবাদৰ এক সুনিৰ্দিষ্ট বাক্য গাঁঠনি থাকে, বাতৰিটোৰ মূল কথাকেইটা প্ৰথম বাক্যটোৰেই কৈ দিব পৰা হ'ব লাগে। পেৰাগ্ৰাফবোৰ সৰু হ'ব লাগে। এটা বাক্যৰ পাছত আনটো বাক্য স্বাভাৱিক গতিৰে আহিব লাগে যাতে সংবাদটো পঢ়োঁতে খোকোজা নালাগে। নহ'লে পঢ়ুৱৈজনে সংবাদটো পঢ়িবলৈ বাদ দিব। বিজ্ঞান সংবাদৰ বাক্য গাঁঠনি আন সংবাদ দিওঁতে ব্যৱহাৰ হোৱা বাক্য-গাঁঠনিতকৈ পৃথক নহয়। এটা সুন্দৰ আৰম্ভণিৰে প্ৰথমছোৱাতে সংবাদটোৰ প্ৰয়োজনীয় কথাকেইটা দি কম প্ৰয়োজনীয় বস্তুকেইটা শেষলৈ লিখাটোৱেই বাঞ্ছনীয় বুলি ধৰা হয়। সংক্ষেপে এই কথাকে ক'ব পাৰি যে— বিজ্ঞান সাংবাদিকতাৰ নীতি-নিয়মবোৰো অন্য পেছাদাৰী সাংবাদিকতাতকৈ পৃথক নহয়। এটা কথা সততে মনত ৰখা প্ৰয়োজনীয় যে বিজ্ঞান প্ৰযুক্তিৰ কথাবোৰ মানুহে অনুভৱ কৰাকৈ লিখিব পাৰিব লাগিব। সঠিকভাৱে উৎসৰপৰা বাতৰি আনি সাংবাদিকজনৰ নিজা দৃষ্টিৰে সেইবোৰ পৰিৱেশন কৰিব লাগে। তথাপি এটা কথা সদায় মনত ৰখা দৰকাৰ যে বাতৰি আৰু বিজ্ঞাপন দুয়োটা একে নহয়।

আজিকালি বাতৰিবোৰত অতিৰিক্ত কথা আৰু উত্তেজনা দিব পৰা কথাৰ অবাধ পয়োভৰ ঘটিছে। এনে বাতৰিয়ে পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰে। কিন্তু বিজ্ঞান সাংবাদিকতাত অতিৰঞ্জনৰ স্থান নাই। নতুন বস্তু আৱিষ্কাৰ, নতুন সঁজুলি উৎপাদন, পুৰণা সঁজুলিৰ আধুনিকীকৰণ ইত্যাদিৰ লগত উত্তেজনা জড়িত থাকিব পাৰে তেনে ক্ষেত্ৰত বাতৰি এটাত সেই অনুভৱ প্ৰতিফলন দোষণীয় কথা নহয়। কিন্তু সমগ্ৰ পৃথিৱীয়ে সেই আৱিষ্কাৰটোলৈকেহে উদ্‌গ্ৰীৱ হৈ আছিল। যোৱা তিনি চাৰিটা দশকত কৰ্কটৰোগৰ ঔষধ ওলোৱা বুলি অনেক খবৰ প্ৰকাশ পাই আহিছে। মানুহেও তেনেবোৰ বাতৰিলৈকে বাট চাই থাকে। কিন্তু কৰ্কটৰোগ আজিও প্ৰতিৰোধ কৰিব পৰা হোৱা নাই সেইটোহে সত্য। এতেকে বাতৰি এটা দিওঁতে সাংবাদিকজনৰ বিবেচনা থকাটো অতি জৰুৰী। উত্তেজক আৰু অতিৰঞ্জিত কথাই সাংবাদিকজনৰ লগতে সংবাদ প্ৰতিষ্ঠানটোৰো দুৰ্নাম আনে। বাৰে বাৰে সন্দেহৰ চকুৰে চাবলগীয়া হোৱা সংবাদ পৰিৱেশন কৰিলে সংবাদদাতাজন সাংবাদিক হিচাপে ওপৰলৈ যাব নোৱাৰে। বিজ্ঞানীৰ দৰে বিজ্ঞানৰ সংবাদদাতাজনো সত্য অন্বেষণকাৰী হ'ব লাগিব।

যিকোনো বাতৰি প্ৰকাশ কৰোঁতে ভাষাৰ মসৃণতা আৰু সংবাদৰ সত্যতাৰ প্ৰতি চকু দিব লগা হয়। প্ৰয়োজনীয় কথাবোৰ সঠিক স্থানত লিখাৰ বাবে একোটা লিখা কেইবাবাৰো লিখিব লগা হ'ব পাৰে। পুনৰ লিখা কামটোৱে বাতৰিটো নিখুঁত কৰাত

সহায় কৰে। ভালদৰে পৰিৱেশন কৰা যিকোনো সংবাদে পঢ়ুৱৈক আকৰ্ষিত কৰে। ভাল সংবাদদাতা এজনে ভাল পঢ়ুৱৈ হোৱাও দৰকাৰ।

সাধাৰণ মানুহবোৰে তেওঁলোকৰ যিকোনো সমস্যা সমাধানৰ বাবে বিজ্ঞান আৰু প্ৰযুক্তিৰ মুখলৈকে চাই থাকে। বিজ্ঞান-প্ৰযুক্তিৰ অপপ্ৰয়োগ বা দুঃপ্ৰয়োগ হ'লে জগতখনৰ সকলো শ্ৰেণীৰ জীৱৰে অনিষ্ট হয়। ৰাষ্ট্ৰসমূহৰ মাজত অসূৱা বাঢ়িলে, সামৰিক উদ্যোগত গুৰুত্ব প্ৰদান কৰিলে কি হ'ব পাৰে সেইবোৰ কথা চাব পাৰি। জন বিস্ফোৰণৰ ফলত কি ধৰণৰ বিপদ হ'ব পাৰে বা হৈছে আৰু কি কৰিলেনো এই সমস্যা সমাধান কৰা সম্ভৱ এইবোৰো চাবলগীয়া কথা। প্ৰকৃতিৰ সম্পদসমূহ যথেমধে আহৰণ কৰাৰ ফলত মানৱজাতিৰ কি ধৰণৰ সমস্যা হ'ব পাৰে, পৰিৱেশৰ কি ধৰণৰ পৰিৱৰ্তন ঘটিব পাৰে এইবোৰ কথাত চিন্তা কৰিব লাগিব। এনেবোৰ চিন্তা কৰোঁতে এটা বিজ্ঞান মানসিকতা গঢ় লৈ উঠিব পাৰে।

অসমীয়া ভাষাত বিজ্ঞানৰ অনেক লেখা প্ৰকাশ হয়। আজিকালি প্ৰায়বোৰ বাতৰিকাকত, আলোচনীত বিজ্ঞানৰ শিতান একোটা থাকেই। প্ৰবন্ধসমূহৰ মানদণ্ড বৰ তল খাপৰ নহয়। কিন্তু বাতৰিকাকতত প্ৰকাশ হোৱা বিজ্ঞানৰ বাতৰিসমূহৰ মানদণ্ড আজিও উচ্চ খাপৰ নহয়। জনসাধাৰণৰ মনৰপৰা অন্ধবিশ্বাস, কু-সংস্কাৰ ইত্যাদি দূৰ কৰাতকৈ বেছিভাগ বাতৰিয়েই উত্তেজনা সৃষ্টি কৰাৰ লগতে অন্ধবিশ্বাস আৰু কুসংস্কাৰবোৰক স্থায়িত্ব দিয়াতহে স্পষ্ট নোহোৱাটো পৰিলক্ষিত হয়। ব্ৰহ্মপুত্ৰৰ পানী খাল খান্দি গংগাত মিলাই দিব খোজা হৈছে, কিন্তু সেই সম্পৰ্কে বাতৰিকাকতসমূহে যিখিনি সজাগত দেখুৱাব পাৰিব লাগিছিল সেইখিনি দেখা পোৱা নাই। অসমৰ এজন ল'ৰাই বিজ্ঞানৰ শ্ৰেষ্ঠ বঁটা 'ভাটনাগৰ বঁটা' লাভ কৰিলে কিন্তু সেই সম্পৰ্কে ভালদৰে লিখা এটা বাতৰিকাকত দেখা পোৱা নগ'ল। যোৰহাট নগৰৰ টোকোলাই নদী পোত খাই যোৱা কথা সকলোৱে জানে, কিন্তু তাৰ কাৰণ কি, কোনে সেই কাম কৰিছে, সেই কামটোৰ ফলত কি ক্ষতি হৈছে ভালদৰে সমাজৰ সকলোকে জনাব পৰা নাই। হোলোঙাপাৰ হাবিত সাতটা প্ৰজাতিৰ বান্দৰ একেলগে আছে। সেই হাবিত হাতীও আছে। এই প্ৰণীসমূহৰ বিষয়ে বা প্ৰাকৃতিক সম্পদৰ বিষয়ে সজাগ কৰাব পৰাকৈ বাতৰিৰ অভাৱ, কোনোবা এখন নাৰ্ছিংহোমত এজন ৰোগীৰ মৃত্যু ঘটিল। লগে লগে কাকতত প্ৰকাশ পাব নাৰ্ছিংহোমৰ চিকিৎসকৰ অৱহেলাৰ কথা, কিন্তু প্ৰকৃত কথা সেইটো অন্ততঃ সদায় হয়নে ? সঠিক কথাটো সত্যতাৰে দিয়াটোহে সাংবাদিকজনৰ কাম। মানুহৰ মনত উত্তেজনা জগোৱা তেওঁৰ কাম নহয়। সংবাদদাতাই সংবাদহে দিব লাগে নিজৰ মতামত দিব নালাগে। মতামতৰ দায়িত্ব পাঠকৰহে, সংবাদদাতাজনৰ কৃতিত্ব নিৰ্ভৰ কৰে নিৰপেক্ষভাৱে, সততাৰে আৰু সুন্দৰ ভাষাৰে বাতৰি এটা যোগান ধৰাতহে। এনেবোৰ কথা বিজ্ঞান-সাংবাদিকতাৰ প্ৰতি দায়বদ্ধসকলে সততে মনত ৰখা দৰকাৰ।

❑ ড° অৱনী চন্দ্ৰ গোস্বামী

## চলচ্চিত্ৰ সাংবাদিকতা আৰু চলচ্চিত্ৰ সমালোচনা

সাংবাদিকতা হৈছে এটা জনপ্ৰিয় আৰু অত্যাৱশ্যকীয় গণ-সংযোগ প্ৰক্ৰিয়া। সংবাদপত্ৰ, অনাতাঁৰ, দূৰদৰ্শন আৰু ইণ্টাৰনেটৰ জৰিয়তে সংবাদ প্ৰেৰণ তথা পৰিৱেশন কাৰ্যৰ বাবে প্ৰয়োজনীয় 'কেঁচামাল' এই বিশেষ প্ৰক্ৰিয়াৰ জৰিয়তে সংগ্ৰহ বা উৎপাদন কৰা হয়। ১৯৪৭ চনত Claude E. Shannon আৰু Warren Weaver -য়ে প্ৰস্তুত কৰা গণসংযোগ মাধ্যমৰ কাৰ্যপ্ৰক্ৰিয়া সম্পাদকীয় মডেলৰ আধাৰত সাংবাদিকতাৰ গণ-সংযোগ প্ৰক্ৰিয়াক ৰেখাচিত্ৰৰ সহায়ত এনেদৰে দেখুৱাব পাৰি ঃ




ইয়াত সাংবাদিকজনে বিভিন্ন উৎসৰপৰা 'তথ্য ধাৰণা আৰু সু-সংবদ্ধভাৱে নিৰ্বাচিত প্ৰতীক বা সংকেতৰ সমষ্টিক' শব্দ, ছবি আৰু কিছুমান চিহ্ন বা প্ৰতীকৰ সহায়েৰে যি ৰূপত পৰিৱেশন কৰে, সেয়াই সংবাদ। এনে সংবাদে পাঠক বা দৰ্শকৰ মনৰ মাজত ইপ্সিত জ্ঞান, ধাৰণা বা প্ৰতিক্ৰিয়া সৃষ্টি কৰিব পাৰিলেই 'সফলতা' লাভ কৰে (সংযোগ সম্পূৰ্ণ হয়) বুলি ভবা হয় যদিও প্ৰকৃত সংবাদসেৱাই এটা স্থায়ী প্ৰতিক্ৰিয়া বা পৰিৱৰ্তন সাধন কৰাৰ জৰিয়তেহে গন্তব্যস্থলত উপনীত হয়। 'চলচ্চিত্ৰ সাংবাদিকতা' শব্দ দুটাৰ জৰিয়তে সাংবাদিকতাৰ উল্লিখিত মূল সূত্ৰকেই প্ৰকাশ কৰা হয়। ইয়াত চলচ্চিত্ৰ শব্দটোৱে সাংবাদিকতাৰ বিশেষণ বা বিশেষ ৰূপ বা ক্ষেত্ৰ নিৰ্দিষ্ট ধাৰণাকে প্ৰকাশ কৰে। অৰ্থাৎ, চলচ্চিত্ৰ বিষয়ক সংবাদ পৰিৱেশনেই হ'ল— চলচ্চিত্ৰ সাংবাদিকতাৰ মূল সূত্ৰ।

সংবাদৰূপে চলচ্চিত্ৰৰ স্বৰূপ নিৰ্দিষ্ট কৰাৰ বাবে, আমি প্ৰথমে কেনে ধৰণৰ তথ্য, ধাৰণা বা সুনিৰ্বাচিত সংকেত সেই ধৰণৰ সংবাদৰ উৎস হ'ব পাৰে বিচাৰ কৰা প্ৰয়োজন। সাধাৰণভাৱে এনে উৎসসমূহক বহলভাৱে চাৰিটা ভাগত ভাগ কৰিব পৰা যায়। যথাক্ৰমে —

**(১) কাৰিকৰী বা প্ৰযুক্তিগত দিশৰ সৈতে সম্পৰ্কীয় দিশ ঃ** চলচ্চিত্ৰ এটা কাৰিকৰী কলা-কৌশল নিৰ্ভৰ সংযোগ মাধ্যম। ১৮৮৮ চনত টমাছ আলভা এডিছনে আৱিষ্কাৰ কৰাৰ পিছৰেপৰা যোৱা ১১৪ বছৰত প্ৰযুক্তিগত বিকাশৰ বাবে চলচ্চিত্ৰৰ নিৰ্মাণ আৰু গাঁথনিগত দিশত উল্লেখযোগ্য পৰিৱৰ্তন সাধিত হৈছে। এজন সাংবাদিকে এই পৰিৱৰ্তন প্ৰক্ৰিয়াৰ ইতিহাস সম্পৰ্কে অৱগত হোৱাৰ জৰিয়তেহে এই দিশটোৰ সৈতে সম্পৰ্কীত কোনো সংবাদৰ বিষয়ে যথাযোগ্য ঔচিত্য প্ৰদৰ্শন কৰিব পাৰিব।

**(২) অৰ্থনৈতিক দিশৰ সৈতে জড়িত দিশ ঃ** আৱিষ্কাৰৰ পিছৰেপৰাই চলচ্চিত্ৰ বিনোদন পণ্যৰূপে পৰিচিত হৈ আহিছে। স্বাভাৱিকভাৱেই বিনোদন বাণিজ্যৰ সৈতে

সম্পৰ্কীত চলচ্চিত্ৰৰ এটা অৰ্থনৈতিক দিশ আছে। উদ্যোগৰূপেও ইয়াৰ এটা পৰিচিতি আছে যদিও, অন্য যিকোনো উদ্যোগৰ সৈতে ইয়াৰ পৰিচালনা, গঠন আৰু আৱৰ্তৰ ক্ষেত্ৰত স্পষ্ট পাৰ্থক্য দেখিবলৈ পোৱা যায়। চলচ্চিত্ৰৰ প্ৰাক্ নিৰ্মাণ, নিৰ্মাণ (চুটিং আৰু সম্পাদনা) আৰু নিৰ্মাণোত্তৰ (চেঞ্চৰ, বিজ্ঞাপন, পৰিৱেশন আৰু প্ৰদৰ্শন) পৰ্বত ভিন ভিন ধৰণৰ অৰ্থনৈতিক সম্পৰ্ক আৰু আলেখলেখৰ বিষয়ে সুস্পষ্ট ধাৰণা নাথাকিলে, এই দিশটোৰ সৈতে সম্পৰ্কীত সংবাদ পৰিৱেশন কৰাটো অসম্ভৱ।

**(৩) সামাজিক দিশৰ সৈতে সম্পৰ্কীত দিশ ঃ** চলচ্চিত্ৰ এটা সংযোগ বা বিনোদক মাধ্যম হ'লেও, বিষয়বস্তু নিৰ্বাচন, কাহিনী সংগঠন, পৰিকল্পনা আৰু পৰিৱেশন-- এই সকলোকেইটা দিশেৰে সৈতে সামাজিক, ৰাজনৈতিক দিশ বা পটভূমি জড়িত হৈ আহিছে। সেয়ে, চলচ্চিত্ৰৰ সমাজৰ ওপৰত প্ৰভাৱ অথবা সমাজৰ চলচ্চিত্ৰৰ ওপৰত প্ৰভাৱ—এই উভয় দিশৰেপৰা বিচাৰ-বিশ্লেষণ চলি অহা দেখিবলৈ পোৱা যায়। এনেদৰে সংযোগ আৰু শিল্প-মাধ্যমৰ সামাজিক দিশ সম্পৰ্কে সূক্ষ্ম তাত্ত্বিক আৰু প্ৰায়োগিক আলোচনাসমূহৰ প্ৰাসংগিক অধ্যয়নৰ জৰিয়তে নিজাববীয়া এটা দৃষ্টিভংগী গঢ় দি ল'ব নোৱাৰিলে এই দিশৰ সংবাদ পৰিৱেশনৰ ক্ষেত্ৰত সম-মানদণ্ড, ঐক্য আৰু স্পষ্টতা অৰ্জন কৰাটো অসম্ভৱ।

**(৪) নান্দনিক দিশৰ সৈতে সম্পৰ্কীত দিশ ঃ** চলচ্চিত্ৰৰ আন সকলোবোৰ পৰিচিতি বা বিচাৰ বিশ্লেষণৰ ক্ষেত্ৰত ইয়াৰ নান্দনিক পৰিচিতি বা দৃষ্টিভংগীটোৰ প্ৰভাৱ বা ভূমিকা বিশেষভাৱে উল্লেখযোগ্য। আধুনিক যুগ-উপযোগী মানসিকতা আৰু কলাগত প্ৰয়োজনৰ দিশটোক পৰিতুষ্ট কৰাৰ জৰিয়তে চলচ্চিত্ৰই ইতিমধ্যে আধুনিক কলা মাধ্যমৰূপে সৰ্বজনৰ স্বীকৃতি লাভ কৰিছে। তাত্ত্বিকভাৱে চলচ্চিত্ৰৰ 'ভাষা'ৰ সন্ধান কৰাৰ জৰিয়তে ইতিমধ্যে বিভিন্ন ধৰণৰ উপাদানৰ প্ৰয়োগ বৈচিত্ৰ্য আৰু ব্যৱহাৰ উপযোগিতাৰ মাজেদি সুকীয়া সুকীয়া ধাৰণাৰ সৃষ্টি হৈছে। এই দিশটোৰ সৈতে পৰিচিত নোহোৱাৰ ফলত চলচ্চিত্ৰ বিষয়ক সংবাদসমূহত অপ্ৰাসংগিক কিছুমান ধাৰণা (যেনে-কলাসন্মত চলচ্চিত্ৰ, ব্যাৱসায়িক চলচ্চিত্ৰ, মূলধাৰা, মধ্যমধাৰা ইত্যাদি) ৰ প্ৰয়োগ দেখিবলৈ পোৱা যায়।

চলচ্চিত্ৰ সাংবাদিকতাৰ ক্ষেত্ৰত সংবাদ আৰু সাংবাদিকজনৰ স্বৰূপ আৰু প্ৰায়োগিক দিশৰ বিষয়ে বিচাৰ কৰাৰ লগতে লক্ষ্য তথা গ্ৰাহকসকলৰ বিষয়েও আলোচনা কৰাৰ প্ৰাসংগিকতা আছে। সংবাদ পৰিৱেশন যিহেতু উদ্দেশ্যভিত্তিক হয়; সেয়ে, কি, কিয়, কেনেকৈ, কি ভিত্তিক আৰু কাৰ বাবে—আদি প্ৰশ্নৰ উত্তৰ স্থিৰ কৰি নোলোঁৱাকৈ আগ বাঢ়িলে উদ্দেশ্যগত সফলতা অৰ্জন কৰাটো সম্ভৱপৰ নহ'ব। মন কৰিবলগীয়া যে, সাংবাদিকতাৰ আদৰ্শ যিহেতু গ্ৰাহক (পাঠক বা দৰ্শক) ৰ ওচৰত কেৱল সংবাদ পৰিৱেশন কৰাই নহয়, বিশেষভাৱে পৰিৱেশন কৰাটোও ইয়াৰ অন্যতম উদ্দেশ্য সেয়ে, ই সুস্পষ্ট,আদৰ্শভিত্তিক হোৱাটো একান্তভাৱে

প্ৰয়োজনীয় বুলি বিৱেচিত হয়। এই দিশত যথাযোগ্য সুবিচাৰ কৰাৰ বাবে তলৰ প্ৰসংগকেইটাৰ প্ৰতি মনোযোগ দিয়া উচিত —

(১) প্ৰথমে কি তথ্য পৰিৱেশন কৰা হ'ব আৰু সেয়া কোনটো দিশৰ সৈতে সম্পৰ্কীত, সেয়া জনাটো প্ৰয়োজনীয় বুলি বিৱেচনা কৰা উচিত।

(২) তথ্যসমূহৰ শুদ্ধতা আৰু প্ৰাসংগিক সংযোগ সম্পৰ্কীয় নিশ্চয়তাৰ বিষয়ে সুস্থিৰ সিদ্ধান্তলৈ অহাৰ পাছতহে সংবাদ পৰিৱেশন কৰা উচিত।

(৩) সংবাদ পৰিৱেশনৰ পূৰ্বে সেয়া কৰাৰ উদ্দেশ্য, প্ৰয়োজনীয়তা আৰু লক্ষ্য সম্পৰ্কে সংবাদদাতাজনৰ ধাৰণা স্পষ্ট হোৱা উচিত। মন কৰিবলগীয়া যে, মাধ্যমগত ভিন্নতা, গ্ৰাহকৰ আগ্ৰহ তথা প্ৰয়োজনীয়তা আৰু সংবাদসেৱাৰ উদ্দেশ্যৰ ভিন্নতাৰ বাবে এটা সংবাদৰ পৰিৱেশন ভিন ভিন ধৰণৰ হ'ব পাৰে। কিন্তু সকলো ক্ষেত্ৰতে তথ্যগত শুদ্ধতা আৰু সাংবাদিকজনৰ সততা নিশ্চিত হোৱা উচিত।

(৪) সংবাদ পৰিৱেশনৰ সময়ত যিহেতু সীমাবদ্ধ পৰিসৰৰ মাজতে প্ৰাসংগিক আৰু প্ৰয়োজনীয় সৰ্বাধিক তথ্যৰ ব্যৱহাৰ কৰাটো নিশ্চিত কৰা হয়, সেয়ে—সকলো সময়তে সাংবাদিকজনে ব্যক্তিগত দৃষ্টিভংগী আৰু বিশ্লেষণ সংযোগ কৰিবলৈ সুবিধা নাপায় (যদিও, সম্ভৱস্থলত সেয়া সুনিশ্চিতভাৱে প্ৰয়োগ কৰা উচিত)। সেয়ে তথ্যৰ পৰিৱেশনৰ সময়তে স্বচ্ছতা, অনুক্ৰমিকতা আৰু প্ৰাসংগিক সূত্ৰৰ উল্লেখেৰে সৈতে সেয়া পৰিৱেশন কৰা উচিত, যাতে নিজস্বভাৱে বিচাৰ-বিশ্লেষণ কৰাৰ সময়ত গ্ৰাহকজন বিভ্ৰান্তিত পৰিবলগীয়া নহয়।

(৫) সংবাদ পৰিৱেশনৰ সময়ত সদায়েই মূল সূত্ৰ বা উৎসৰ ওপৰত নিৰ্ভৰশীল হোৱা উচিত। হাততে পোৱা মূল সূত্ৰ বা উৎসৰ ব্যৱহাৰৰ কোনো সুবিধা নাথাকিলেহে গৌণ সূত্ৰ বা উপ-উৎসৰ সহায় ল'ব লাগে। অৱশ্যে, গৌণ সূত্ৰৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হ'লে তাক সমৰ্থন কৰা এক বা একাধিক অন্য সূত্ৰৰ সহায় গ্ৰহণ কৰা (প্ৰয়োজন সাপেক্ষে তুলনামূলক বিচাৰ কৰা) একান্ত প্ৰয়োজন।

(৬) যিকোনো সংবাদ পৰিৱেশনৰ পূৰ্বে সংবাদ আৰু সাংবাদিকজনৰ আত্মপক্ষ সমৰ্থন কৰিব পৰা বিধৰ প্ৰাসংগিক (যথাসম্ভৱ বেছি) প্ৰমাণ বা সমৰ্থন সূত্ৰৰ উপস্থিতি নিশ্চিত কৰা প্ৰয়োজন। এই ক্ষেত্ৰত ব্যক্তি সাক্ষাৎকাৰৰ স্বাক্ষৰিত বা বাণীবদ্ধ ৰূপ, আলোকচিত্ৰ, ভিডিঅ' ৰেকৰ্ডিং—আদিৰ লগতে ছপা বা ইলেক্ট্ৰনিক মাধ্যমৰ জৰিয়তে লাভ কৰা মৌলিক তথ্যক প্ৰাসংগিক প্ৰমাণৰূপে গ্ৰহণ কৰিব পাৰি।

(৭) সংবাদ পৰিৱেশনৰ জৰিয়তে (যিহেতু যিকোনোভাৱে হ'লেও প্ৰত্যক্ষ বা পৰোক্ষ ৰূপত গ্ৰাহকজনে অৰ্থ ব্যয় কৰিবলগীয়া হয়) সদায় গ্ৰাহকৰ-স্বাৰ্থ ৰক্ষা হোৱাটো নিশ্চিত কৰা প্ৰয়োজন। এই ক্ষেত্ৰত অৱশ্যে 'পাঠক-দৰ্শকৰ দাবী', 'পাঠক-দৰ্শকৰ ৰুচি'—আদি কিছুমান তুচ্ছ প্ৰচাৰৰ জৰিয়তে নিম্নৰুচি আৰু নিম্নমানৰ (যিবোৰ সামাজিক-সাংস্কৃতিক ক্ষেত্ৰত অপকাৰী বুলি বিৱেচিত হয়) সংবাদ পৰিৱেশন

কৰাটোক সুস্থ আদৰ্শৰ সাংবাদিকতা বুলিব নোৱাৰি।

(৮) সংবাদ পৰিৱেশনৰ ক্ষেত্ৰত ব্যাৱসায়িক প্ৰতিযোগিতাত লিপ্ত দুটা মাধ্যমৰ মাজত (কিছুমান ক্ষেত্ৰত উদ্দেশ্যধৰ্মী বা স্বেচ্ছাকৃত) সুস্পষ্টভাৱে পাৰ্থক্য চকুত পৰে। সুস্থ আদৰ্শৰ সাংবাদিকতাৰ স্বাৰ্থত, এনে প্ৰভাৱশালী আদৰ্শৰ মাজতো এনেবোৰ পাৰ্থক্যৰ যিমান পৰা যায় নিয়ন্ত্ৰণ কৰিবলৈ যত্নপৰ হোৱা প্ৰয়োজন।

চলচ্চিত্ৰ সাংবাদিকতাৰ ক্ষেত্ৰত উল্লিখিত কৰণীয় আৰু বৰ্জনীয় সকলোবোৰ দিশৰে যথাৰ্থতা বিচাৰ কৰি আগ বঢ়াৰ পাছত স্বাভাৱিকভাৱেই আহি পৰিবলগীয়া প্ৰশ্নটো হৈছে— চলচ্চিত্ৰ সাংবাদিকৰ লক্ষ্য বা গন্তব্যস্থল কি হোৱা উচিত ? এই প্ৰশ্নৰ একেবাৰে সহজ আৰু পোনপটীয়া উত্তৰটো হৈছে, সাংবাদিকতা যিহেতু এক সেৱা, সেয়ে ইয়াৰ চূড়ান্ত লক্ষ্য নিঃসন্দেহে 'জনকল্যাণ'। অৱশ্যে জ্ঞান, বুদ্ধি আৰু মানসিক প্ৰয়োজন পূৰ্তিৰ সৈতে সম্পৰ্কীত হোৱাৰ বাবে সাংবাদিকতাৰ 'জনকল্যাণ'ৰ মাজত শুদ্ধ, যথাৰ্থ আৰু বিকাশমূলক চিন্তা-চেতনা জাগ্ৰত কৰিব পৰা বৌদ্ধিক গুণৰ বিকাশৰ প্ৰসংগটোৱেই জড়িত হৈ থাকে। সেইবাবেই চলচ্চিত্ৰ সাংবাদিকতাৰ মাজত (সততে দেখা) মৌনতা আৰু উত্তেজক প্ৰসংগৰ চৰ্চা, গছিপ(পৰচৰ্চা ?) আৰু তাৰকা সংবাদৰ ঠাইত নতুন চলচ্চিত্ৰৰ নিৰ্মাণৰ বিভিন্ন স্তৰ, শিল্পী আৰু কলা-কুশলীসকলৰ অনুভৱ, বৈশিষ্ট্য আৰু নিৰ্মিত চলচ্চিত্ৰৰ সামাজিক দায়বদ্ধতাৰ স্বৰূপ বিচাৰ কৰি চোৱা প্ৰয়োজনীয় বুলি বিৱেচিত হয়।

চলচ্চিত্ৰ সাংবাদিকতাৰ উল্লিখিত লক্ষ্য, আদৰ্শ আৰু কাৰ্যকৰী পদ্ধতিৰ বিষয়ে সচেতন যিকোনো এজন ব্যক্তিৰ বাবেই চলচ্চিত্ৰ সমালোচনা কৰাটো কঠিন নহয়। দৰাচলতে সংবাদ পৰিৱেশনৰ সময়ত অন্য সকলোবোৰ সাৱধানতা অৱলম্বন কৰাৰ পাছতো সময় বা পৃষ্ঠা (দৈৰ্ঘ্যতা) ৰ বাবে সংবাদৰ পৰিসৰ সীমাবদ্ধ কৰিবলগীয়া হয়। এনে কৰাৰ বাবে কোনো এজন ব্যক্তিয়ে নিজৰ অনুভৱ, জ্ঞান, বোধ, চিন্তা বা দৃষ্টিভংগীৰ বিষয়ে সংবাদত ইংগিত দিব পাৰিলেও বহলাই লিখা বা প্ৰকাশ কৰা সম্ভৱ নহয়। সমালোচনাৰ ক্ষেত্ৰত কিছু দীঘলীয়া সময় পোৱা যায় বাবে এই প্ৰয়োজনখিনি পূৰণ কৰাটো সম্ভৱপৰ হয়। উল্লেখ্যযোগ্য যে, চলচ্চিত্ৰ সমালোচনাৰ ক্ষেত্ৰত তথ্যৰ উল্লেখ তথা পৰিৱেশনৰ ওপৰত গুৰুত্ব প্ৰদান কৰা হয় যদিও, মূলতঃ কোনো তত্ত্ব, পদ্ধতি বা দৃষ্টিভংগীৰ আধাৰত সমালোচনাৰ প্ৰসংগতা বিশ্লেষণ কৰা আৰু সিদ্ধান্ত বা সাৰমৰ্ম উলিওৱাৰ কামত নিমগ্ন হোৱাকে ঘাইকৈ গুৰুত্ব প্ৰদান কৰা হয়। ভাষা আৰু পৰিভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত সংবাদ সদায় নৈৰ্ব্যক্তিক আদৰ্শৰ হোৱাৰ বিপৰীতে সমালোচনা নৈৰ্ব্যক্তিকতা বা ব্যক্তিগত আদৰ্শৰ অনুগামী হ'ব পাৰে।

❑ **ছালিম আলি আহমেদ**

## চলচ্চিত্ৰ সমালোচনাত মন কৰিবলগীয়া কেইটামান গুৰুত্বপূৰ্ণ দিশ

চলচ্চিত্ৰ বা ছিনেমা এখন উপভোগ কৰি দৰ্শকে ছিনেমাখনৰ বিভিন্ন দিশৰ ওপৰত বা সামগ্ৰিকভাৱে এক মতামত বা মন্তব্য আগ বঢ়ায়, সাধাৰণ অৰ্থত ইয়েই চলচ্চিত্ৰ সমালোচনা। চলচ্চিত্ৰ সমালোচনা প্ৰকৃততে কোনো ব্যক্তি বিশেষৰ কোনো বিশেষ কথাছবি সম্পৰ্কে নিজস্ব প্ৰতিক্ৰিয়া। সমালোচনা কেতিয়াও ৰাজহুৱা প্ৰতিক্ৰিয়া হ'ব নোৱাৰে। কোনো এখন ছবি সম্পৰ্কে ৰাজহুৱা প্ৰতিক্ৰিয়া হ'ল বক্স অফিছৰ সফলতা বা বিফলতা। ছবি সমালোচনা যিহেতুকে ব্যক্তিগত প্ৰতিক্ৰিয়া সেয়ে ই পক্ষপাতিত্বৰ দোষৰপৰা মুক্ত বুলি ক'ব নোৱাৰি।

কাৰ্যকৰী ক্ষেত্ৰত চলচ্চিত্ৰ সমালোচনা এক জটিল আৰু দায়িত্বপূৰ্ণ কাম। চলচ্চিত্ৰ সমালোচনাৰ বাবে সমালোচকজন প্ৰকৃততে চলচ্চিত্ৰৰ স্বাদ, ৰুচি গ্ৰহণ কৰিব পৰা ব্যক্তি হ'ব লাগিব। অৰ্থাৎ ছবিখনৰ ভাল-বেয়া দিশবোৰ চাই ইয়াৰ ওপৰত সুস্থ মন্তব্য দিব পাৰিব লাগিব। খাদ্যৰ ৰুচি যিদৰে ভিন্ন প্ৰকাৰৰ ঠিক সেইদৰেই আস্বাদনৰ ক্ষমতাও ব্যক্তি বিশেষে ভিন ভিন হ'ব পাৰে। সমালোচক এজনে নিজকে চলচ্চিত্ৰ সম্পৰ্কে শিক্ষিত কৰি ল'ব নোৱাৰিলে আস্বাদনৰ মান উন্নত হ'ব বুলি আশা কৰিব নোৱাৰি।

সাধাৰণতে দেখা যায় যে ছবিৰ প্ৰিমিয়াৰ শ্ব'ত উপস্থিত থাকি পৰিচালক বা অভিনেতা বা অভিনেত্ৰীৰ তাগিদাত বা প্ৰযোজকৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনাই একাগ্ৰচিত্তে কথাছবিখন দৰ্শন নকৰাকৈ খৰধৰকৈ, একপক্ষীয়ভাৱেই ছিনেমাখনৰ ওপৰত সমালোচনা আগ বঢ়ায়। ই আচলতে সাধাৰণ দৰ্শককো বিপাঙত পেলায়, কিয়নো সমালোচনা আৰু ছিনেমা দৰ্শন কৰি আহি যেতিয়া দৰ্শকে গুৰুত্বৰ অমিল উপলব্ধি কৰিব তেনে অৱস্থাত ছিনেমা সমালোচনাই নিষ্ফল ৰূপ ল'ব। এয়া কেতিয়াও ছিনেমা সমালোচনা নহৈ তোষামোদৰ ৰচনাত পৰিগণিত হ'ব। গতিকে সমালোচকে এনেদৰে ছিনেমা সম্পৰ্কীয় অভিজ্ঞতাৰ ভিত্তিত সকলো দিশলৈ লক্ষ্য ৰাখি ভাল-বেয়া খুঁটি-নাটি আদিৰ ওপৰত নিৰ্মোহ দৃষ্টিভংগী প্ৰকাশ পোৱাৰ প্ৰতি গুৰুত্ব দিব লাগে। অভিনয়, সংগীত, ছিনেমাৰ পৰিচালনা, সাজপাৰ আদি সকলো দিশ ইয়াৰ অন্তৰ্গত ৰাখি মন্তব্য দিব লাগে যাতে পাঠকে ছিনেমাখনৰ সকলো দিশৰ বিষয়ে থূলমূল আভাষ পোৱাত ই সহায়ক হ'ব পাৰে। প্ৰকৃততে ছবি সমালোচকৰ কাম হ'ল ছবি নিৰ্মাতা আৰু দৰ্শকৰ মাজত সেঁতু নিৰ্মাণ কৰা।

এটা কথা লক্ষ্য কৰা যায় যে যিসকল চলচ্চিত্ৰ সাংবাদিকে গোটেই বছৰ জুৰি বিভিন্ন ছিনেমাৰ প্ৰচাৰৰ কাম বিভিন্ন কাকত-পত্ৰৰ যোগেদি নিয়াৰিকৈ কৰে, তেওঁলোকে বহুতে কিন্তু ছবি এখনে মুক্তি লাভ কৰাৰ লগে লগে নিৰৱ হৈ পৰা দেখা যায়। অৱশ্যে ইয়াৰ মাজতে কেতিয়াবা দুই এটা গঠনমূলক সমালোচনা প্ৰকাশ নোপোৱা নহয়।

(স.স.)

(কৃতজ্ঞতা: অৰূপজ্যোতি দাস)

## সংবাদপত্ৰত গ্ৰন্থ-সমালোচনা

পৃথিৱীৰ বিভিন্ন ভাষাত প্ৰতি বছৰে অজস্ৰ গ্ৰন্থ প্ৰকাশ হৈ আহিছে। আন্তঃৰাষ্ট্ৰীয় ভাষাৰূপে স্বীকৃত ইংৰাজী ভাষাতে পৃথিৱীৰ চুকে-কোণে প্ৰতিদিনে অলেখ গ্ৰন্থ প্ৰকাশ হৈ ওলাইছে আৰু খ্যাত-অখ্যাত অলেখ ভাষাৰ ভালেমান গ্ৰন্থ ইংৰাজীলৈ অনূদিত হৈ প্ৰতিদিনে শত -সহস্ৰ গ্ৰন্থ বজাৰলৈ আহি আছে। বজাৰলৈ অহা এই গ্ৰন্থবোৰৰ বিষয়বস্তু আৰু প্ৰকৃতি বেলেগ বেলেগ— গল্প, উপন্যাস, কবিতা, নাটক, প্ৰবন্ধ সংকলন, ভ্ৰমণ কাহিনী, জীৱনী, আত্মজীৱনী, বিজ্ঞানৰ কাৰিকৰী পুথি আদি বিষয়বস্তুৰ দিশৰপৰা এই গ্ৰন্থবোৰ বিচিত্ৰ। তাৰ উপৰি সেইবোৰ শিশু, মহিলা, ছাত্ৰ-ছাত্ৰী আদি বিভিন্ন শ্ৰেণীৰ বিভিন্ন বয়সৰ পঢ়ুৱৈৰ উদ্দেশ্যে লিখিত । এই বিস্তীৰ্ণ গ্ৰন্থ-সমুদ্ৰৰ মাজৰপৰা এখন ভাল কিতাপ, প্ৰয়োজনীয় কিতাপ পাঠকে সতকাই হাতত তুলি লোৱাটো প্ৰকৃততে দুৰূহ কাম। তাৰ উপৰি কোনখন কি বিষয়ৰ গ্ৰন্থ সেই কথাও এজন গ্ৰন্থপ্ৰেমীয়ে সহজে গম নাপায় বা গম পোৱা সম্ভৱ নহয়। এনে প্ৰেক্ষিততে সংবাদপত্ৰত, গ্ৰন্থ-সমালোচনাৰ প্ৰাসংগিকতা আৰু প্ৰয়োজনীয়তা আহি পৰে। সংবাদপত্ৰৰ মূল কাম পাঠকক সংবাদ জনোৱাহে যদিও প্ৰায়ে সকলোবোৰ সংবাদপত্ৰই এক বিশেষ শিতানৰ যোগেদি গ্ৰন্থ-সমালোচনা বা গ্ৰন্থ-পৰিচয় প্ৰকাশ কৰি গ্ৰন্থপ্ৰেমী পাঠকক পঢ়িব লগা বা পঢ়িব খোজা গ্ৰন্থ একোখন নিৰ্বাচন কৰাত সহায় কৰে। সেয়ে আনবোৰ শিতানৰ দৰে গ্ৰন্থৰ সমালোচনা বা গ্ৰন্থৰ বতৰা দিয়া শিতানটো একোখন সংবাদপত্ৰৰ অপৰিহাৰ্য শিতান বুলিয়েই বিবেচিত হয়।

গ্ৰন্থ-সমালোচকৰ প্ৰধান আৰু গুৰুত্বপূৰ্ণ কামটো হ'ল—আলোচ্য গ্ৰন্থখনৰ বিষয়ে প্ৰাথমিক তথ্য পাঠকৰ সমুখত উপস্থাপন কৰা। অৰ্থাৎ গ্ৰন্থখনৰ নাম, লেখকৰ নাম, প্ৰকাশকৰ নাম, প্ৰকাশৰ চন-তাৰিখ, গ্ৰন্থৰ মূল্য, গ্ৰন্থখনৰ প্ৰকৃতি অৰ্থাৎ জীৱনীমূলক ৰচনা নে পাঠ্যপুথি অথবা আন বিষয়ৰ, পৃষ্ঠাৰ সংখ্যা, অংগসজ্জা, ছপা-বন্ধা আদি সম্পৰ্কে পাঠকক অৱগত কৰোৱা। এইখিনি তথ্য দিয়াৰ মাজতে সমালোচকজনে গ্ৰন্থখনৰ বিষয়বস্তুৰ সংক্ষিপ্ত বিৱৰণো দাঙি ধৰে। সংবাদপত্ৰত পৰিৱেশিত সৰহভাগ গ্ৰন্থ-সমালোচনা এইটো পৰ্যায়ৰে।

সংবাদপত্ৰসমূহত সচৰাচৰ দেখা সমালোচনাৰ এইটো ধাৰাৰ উপৰিও গ্ৰন্থ-সমালোচনাৰ আন এটা ধাৰাও চকুত পৰে য'ত সমালোচকে গ্ৰন্থৰ প্ৰাথমিক তথ্য সৰবৰাহতে ক্ষান্ত নাথাকে, গ্ৰন্থখনৰ সকলোবোৰ খুঁটি-নাটি বিচাৰ কৰি আলোচনা আগ বঢ়ায়। এনে ক্ষেত্ৰত সমালোচকজনে সমালোচনা কৰিব লগা গ্ৰন্থখন আঁতি-গুৰি মাৰি অধ্যয়ন কৰে আৰু গ্ৰন্থখনৰ বিভিন্ন যোগাত্মক আৰু ঋণাত্মক দিশবোৰৰ ওপৰত আলোকপাত কৰে। এনে ধৰণৰ গ্ৰন্থ সমালোচকৰ দায়িত্ব যথেষ্ট গধুৰ। পাঠকসকলেও এনে ধৰণৰ সমালোচনা গুৰুত্ব সহকাৰে পঢ়ে আৰু তেনে সমালোচনাই একোজন লেখকৰ একোখন গ্ৰন্থৰ প্ৰকৃত আৰু সামগ্ৰিক মূল্যায়ন সম্ভৱ কৰি তোলে।

প্ৰকৃততে গ্ৰন্থ-সমালোচনাও এক কলা। সাম্প্ৰতিক কালত অন্যান্য সৃজনীশীল শিল্প-কৰ্মৰ দৰেই সমালোচনাকো সৃষ্টিশীল সাহিত্যৰ পৰ্যায়তে ধৰা হয়। কাৰণ এজন প্ৰকৃত সমালোচকে গ্ৰন্থখনৰ কেৱল ব্যাখ্যা-বিশ্লেষণ অথবা দোষ-গুণ নিৰ্দেশ কৰিয়েই ক্ষান্ত নাথাকে, বৰং তেওঁ লেখকক কেনেদৰে লিখা উচিত অথবা কেনেদৰে লিখিলে গ্ৰন্থখন অধিক উপাদেয়, মনোৰম আৰু আকৰ্ষণীয় হ'লহেঁতেন সেই পথ-নিৰ্দেশৰ সন্ধানো দিয়ে। এনে ক্ষেত্ৰত একোজন সমালোচক স্ৰষ্টাৰ শাৰীলৈকে উঠে। বিশেষকৈ সাহিত্য-সমালোচনাৰ ক্ষেত্ৰত এই কথা বিশেষভাৱে অনুভূত হয়। প্ৰসংগক্ৰমে স্মৰণযোগ্য যে অন্যান্য বিষয়ৰ গ্ৰন্থৰ সমালোচনা আৰু সাহিত্য বিষয়ক গ্ৰন্থ - সমালোচনাৰ ক্ষেত্ৰত কিছু পাৰ্থক্য আছে। পাণ্ডিত্যৰ সৈতে উচ্চমানৰ বিচাৰ-বিশ্লেষণৰ ক্ষমতা, প্ৰত্যয়ৰ গভীৰতা আৰু সূক্ষ্ম সৌন্দৰ্য-চেতনা সংযুক্ত হ'লেহে উৎকৃষ্ট সাহিত্য-সমালোচনা সম্ভৱ হয়। ইংৰাজী সাহিত্যত মেথিউ আৰ্নল্ড, বেনিডিটো ক্ৰোচে, টি.এছ. এলিয়ট আদি এনে ধৰণৰ মৌলিক সৃষ্টিশীল সমালোচক। অসমীয়া সাহিত্যত এই প্ৰসংগত পোন প্ৰথমে ড° বাণীকান্ত কাকতিদেৱৰ নাম ল'ব পাৰি। ড° কাকতিৰ আধুনিক আৰু প্ৰাচীন গ্ৰন্থ-সমালোচনাসমূহ কেৱল দোষ-গুণৰ বিচাৰ মাথোন নহয়, সিবোৰত প্ৰকাশিত ড° কাকতিৰ নিজস্ব চিন্তাধাৰা, বিস্ময়কৰ মনীষা আৰু সবাতোকৈ সিবোৰৰ শিল্পগুণ— এইসমূহ বৈশিষ্ট্যই ড° কাকতিৰ সমালোচনাক মৌলিক পৰ্যায়লৈ উন্নীত কৰিছে। এই প্ৰসংগত অধ্যাপক ভৱেন বৰুৱাই কৰা ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসৰ আৰু হোমেন বৰগোঁহাঞিৰ 'সুবালা' উপন্যাসৰ সমালোচনা দুটাও স্মৰণ কৰিব পাৰি। এনে ধৰণৰ উচ্চমানৰ গ্ৰন্থ-সমালোচনাই পাঠকক মৌলিক সাহিত্যৰ সোৱাদ দিবলৈ সমৰ্থ হয়।

সংবাদপত্ৰৰ গ্ৰন্থ-সমালোচনাৰ ক্ষেত্ৰত কিছুমান নিৰ্দিষ্ট সীমাবদ্ধতা আছে। সচৰাচৰ দৈনিক অথবা সাপ্তাহিক কাকতৰ সপ্তাহৰ কোনোবা এটা দিনত সাহিত্যৰ পৃষ্ঠা এটি থাকে আৰু সেই পৃষ্ঠাতে গ্ৰন্থ-সমালোচনা প্ৰকাশিত হয়। এই সাহিত্য পৃষ্ঠাটোত গ্ৰন্থ-সমালোচনাৰ বাবে কেৱল দুটা বা তিনিটা কলমহে নিৰ্দিষ্ট থাকে। এই ঠেক পৰিসৰত একোখন গ্ৰন্থৰ প্ৰকৃত মূল্যায়ন কৰাটো সমালোচকৰ বাবে মুঠেই সম্ভৱ নহয়। সমালোচকজনে গ্ৰন্থ একোখনৰ সকলোবোৰ খুঁটি-নাটি বিচাৰ কৰি সমালোচনা কৰিবলৈ গ'লে লেখা দীঘল হয়,আনহাতে সম্পাদকেও নিৰ্দিষ্ট ঠাইকণৰ বাহিৰে ওপৰঞ্চি ঠাই দিব নোৱাৰে। তাৰ উপৰি সমালোচনাৰ বাবে সংবাদপত্ৰৰ কাৰ্যালয়লৈ সততে ভালেমান গ্ৰন্থ লেখক-প্ৰকাশকৰপৰা আহে। সম্পাদকে সকলোকে যিহেতু সন্তুষ্ট কৰিব লগা হয় সেয়ে তেওঁ সমালোচকজনৰপৰা বিস্তৃত গ্ৰন্থ-সমালোচনাৰ পৰিৱৰ্তে কেইবাখনো গ্ৰন্থৰ আলোচনা সামৰিব পৰাকৈ চুটি লেখা বিচাৰে। সমালোচকজনেও সংবাদপত্ৰৰ সম্পাদকৰ এনে দুয়োকূল ৰক্ষা কৰা পদ্ধতিত সহযোগ কৰি নিৰ্দিষ্ট দুটা বা তিনিটা কলমতে কেবাখনো গ্ৰন্থৰ বিষয়ে পাঠকক জনাব লগা হয়। ফলত তেনেবোৰ লেখা 'সমালোচনা' পৰ্যায় নাপায়গৈ, তেনেবোৰ লেখা হয় একোখন গ্ৰন্থৰ পৰিচয়মূলক ব্যাখ্যা। বাংলা সাহিত্যৰ এনে ধৰণৰ

সমালোচনাক এজন প্ৰসিদ্ধ সমালোচকে 'মলাট সমালোচনা' অৰ্থাৎ বেটুপাত সমালোচনা বুলি অভিহিত কৰি কৈছে যে 'এই জাতীয় সমালোচনা সাহিত্য-বিচাৰৰ মাৰাত্মক শত্ৰু'।

এটা কথা স্পষ্ট যে এনে ধৰণৰ সমালোচনাৰপৰা পাঠক সমাজো বিশেষ উপকৃত নহয়, লেখকৰ প্ৰতিও সিবোৰত সু-বিচাৰ কৰা নহয়। পাঠকৰ উপকাৰ মাথোন এটাই হয় আৰু সেয়েই হ'ল গ্ৰন্থ একোখন প্ৰকাশ হোৱা বুলি পাঠকে জানিব পাৰে। সংবাদপত্ৰৰ গ্ৰন্থ-সমালোচনাত সেয়ে সমালোচকৰ দায়িত্বও কম। পিছে, সমালোচকৰ উদ্দেশ্য কেৱল লেখক-পাঠকৰ মাজত সম্বন্ধ ঘটোৱাই নহয়, গ্ৰন্থ একোখনৰ মূল তাৎপৰ্য, তাৰ শিল্পতত্ত্ব, লেখকৰ দৃষ্টিভংগী, জীৱন-দৰ্শন— এই সকলোবোৰকে পাঠকৰ সমুখত উপস্থাপন কৰাটোও সমালোচকৰ কৰ্তব্য। আন কথাত গ্ৰন্থ একোখনি পাঠকৰ বাবে সহজবোধ্য কৰি তোলাটোও সমালোচকৰ কাম। সংবাদপত্ৰৰ সীমাবদ্ধ পৃষ্ঠাৰ ভিতৰতে এই কাম কৰাটো দুৰূহ যেন লাগিলেও মিতভাষী সমালোচকে এই কাম নিষ্ঠাৰেই কৰিব পাৰে আৰু কোনো কোনোৱে কৰেও। কিন্তু সৰহসংখ্যক সমালোচকেই পুথি-পৰিচয়তে তেওঁলোকৰ সমালোচনা সামৰে। সেয়ে এনেবোৰ গ্ৰন্থ-সমালোচনা সততে নিৰস আৰু অনাকৰ্ষণীয় হয়। তাৰ বাবে কেৱল সমালোচককেই দায়ী কৰিব নোৱাৰি, সংবাদপত্ৰৰ সম্পাদক আৰু বিভাগীয় সম্পাদকসকলো সমানেই দায়ী।

তেনেহ'লে সংবাদপত্ৰত গ্ৰন্থ-সমালোচনাৰ প্ৰয়োজন কি?— ইয়াৰ উত্তৰত ক'ব পাৰি যে প্ৰয়োজন একেবাৰে নোহোৱা নহয়। এনে ধৰণৰ সমালোচনাই পাঠকক নতুন গ্ৰন্থৰ বতৰা দিয়ে। ক'ত, কেতিয়া, কি প্ৰকাশ হৈছে সেইবোৰ তথ্য সকলোবোৰ পাঠকে সময়মতে জনাটো সম্ভৱ নহয়। সেয়ে সংবাদপত্ৰ এখন মেলি লোৱাৰ সময়ত নতুন গ্ৰন্থৰ সম্বেদ পোৱাৰ লগতে গ্ৰন্থৰ বিষয়, ৰীতি, শিল্পৰূপ আদিৰ বিষয়ে পাঠকে জানিব পাৰে। আৰু এনে সমালোচনাৰদ্বাৰা গ্ৰন্থৰ লেখক-প্ৰকাশকো উপকৃত হয়, কাৰণ তেওঁলোকে ইয়াৰ জৰিয়তে একোটা প্ৰচাৰ লাভ কৰে।

সমালোচনা বুলি ক'লে অনবৰতে খুঁত বিচাৰি ফুৰা হ'ব নালাগে অথবা অযথা প্ৰশংসাৰ ফুলজাৰিও হ'ব নালাগে। এই দুয়োটাৰ মাজত ভাৰসাম্য ৰক্ষা কৰাটোৱেই প্ৰকৃত সমালোচনা। পিছে সংবাদপত্ৰৰ গ্ৰন্থ-সমালোচনাবোৰত লেখকসকলক সমালোচকে সততে অভিনন্দিত কৰাৰ প্ৰয়াস দেখা যায়, দোষ-গুণ বিচাৰৰ প্ৰচেষ্টা গৌণ হৈ ৰয়। গ্ৰন্থ সমালোচকে লেখকক প্ৰশংসা কৰি 'গ্ৰন্থৰ ছপা-বন্ধা ভাল', 'বেটুপাত অৰ্থবহ', 'বৰ্ণাশুদ্ধি এৰাব পৰা হ'লে ভাল আছিল' আদি বাক্য প্ৰয়োগেৰে গ্ৰন্থ একোখনক উচ্ছসিত প্ৰশংসা কৰা কাৰ্যক নিশ্চয় সমালোচনা বুলি অভিহিত কৰিব নোৱাৰি। অপ্ৰিয় হ'লেও সত্য, বৰ্তমান সংবাদপত্ৰসমূহৰ গ্ৰন্থ-সমালোচনা এনে পৰ্যায়ৰে, ব্যতিক্ৰম আঙুলি মূৰত লেখিব পৰা।

সংবাদপত্ৰত প্ৰকাশিত গ্ৰন্থ-সমালোচনাৰ আন এটা প্ৰধান ত্ৰুটি এয়ে যে প্ৰয়োজনীয় গ্ৰন্থকো সামালোচকসকলে কেতিয়াবা গুৰুত্ব নিদিয়াৰ বাবে সমালোচিত

হ'ব লগা উল্লেখযোগ্য গ্ৰন্থও সমালোচনাৰ বাহিৰত ৰৈ যায়। বছৰটোত প্ৰকাশিত সকলোবোৰ উল্লেখযোগ্য গ্ৰন্থৰে খবৰ সমালোচনাৰ জৰিয়তে পাঠকক জনোৱাটো একোখন সংবাদপত্ৰৰ নীতি হোৱা উচিত। কেতিয়াবা দেখা যায় গুৰুত্বপূৰ্ণ গ্ৰন্থৰ সমালোচনাও সংবাদপত্ৰত প্ৰকাশিত নহয়, অথচ সমালোচনাৰ যোগ্য নোহোৱা গ্ৰন্থৰ সমালোচনাৰে সংবাদপত্ৰৰ পৃষ্ঠা ভৰি থাকে। বৰেণ্য লেখকৰ লেখাও সমালোচকৰ কৃপাদৃষ্টিৰপৰা বঞ্চিত হয়। অথচ একেখিনি সমালোচকেই 'অসাহিত্যিক'জনকো সাহিত্যিক মৰ্যাদা দি সংবাদপত্ৰৰ পৃষ্ঠা ভৰাই ৰাখে। তদুপৰি, সমালোচনাৰ অ-আ-ক-খ নজনাজনেও সম্পাদক, বিভাগীয় সম্পাদক অথবা কাকত-গোষ্ঠীৰ আশীষ ধন্য হৈ বিজ্ঞ সমালোচক হৈ বহি থাকে। এনে ক্ষেত্ৰত এক সুস্পষ্ট নীতি আৰু আদৰ্শ অনুকৰণ কৰাটো সংবাদপত্ৰৰ নিতান্তই কৰ্তব্য।

গ্ৰন্থ সমালোচনাৰ ধৰণ যিয়েই নহওক, সমালোচকৰ মূল লক্ষ্য হ'ব লাগে একোজন লেখকে একোখন গ্ৰন্থৰ যোগেদি যি চিন্তা-ভাবনা ৰূপায়িত কৰে, গ্ৰন্থখনিৰ মাজেদি যি দৰ্শন আৰু বক্তব্য উত্থাপন কৰিব খোজে তাকে পাঠকৰ কাষলৈ লৈ যোৱা। সেই দিশলৈ লক্ষ্য কৰিলে গ্ৰন্থ-সমালোচনাৰ এটা অৰ্থ হ'ল গ্ৰন্থ-অধ্যয়নৰ সম্পৰ্কত পাঠকক সঠিক পথৰ সন্ধান দিয়া। সমালোচকে সততে মনত ৰাখিব লাগে যে সকলো পাঠক সম মানবিশিষ্ট নহয়; কিছুমান পাঠক অনভিজ্ঞ, কোনো কোনো পাঠক অভিজ্ঞতা সঞ্চয়ৰ বাবে আগ্ৰহী, কোনো কোনো পাঠক আকৌ যথেষ্ট অভিজ্ঞ। পাঠকসকলৰ এনে শ্ৰেণী বিভাজন সমুখত ৰাখিহে সমালোচকে এনে এক পথৰ সন্ধান দিয়া উচিত যাতে সেই পাঠকসকলে সমালোচনা পঢ়ি সন্তুষ্টি লাভ কৰে অথবা গ্ৰন্থখনিৰ মূল্যায়ন উচিত আৰু প্ৰকৃত হৈছে বুলি উপলব্ধি কৰিব পাৰে। এনে এক উপলব্ধি সৃষ্টি কৰিব পৰাতেই সংবাদপত্ৰৰ গ্ৰন্থ-সমালোচকৰ কৃতিত্ব আৰু তেওঁৰ সমালোচনাৰ সাৰ্থকতা নিৰ্ভৰ কৰে।

**❑ ড° প্ৰকাশ গোস্বামী**

## নাটক সমালোচনা

নাটক যিহেতু এক সংমিশ্ৰিত কলা (Composite art) ইয়াৰ আলোচনা-সমালোচনা আগ বঢ়াওঁতে বহু দিশৰ প্ৰতি লক্ষ্য ৰাখিবলগীয়া হয়। তদুপৰি, পৌৰাণিক বুৰঞ্জীমূলক, সামাজিক, সাংকেতিক নাটকৰ সমালোচনা একে হ'ব নোৱাৰে। উদাহৰণ স্বৰূপে, পৌৰাণিক নাটকৰ কাহিনীত মেল'ড্ৰামাৰ পয়োভৰ বেছি হোৱাটো অতি স্বাভাৱিক; বুৰঞ্জীমূলক নাটকৰ ক্ষেত্ৰতো তথ্যৰ অপলাপ হোৱাটো অবাঞ্ছনীয়। সামাজিক নাটকৰ সাজ-পোছাক, সাজ-সজ্জাতকৈও ভাবৰ গভীৰতা আৰু বক্তব্যৰ অগ্ৰাধিকাৰ লাভ কৰে। সু-অভিনয় আৰু সু-পৰিচালনাৰ গুণত উক্ত কথাখিনি

কেনেদৰে মঞ্চত তুলি ধৰিব পাৰিছে বক্তব্যত অগ্ৰাধিকাৰ লাভ কৰে। সু-অভিনয় আৰু সু-পৰিচালনাৰ গুণত উক্ত কথাখিনি কেনেদৰে মঞ্চত তুলি ধৰিব পাৰিছে নাট্য সমালোচনাত তাৰ যথাযথ উল্লেখ কৰা প্ৰয়োজন। ব্যক্তিগত অভিনয়তকৈ দলগত সামগ্ৰিক অভিনয়ৰ বিষয়ে সমালোচকে শুদ্ধ বিচাৰ আগ বঢ়োৱা উচিত। কোনো কোনো পত্ৰিকাত এনে শুদ্ধ সমালোচনাৰ উমান পোৱা নাযায়। কেৱল অমুকাই দৰ্শকে বিচৰা ধৰণে অভিনয় কৰিছে, অমুকাই ভাল অভিনয় কৰিব পৰা নাই, তমুকীয়ে নাটকখনত ভাল অভিনয় কৰিব নোৱাৰিলেও ভৱিষ্যতে উজ্জ্বল আদি দিক-বিদিক শূন্য সমালোচনা  পোৱা যায় কোনো মঞ্চ নাটকৰ আলোচনা আগ বঢ়াওঁতে আৰম্ভণিৰপৰা উপসংহাৰলৈকে বিভিন্ন স্তৰেদি যোৱা কাহিনী গতিশীল হৈছে নে নাই সেয়া মূল কথা বুলি লোৱা উচিত। কাহিনীৰ গতি বৈচিত্ৰ্য হীন হ'লে প্ৰয়োজনীয় শক্তি ৰাখি গৈ নাট্য উপস্থাপনৰপৰা আৰম্ভ কৰি সকলোতে নেতিবাচক প্ৰভাৱ পেলাব। দৰ্শকৰ উৎকণ্ঠা নাইকিয়া হ'ব। নাট্যকাৰগৰাকীয়ে কাহিনী আগ বঢ়াই নিওঁতে আকস্মিক পৰিৱৰ্তনৰ সূচনা কৰি দৰ্শক-পাঠকৰ অন্তৰত কৌতূহল জগাব পাৰিছেনে নাই সেই কথাৰ উল্লেখ সমালোচনাত থকা প্ৰয়োজন। বিভিন্ন ঘটনাৰ সন্নিৱেশ কৰোঁতে নাটকৰ কেন্দ্ৰীয় বক্তব্য হেৰাই গৈছে নেকি নাইবা সুন্দৰভাৱে ৰক্ষিত হৈছে সেই দিশটো একান্তভাৱে দাঙি ধৰিব লাগে। চৰিত্ৰ, সাজ-সজ্জা, বেশভূষা পোহৰ আৰু সংগীতে কিদৰে নাটকখনিৰ সামগ্ৰিকতাক সহায় আগ বঢ়াইছে সেই কথাটো সমালোচকে চুই যাব লাগিব। কেতিয়াবা দেখা যায় বাতৰিকাকতৰ যিকোনো এগৰাকী সংবাদদাতাই নাট্য সমালোচনা আগ বঢ়ায়; ইফালে, নাট্য-নিৰ্মাণ, মঞ্চ আৰু নাট্য-সংস্কৃতিৰ প্ৰতি তেখেতৰ জ্ঞান সামান্যই হওক বা নহওক। এনে সমালোচনাত নিখুঁত মাত্ৰাজ্ঞান উপলব্ধ নহয়। ফলত সমালোচনাত (?) অপ্ৰয়োজনীয় প্ৰশংসা আৰু আকৰণ দোষদুষ্টতা ব্যাখ্যা প্ৰাপ্ত হয়। সম্প্ৰতিৰ নাটকবিলাকত গতানুগতিক কাহিনী, উৎকণ্ঠা, বিন্যাস, বৈপৰীত্য প্ৰায়েই থকা দেখা নাযায়। সেয়েহে এনে নাটকৰ সমালোচনাৰ বাবে সমালোচকৰ সাম্প্ৰতিক নাট্যধাৰাৰ জ্ঞানৰ পৰিচয় থকা উচিত। এই কথা সত্য যে নাটকৰ সমালোচকগৰাকী নিশ্চিতভাৱে নাট্যকাৰ নহ'লেও যুক্তি-নিষ্ঠ সমালোচনা পাব পাৰি। নাট্য আন্দোলনৰ ধাৰাৰ লগত সংগতি থকা মঞ্চ সম্পৰ্কে যথাযথ জ্ঞান থকা একোগৰাকী অভিনেতা-অভিনেত্ৰীয়েও সৰল আলোচনা আগ বঢ়াব পাৰে।

**মূলতঃ** সাহিত্যৰ যিকোনো শাখাৰেই সমালোচনাত সবাতোকৈ প্ৰয়োজনীয় কথাটো হৈছে বস্তুনিষ্ঠ, নিৰ্মোহ, বিশ্বাসযোগ্য আলোচনা। ধৰ্মালোচনাৰ গ্ৰন্থ এখনৰপৰা আৰম্ভ কৰি প্ৰগতিশীল ভাবধাৰাৰ বিচাৰ-বিশ্লেষণ থকা গ্ৰন্থলৈকে সেই একেই কথা বস্তুনিষ্ঠতা (Objective) বিজ্ঞানভিত্তিক আলোচনাৰ প্ৰাথমিক চৰ্ত।

**❑ ড° কুতুবুদ্দিন আহমেদ**

## সম্পাদকলৈ চিঠি

বাতৰিকাকত আৰু আলোচনীৰ এটা গুৰুত্বপূৰ্ণ শিতান হ'ল— 'সম্পাদকলৈ চিঠি'। এই চিঠিবোৰৰ যোগেদি যিকোনো এক বিষয়ৰ ওপৰত পাঠক তথা ৰাইজৰ মতামত প্ৰকাশ পায়। এনে চিঠিৰ মাধ্যমেদি ৰাইজৰ মত অৰ্থাৎ জনমত গঠন কৰাত বিশেষ সহায় কৰে। এই চিঠিবোৰত প্ৰকাশ পোৱা মতামত যিয়েই নহওক; এই চিঠিবোৰত তাৰ বিপৰীত মতামতো প্ৰকাশ পায় আৰু একেতা বিষয়ৰ অনুকূল আৰু প্ৰতিকূল মত প্ৰকাশ হয়। ফলস্বৰূপে কোনো বিষয়ৰ ইতিবাচক নেতিবাচক দুয়োটা দিশৰ ওপৰত আলোচনা হয়। ই বহু ক্ষেত্ৰত কিছুমান নতুন দিশ সূচনা কৰে। কেতিয়াবা অতি সহজ-সৰল সাধাৰণ ৰাইজৰ মাজৰপৰা এনে চিন্তা উদ্বেগকাৰী চিঠি আহে যে চিন্তাবিদ-বুদ্ধিজীৱীয়েও এনে বিষয়ৰ কথা চিন্তা নকৰে। শেষত তেনে এক বিষয়ৰ ওপৰত ব্যাপক ৰূপত মতামত প্ৰকাশ পায় আৰু ইয়েই গৈ এক জনমত গঠনত সহায় কৰে। বাতৰিকাকতত প্ৰকাশ পোৱা এনে কোনো গুৰুত্বপূৰ্ণ চিঠিৰ মাধ্যমেদি সামাজিক, ৰাজনৈতিক তথা প্ৰশাসনজগতৰ মাজতো তোলপাৰ লগাবলৈ সক্ষম হয়।

অৱশ্যে এই শিতানত অতি বিতৰ্কিত চিঠি কেতিয়াবা সম্পাদকে প্ৰকাশ নকৰিবও পৰে। কিয়নো এনে চিঠি প্ৰকাশ পালে সমাজ তথা জনসাধাৰণৰ মাজত ব্যাপক অশান্তি, শ্ৰেণীবিভাজন বা সাম্প্ৰদায়িক বিশৃংখলাৰ সৃষ্টি হোৱাৰ অৱকাশ থাকিব পাৰে। কেতিয়াবা সেয়া প্ৰকাশ পালেও সম্পাদিত ৰূপত মূলভাবটো প্ৰকাশ কৰা হয়। এই শিতানৰ চিঠিৰ বাবে সম্পাদক দায়ী নহয় বুলিও অৱশ্যে বেছিভাগ সংবাদপত্ৰতে লিখিত ৰূপত থাকে।

(*স.স.*)

***

চতুৰ্থ অধ্যায়

# প্ৰস্তাৱনা ঃ বাতৰিকাকত আৰু ইয়াৰ বিভাগসমূহ

এটা বাতৰিকাকত প্ৰকাশন গোষ্ঠীক বাতৰিকাকত উৎপাদন কৰা উদ্যোগ বুলি ক'ব পাৰি। এনে গোষ্ঠীসমূহক কেইবাটাও ভগ্নীপ্ৰকাশন প্ৰতিষ্ঠান, যেনে— দৈনিক, সাপ্তাহিক, আলোচনী আদি থাকিব পাৰে।

সম্পাদনা বিভাগটো এখন বাতৰিকাকতৰ স্নায়ুকেন্দ্ৰ বুলিব পাৰি। ইয়াৰ বিভিন্ন উৎসৰপৰা অহা বাতৰিসমূহ গ্ৰহণ, সম্পাদনা আদি কৰা হয় লগতে সংবাদদাতা আৰু ফটোগ্ৰাফাৰসকলক প্ৰয়োজনীয় নিৰ্দেশ আদিও দিয়া হয়। সম্পাদকৰ কোঠালিটোত ব্যস্ততাৰ সীমা নাই। ইয়াত সম্পাদনাত জড়িত ব্যক্তিসকলক বিভিন্ন আদেশ-নিৰ্দেশ দিয়াৰ উপৰি সম্পাদকে বিভিন্ন কামত অহা দৰ্শনাৰ্থীসকলকো লগ ধৰে।

সম্পাদনা বিভাগৰপৰা ওলাই অহা সম্পাদিত বাতৰিসমূহ অক্ষৰ বিন্যাস (কম্প'জিং) কৰিবলৈ দিয়া হয়। অক্ষৰ বিন্যাস বিভাগৰপৰা আৰ্হি কাকত চাওঁতালৈ (প্ৰুফ ৰিডাৰ) শুদ্ধা-শুদ্ধি নিৰ্ণয়ৰ বাবে আৰ্হি কাকত হিচাপে দিয়া হয়। অশুদ্ধখিনি শুধৰাই বাতৰিসমূহ পৰিষ্কাৰকৈ ছপা কৰি লে-আউট বিভাগলৈ প্ৰেৰণ কৰা হয়। ইয়াত উপ-সম্পাদকৰ নিৰ্দেশমতে লে-আউট আৰ্টিষ্টে পৃষ্ঠাসমূহ সজাই ফটো বিভাগলৈ নিগেটিভ প্ৰস্তুত কৰাৰ বাবে পঠায়। এই নিগেটিভবিলাকৰপৰাই ছপাযন্ত্ৰত ব্যৱহাৰ কৰিব পৰা প্লেট প্ৰস্তুত কৰা হয় আৰু ছপাযন্ত্ৰত পাঠকৰ হাতত দিব পৰাকৈ বাতৰিকাকত ছপা হৈ ওলায়। ছপাযন্ত্ৰৰপৰা ছপা হৈ ওলোৱা কাকতসমূহ নিৰ্দিষ্ট পৰিমাণৰ টোপোলা কৰি এজেণ্টসকললৈ পঠোৱা হয়। হকাৰসকলে এজেণ্টৰপৰা কাকতসমূহ সংগ্ৰহ কৰি পাঠকসকলক যোগান ধৰে।

উপৰোক্ত কথাখিনিৰপৰা আমি দেখোঁ যে বাতৰিকাকত প্ৰকাশন এটা সু-শৃংখলিত আৰু সু-সংঘবদ্ধ প্ৰতিষ্ঠান। উপ-সম্পাদকসকলৰ হাতত পৰা বাতৰিসমূহ স্তৰে স্তৰে, নিৰ্দিষ্ট সময় মতে, বিভিন্ন প্ৰক্ৰিয়াৰ মাজেৰে পাৰ হৈ গৈ পাঠকে পুৱাৰ চাহকাপৰ লগত বাতৰিখন পঢ়িবলৈ পাবলৈ সকলো কাম শৃংখলিতভাৱে, সময়ৰ আগ টিকনিত ধৰি সম্পন্ন হ'ব লাগিব।

বহুত কাকত প্ৰতিষ্ঠানত শেহতীয়া, অত্যাধুনিক প্ৰযুক্তি কৌশল ব্যৱহাৰ কৰি

পুৰণা পদ্ধতিবোৰতকৈ সময় আৰু শ্ৰম কম লগাৰ ব্যৱস্থা কৰা হৈছে। উদাহৰণ স্বৰূপে, কম্পিউটাৰ আৰু অন-লাইন ছাৰ্ভিছ ব্যৱহাৰৰ লগে লগে সংবাদদাতাসকলে নিজে কম্প'জ কৰি বৰ্ণাশুদ্ধি চাই দিব পৰা হোৱাত আৰ্হি চাওঁতাৰ প্ৰয়োজন কমি আহিছে। সেইদৰে প্ৰেছ ট্ৰাষ্ট অব ইণ্ডিয়া (পি-টি-আই) আৰু ইউনাইটেড নিউজ অব ইণ্ডিয়াৰ (ইউ-এন-আই) দৰে সংবাদ সংস্থাই আগৰ টেলিগ্ৰাম আৰু টেলিপ্ৰিণ্টাৰ ব্যৱস্থাৰ পৰিৱৰ্তে বৰ্তমান চেটেলাইট ব্যৱস্থাৰে বাতৰিসমূহ পঠিয়াবলৈ লোৱাত পোনপটীয়াকৈ কম্পিউটাৰত গ্ৰহণ কৰিব পৰা হ'ল। আজিকালি বাতৰিকাকত প্ৰতিষ্ঠানবিলাকে পি-টি-আই আৰু ইউ-এন-আইৰ বাতৰি সেৱা গ্ৰহণ কৰিবৰ বাবে চেটেলাইট এণ্টেনা বহুৱাই ল'ব লগা হৈছে। এই ব্যৱস্থাত বাতৰিসমূহ কম্পিউটাৰত গ্ৰহণ কৰি নিৰীক্ষণ কৰা হয় আৰু গুৰুত্বপূৰ্ণ বাতৰিখিনি—ৰাজনীতি, ব্যৱসায়, অৰ্থনীতি, খেল, মনোৰঞ্জন আদি বেলেগ বেলেগ পৃষ্ঠাৰ দায়িত্বত থকা উপ-সম্পাদকসকলক ভাগ কৰি দিয়া হয়। তেওঁলোকে অন্যান্য বাতৰিসমূহৰ সৈতে এই বাতৰিসমূহো কম্পিউটাৰতে চাই পেজ-মেকাৰত (এটা কম্পিউটাৰ চফ্‌ট্‌ৱেৰ পেকেজ) ৰাষ্ট্ৰীয়, আন্তঃৰাষ্ট্ৰীয়, খেল, আঞ্চলিক, ব্যৱসায় আদি পৃষ্ঠাসমূহ ছপাৰ বাবে প্ৰস্তুত কৰি উলিয়ায়। এই ব্যৱস্থাত ফটো বিভাগকে ধৰি আগৰ কেইবাটাও বিভাগ নোহোৱাকৈয়ে হয়।

বিজ্ঞাপন অবিহনে এখন বাতৰিকাকত চলাটো কষ্টসাধ্য। কাৰণ—ভাৰতত বাতৰিকাকতসমূহ যিটো দামত বিক্ৰী কৰা হয় তাৰে মাত্ৰ ইয়াৰ উৎপাদন ব্যয়টোহে কোনো ৰকম ওলায়। সেয়ে বাতৰিকাকত প্ৰতিষ্ঠানত বিজ্ঞাপন আৰু চাৰ্কুলেছন বিভাগ দুটা অতি গুৰুত্বপূৰ্ণ।

## বাতৰিৰ উৎস

বাতৰিকাকতে বিভিন্ন উৎসৰপৰা খবৰবিলাক সংগ্ৰহ কৰে। এই ক্ষেত্ৰত টেলিপ্ৰিণ্টাৰ আদি দূৰসংযোগ ব্যৱস্থাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। দূৰসংযোগ ব্যৱস্থাৰে গ্ৰহণ কৰা বাতৰিসমূহ অন্য উৎসৰ বাতৰিসমূহতকৈ জৰুৰী আৰু গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰা হয়। ভাৰতত প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়া (পি-টি-আই) আৰু ইউনাইটেড নিউজ অব্ ইণ্ডিয়া (ইউ-এন-আই) নামৰ সংস্থা দুটাই বাতৰিকাকত আৰু ইলেক্ট্ৰনিক মাধ্যমসমূহক বাতৰি যোগান ধৰে। পি-টি-আই আৰু ইউ-এন-আই, দুয়োটা সংস্থাই---এছ'ছিয়েটেড প্ৰেছ (এ-পি), ইউনাইটেড প্ৰেছ ইণ্টাৰনেছনেল (ইউ-পি-আই), ৰয়টাৰ, এজেন্স ফ্ৰান্স প্ৰেছী (এ-এফ-পি) আৰু অন্যান্য বিদেশী সংবাদ সংস্থাৰ লগত চুক্তিবদ্ধ হৈ ভাৰতীয় সংবাদ মাধ্যমক দেশ-বিদেশৰ বাতৰিও যোগান ধৰে। এই সংবাদ প্ৰতিষ্ঠানে যোগান ধৰা বাতৰিয়েই কাকতৰ আঞ্চলিক, ৰাষ্ট্ৰীয়, আন্তঃৰাষ্ট্ৰীয়, খেল আদি পৃষ্ঠাৰ সিংহভাগ দখল কৰে।

তদুপৰি কাকত প্ৰতিষ্ঠানসমূহৰ বিশেষ সংবাদদাতা, ষ্টাফ ৰিপ'ৰ্টাৰ, নিজা সংবাদদাতা, জিলা আৰু মফচলীয় সাংবাদিকসকলেও বাতৰি যোগান ধৰে।

বিভিন্ন সংগঠন, কাৰ্যালয় আদিয়ে দিয়া প্ৰেছ বিজ্ঞপ্তি, বিভিন্ন বিষয়ত কৰা অধ্যয়ন আৰু গৱেষণাৰ টোকা আদি বাতৰি আকাৰত লিপিবদ্ধ কৰিও প্ৰকাশ কৰা হয়।

## বাতৰিকাকতৰ আঁৰৰ ব্যক্তিসকল

এখন সু-পৰিচালিত বাতৰিকাকতত জড়িত ব্যক্তিসকলৰ মাজত সমন্বয় আৰু সহযোগিতা থাকিবই লাগিব। কিন্তু সকলো বাতৰিকাকতৰে সাংগঠনিক ব্যৱস্থা একে নহয়। প্ৰত্যেক কাকত গোষ্ঠীয়ে নিজৰ প্ৰয়োজন আৰু সুবিধা অনুযায়ী ইয়াত জড়িত ব্যক্তিসকলক সংগঠিত কৰি লয়। ডাঙৰ বাতৰিকাকতত সম্পাদকৰ উপৰি এজন বা দুজন আৱাসিক সম্পাদকো থাকে, যিসকলে স্থানীয় সংস্কৰণটোৰ সম্পূৰ্ণ দায়িত্ব বহন কৰে।

**সম্পাদক:** সংবাদপত্ৰৰ মূল ব্যক্তিজনেই হ'ল সম্পাদক। এজন সম্পাদকৰ ভাবমূৰ্তি আৰু কৰ্মৰাজিৰ ওপৰতেই সংবাদপত্ৰৰ গুৰুত্ব নিৰ্ভৰ কৰে। সংবাদপত্ৰৰ সৈতে জড়িত থকাসকলৰ উপৰিও সমাজ, প্ৰশাসন আৰু ৰাজনৈতিক মহলেও সম্পাদকৰ স্থিতিক বিশেষ স্থান দিয়ে। গতিকে সম্পাদক এজনে অতি দায়িত্বপূৰ্ণ, প্ৰভাৱশালী ভূমিকাত অৱতীৰ্ণ হৈ থাকে।

এখন কাকতৰ সম্পাদকজনে সম্পাদনা ৰীতি নিৰ্ধাৰণ কৰে আৰু আৱাসিক, কাৰ্যবাহী আদি সম্পাদকজনে ন্যায়নিষ্ঠভাৱে এই ৰীতি মানি চলে। সম্পাদকজন এখন জাহাজৰ কেপ্টেইন স্বৰূপ। তেওঁ সম্পাদকীয় লেখাৰ বাবে কেইজনমান ব্যক্তিৰ এখন পেনেল মনোনীত কৰে আৰু এই পেনেলৰ সদস্যসকলৰপৰা সম্পাদকীয়সমূহ সংগ্ৰহ কৰি নিজা দায়িত্বত প্ৰকাশ কৰে। পাঠকৰ সমালোচনা আৰু প্ৰশংসাৰ পাত্ৰ সম্পাদকেই হয়। সাধাৰণতে সম্পাদকে আৱাসিক/কাৰ্যবাহী সম্পাদকসকলৰ কামত বিশেষ পৰিস্থিতি নহ'লে হস্তক্ষেপ নকৰে। এখন সৰু জিলাভিত্তিক কাকতত সাধাৰণতে সম্পাদকজনেই বাৰ্তা সম্পাদক, ৰিপ'ৰ্টাৰ, আনকি কেতিয়াবা প্ৰুফ ৰিডাৰৰ কামো কৰে।

সৰু সৰু কাকতসমূহত সম্পাদকজনেই সৰ্বময়কৰ্তা। কিন্তু ডাঙৰ প্ৰতিষ্ঠানসমূহত যদিও সম্পাদকে সম্পাদনা-নীতি নিৰ্ধাৰণ কৰে; তেখেতে সাধাৰণ পৃষ্ঠাবিলাকৰ বাতৰি আৰু অংগসজ্জাৰ লগত প্ৰত্যক্ষভাৱে জড়িত নাথাকে। ৰীতিমতে সম্পাদকে সম্পাদকীয় পৃষ্ঠাটোত ছপা হ'ব লগা প্ৰবন্ধ, সম্পাদকীয় আদি নিৰ্ণয় কৰি দিয়ে। এজন অভিজ্ঞ সম্পাদকে তেখেতৰ অধীনৰ ব্যক্তিসকলক সু-পৰিচালনা কৰি তেখেতৰ নীতি-আদৰ্শৰে কাকতখন চলাই নিব পাৰে।

**কাৰ্যবাহী-সম্পাদক:** এখন কাকতৰ কাৰ্যবাহী সম্পাদকৰ স্থান সম্পাদকৰ ঠিক পিছতে। তেওঁ সাধাৰণতে সম্পাদকীয় পৃষ্ঠাটো চোৱা-মেলা কৰে। যদি কাকতখনৰ

মালিকেই সম্পাদক হয় তেতিয়া কাৰ্যবাহী সম্পাদকেই সম্পাদকৰো বহুখিনি দায়িত্ব ল'ব লগা হয়। যিহেতু সম্পাদকে প্ৰকাশন গোষ্ঠীটোৰ অন্যান্য কামত ব্যস্ত থাকিব লগা হয়। কাৰ্যবাহী সম্পাদকে সম্পাদকৰ পৰামৰ্শ মতে কাকতখনৰ নীতি, কাৰ্যত ৰূপায়ণ কৰে। তেওঁ প্ৰশাসনীয় আৰু জনসংযোগৰ দায়িত্বৰ উপৰি ষ্টাফ পৰিচালনা আৰু বাতৰিসমূহ বিভিন্ন পৰ্যায়ত আগ বঢ়াই নিয়াত তদাৰক কৰাৰ দায়িত্বও গ্ৰহণ কৰে। তেওঁ সম্পাদনা বিভাগে প্ৰতিদিনে মুখামুখি হোৱা সমস্যাবিলাক সমাধান কৰে আৰু অভিযোগ, মনোমালিন্য আদিৰো যথাসাধ্যে সমাধানৰ চেষ্টা কৰে। তেওঁ অভিজ্ঞ সাংবাদিক হোৱাৰ উপৰি প্ৰশাসনীয় দক্ষতা আৰু সমস্যা সমাধান কৰিব পৰা ক্ষমতা থকা ব্যক্তি হ'ব লাগিব। এখন আধুনিক বাতৰিকাকতত কাৰ্যবাহী সম্পাদকৰ পদটো বৰ গুৰুত্বপূৰ্ণ, তেওঁৰ ওপৰতে কাকতখনৰ উন্নতি-অৱনতি নিৰ্ভৰ কৰিব।

**সহকাৰী-সম্পাদক:** সহকাৰী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰা জ্যেষ্ঠ সাংবাদিকসকলে সম্পাদকীয়, বিভিন্ন প্ৰবন্ধ-পাতি কাকতখনৰ বাবে যোগান ধৰে। তেওঁ সম্পাদকীয় পৃষ্ঠাৰ কাম-কাজত সম্পাদকক সহায় কৰে। যিবিলাক কাকতত কাৰ্যবাহী সম্পাদক নাথাকে, সহকাৰী সম্পাদককেই তাত প্ৰশাসনীয় আৰু অন্যান্য দায়িত্ব সম্পন্ন কৰিবলগীয়া হয়।

**বাৰ্তা-সম্পাদক:** বাৰ্তা-সম্পাদক হৈছে, সংবাদ সম্পাদনা বিভাগৰ কাৰ্যকৰী প্ৰধান। সংবাদপত্ৰৰ খবৰ আৰু ছবি বাছি উলিওৱা, সেইবোৰৰ বিশ্লেষণ আৰু ইয়াৰ যথোপযুক্ত পৰিৱেশনেই তেওঁৰ কৰ্তব্য। বাৰ্তা-সম্পাদকৰ কৰ্তব্যনিষ্ঠাৰ মাধ্যমেদি সংশ্লিষ্ট সংবাদপত্ৰখন জনপ্ৰিয় হৈ উঠে। সংবাদপত্ৰৰ বিভিন্ন কোণত বাৰ্তা-সম্পাদকৰ চিন্তাধাৰা, তেওঁৰ নীতিজ্ঞান আদি প্ৰতিফলিত হৈ থাকে। কাকতত প্ৰকাশিত সকলোবোৰ বাতৰিৰ দায়িত্ব বাৰ্তা-সম্পাদকৰ ওপৰত থাকে। কাকতত বাতৰিসমূহ উপস্থাপন কৰাত তেওঁ সম্পাদকৰ সোঁহাতস্বৰূপে কাম কৰে। তেওঁ বাতৰিৰ গুৰুত্ব অনুযায়ী কোনটো বাতৰি কোন স্থানত, কিমান গুৰুত্ব সহকাৰে প্ৰকাশ পাব তাক নিৰ্ণয় কৰে। তেওঁৰ ওচৰত মুখ্য ৰিপ'ৰ্টাৰজন দায়বদ্ধ থাকে। তেওঁ মুখ্য ৰিপ'ৰ্টাৰৰ লগত আলোচনা কৰি কোনটো ঘটনা কিমান বাহুল্যকৈ প্ৰকাশ কৰা হ'ব তাৰ সিদ্ধান্ত লয় আৰু সেইমতে নিৰ্দেশ দিয়ে। তেওঁ বাতৰি বিভাগ, উপ-সম্পাদকসকল আৰু সম্পাদকৰ মাজত যোগসূত্ৰ ৰক্ষা কৰে। কোনো এটা ব্ৰেকিং নিউজ (যি বাতৰি অন্য কাকত গোষ্ঠীয়ে সংগ্ৰহ কৰিব পৰা নাই) প্ৰকাশ কৰা নকৰাটো বাৰ্তা সম্পাদকে বিবেচনা কৰে। বাতৰিৰ প্ৰকাশৰ ক্ষেত্ৰত তেওঁৰ সম্পূৰ্ণ কৰ্তৃত্ব থাকে।

*বাৰ্তা-সম্পাদকৰ দায়িত্ব আৰু কৰ্তব্য দুটা ভাগত বিভক্ত। প্ৰথমে তেওঁ সম্পাদনা কামত এজন দক্ষ, ৰুচিশীল, পৰিশ্ৰমী, চিন্তাশীল, বাস্তৱ জ্ঞান সমন্বিত সংবাদ কৰ্মী। দ্বিতীয়তে, সৰ্বজন গ্ৰাহ্য, সহানুভূতিশীল, সহনশীল, ব্যক্তিত্বপূৰ্ণ নেতা, অৰ্থাৎ এফালে*

তেওঁ সংবাদকৰ্মী আনফালে প্ৰশাসক। এজন দক্ষ বাৰ্তা-সম্পাদকে এই দুই দায়িত্ব সমান্তৰালভাৱে চলাই নিব লাগে।

সংবাদকৰ্মী হিচাপে তেওঁৰ কাম হ'ল, ১) দৈনিক সংবাদ সংগ্ৰহৰ বাবে সম্পাদক আৰু মুখ্য সংবাদদাতাৰ লগত আলোচনা কৰি কাম ভগাই দিয়া ২) সংবাদ সৰবৰাহ কৰা প্ৰতিষ্ঠান বা আন ৰাজ্যৰপৰা সংবাদদাতাই পঠোৱা খবৰবোৰৰ দৃষ্টিভংগী আৰু অংগীক সম্পৰ্কে নিৰ্দেশ দিয়া ৩) গুৰুত্ব অনুযায়ী সংবাদবোৰৰ লেখা আৰু পৰিচালনাৰ ব্যৱস্থা কৰা ৪) সংগৃহীত সংবাদচিত্ৰবোৰ বাছি উলিওৱা আৰু গুৰুত্ব অনুসাৰে স্থান দিয়া ৫) সংবাদপত্ৰৰ পৃষ্ঠা-সজ্জাৰ পৰিকল্পনা তথা ৰূপায়ণ কৰা, বিজ্ঞাপন আৰু প্ৰচাৰ বিভাগৰ সৈতে সমন্বয় ৰাখি কাম কৰা।

**মুখ্য উপ-সম্পাদক:** সংবাদপত্ৰৰ সম্পাদনা বিভাগৰ এজন প্ৰধান ব্যক্তি হ'ল, মুখ্য উপ-সম্পাদক (Chief sub-editor)। মুখ্য উপ-সম্পাদকজনেই বাতৰি কক্ষৰ বাতৰিসমূহ সঞ্চালনত মুখ্য ভূমিকা পালন কৰে। তেওঁ বাৰ্তা সম্পাদকৰ মুখ্য সহযোগী। গোটেই দিনটোত বিভিন্ন সংবাদদাতা আৰু সংবাদ সৰবৰাহকাৰী প্ৰতিষ্ঠানবোৰৰপৰা অহা সংবাদবোৰ সঠিকভাৱে নিৰ্বাচন কৰি উপ-সম্পাদকসকলক দি নিজস্ব পৰিকল্পনা মতে লিখা, লেখাবোৰৰ আইনগত দিশবোৰ বিচাৰ কৰি চোৱা, তেওঁ উপ-সম্পাদকসকলক বাতৰিসমূহ সম্পাদনাৰ বাবে ভাগ কৰি দিয়াৰ উপৰি শিৰোনামাসমূহ সঠিক হৈছেনে নাই লগতে শিৰোনামাবোৰ সঠিক ৰূপত অৰ্থবহ কৰি তোলাৰ প্ৰতি লক্ষ্য কৰে, তাৰোপৰি প্ৰয়োজনীয় বাতৰিসমূহ যাতে বাদ পৰি নাযায় আৰু পৃষ্ঠাবিলাক যাতে সময়মতে ছপাৰ বাবে পঠিয়াব পাৰে তাৰ প্ৰতিও লক্ষ্য ৰাখে। এই গোটেই কামখিনি মুখ্য উপ-সম্পাদকৰ অতি দায়িত্বপূৰ্ণ কাম। বিভিন্ন পৰিস্থিতিৰ মাজত থাকি অতি ধীৰ-স্থিৰ মানসিকতাৰে এই সকলো কাম বুদ্ধিমত্তা তথা নিষ্ঠাৰে কৰিব পৰাতেই মুখ্য উপ-সম্পাদকৰ মূল কৃতিত্ব নিৰ্ভৰ কৰে। এই ক্ষেত্ৰত তেওঁৰ সৈতে সংশ্লিষ্ট সকলোৱেই সহযোগী মনোভাবেৰে কাম কৰিব লাগিব। কিয়নো এজন ব্যক্তিয়ে এই সকলো দিশৰ গুৰুত্বপূৰ্ণ কামখিনি সম্পন্ন কৰিব নোৱাৰে বা চকু দিব নোৱাৰে।

**উপ-সম্পাদক :** উপ-সম্পাদকসকলেই আচলতে বাতৰিকাকত এখন তৈয়াৰ কৰে। মুখ্য উপ-সম্পাদকৰ তলত কাম কৰা উপ-সম্পাদকসকলক এখন বাতৰিকাকতৰ পদাতিক সৈন্য আখ্যা দিব পাৰি। অৰ্থাৎ, সংবাদদাতাসকলে সংবাদ লিখে আৰু উপ-সম্পাদকসকলে ইয়াক সংবাদৰ উপযোগীকৈ প্ৰকাশ পোৱাত ঠিক-ঠাক কৰি দিয়ে। তেওঁলোকক এনেদৰেও ক'ব পাৰি, সাংবাদিকসকল যদি সংবাদৰ কেঁচামাল সৰবৰাহকাৰী, উপ-সম্পাদকসকল হ'ল কেঁচামাল ব্যৱহাৰ কৰি সঠিক সামগ্ৰী উৎপাদন কৰোঁতা। *কোনো সংবাদপত্ৰৰ কাৰ্যালয়ত সংবাদ বিভাগৰ প্ৰাণ যদি হয় সাংবাদিকসকল, তেনেহ'লে সম্পাদনা বিভাগৰ প্ৰাণ হ'ব সাংবাদিকসকল।* এওঁলোক সকলো সময়তেই পাঠকৰ দৃষ্টিৰপৰা আঁতৰত থাকি নেপথ্য কৰ্মী হিচাবে কাম কৰি

যায়। সাধাৰণতে 'ছাব এডিটৰ' বুলিয়েই পৰিচিত এওঁলোকে সংবাদপত্ৰক পাঠকৰ বাবে গ্ৰহণযোগ্য কৰি তোলে। কোনো সম্পাদক, বাৰ্তা সম্পাদক বা মুখ্য উপ-সম্পাদকে তেওঁলোকক উপেক্ষা কৰি চলিব নোৱাৰে। ষ্টাফ ৰিপ'ৰ্টাৰে দিয়া বাতৰিৰ লগতে বিভিন্ন উৎসৰপৰা পোৱা বাতৰিসমূহ উপ-সম্পাদকসকলৰ হাতেদি সম্পাদনা হৈ পাৰ হৈ যায়। এজন অভিজ্ঞ উপ-সম্পাদক সাংবাদিকসকলৰ ভাল বন্ধু। প্ৰকৃততে এজন উপ-সম্পাদকে বিভিন্ন উৎসৰপৰা পোৱা বাতৰিসমূহ ছপাৰ উপযোগীকৈ প্ৰস্তুত কৰি উলিয়ায়। তেওঁ ঘটনা, লিখাৰ ধৰণ, ব্যাকৰণিক শুদ্ধতা আদি পৰীক্ষা কৰিব পৰাকৈ অৰ্হতাসম্পন্ন হ'ব লাগিব। সেই অৰ্থত এজন বাতৰি যোগনীয়াৰতকৈ তেওঁৰ দায়িত্ব বহুত বেছি। এই সকলোবোৰ কাম সুচাৰুৰূপে পালন কৰি সফল হ'বলৈ হ'লে কেইটামান বিশেষ গুণৰ অধিকাৰী হোৱা দৰকাৰ, ১) তেওঁ এজন ভাল পাঠক হ'ব লাগিব ২) সম-সাময়িক ঘটনা সম্বন্ধে তেওঁৰ সজাগ জ্ঞান থাকিব লাগিব ৩) জনগণৰ চাহিদা আৰু আগ্ৰহবোধ সম্বন্ধে পৰিষ্কাৰ ধাৰণা থাকিব লাগিব ৪) বিশ্লেষণমূলক মানসিকতাৰ অধিকাৰী হ'ব লাগিব ৫) খবৰৰ প্ৰভাৱ পাঠকৰ ওপৰত কিমান আৰু কিভাৱে পৰিব সেই বিষয়ে স্পষ্ট ধাৰণা থাকিব লাগিব ৬) সংবাদপত্ৰৰ প্ৰকাশৰ যান্ত্ৰিক পদ্ধতিবোৰৰ বিষয়ে জানিব লাগিব ৭) খবৰ এটা কেনেকৈ সংক্ষিপ্ত অথচ বোধগম্য আৰু আকৰ্ষণীয় কৰি তুলিব পাৰি তাক জানিব লাগিব ৮) খবৰৰ সত্যা-সত্য বিচাৰৰ বাবে নিখুঁত পৰ্যৱেক্ষণ শক্তিৰ অধিকাৰী হ'ব লাগিব ৯) অত্যন্ত দ্ৰুত আৰু সঠিক সিদ্ধান্ত লোৱা আৰু কাম কৰাৰ শক্তি থকাৰ প্ৰয়োজন ১০) দেশৰ আইন-কানুন আৰু প্ৰেছ আইন সম্বন্ধে লগতে সংশ্লিষ্ট সংবাদপত্ৰৰ আদৰ্শ তথা দৃষ্টিভংগী সম্বন্ধে সচেতন থাকিব লাগিব।

**নিয়মিত সাংবাদিক বা সংবাদদাতা :** যিকোনো সংবাদ মাধ্যমত সম্পূৰ্ণ সময়ৰ সাংবাদিক হিচাপে কৰ্মৰত হৈ থাকে, তেওঁলোককেই নিয়মিত সাংবাদিক বুলি কোৱা হয়। কেতিয়াবা এওঁলোকৰ পৰিচয় ষ্টাফ ৰিপ'ৰ্টাৰ, কেতিয়াবা নিজস্ব প্ৰতিবেদক হিচাবে দেখা যায়। তেওঁলোকে মুখ্য সাংবাদিকৰ অধীনত কাম-কাজ কৰিবলগীয়া হয়। সংবাদ সূচনা হোৱা বা সংবাদৰ কথা গম পোৱা নিৰ্দিষ্ট কিছুমান ঠাইলৈ যাবলৈ প্ৰত্যেকদিনাই কিছুমান সাংবাদিকৰ প্ৰয়োজন হয়। এনে ঠাইবোৰৰ ভিতৰত কেন্দ্ৰীয় বা ৰাজ্যিক সচিবালয়, গুৰুত্বপূৰ্ণ চৰকাৰী দপ্তৰ, আৰক্ষীৰ প্ৰধান কাৰ্যালয় বা থানা আদি। এনে ঠাইবোৰকে ইংৰাজীত বীট (Beat) বুলি জনা যায়। মাহিলী এটা নিৰ্দিষ্ট পৰিমাণৰ অৰ্থৰ বিনিময়ত তেওঁ দায়িত্বশীলতাৰে সংবাদ পঠায়। সকলো ক্ষেত্ৰতে তেওঁলোকক ষ্টাফ হিচাবে স্বীকৃতি দিয়া নহ'বও পাৰে। এখন বাতৰিকাকত বা বাতৰি প্ৰতিষ্ঠানৰ মূল বাতৰি যোগনীয়াৰ হৈছে ৰিপ'ৰ্টাৰসকল। প্ৰকৃততে এখন দৈনিক কাকতৰ বাতৰিৰ মুখ্য বৰঙণি এওঁলোকেই যোগায়। এওঁলোকৰ

অবিহনে এখন কাকত পানী নোহোৱা কুঁৱাৰ দৰে। জন্ম, মৃত্যু, বিবাহ, প্ৰাকৃতিক দুৰ্যোগ, দুৰ্ঘটনা, সংঘৰ্ষ, হিংসা, অপৰাধ আৰু আইন-শৃংখলা, সাম্প্ৰদায়িক সংঘৰ্ষ, বিদ্ৰোহ আৰু বিবাদ, যুদ্ধ, মহামাৰী, ধৰ্ম, বিজ্ঞান, অৰ্থনীতি, ৰহস্য, যৌনতত্ত্ব, মনোৰঞ্জন আদি সকলো বিষয়ৰ সৈতে এওঁলোক মুখামুখি হ'ব লাগে, সকলো মানুহকে তেওঁলোকে সমদৃষ্টিৰে চাব লাগে।

কিন্তু বাতৰিসমূহ ৰিপ'ৰ্টাৰসকলৰ হাতলৈ সহজে আৰু প্ৰস্তুত ৰূপত নাহে। তাৰ বাবে তেওঁলোক প্ৰতি মুহূৰ্ততে সজাগ থাকিব লগা হয়। বাতৰি সময়ত সংগ্ৰহ কৰিব নোৱৰাটো এজন ৰিপ'ৰ্টাৰৰ সুনামৰ পৰিপন্থী। এটা বাতৰি সময়ত সংগ্ৰহ কৰিব নোৱৰাৰ ক্ষতিটো কোনো ধৰণেৰেই পূৰণ কৰিব পৰা নাযায়।

ৰিপ'ৰ্টাৰসকলৰ বাতৰিসমূহ বস্তুনিষ্ঠ হোৱাটো বাঞ্ছনীয়। তেওঁলোক জ্ঞাত বা অজ্ঞাতসাৰেও পক্ষপাতিতা দোষৰপৰা মুক্ত হ'ব লাগিব। এই ধৰণৰ বাতৰি যোগান ধৰিব নোৱাৰিলে মুখ্য ৰিপ'ৰ্টাৰ তেওঁলোকৰ ওপৰত বিৰক্ত হ'ব আৰু শেষত হয়তো তেওঁলোকক এই কামৰপৰা অব্যাহতি দিয়া হ'ব পাৰে।

**বিশেষ সংবাদদাতা :** বিশেষ অভিজ্ঞতাসম্পন্ন ৰিপ'ৰ্টাৰসকলকেই বিশেষ সংবাদদাতা (Special Correspondente) হিচাপে নিযুক্ত কৰা হয়। গুৰুত্বপূৰ্ণ আৰু বিশেষ সংবাদ ক'ভাৰ কৰাৰ দায়িত্ব এই বিশেষ সংবাদদাতাসকলৰ। সাধাৰণতে ৰাজনৈতিক আৰু প্ৰসাশনিক গুৰুত্বপূৰ্ণ সংবাদৰ প্ৰতিবেদনৰ বাবে তেওঁলোকক দায়িত্ব দিয়া হয়। ষ্টাফ ৰিপ'ৰ্টাৰৰ অভিজ্ঞতা আৰু দক্ষতাৰ ওপৰত বিশেষ সংবাদদাতাসকলৰ নিযুক্তিত গুৰুত্ব লাভ কৰে। বিভিন্ন দৃষ্টিকোণৰপৰা কোনো এক গুৰুত্বপূৰ্ণ বিষয়ৰ তথ্যসমৃদ্ধ বিচাৰ বিশ্লেষণৰ যোগেদি এই বিশেষ সংবাদদাতাসকলে আলোচনা আগ বঢ়ায়। ইয়াৰ ফলত কোনো এক বিষয়ৰ ওপৰত পাঠকসকলে সম্যক জ্ঞান লাভ কৰাৰ সুবিধা পায়, লগতে সেই বিষয়টোৰ বিষয়ে জানিবলগীয়া কথাখিনি ইয়াৰ মাজেদিয়েই গম পায়। তাৰ উপৰি জটিল বিষয়বস্তু সহজে বুজি পায়।

সাধাৰণতে বিশেষ সংবাদদাতাসকলৰ এই প্ৰতিবেদন এক্সক্লুছিভ অৰ্থাৎ সেই প্ৰতিবেদন আনত প্ৰকাশ নাপায় বা একে ধৰণে পৰ্যালোচিত নহয়। বিশেষ তথ্য, দৃষ্টিভংগী তথা বিশ্লেষণে সেই ৰচনাৰ মাত্ৰা যথেষ্ট বঢ়াই তোলে। এই খবৰৰ প্ৰতিবেদনবোৰৰ গুৰুত্ব ইমান বেছি যে, অনেক সময়ত সম্পাদিত নিবন্ধও সেই বিষয়ত প্ৰকাশিত হয়।

ই অভিজ্ঞ সাংবাদিকসকলৰ বাবে এক সন্মানীয় স্থান। বৰ্তমান সময়ত অধিকাংশ সংবাদপত্ৰতে এনে ধৰণৰ বিশেষ সংবাদদাতা নিযুক্ত হৈ থাকে। এই সাংবাদিকসকলক কাকতগোষ্ঠীয়ে অন্যান্য সাংবাদিকৰ তুলনাত যথেষ্ট স্বাধীনতা দিয়ে। তেওঁলোকক লিখাৰ ক্ষেত্ৰতো কোনো নিৰ্দিষ্ট গণ্ডীৰ ক্ষেত্ৰত বেছি কঠোৰতা অৱলম্বন কৰা নহয়। আৰু এইসকলৰ স্থান সমাজৰ শীৰ্ষ স্থানত থকাসকলৰ সৈতে ৰিজোৱা হয়। প্ৰকাশক তথা ক্ষমতাশালীসকলেও এওঁলোকক বিশেষ গুৰুত্ব দিয়ে। গতিকে, সেইসকল বিশেষজ্ঞ

সাংবাদিকৰ লেখাক উচ্চ পদৱীধাৰীসকলেও সমীহৰ দৃষ্টিৰে চায়।

এই বিশেষ সংবাদদাতাসকলৰ কিছুমান যোগ্যতা চিহ্নিত কৰা হৈছে। সেয়া হৈছে— (১) সংবাদসূত্ৰৰ পৰিমাণ অসীম পৰ্যায়লৈ লৈ যোৱা (২) গোপনীয়তা বজায় ৰখা (৩) প্ৰয়োজনত গোপনীয়তাৰ সীপাৰ সন্ধান কৰা (৪) খবৰ গভীৰতালৈ লৈ যাবলৈ গৱেষণাধৰ্মী মনোভাব পোষণ কৰা (৫) প্ৰয়োজনবোধে সাহসিকতাৰে নিষিদ্ধ ঠাইলৈও যাবলৈ সাজু থাকিব লাগিব (৬) কথা কোৱাৰ কৌশল এনে হ'ব লাগে যাতে আনেও ইয়াৰ অংশ গ্ৰহণ কৰিবলৈ অনুপ্ৰাণিত হয় (৭) অত্যন্ত কঠোৰ পৰিস্থিতিতো হাঁহিমুখে পৰিস্থিতি চম্ভালিব পাৰিব লাগিব (৮) শাৰিৰীক দক্ষতা আৰু নৈতিক সাহস অৰ্জন (৯) জীৱনৰ সমস্ত ধাৰণৰ কৰ্মদক্ষতা আৰু বৰ্ণময় অভিজ্ঞতা সম্পৰ্কে নতুন নতুন দৃষ্টিভংগী গ্ৰহণ কৰা (১০) কল্পনাপ্ৰৱণ অথচ বাস্তৱ সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা (১১) সাধাৰণ মানুহৰ জীৱনধাৰাৰ বিষয়েও আগ্ৰহশীল মনোভাব অটুত ৰখা আৰু (১২) অত্যন্ত উন্নতমানৰ লেখনীৰে পাঠকক যথোচিত সমল দিব পৰা ক্ষমতা।

আনহাতে, বিশেষ সংবাদদাতাসকলে তেওঁলোকে পোৱা পদমৰ্যাদাক লৈ অহংকাৰী মনোভাব যাতে কেতিয়াও নলয় তালৈ সচেতন থকা উচিত। মনত ৰখা উচিত মূলতঃ তেৱোঁ এজন সংবাদকৰ্মী। এজন অভিজ্ঞ, জ্যেষ্ঠ আৰু বিশ্বাসযোগ্য সাংবাদিকক বিশেষ প্ৰতিবেদক হিচাপে নিয়োগ কৰা হয়। দেশৰ ৰাজধানীত থকা 'বিভিন্ন মন্ত্ৰালয়, বিভাগ আদিৰ বাতৰি সংগ্ৰহ কৰিবলৈ তেওঁলোকক কৰ্তৃত্ব দিয়া হয়। সেয়ে তেওঁলোকে দেশৰ নীতি-নিৰ্ধাৰকসকলৰ ওচৰ চাপিবলৈ সুবিধা পায়। সাধাৰণতে কনিষ্ঠ সাংবাদিকসকলক এনে এটা সন্মানীয় দায়িত্ব দিয়া নহয়। কোনো কোনো চহকী আৰু ডাঙৰ কাকত প্ৰতিষ্ঠানে বিশেষ সংবাদদাতাক বিদেশত খবৰ সংগ্ৰহ কৰিবৰ বাবে গুৰুত্বপূৰ্ণ বিদেশী ৰাষ্ট্ৰৰ ৰাজধানী আদিত নিয়োগ কৰে।

**নিউজ বুৰ' প্ৰধান** : নিউজ বুৰ' প্ৰধান (Chief of News Bareau) পদটো আচলতে আলংকাৰিক আৰু কিছু পৰিমাণে প্ৰশাসনিক। সাংবাদিকতাৰ অভিজ্ঞতা আৰু প্ৰশাসনিক কামত দক্ষতা থকালৈ চাই এজন সাংবাদিকক এই পদত নিয়োগ কৰা হয়। সংবাদপত্ৰৰ প্ৰধান কাৰ্যালয়ত য'ৰপৰা সংবাদপত্ৰ প্ৰকাশিত হয়, তাত থকা সংবাদবিভাগৰ সৰ্বোচ্চ পদত থাকে ছিফ অব্ নিউজ বুৰ' বা নিউজ বুৰ' প্ৰধান। এওঁ নেপথ্য কৰ্মী হিচাপে বিভাগীয় কাম-কাজ আৰু পৰিৱেশ পৰিস্থিতিৰ ওপৰত সূক্ষ্মভাৱে নজৰ ৰাখিবলগীয়া হয়। সাংবাদিক হিচাপে তেওঁৰ অভিজ্ঞতা আৰু উপযুক্ত বুদ্ধিমত্তাই তেওঁক এই কাম সফল কৰাত সহায় কৰে। সংবাদ সংগ্ৰহৰ ক্ষেত্ৰত কোনো জটিল পৰিস্থিতিৰ মুখামুখি হ'লে তেওঁ সংকট অৱসানৰ ভূমিকা পালন কৰে। বিভাগীয় বিশৃংখলাই দেখা দিলে শৃংখলা ঘূৰাই অনাৰ দায়িত্বও তেওঁ পালন কৰে।

নিউজ বুৰ' প্ৰধান মুখ্যত এজন সফল সাংবাদিক। তেওঁ নিজকে চাৰিসীমাৰ মাজত আবদ্ধ নাৰাখি কাম কৰে। যিহেতু তেওঁৰ পৰিচিত ব্যাপক আৰু অভিজ্ঞতাৰে তেওঁ সিদ্ধহস্ত হৈ

থকা ব্যক্তি। গতিকে এই পদটি অলংকাৰিক হ'লেও তেওঁৰ কাম কম নহয়।

**মুখ্য-সাংবাদিক :** মুখ্য সাংবাদিক (Chief Reporter) হ'ল সংবাদ পৰিচালনাৰ ক্ষেত্ৰত মুখ্য দায়িত্বশীল কৰ্মী। ৰিপ'ৰ্টিং বিভাগৰ প্ৰধান তেৱেঁই। সংবাদ য'ত সংবাদ মাধ্যমৰ মুখ্য উপজীব্য, তাত সংবাদ পৰিচালক হিচাপে মুখ্য সাংবাদিকৰ ভূমিকা অনস্বীকাৰ্যভাৱে প্ৰধান। চিফ্ ৰিপ'ৰ্টাৰজনক (মুখ্য বাতৰি যোগনীয়াৰ) এটা কাকত প্ৰতিষ্ঠানৰ তৃতীয় স্তম্ভ বুলি কোৱা হয়। তেওঁ আৰু তেওঁৰ সহযোগী দলে ২৪ ঘণ্টাই ঘটি থকা ঘটনাসমূহ শুদ্ধভাৱে পাঠকৰ আগত দাঙি ধৰে।

মুখ্য সাংবাদিকৰ দায়িত্ববোৰ হৈছে— ১) প্ৰত্যেক দিনা পুৱা বিভিন্ন সংবাদপত্ৰত চকু ফুৰাই, দৰকাৰী বাতৰি আদি নিজৰ কাকতত স্থান নোপোৱাকৈ থাকিল নেকি তাক চোৱা ২) পুৱাৰপৰাই সেইদিনা কি কি খবৰ হ'ব পাৰে বা কোনবিলাক খবৰৰ ফল'আপ বা অনুসৰণ কৰা দৰকাৰ তাৰ পৰিকল্পনা কৰি, ইয়াৰ বাবে তেওঁ সম্পাদক, নিউজ বুৰ' প্ৰধান বা বাৰ্তা সম্পাদকৰ সৈতে টেলিফোনত যোগাযোগ কৰি মতামত বিচাৰিব পাৰে ৩) কাৰ্যালয়ত উপস্থিত হৈ তেওঁ প্ৰত্যেক দিনা পৰ্যালোচনা বৈঠক বহিব লাগে ৪) প্ৰত্যেক দিনাই তেওঁ এচাইনমেণ্ট ডায়েৰি বা সংবাদদাতাসকলৰ কাক কোন কামত পঠাব, তাৰ তালিকা লিপিবদ্ধ কৰি, সেইমতে তেওঁলোকক কাম-কাজ বুজাই দিব লাগে ৫) মুখ্য সাংবাদিকে গোটেই দিনটোতেই বিভিন্ন সংবাদসূত্ৰৰ সৈতে যোগাযোগ ৰাখিব লাগে, প্ৰয়োজনত সাধাৰণ সাংবাদিকৰ দৰে সংবাদ সংগ্ৰহৰ বাবেও যাব লাগিব ৬) অন্যান্য সংবাদপত্ৰবোৰত কেনে ধৰণৰ খবৰৰ পৰিকল্পনা কৰিছে সেয়াও লক্ষ্য ৰাখিব লাগিব, নহ'লে প্ৰতিযোগিতাৰ দৌৰত আনতকৈ পিছ পৰি থাকিবলগীয়া হ'ব ৭) দিনৰ শেষত সংবাদদাতাসকল কাৰ্যালয়লৈ ঘূৰি অহাৰ পিছত সংগৃহীত সংবাদৰ সংক্ষিপ্ত ৰূপ শুনি সংবাদটি কেনেকৈ, কিভাৱে আৰু কিমান লিখিব তাক বুজাই কৈ সংগৃহীত সংবাদৰ তালিকা আৰু সেইবোৰৰ গুৰুত্ব বাৰ্তা সম্পাদক বা প্ৰয়োজন হ'লে সম্পাদকৰ সৈতে মত বিনিময় কৰি সেইমতে পৰিৱেশন কৰাৰ ব্যৱস্থা কৰিব। তেওঁ কেৱল অতীতত ঘটি যোৱা ঘটনাৰ প্ৰতি সচেতন হ'লেই নহ'ব, ভৱিষ্যতে ঘটিব পৰা ঘটনাৰ পূৰ্বানুমানো কৰিব পাৰিব লাগিব আৰু সেই বাতৰিসমূহ সংগ্ৰহ কৰিবলৈ সাজু থাকিব লাগিব। এনে কামৰ মাজেদিয়ে মুখ্য ৰিপ'ৰ্টাৰৰ উন্নতিৰ প্ৰভাৱ পৰে। তেওঁক বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান বা বিভিন্ন ব্যক্তিয়ে প্ৰভাৱান্বিত কৰিবলৈ চেষ্টা কৰে যাতে তেওঁলোকৰ সপক্ষে বাতৰি প্ৰকাশ পায়। সেয়ে তেওঁ নিৰপেক্ষভাৱে কাম কৰোঁতে যথেষ্ট কষ্টৰ সমুখীন হ'ব লগা হয়। তদুপৰি তেওঁ অন্য ৰিপ'ৰ্টাৰসকলে লিখা বাতৰিসমূহ চকু ফুৰাই চাই বাৰ্তা বিভাগলৈ প্ৰেৰণ কৰে।

ইয়াৰ লগতে মুখ্য সাংবাদিকে কেইটামান প্ৰশাসনিক কাম কৰিব লাগে। সেইবোৰ হৈছে— ১) সংবাদ সংগ্ৰহ আৰু পৰিচালনাৰ বাবে প্ৰয়োজনভিত্তিক অৰ্থ মঞ্জুৰৰ বাবে

হিচাব বিভাগৰ ওচৰত আবেদন জনোৱা ২) খৰচৰ হিচাপ অনুমোদন কৰা ৩) সাংবাদিকৰ সুবিধা-অসুবিধাবোৰ লৈ সততে নজৰ ৰখা ৫) প্ৰকাশিত কোনো সংবাদক লৈ আইনগত জটিলতাই দেখা দিলে তাৰ সমাধানৰ ব্যৱস্থা কৰা ৬) বিভিন্ন ঠাইৰ চিঠি-পত্ৰ আৰু চৰকাৰী পৰিচয়পত্ৰ বা জৰুৰী আমন্ত্ৰণ-পত্ৰ সংগ্ৰহৰ ব্যৱস্থা কৰা।

মুখ্য সাংবাদিকৰ পেছাগত গুণাৱলী— ১। কৰ্তব্যবোধ সম্বন্ধে তীব্ৰ সচেতন ২) স্বচ্ছ সঠিক আৰু সময়োপযোগী পৰিকল্পনা গ্ৰহণ ৩) সময়ানুবৰ্তিতা মানি চলা, শৃংখলাবদ্ধ জীৱন-যাপন আৰু সময়োপযোগী দ্ৰুত সিদ্ধান্ত গ্ৰহণ ৪) অসীম সাহসিকতা ৫) গৱেষণাধৰ্মী, বিশ্লেষণধৰ্মী মনোভাব ৬) সহকৰ্মীৰ প্ৰতি সহৃদয় আৰু সহানুভূতিশীল মনোভাব ৭) তীব্ৰ বুদ্ধিমত্তা ৮) সমসাময়িক ঘটনাৱলী সম্পৰ্কে পৰিষ্কাৰ ধ্যান-ধাৰণা ৯) বিৰোধী সংবাদ-মাধ্যমবোৰৰ বিশ্বাসযোগ্যতা অৰ্জন ১০) পৰিশ্ৰমী আৰু সুস্বাস্থ্যৰ অধিকাৰী।

**সীমাবদ্ধতা** : ১। সংবাদপত্ৰৰ গৃহীত নীতি মানি চলা ২) দেশৰ আইন-কানুন, নীতি আদি মানি চলি সেইমতে নিজৰ কৰ্ম সম্পাদন কৰা ৩) তেওঁ প্ৰকৃততে এজন সাংবাদিক হিচাপেই পৰিচয় দিব লাগিব ৪) সম্পাদক বা বাৰ্তা সম্পাদকৰ নিৰ্দেশ তেওঁ মানি চলিব আৰু ৫) কোনো অজুহাততেই নিজৰ দায়িত্ব অস্বীকাৰ কৰিব নোৱাৰিব।

**ষ্টাফ ৰিপ'ৰ্টাৰ** : প্ৰত্যেক দিনাই চহৰৰ গুৰুত্বপূৰ্ণ বীটৰ পৰা খবৰ সংগ্ৰহ কৰি আনি সেয়া সমুচিতভাৱে পৰিৱেশন কৰা। সাধাৰণতে বীট মানে সংবাদ সংগ্ৰহৰ এলেকা বা নিৰ্দিষ্ট স্থান। যেনে ৰাজধানীৰ সচিবালয়, উচ্চ ন্যায়ালয় আদি। প্ৰেছ কনফাৰেন্সত অংশগ্ৰহণ কৰা ষ্টাফ ৰিপ'ৰ্টাৰ এক দৰকাৰী কাম। ইয়াত তেওঁ কেইটামান কথালৈ লক্ষ্য ৰাখি কাম কৰিব লাগে। ১) সময়ৰ সদ্ব্যৱহাৰ কৰা উচিত ২) পূৰ্বৰ বক্তৃতাৰ কপি আৰু প্ৰাসংগিক তথ্য আদি যোগাৰ কৰা ৩) কেৱল সঠিক প্ৰশ্ন কৰা দৰকাৰ ৪) খুব লৰালৰিকৈ একাধিক প্ৰশ্ন কৰাৰ বাবে সাজু থকা উচিত।

খবৰ সংগ্ৰহ কৰি সেয়া চালি-জাৰি চাই লিখি পেলাব লাগে। ইয়াক সহজ-সৰল ভাষাত উপস্থাপন কৰিব লাগে। ষ্টাফ ৰিপ'ৰ্টাৰে স্থায়ী বীটৰ বাহিৰেও কোনো গুৰুত্বপূৰ্ণ সংবাদ সামৰিব পৰাকৈ সাজু থাকিব লাগে। দুৰ্ঘটনাস্থলী, উৎসৱ, অনুষ্ঠান, সভা-সমিতি, আলোচনা-চক্ৰ, স্কুল-কলেজৰ গুৰুত্বপূৰ্ণ পৰীক্ষা স্থলী। অৰ্থাৎ য'তেই সংবাদ হ'ব বা পোৱা যাব তালৈকে ষ্টাফ ৰিপ'ৰ্টাৰ যাব লাগিব। কাকত প্ৰতিষ্ঠানৰ মুখ্য কাৰ্যালয়ত থকা ষ্টাফ ৰিপ'ৰ্টাৰসকলৰ উপৰি যথেষ্টসংখ্যক পাঠক থকা গুৰুত্বপূৰ্ণ নগৰ, মহানগৰসমূহত নিজা প্ৰতিবেদক নিয়োগ কৰা হয়। সৰুৱেই হওক বা ডাঙৰেই হওক সকলো কাকত গোষ্ঠীৰে তেওঁলোকৰ কাকতৰ প্ৰচলন থকা অঞ্চলসমূহৰ নগৰ আৰু গ্ৰাম্য অঞ্চলত প্ৰতিবেদকৰ এখন জাল বিস্তৃত হৈ থাকে। এওঁলোক কাকত প্ৰতিষ্ঠানৰ স্থায়ী কৰ্মচাৰী নহয়।

জিলা আৰু মফচলীয় সাংবাদিকসকল পূৰ্ণকালীন (full time) সাংবাদিক নহয়।

সাধাৰণতে তেওঁলোক অধিবক্তা, শিক্ষক আদি বিভিন্ন বৃত্তিত জড়িত হৈ থাকে আৰু তেওঁলোকক কাকতগোষ্ঠীৰ তৰফৰপৰা বাতৰি পঠাবৰ বাবে কৰ্তৃত্ব দিয়া থাকে। তাৰ বাবে তেওঁলোকৰ প্ৰকাশিত বাতৰিৰ জোখ অনুযায়ী সামান্য মাননি পায়।

আন এবিধ অস্থায়ী ভিত্তিত নিয়োজিত, সাধাৰণতে পূৰ্ণকালীন সাংবাদিকতা বৃত্তিত জড়িত ব্যক্তি হৈছে ষ্ট্ৰিঞ্জাৰ (Stringer) । সাধাৰণতে এওঁলোকে বাতৰিৰ বাবে পোৱা মাননিৰ উপৰি অন্যান্য খা-খৰচৰ বাবদ সামান্য পৰিমাণৰ ধন পায়। স্থানীয় কাকতৰ স্থায়ী সাংবাদিকসকলে কেতিয়াবা ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় কাকত বা এজেন্সিৰ বাবে বাতৰি পঠিয়ায়। এওঁলোকক ষ্ট্ৰিঞ্জাৰ বোলা হয়।

ডাঙৰ কাকত প্ৰতিষ্ঠান কিছুমানে জিলা সদৰ ঠাইবিলাকতো স্থায়ী সাংবাদিক নিয়োগ কৰে। তেওঁলোকে ঘৰতে থাকি কাম কৰে আৰু এটা নিৰ্দিষ্ট পৰিমাণৰ দৰমহা আৰু অন্যান্য সা-সুবিধা পায়।

ফটো-সাংবাদিক বা ফটোগ্ৰাফাৰ বাতৰিকাকতৰ এটা গুৰুত্বপূৰ্ণ পদৱী। কোৱা হয় যে—এখন ভাল ফটো কোনো এটা বিষয়ত লিখা হাজাৰ শব্দৰ সমতুল্য। টি-ভি আদি দৰ্শনীয় মাধ্যমৰ বিকাশৰ লগে লগে বাতৰিকাকতসমূহতো ফটোৰ গুৰুত্ব বৃদ্ধি পালে। সেয়ে সকলো গুৰুত্বপূৰ্ণ কাকতেই একাধিকজন ফটোগ্ৰাফাৰ স্থায়ীভাৱে নিয়োগ কৰে। তেওঁলোকে দৈনিক কাকতৰ উপৰি পৰিপূৰিকা আৰু আলোচনীৰ বাবেও ফটো যোগান ধৰে।

ষ্টাফ ফটোগ্ৰাফাৰৰ উপৰি বিভিন্ন ব্যক্তিগত প্ৰতিষ্ঠান আৰু এজেন্সিৰপৰাও ফটো চেটেলাইট বা অন্যান্য মাধ্যমেদি সংগ্ৰহ কৰে।

ভাৰতৰ নিচিনা বহুভাষিক ৰাষ্ট্ৰত আঞ্চলিক ভাষাৰ কাকতসমূহে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়া আৰু ইউনাইটেড নিউজ অব্ ইণ্ডিয়াৰ দৰে এজেন্সিবিলাকে ইংৰাজী ভাষাত বাতৰি প্ৰেৰণ কৰে। যিবিলাক আকৌ আঞ্চলিক ভাষালৈ অনুবাদ কৰি ল'ব লগা হয়। গতিকে প্ৰায়বোৰ আঞ্চলিক ভাষাৰ কাকতত একাধিক অনুবাদক থাকে। অৱশ্যে সৰহসংখ্যক ভাষাৰ কাকতত উপ-সম্পাদক বা ডেস্কত কাম কৰা অন্য সাংবাদিকসকলক অনুবাদৰ দায়িত্ব দিয়া হয়। উপ-সম্পাদক বা ৰিপ'ৰ্টাৰ চাকৰি প্ৰাৰ্থীৰ অনুবাদ কৰিব পৰা দক্ষতাক এটা যোগ্যতা হিচাপে গণ্য কৰা হয়।

ছপাশালৰ আৰম্ভণিৰেপৰা বৰ্তমানলৈকে শুদ্ধ আৰু পৰিষ্কাৰ ছপাৰ বাবে আৰ্হি কাকত চাওঁতা নিয়োগ কৰা হয়। বাতৰিকাকত প্ৰতিষ্ঠানতো আৰ্হিকাকত চাওঁতাৰ (প্ৰুফ ৰিডাৰ) গুৰুত্ব যথেষ্ট বেছি। তেওঁলোকে কম্প'জ হোৱা বাতৰিসমূহৰ শুদ্ধা-শুদ্ধি নিৰূপণ কৰি অশুদ্ধখিনি শুধৰাবলৈ কম্প'জিতৰলৈ পুনৰ ঘূৰাই পঠায়। অৱশ্যে অত্যাধুনিক কম্পিউটাৰ ব্যৱস্থা আৰু অন-লাইন ছাৰ্ভিছৰ ব্যৱহাৰৰ ফলত সাংবাদিকসকলে নিজৰ বাতৰিসমূহ শুদ্ধ কৰি পঠিয়াব পৰা হোৱাত আৰ্হিকাকত চাওঁতাসকল কিছু ভাবুকিৰ সমুখীন হ'ব লগা হৈছে।

কাৰ্টুনিষ্ট আৰু চিত্ৰকৰেও বাতৰিকাকতত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। সকলো কাৰ্টুনিষ্টেই চিত্ৰকৰ যদিও সকলো চিত্ৰকৰ কাৰ্টুনিষ্ট নহয়। এজন ভাল কাৰ্টুনিষ্ট এখন কাকতৰ মূল্যৱান সম্পদস্বৰূপ। উদাহৰণ স্বৰূপে, দি টাইমছ অব্ ইণ্ডিয়া কাকতৰ প্ৰখ্যাত কাৰ্টুনিষ্ট আৰ কে লক্ষ্মণলৈ আঙুলিয়াব পাৰি। এখন ভাল ফটোগ্ৰাফৰ দৰে একোটা ভাল কাৰ্টুনেও সাম্প্ৰতিক জ্বলন্ত সমস্যাবোৰ জনসাধাৰণৰ আগত দাঙি ধৰে। কাকত-আলোচনীত বহুলভাৱে প্ৰচাৰ হোৱালৈ চায়েই কাৰ্টুনৰ জনপ্ৰিয়তাৰ উমান পাব পাৰি। বিদ্ৰূপ আৰু বুদ্ধিদীপ্ত ৰসিকতা ইয়াৰ মূল সমল। আৰ্থ-সামাজিক, ৰাজনৈতিক আদি বিভিন্ন দিশত কাৰ্টুনিষ্টসকলে তেওঁলোকৰ কলাৰদ্বাৰা আঘাত হানে। আনহাতে চিত্ৰ শিল্পীসকলে কাকত-আলোচনীত প্ৰকাশিত নিবন্ধ বা বাতৰিসমূহৰ বহুল ব্যাখ্যাৰ বাবে প্ৰয়োজনীয় ছবিৰ যোগান ধৰে।

## আলোচনী আৰু ইয়াৰ বৈশিষ্ট্য

সাংবাদিকতাৰ লগত জড়িত যদিও আলোচনীবিলাকে বাতৰিকাকতকৈ বৈশিষ্ট্য বজাই ৰাখে। দৈনিক কাকত কেইঘণ্টামান সময়ৰ ভিতৰত ছপা কৰি উলিওৱাৰ বিপৰীতে আলোচনীবিলাকে এটা সপ্তাহ বা মাহ সময় পায়। আলোচনী প্ৰকাশৰ ক্ষেত্ৰত সেয়ে কিছুমান সুবিধা আছে, অৱশ্যে লগতে কিছু অসুবিধাও আছে। ইয়াত প্ৰকাশিত প্ৰবন্ধ আদিৰ ছপা, বৰ্ণশুদ্ধি আদি দিশত যথেষ্ট সাৱধানতা অৱলম্বন কৰিবলৈ সময় আৰু সুবিধা পোৱা যায়। বৰ্তমান বহুৰঙী ছপা ইয়াৰ বৈশিষ্ট্য হোৱাদি হৈছে। এটাও ৰঙীন পৃষ্ঠা নোহোৱা আলোচনী বৰ্তমান পাবলৈকে নোহোৱা হৈছে।

আলোচনীৰ সম্পাদনা পদ্ধতি আৰু ইয়াৰ লগত জড়িত ব্যক্তিৰ গাঁথনি বাতৰিকাকতকৈ সম্পূৰ্ণ বেলেগ। ইয়াত বাৰ্তাসম্পাদক নাথাকে যদিও এজন মুখ্য সহ-সম্পাদক থাকে। তাৰোপৰি আলোচনীৰ বাবে এজন চিত্ৰশিল্পী, এজন কলা নিৰ্দেশক, অংগ-সজ্জাকাৰী লে-আউট আৰ্টিষ্ট থাকে। আলোচনীখনৰ ছপা আৰু অংগসজ্জাই পাঠকক আকৰ্ষিত কৰিব লাগে।

বাতৰিকাকত এখনে বাতৰিৰ বাবে বিভিন্ন সংবাদ প্ৰতিষ্ঠান, ষ্টাফ ৰিপ'ৰ্টাৰ আদিৰ ওপৰত নিৰ্ভৰ কৰে কিন্তু আলোচনীৰ বাবে প্ৰকাশক গোষ্ঠীৰ বাহিৰৰ লেখকসকলে মুখ্য বৰঙণি আগ বঢ়ায়। আলোচনীৰ সম্পাদকসকলে নিৰ্দিষ্ট কেইজনমান লেখকৰ ওপৰত প্ৰধানতঃ প্ৰবন্ধ-পাতিৰ বাবে নিৰ্ভৰ কৰে। আলোচনী সম্পাদনা আগতীয়া পৰিকল্পনাৰে কৰিব পাৰি। কোনো কোনো ক্ষেত্ৰত বিশেষ সংখ্যাৰ বাবে ছমাহ মানৰ সময় লোৱা হয়।

❑ **প্ৰশান্তজ্যোতি বৰুৱা**

## বিশেষ এক নমুনা:

### বিশ্বৰ অগশাৰীৰ কাকতত সংবাদ পৰিৱেশন আৰু ইয়াৰ বাছনি প্ৰক্ৰিয়া

যেনেদৰে ইলেক্ট্ৰনিক মাধ্যমৰ বাবে বি. বি. চি. বা চি. এন. এন. অক আন্তৰ্জাতিক মাপকাঠী হিচাপে গণ্য কৰা হয়, আৰু বিশ্বৰ ভিন্ন কোণৰ টিভি চেনেলসমূহে ইয়াৰ অনুষ্ঠানসমূহৰ ৰূপৰেখা অনুসৰণ কৰে, ঠিক সেইদৰে ছপা মাধ্যমৰ ক্ষেত্ৰত আমেৰিকাৰপৰা প্ৰকাশিত ৱাশ্বিংটন প'ষ্ট, নিউ ইয়ৰ্ক টাইমছ বা ইংলণ্ডৰপৰা প্ৰকাশিত টাইমছ, গাৰ্ডিয়ান তথা ইণ্ডিপেণ্ডেণ্ট আদিক আন্তঃৰাষ্ট্ৰীয় মানদণ্ডৰ বাতৰিকাকত হিচাপে অভিহিত কৰা হয়। গণতান্ত্ৰিক মূল্যবোধত গুৰুত্ব দিয়া ভাৰতকে ধৰি আন কেতবোৰ উন্নয়নশীল দেশৰ সংবাদ মাধ্যমেও অৱশ্যে এক বিশেষ স্থান অধিকাৰ কৰে। তথাপি এই দেশসমূহৰ আগশাৰীৰ বাতৰিকাকতসমূহেও ৱাশ্বিংটন প'ষ্ট, গাৰ্ডিয়ান বা ইণ্ডিপেণ্ডেণ্ট আজি কাকতৰ লিখাৰ শৈলী, খবৰ উপস্থাপনৰ ব্যাকৰণ, ফটো তথা ডিজাইনিং আদি কথাবোৰ অনুশীলন কৰে।

এই প্ৰসংগত আটাইতকৈ গুৰুত্বপূৰ্ণ প্ৰশ্নটো হ'ল---বিশ্বৰ এই অগ্ৰণী বাতৰিকাকতকেইখনৰ সফলতাৰ গুপুত কাৰণবোৰনো কি? সেই বাতৰিকাকতকেইখনেও দেখোন ইলেক্ট্ৰনিক মাধ্যম তথা ইণ্টাৰনেট আদি নৱ প্ৰযুক্তিযুক্ত মাধ্যমৰপৰা প্ৰত্যাহ্বান পাইছে। যিকোনো সফল বাতৰিকাকতৰ কৃতকাৰ্যতাৰ প্ৰথম চাবি-কাঠী হ'ল সত্য তথা বিশেষ বাতৰিৰ উপলব্ধতা। বাতৰিসমূহ সুন্দৰকৈ সজাই-পৰাই উপস্থাপন কৰিব পৰাটো জৰুৰী। কিন্তু কাকতখনৰ সফলতাৰ প্ৰথম আৰু প্ৰধান উপাদান হ'ল হাৰ্ড নিউজ অৰ্থাৎ বিশেষ বাতৰিৰ যোগান ধৰিব পৰাৰ ক্ষমতা। এইটো সহজেই অনুমান কৰিব পাৰি যে এখন দৈনিক বাতৰিকাকতৰ বাবে প্ৰতিদিনে স্কুপ প্ৰকাশ কৰাটো সম্ভৱ নহয়। কিন্তু অগ্ৰণী বাতৰিকাকতসমূহৰ দেওবৰীয়া সংখ্যাবোৰে প্ৰকাশ কৰা প্ৰথম বাতৰিটো সাধাৰণতে এটা বিশেষ ৰিপ'ৰ্ট হয়। ইংলণ্ডত কোনো এটা দেওবাৰে ছানডে টাইমছ, ডেইলি টেলিগ্ৰাফ, ইণ্ডিপেণ্ডেণ্ট অন ছানডে আৰু অব্‌জাৰভাৰ (গাৰ্ডিয়ানৰ দেওবৰীয়া সংখ্যা)--- এই চাৰিখন কাকত যদি চোৱা হয়, প্ৰতিখনতে লীড নিউজটো অৰ্থাৎ প্ৰথম বাতৰিটো একেবাৰে বেলেগ তথা বিশেষ ধৰণৰ হ'ব পাৰে। দেওবৰীয়া কাকতৰ সাংবাদিককেইজনৰ দলটো সম্পূৰ্ণ বেলেগ হয় আৰু তেওঁলোকে সাধাৰণতেই দৈনিক কাকতখনৰ বাবে লিখা-মেলা নকৰে। তেওঁলোকৰ বাবে দেও আৰু সোম দুয়োটা বন্ধৰ বাৰ হয়। কিন্তু প্ৰতি সপ্তাহৰ মঙলৰপৰা শুক্ৰবাৰলৈকে বিভিন্ন খবৰ, সাক্ষাৎকাৰ, বিশ্লেষণ আদিত ব্যস্ত থকাৰ লগতে প্ৰধান চিন্তাটো হ'ল প্ৰথম পৃষ্ঠাৰ প্ৰথম বাতৰিটো কেনেকৈ পোৱা যায়? সেইটোতো আন কাকতে পাব পৰা বাতৰি হ'লে নহ'ব। অৱশ্যে দৈনিককেই হওক বা সাপ্তাহিককেই হওক, ইংলণ্ড তথা আমেৰিকাৰ আগশাৰীৰ

বাতৰিকাকতকেইখনৰ এটা সুবিধা আছে যে তেনে কাকতে মাথোন নিজৰ দেশৰ কথাই প্ৰথম পৃষ্ঠাত ল'ব লাগিব তেনে নহয়, পৃথিৱীৰ যিকোনো বিশেষ প্ৰতিবেদনেই প্ৰথম বাতৰিটো হ'ব পাৰে। এই ক্ষেত্ৰত ধনী মিডিয়া হাউছসমূহে সুবিধা ল'ব পাৰে। প্ৰতিটো কম্পিউটাৰত ইণ্টাৰনেট থকাটো সাধাৰণ কথা, আনকি প্ৰতিটো ফোনত আই. এছ. ডি. ৰ সুবিধা থাকে । প্ৰতিজন সাংবাদিকেই নিজকে বিশ্বৰ যিকোনো 'খবৰৰ সূত্ৰ'ৰ লগত চিন্তা নকৰাকৈ সম্পৰ্ক স্থাপন কৰিব পাৰে। অৱশ্যে বিদেশ ডেস্কৰ বাবেহে এনে সম্পৰ্ক স্থাপন কৰাটো বিশেষভাৱে জৰুৰী। গ্ৰীছৰ স্বাস্থ্য বিভাগত হোৱা এটা কেলেংকাৰী বা ফ্ৰান্স চৰকাৰে ইৰাক সম্পৰ্কে লোৱা স্থিতিৰ ভিতৰুৱা ৰিপ'ৰ্ট নতুবা মৰক্কোৰ বিশেষ খবৰেও এই বিশেষ ৰিপ'ৰ্টৰ স্থান ল'ব পাৰে। কোনো কোনো কাকতে এজন বা দুজন সাংবাদিকক এটা বিশেষ মিছনৰ বাবে ১৫ বা ২০ দিনৰ বাবে কোনো এঠাইলৈ পঠিয়াবও পাৰে। সেই দিনকেইটাৰ বাহ্যৰ পৰিৱৰ্তে তেওঁলোকৰপৰা মাথোন এটা নিউজেই আশা কৰা হয়। কিন্তু দেশ তোলপাৰ লগোৱা বিধৰ নিউজ। এয়া হ'ল এটা বা দুটা বিশেষ খবৰৰ বাবে বাতৰিকাকতে হাতত লোৱা ৰণনীতি। কিন্তু বাতৰিকাকত এখনৰ সফলতাৰ বাবে আন বহু উপাদানৰ প্ৰয়োজন। কাকতখনৰ লে-আউট আৰু ফটোগ্ৰাফীও অতি মূল্যৱান উপাদান। এটা দামী মন পছন্দ উপহাৰ কিনি সাধাৰণ কাগজেৰে মেৰিয়াই ছুটলি ৰছীৰে বান্ধি দিলে ভিতৰৰ সামগ্ৰীটোৰ মূল্য কমি নাজাবনে বাৰু ? নিশ্চয় কমিব ? সেয়েহে আজিকালি পেকেজিঙে এটা উন্নত উদ্যোগৰ ৰূপ লৈছে। বাতৰিকাকতৰ ক্ষেত্ৰতো সংবাদসমূহক সজাই-পৰাই পৰিৱেশন কৰাটো বৰ জৰুৰী। আন্তঃৰাষ্ট্ৰীয় স্তৰত সফল হোৱা কাকতসমূহত ডিজাইনাৰ আৰু ফটোগ্ৰাফাৰসকলক দিয়া মৰ্যাদা দেখিলে তবধ মানিব লাগে। জ্যেষ্ঠ ডিজাইনাৰ তথা ফটোগ্ৰাফাৰকেইজনক সহযোগী সম্পাদক অথবা জ্যেষ্ঠ সম্পাদক আদিৰ পদৱী দিয়া হয়। প্ৰতিখন কাকতে বহু দিন ধৰি গৱেষণা কৰি এখন ষ্টাইলছিট তৈয়াৰ কৰে। প্ৰথমে হেডিংটোৰ বাবে কি ফণ্ট দিয়া হ'ব আৰু কিমান পইণ্টৰ দিয়া হ'ব, প্ৰথম পৃষ্ঠাৰ এক চতুৰ্থাংশ বা এক পঞ্চমাংশ স্থানত এখন অকলশৰীয়া ফটো (ষ্টেণ্ড এল'ন) দিয়া হ'ব নেকি--- আদি বুনিয়াদী কথাবোৰ আগতেই ঠিক কৰি ৰখা হয়। ইংলণ্ডৰ গাৰ্ডিয়ান কাকতৰ ষ্টাইলছিটখন বেছ বিখ্যাত। ইয়াত আনকি শুদ্ধ ব্যাকৰণৰ ব্যৱহাৰ, বাক্যৰ শুদ্ধ গাঁথনি, ব্যৱহাৰ নকৰিবলগীয়া শব্দ আদি কথাবোৰো সন্নিৱিষ্ট কৰা হৈছে।

কিন্তু আন্তঃৰাষ্ট্ৰীয় স্তৰত কৃতকাৰ্যতা লাভ কৰা বাতৰিকাকতসমূহৰ সফলতাৰ আন এটা কাৰণ হ'ল লে-আউটৰ ক্ষেত্ৰত কেতিয়াবা নিজৰ নিৰ্দিষ্ট ষ্টাইলৰপৰা আঁতৰি আহি দুই এটা ব্যতিক্ৰমধৰ্মী বিন্যাস পৰিৱেশন কৰাটো। বিশেষ বাতৰি থাকিলে সেইটোক ইমান ডাঙৰ হেডিং দি অথবা ফটো আৰু গ্ৰাফিকছৰ সৈতে এনে ধৰণে পৰিৱেশন কৰা হয় যে সেই পৃষ্ঠাটোত আন খবৰসমূহৰ গুৰুত্ব নগণ্য কৰি পেলোৱা

হয়। পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ কৰা এটা প্ৰধান ৰণনীতি।

আজিকালি প্ৰায়বোৰ সফল বাতৰিকাকতে লোৱা অন্য এটা ফৰ্মুলা হ'ল প্ৰথম পৃষ্ঠাত কম বাতৰি লোৱাটো। মুঠ বাতৰি হয়টো তিনিটা বা চাৰিটাহে লোৱা হয়, কিন্তু সেইকেইটাকে এনে ধৰণে সজাই পৰাই প্ৰকাশ কৰা হয় যে ই মুহূৰ্ততে পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰে। সাধাৰণতে টেবলইড কাকতসমূহেহে পঢ়ুৱৈক মন ভুলাবলৈ অপৰাধ জগতৰ বা যৌনতা সম্পৰ্কীয় বাতৰি ডাঙৰ ডাঙৰ হেডিঙৰ সৈতে প্ৰকাশ কৰে। কিন্তু আজিকালি গুৰুত্বপূৰ্ণ বাতৰি প্ৰকাশ কৰা কাকতসমূহেও আন উল্লেখযোগ্য খবৰো সেই একে ষ্টাইলতে প্ৰকাশ কৰে। ইয়াক ছপামাধ্যমৰ ভাষাত টেবলডাইজেছন অৰ্থাৎ টেবলাইডকৰণ বুলি আখ্যা দিয়া হয়। সংবাদ মাধ্যমৰ গতিক্ৰমৰ ওপৰত গৱেষণা কৰা যিকোনো বিশেষজ্ঞই ইলেক্ট্ৰনিক মাধ্যমৰপৰা অহা প্ৰতিযোগিতাকে প্ৰধান কাৰণ বুলি অভিহিত কৰিছে। যদি আগদিনাই সকলো খবৰ তথা বিশ্লেষণ টিভিত দেখা পোৱা যায়, তেনেহ'লে পিছৰ দিনা পঢ়ুৱৈৰ বাবে কিনো পৃথক বাতৰি এটা প্ৰকাশ কৰিব পৰা যাব ? টিভিৰ প্ৰযুক্তিও আজিকালি ইমান উন্নত হৈ আহিব ধৰিছে যে ছেটেলাইট ফোন, ঘটনা লাইভ দেখুওৱা, মেছিনযুক্ত ভান আদিৰ সহায়ত সকলো খবৰ বিস্তৃত ৰূপত প্ৰচাৰ কৰে। তাতে আকৌ চেনেলৰ অৰিয়া-অৰি তথা একেটা স্থান অধিকাৰৰ বাবে হোৱা তুমুল প্ৰতিযোগিতা। পশ্চিমীয়া দেশত আকৌ ছপা মাধ্যমৰ প্ৰতিযোগিতা মাথোন টিভিৰ সৈতেই যে হয় এনে নহয়, বৰং ৰেডিঅ'ৰ সৈতেও হয়। যেনে—ইংলণ্ডৰ বি.বি.চি.ৰ চেনেল ফ'ৰ। ৰেডিঅ'ৰ এই বাতৰি চেনেলটো ইমানেই জনপ্ৰিয় যে সেই দেশৰ প্ৰায়বোৰ লোকেই ডাঙৰ ঘটনাৰ খবৰ এই ৰেডিঅ' চেনেলৰ যোগেদিয়েই পায়। ভাৰতত অৱশ্যে এতিয়াও ব্যক্তিগত খণ্ডৰ ৰেডিঅ' চেনেলক নিউজ চেনেল আৰম্ভ কৰিবলৈ অনুমতি দিয়া নাই, যাৰ বাবে আকাশবাণীৰ একাধিপত্য চলি আছে।

সি যি নহওক, টিভি আৰু ছপা মাধ্যমৰ মাজত ক্ৰমে বৃদ্ধি পোৱা প্ৰতিদ্বন্দ্বিতা আমাৰ এই আলোচনাৰ বিষয়বস্তু নহয়। কিন্তু এইটো নিশ্চিত যে টিভি আৰু ৰেডিঅ'ৰপৰা অহা প্ৰতিযোগিতাৰ ফলস্বৰূপে ছপা মাধ্যমৰ চূড়ান্ত পেকেজিঙত যথেষ্ট সালসলনি ঘটিছে। কেইমাহমানৰ মূৰে মূৰে কাকতসমূহে লে-আউটৰ নীতিসমূহৰ যথেষ্ট সালসলনি ঘটায়। দুই-তিনিজন ডিজাইনাৰক এমাহমানৰ বাবে এইটো ভাবিবলৈ সময় দিয়া হয় যে বাতৰিকাকতখনৰ ডিজাইনত কি কি সলনি কৰিব পৰা যায় আৰু সকলোৰে সহমত লৈ এদিন হঠাতে এই নতুন ষ্টাইল পঢ়ুৱৈৰ মাজত দাঙি ধৰা হয়। আজিকালি প্ৰায়বোৰ সফল বাতৰিকাকতে হাতত লোৱা অন্য এটা শিকিবলগীয়া কথা হ'ল—উল্লেখনীয় ঘটনাৰ আগেয়ে কেইবাটাও 'ডামী' অৰ্থাৎ নকল প্ৰস্তুত কৰাটো। পশ্চিমীয়া কাকতৰ অনুসৰণ কৰি এতিয়া আগশাৰীৰ ভাৰতীয় বাতৰিকাকত কেইখনমানেও এই নীতি হাতত ল'বলৈ ধৰিছে। অৰ্থনৈতিক তথা বাণিজ্যিক বিষয়ত পৃথিৱীৰ দ্বিতীয় স্থানত থকা 'দা ইকনমিক টাইমছ'ৰ (বাণিজ্যিক

বিষয়ত, আমেৰিকাৰপৰা প্ৰকাশিত দ্যা ৱাল ষ্ট্ৰীট জাৰ্নেল পৃথিৱীৰ প্ৰথম স্থানত আছে আৰু ইংলণ্ডৰপৰা প্ৰকাশিত ফাইনান্‌ছিয়েল টাইমছে তৃতীয় স্থান অধিকাৰ কৰি আছে) উদাহৰণটোকে দিব পৰা যায়। বাজেটৰ প্ৰায় এমাহৰ আগৰেপৰা বাজেটৰ পাছদিনা ওলাবলগীয়া বাতৰিকাকতখনৰ ওপৰত কাম আৰম্ভ হয়। আচৰিত নালাগেনে ?

কি কাম চলি আছে, তাৰ গোপনীয়তা ৰক্ষা কৰিবৰ বাবে দুজন ডিজাইনাৰ আৰু কেইজনমান জ্যেষ্ঠ সাংবাদিকক বাদ দি আন কোনো সংবাদদাতাকে কাম চলি থকা ৰুমটোত প্ৰৱেশ কৰাৰ অনুমতি দিয়া নহয়। বাজেটখন কেনে হ'ব সেইটো প্ৰধানমন্ত্ৰী, উপ-প্ৰধানমন্ত্ৰী, বিত্তমন্ত্ৰী আৰু বিত্তমন্ত্ৰালয়ৰ কেইজনমান অতি উচ্চ পদস্থ বিষয়াক বাদ দি আন কাৰো জনাৰ সাধ্য নাই, তেনে স্থূলত বাজেটখন কেনে হ'ব পাৰে সেইটো অনুমান কৰি বিভিন্ন ডামী (নকল) বনাই ৰখা হয়। যদি বাজেটখনত কৰৰ ৰেহাইৰ কথা আছে তেনেহ'লে বিত্তমন্ত্ৰীগৰাকীৰ ইমেজিং (ফটো, কাৰ্টুন আৰু নিজৰ ভাবধাৰাক কম্পিউটাৰত সন্মিলিতকৰণ) এনে ধৰণে প্ৰস্তুত কৰা হয়, য'ত তেওঁ হাঁহি ফূৰ্তি কৰি আছে। যদি বাজেটখনে ৰাইজৰ ওপৰত অধিক কৰৰ বোজা দিয়ে তেনেহ'লে বিত্তমন্ত্ৰীগৰাকীৰ ইমেজিঙৰ যোগেদিয়েই পঢ়ুৱৈয়ে বাজেটখনৰ সেই চৰিত্ৰ গম পায়। ফূৰ্তিৱান বিত্তমন্ত্ৰীৰ ফটোৰ লগত কেনে ৰং বা ফণ্ট ব্যৱহাৰ কৰা হ'ব বা খঙাল ধৰণৰ ফটোৰ লগত তলৰ লেখা অংশ কেনে হ'ব, সেইটো পূৰ্বেই নিৰ্ধাৰণ কৰি ৰখা হয়। বাজেটখনৰ খবৰ অহাৰ পাছত মাথোন সাত-আঠটা পৃথক ডামীৰ ভিতৰত এটা নিৰ্বাচন কৰি ল'লেই হ'ল।

কাকতখনত দুই-এটা বিশেষ প্ৰতিবেদন প্ৰকাশ কৰাটো তথা কাকতৰ বিন্যাস সুন্দৰ হোৱাটো অপৰিহাৰ্য । কিন্তু ই এইটো নুবুজাই যে আন খবৰসমূহ যেনে-তেনে জাপি দিব পৰা হ'লেই হ'ব। আচলতে ভাল কাকত এখনে প্ৰতিটো খবৰতেই গুৰুত্ব দিয়ে। এই ক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল—খবৰৰ নিৰ্বাচন আৰু মুহূৰ্ততে বিচাৰ কৰিব পৰা বিচক্ষণতা। বহু ভাল ৰিপ'ৰ্টো কেতিয়াবা সম্পাদকৰ সু-বিচাৰৰ অভাৱত বা শেষ মুহূৰ্তৰ খৰ-খেদাত আন ৰিপ'ৰ্টৰ তলত সোমাই যথোচিত স্থান নাপায়।

অৱশ্যে প্ৰায়বোৰ কাকতৰে একোটা সম্পাদকীয় নীতি থাকে যাৰ সহায়ত খবৰসমূহৰ অগ্ৰাধিকাৰৰ বিষয়ে চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰা হয়। উল্লেখযোগ্য যে প্ৰায়বোৰ সফল কাকতেই, বিশেষকৈ পশ্চিমীয়া কাকতে ৰাজনৈতিক খবৰক অগ্ৰাধিকাৰ নিদিয়ে। ভাৰতত আকৌ ৰাজনৈতিক বিষয়ক সংবাদদাতাসকল তথা ৰাজনৈতিক সম্পাদকজনে স্থান উচ্চ বুলি ধৰি লয়। এইটো স্বাভাৱিক কিয়নো ৰাজনৈতিক খবৰেই কাকতৰ প্ৰথম তথা প্ৰধান স্থানসমূহ দখল কৰে।

কিন্তু ইংলণ্ডৰ গাৰ্ডিয়ান, ইণ্ডিপেণ্ডেণ্ট বা টাইমছে ৰাজনৈতিক খবৰক সাধাৰণতেই প্ৰথম বাতৰি হিচাপে নলয়। তাত গুৰুত্বপূৰ্ণ বিষয় হ'ল—যাতায়াত, স্বাস্থ্য, চাফ-চিকুণতা ইত্যাদি, যিবোৰে মানুহৰ জীৱনত পোনপটীয়াকৈ প্ৰভাৱ পেলায়। এখন হস্পিটালৰ

এক ভুল চিকিৎসাই যদি কাৰোবাৰ প্ৰাণ লয়, সেইটো ৰাষ্ট্ৰীয় বাতৰি হৈ পৰে। ভুল চিকিৎসাত কেনেকৈ মানুহৰ মৃত্যু হ'ব পাৰে ? ভাৰতত হয়তো তেনেকুৱা খবৰ হাজাৰটা ওলাব। সেয়েহে ই বাতৰিৰ আখ্যা পোৱাৰ যোগ্য নহ'ব পাৰে। ঠিক সেইদৰে ডাঙৰ ডাঙৰ আখৰেৰে প্ৰকাশ পাব। মুঠতে সেই বাতৰিকাকতসমূহৰ সম্পাদকীয় নীতি এয়ে যে মানুহৰ দৈনন্দিন জীৱনত প্ৰভাৱ পেলোৱা প্ৰতিটো খবৰেই অগ্ৰাধিকাৰ পোৱা উচিত। নিউজ ফৰ ইউজ (কামত অহা খবৰ)—এই নীতি ভাৰতত এতিয়াও জনপ্ৰিয় হোৱা নাই। এতিয়াও মায়াৱতী-মুলায়ম বা লালু-ৰাবৰীৰ ৰাজনীতিক অগ্ৰাধিকাৰ দিয়া হয়। ভাৰতৰ ৰাজনৈতিক পৃষ্ঠপটেই এনেকুৱা যে কোনো কাকতেই ইয়াক উলাই কৰিব নোৱাৰে। পশ্চিমীয়া দেশত মুখ্য ৰাজনৈতিক দল সাধাৰণতে দুটাহে থাকে। সেয়েহে ৰাজনৈতিক কিনা-বেচা, দল সলনীকৰণ, ভাবধাৰাৰ পৰিৱৰ্তন, ধনৰ লেন-দেন আদি কম হয়। কিন্তু এই কথাটোত সকলো বিশ্লেষকেই একমত যে ৰাজনৈতিক খবৰক যিমানেই অগ্ৰাধিকাৰ নিদিয়ক কিয়, যিকোনো সফল বাতৰিকাকতেই মানুহৰ দৈনন্দিন জীৱনত কামত অহা খবৰ পৰিৱেশন কৰিবই লাগিব। ভাৰততো লাহে লাহে এই নীতিৰ পালন হ'বলৈ ধৰিছে। প্ৰথমবাৰৰ বাবে ইলেক্ট্ৰনিক ভোটিং মেছিন ব্যৱহাৰ হোৱাৰ সময়ত ভাৰতৰ সকলো আগশাৰীৰ বাতৰিকাকতেই সেই মেছিন কেনে ধৰণে ব্যৱহাৰ কৰিব লাগে সেই কথা প্ৰকাশ কৰিছিল। প্ৰায়বোৰ কাকততে আজিকালি ডাক্তৰৰ পৰামৰ্শ সম্পৰ্কীয় এটা স্তম্ভ দেখিবলৈ পোৱা যায়। কিন্তু এতিয়াও ভাৰতীয় কাকতসমূহ 'নিউজ ফৰ ইউজ' ফৰ্মুলাৰপৰা বহু দূৰৈত আছে।

উপৰোক্ত সকলো উপাদান থাকিলে বাতৰিকাকত এখন সফল নহ'বও পাৰে। দীৰ্ঘ দিনৰ বাবে সংবাদ মাধ্যম জগতত নিজৰ উচ্চস্থান অটুত ৰাখিবলৈ হ'লে বাতৰিকাকত এখনে আৰু এটা জৰুৰী কথা পাহৰিলে নহ'ব। সেইটো হ'ল শুদ্ধ তথা সত্য বাতৰি পৰিৱেশন। এইটো মুহূৰ্ততে কৰিব পৰা কাম নহয়। বহু মাহ বা বছৰৰ পাছতহে কোনো এখন বাতৰিকাকতে পঢ়ুৱৈৰ মনত বিশ্বাস জন্মাব পাৰে।

পশ্চিমীয়া সফল কাকতবোৰৰ বাবে সত্য তথ্য প্ৰকাশ কৰাটো মাথোন পঢ়ুৱৈৰ মাজত বিশ্বাস জন্মাবৰ বাবেই যে কৰা হয় এনে নহয়, সেই দেশসমূহৰ আইন ইমানেই তীক্ষ্ণ যে অশুদ্ধ বাতৰি প্ৰকাশ কৰাৰ পৰিণাম ভীষণ বুলিব পাৰি। যদি কোনো ব্যক্তি তথা কোম্পানিৰ বিৰুদ্ধে কিবা এটা অশুদ্ধ বাতৰি প্ৰকাশ কৰা হয়, তেনেহ'লে সেই ব্যক্তি বা কোম্পানিটোৱে নিশ্চিতৰূপে আদালতৰ কাষ চাপিব। তাতে সেই দেশসমূহত আদালতৰ কাৰ্য ব্যৱস্থা অতি ক্ষিপ্ৰ। যাৰ ফলত অতি সোনকালেই প্ৰতিটো গোচৰত আদালতৰ ৰায় আহে। ছপা মাধ্যমৰ ইতিহাসত এনে বহু উদাহৰণ আছে য'ত কোনো এখন কাকতে অশুদ্ধ বাতৰি পৰিৱেশন কৰাৰ বাবে লক্ষ ডলাৰতকৈও অধিক ক্ষতিপূৰণ দিবলগীয়া হৈছে। গতিকে প্ৰতিজন সাংবাদিকেই আইনৰ বিভিন্ন দিশবোৰ জনাটো বাধ্যতামূলক। প্ৰতিটো ৰিপ'ৰ্ট লিখাৰ সময়তে সাংবাদিকজনে বুজি

উঠিব লাগিব যে তেওঁৰ লিখাৰ মাজত এনে কোনো কথা নাথাকে যিবোৰ তেওঁৰ কাকতখনক আইনৰ কাঠগৰালৈ টানি নিব পাৰে। ৰিপ'ৰ্টাৰৰহে যে এই জ্ঞান থাকিব লাগে এনে নহয়, সংশ্লিষ্ট সম্পাদককেইজনেও আইনৰ চাৰিওদিশ আয়ত্ত কৰি ৰাখিব লাগিব। এই ক্ষেত্ৰত সাৱধানতাৰ সীমা ইমানতেই অন্ত নপৰে। বহু কাকতে এনে এজন সহ-সম্পাদক নিযুক্তি কৰে যাৰ মাথোন এটাই দায়িত্ব। এডিটিং হৈ থকা লিখনীসমূহ সম্পূৰ্ণ সত্য হয় নে নহয় তাক পুনৰ বিচাৰ কৰি চোৱাটো। যদি কোনো এজন ৰিপ'ৰ্টাৰে তেওঁৰ প্ৰতিবেদনত কোনো এটা কোম্পানিৰ এজন বিশেষ কৰ্মচাৰীৰ উদ্ধৃতি দিয়ে, তেনেহ'লে সেই বিশেষ সহ-সম্পাদকজনে নিৰ্দিষ্ট কোম্পানিটোলৈ ফোন কৰি এইটো নিশ্চিতও কৰিব পাৰে যে প্ৰতিবেদনত উল্লেখ কৰাৰ ধৰণে তেনে নামৰ কৰ্মচাৰী এজনে সেই কোম্পানিটোত কাম কৰে নে নকৰে ?

মুঠৰ ওপৰত চাঞ্চল্যকৰ বাতৰি প্ৰকাশ সুন্দৰ পৰিৱেশন আৰু উচিত খবৰ বুটলি ল'ব পৰা আদি উপাদানবোৰ বাতৰিকাকত এখনৰ সফলতাৰ প্ৰধান শক্তিস্বৰূপ। কিন্তু পঢ়ুৱৈৰ মাজত বাতৰিৰ প্ৰতি জগাই তোলাব পৰা বিশ্বাসেই হ'ল সেই সফলতা অটুত ৰখাৰ প্ৰধান চাবি-কাঠী।

❑ শান্তনু নন্দন শৰ্মা

## সংবাদপত্ৰৰ সম্পাদনা আৰু অনুবাদ ৰীতি

বাতৰিকাকতৰ সম্পাদনা বা 'এডিটিং' বুলি ক'লে ইয়াৰ বহুতো দিশৰ কথা আহি পৰে। বাতৰিৰ উপৰি গল্প, প্ৰবন্ধ, ফিচাৰ আদিৰে সমৃদ্ধ এখন সৰ্বাংগসুন্দৰ বাতৰিকাকত পঢ়ুৱৈৰ হাতত তুলি দিবলৈ হ'লে সম্পাদনাৰ দিশটোৰ ওপৰত যথেষ্ট গুৰুত্ব দিব লাগিব। আনহাতে, আকৌ সম্পাদনা বিষয়ত বীজগণিতীয় সূত্ৰৰ দৰে অনুসৰণ কৰিবলৈ ইয়াৰ কোনো ধৰণৰ নিৰ্দিষ্ট সূত্ৰ নাই। সেয়ে ই এটা সহজ কামো নহয়।

বাতৰিকাকতত সংবাদৰ উপৰি, নিবন্ধ, গল্প-কবিতা, ক্ৰীড়ামঞ্চ, ছিনেমা, সংস্কৃতি, ৰংগমঞ্চ, অকণি-চ'ৰা, যুৱ-মঞ্চ, বিজ্ঞান-প্ৰযুক্তিবিদ্যা আদি বহুতো শিতান থাকে যদিও, বাতৰিকাকতৰ বিশেষকৈ দৈনিক কাকতৰ মূল বস্তু হ'ল নিউজ বা বাতৰি। আঞ্চলিক, ৰাষ্ট্ৰীয়, আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত দৈনিক সংঘটিত হৈ থকা নিত্য নতুন ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, বিজ্ঞান বিষয়ক গুৰুত্বপূৰ্ণ ঘটনাৱলীৰ শেহতীয়া বাতৰি যিবোৰ কাকতে 'মিছ' নকৰাকৈ যথাসময়ত পঢ়ুৱৈক নিখুঁতভাৱে, তাৎক্ষণিকভাৱে যোগান ধৰিব পাৰে, তেনেবোৰ কাকতে আন শিতানবোৰৰ যোগেদি ৰাইজক বা পঢ়ুৱৈক সমানে স্বাদ দিব পাৰিব লাগিব আৰু তেতিয়াহে এখন বাতৰিকাকতে জনপ্ৰিয়তা লাভ কৰাত সফল হয়।

এতিয়া কথা হ'ল — নিউজ বা সংবাদ বা বাতৰিনো কি ? বাতৰি কাক কোৱা হয় ? অথবা নিউজ ভেল্যু বা গুণগত মাননো কি ?

**নিউজ ভেল্যু বা গুণগত মান:** বাতৰিকাকতৰ সংবাদদাতাসকলৰ 'নিউজ ভেল্যু' (News

Value)---সম্পৰ্কে জ্ঞান থকাটো বৰ প্ৰয়োজনীয় কথা। কোনবোৰ কথাইনো 'নিউজ ভেল্যু' নিৰ্ধাৰণ কৰে ? এম.ভি.কামাথৰ মতে — Four main factors determine the value of news : Timeliness, Proximity, Size and Importance.

পঢ়ুৱৈয়ে নিউজবোৰ সম্পূৰ্ণ নতুন বা শেহতীয়া হোৱাটো বিচাৰে। প্ৰেছৰপৰা ওলাই অহা নিউজবোৰ সেয়ে সম্পূৰ্ণ নতুন হোৱা উচিত । কোনো বিশেষ বাতৰিৰ 'ফল'আপ'ৰ কথা অৱশ্যে বেলেগ। প্ৰেছৰপৰা বাহিৰ হৈ কাকতখন পঢ়ুৱৈৰ হাতত পৰাৰ আগমুহূৰ্ত্তলৈকে নিউজবোৰ পঢ়ুৱৈৰ বাবে অজানা হৈ থাকিব লাগিব।

দ্বিতীয়তে প্ৰক্সিমিটি বা সমীপস্থ : অৰ্থাৎ কোনো ক্ষেত্ৰত পঢ়ুৱৈৰ বাবে নিচেই ওচৰৰ এটা সাধাৰণ ঘটনা বহু মাইল দূৰৈত সংঘটিত এটা ডাঙৰ ঘটনাতকৈ হয়তো অধিক গুৰুত্বপূৰ্ণ বা আকৰ্ষণীয় হ'ব পাৰে।

তৃতীয়তে চাইজ বা আকাৰ : চাইজ বা আকাৰ সম্পৰ্কে এম.ভি.কামাথে তেওঁৰ গ্ৰন্থখনত উল্লেখ কৰা দুটা উদাহৰণ দাঙি ধৰা হ'ল।

1. If Mr. Indira Gandhi addressed the thousand people at a way side village it is unlikely to make news, but if she caled an capt. M.M. Chopra and his wife following the murder of their two children Geeta and Sanjoy, it is news,

চতুৰ্থতে ইম্প'ৰ্টেঞ্চ বা গুৰুত্ব : কোনো এটা সংবাদ বা ঘটনা কোনো এখন কাকতৰ বাবে হয়তো বৰ বেছি গুৰুত্বপূৰ্ণ নহ'বও পাৰে। কিন্তু সেই একেটা গুৰুত্বপূৰ্ণ সংবাদ বা ঘটনা একে সময়তে আন এখন কাকতৰ বাবে আকৌ গুৰুত্বপূৰ্ণ হ'ব পাৰে। ভিন্ন শ্ৰেণীৰ ভিন্ন ৰুচিসম্পন্ন পঢ়ুৱৈৰ ৰুচি-অৰুচিৰ কথা অনুমান বা অনুধাৱন কৰি কাকতবোৰে সাধাৰণতে এই 'গুৰুত্বপূৰ্ণ' প্ৰশ্নটোত গুৰুত্ব দি সেইমতে নিউজ বাছনি চূড়ান্ত কৰে।

বাতৰিকাকতত প্ৰকাশিত এটা সংবাদ বা বাতৰিৰ সাধাৰণতে তিনিটা প্ৰধান অংশ থাকে । সেয়া হৈছে — হেড্‌লাইন বা শিৰোনামা, দ্বিতীয়তে প্ৰথম পেৰেগ্ৰাফ বা পৰিচ্ছেদ আৰু তৃতীয়তে হ'ল নিউজ বা বাতৰিটোৰ কাহিনীৰ অৱশিষ্ট বা শেষ অংশ।

পঢ়ুৱৈৰ ওপৰত বাতৰিৰ হেড্‌লাইন আৰু প্ৰথম পেৰেগ্ৰাফৰ প্ৰভাৱ যথেষ্ট (যদিহে প্ৰভাৱ পেলাব পৰা ধৰণৰ হয়)। বাতৰি এটাৰ হেড্‌লাইনটোৱেই হ'ল প্ৰথম যি পঢ়ুৱৈৰ প্ৰথম চকুত পৰে বা যিটোৱে পঢ়ুৱৈক আকৰ্ষণ কৰে। সেয়ে হেড্‌লাইন সদায়ে নিউজৰ কাহিনীৰ লগত খাপ খোৱাকৈ উপযুক্ত, শুদ্ধ আৰু আকৰ্ষণীয় বা কেট্‌চি হোৱা বাঞ্ছনীয়, যাতে ইয়াক দেখিয়েই পঢ়ুৱৈয়ে বাতৰিটো পঢ়াৰ লোভ সামৰিব নোৱাৰে। বাতৰিৰ গুৰুত্ব আৰু আকাৰ চাই হেড্‌লাইন সৰু-ডাঙৰ হ'ব পাৰে। প্ৰকৃততে উপযুক্ত আৰু কেট্‌চি হেড্‌লাইন দিব পৰাটো হ'ল এটা কলা।

হেড্‌লাইনৰ সমানে আন গুৰুত্বপূৰ্ণ অংশটো হ'ল— প্ৰথম পেৰেগ্ৰাফটো। এই

অংশটো সম্পৰ্কত কামাথে তেওঁৰ গ্ৰন্থত এনেদৰে লিখিছে : ...an effective headline is not sufficient unto. A great deal depands on the first paragraph. It is called lead because it leads the the rest of the story. It is also called the intro, because it introduces the rest to the reader. If the lead or intro is not sufficiently arresting interest will lag and the reader's eye may wander on to another headline and another story. Hence the importance of writing catchy first paragraph.

সুন্দৰ আকৰ্ষণীয় lead বা intro প্ৰস্তুত কৰা বিষয়ৰ তেওঁ সাধাৰণভাৱে গ্ৰহণযোগ্য কেইটামান 'পইণ্ট' উল্লেখ কৰিছে এনেদৰে — (1) The intro should be appropriate for the news story. (2) The intro should make the reader want to read the rest of the story. (3) The story should be kept short whenever possible. (4) The intro should normally be based on the key point of the story ... । তেওঁ আৰু কৈছে : ... Now that year have got the intro out of the way, the rest step is to write the story. You have already given the main points of the story in the forst paragraph. The remainder of the story should fall into place in a natural sequence. It is as if you have taken the reander lay his hand and ded him step lay step to the final.

বাতৰি সম্পাদনা কৰিবলৈ হ'লে — সম্পাদনা কৰাজনৰ বাতৰি সম্পৰ্কে উল্লিখিত কথাবোৰৰ বিষয়ে কিছু ধাৰণা বা জ্ঞান থকাটো একান্ত বাঞ্ছনীয়। তদুপৰি প্ৰয়োজন ভাষা জ্ঞানৰ। আমাৰ অসমীয়া ভাষাৰ আঞ্চলিক বাতৰিকাকতৰ কৰ্মী বা সাংবাদিকসকলৰ অসমীয়াৰ লগতে ইংৰাজী ভাষাতো দখল থাকিব লাগিব। বাতৰিকাকতৰ বাবে ই একান্ত আৱশ্যক।

সম্পাদকজন এখন বাতৰিকাকতৰ মুৰব্বী হ'লেও আৰু কাকতখনৰ ভাল-বেয়া, সদনাম-বদনাম আদিৰ বাবে তেওঁ ঘাইকৈ জগৰীয়া হ'লেও, প্ৰকৃতাৰ্থত কাকত এখনৰ মূল চালিকা শক্তি হ'ল সম্পাদকৰ অধীনস্থ বাৰ্তা-সম্পাদক, মুখ্য উপ-সম্পাদক, উপ-সম্পাদকসকলক লৈ গঠিত সাংবাদিক কৰ্মী বাহিনী। কাকত এখনৰ সম্পাদকজনক যদি 'চীফ অব্ দ্যা অফিছ ষ্টাফ্' বুলি ধৰা হয়, তেনেহ'লে 'বাৰ্তা সম্পাদক'জন ইয়াৰ কেপ্টেইন আৰু বাকীসকলক সৈনিক হিচাপে ধৰিব পৰা যায়। বাৰ্তা সম্পাদকৰ দায়িত্ব অধিক। তেওঁৰ দক্ষতাৰ ওপৰত কাকতখনৰ বহু কথা নিৰ্ভৰ কৰে। বাতৰি নিৰ্বাচন, প্লেচিং, হেড্‌লাইন, এডিটিং আদি সকলো দিশৰ ওপৰত চকু ৰখা আৰু উপ-সম্পাদকসকলক প্ৰয়োজনীয় দিহা-পৰামৰ্শ দি কাম আদায় কৰা আৰু গোটেই এডিটৰিয়েল ডেস্কখন পৰিচালনা কৰাৰ দায়িত্ব হ'ল এই নিউজ এডিটৰজনৰ। গতিকে নিউজ-এডিটৰৰ নিউজ-চেন্স থকাৰ লগতে ভাষাজ্ঞান আৰু নিউজ সম্পৰ্কে ওপৰত উল্লেখ কৰি অহা কথাবোৰৰ বিষয়ে সম্যক জ্ঞান বা ধাৰণা থকা আৱশ্যক। তদুপৰি, বহিঃবিশ্বত ঘটি থকা নিত্য নতুন গুৰুত্বপূৰ্ণ ঘটনাবোৰৰ বিষয়ে তেওঁ নিজকে যথাসম্ভৱ

অৱগত কৰি ৰখা উচিত।

সম্পাদনা টেবুললৈ অহা এটা নিউজ এডিটিং কৰিবলৈ হ'লে প্ৰথমে ইয়াক আদিৰেপৰা অন্তলৈকে মনোযোগেৰে চকু ফুৰাই চোৱাৰ লগতে সংশ্লিষ্ট কাকতখনৰ বাবে নিউজটোৰ গুৰুত্ব কিমান, ইয়াৰ টাইমলিনেছ অৰ্থাৎ সমকালীন গুৰুত্ব আছেনে নাই ইত্যাদি কথাবোৰ অনুধাৱন কৰি ল'ব লাগিব। সেইমতে গুৰুত্ব অনুসৰি এটা নিউজত থাকিব লগা মূল তিনিটা অংশ—হেড্‌লাইন, প্ৰথম বা ইণ্ট্ৰো বা লীড আৰু শেষৰ কাহিনী ভাগ উপযুক্তভাৱে উপযুক্ত স্থানত লিখা হৈছেনে নাই চাব লাগিব। যদিহে হোৱা নাই, তেন্তে তাত যথাযথভাৱে কলম চলাই শুধৰাই দিলেহে প্ৰকৃত এডিটিং কৰা বুজায়।

নিউজৰ গুৰুত্ব অনুযায়ী দীঘল-চুটি হ'ব পাৰে যদিও এডিটিং কৰা সময়ত একেদৰে অনাৱশ্যক বুলি ভবা অংশ বা লাইনবোৰ ৰাখি নিউজটো অনাৱশ্যক দীঘলীয়া কৰি পঠুৱৈক আমনি কৰা উচিত নহয়। গতিকে মূল কাহিনীত আঘাত নপৰাকৈ তেনে অংশ বা লাইনবোৰ এডিটিং কৰোঁতে কলমেৰে কাটি পেলোৱা ভাল।

স্পট বা চাৰ্জেচ নিউজ আদি সম্পাদনা কৰা বৰ কঠিন নহয়। কিন্তু গুৰুতৰ ধৰণৰ অভিযোগৰ বাতৰি সম্পাদনা কৰোঁতে খুব সাৱধানতা অৱলম্বন কৰা আৱশ্যক। এনে শ্ৰেণীৰ বাতৰিৰ ক্ষেত্ৰত সংশ্লিষ্ট সংবাদদাতাৰ হাতত যদি সঠিক প্ৰামাণিক তথ্য থকাটো নিশ্চিত হ'ব পৰা যায়, তেনেহ'লে সাৱধানতাৰে অভিযুক্তৰ নাম-ঠিকনাসহ বাতৰিটো পৰিৱেশনৰ বাবে এৰি দিব পৰা যায়। দ্বিতীয়তে অভিযোগ সম্পৰ্কে অভিযুক্তজনৰ বা তেওঁৰ শীৰ্ষ বিষয়াৰ কিবা মন্তব্য বাতৰিটোত সন্নিৱিষ্ট কৰিছে নেকি সেই কথাটো সম্পাদনাৰ সময়ত চকু দিয়া ভাল। অৱশ্যে, পুলিছ থানাত অভিযোগ দাখিল কৰা হ'লে বা গোচৰ পঞ্জীভুক্ত হ'লে তেনে অভিযোগৰ বাতৰি প্ৰকাশত বাধা নাথাকে। হাতত তথ্য প্ৰমাণ নথকা গুৰুতৰ অভিযোগৰ বাতৰি প্ৰকাশ পালে বাতৰিকাকতে সংশ্লিষ্ট পক্ষই তৰা মানহানি গোচৰৰ সমুখীন হোৱাৰ ভয় থাকে।

বাতৰি সম্পাদনা কৰোঁতে সুস্থ বাতৰি পৰিৱেশন বিষয়ত বাতৰিকাকতৰ অভিভাৱক বা পথ-প্ৰদৰ্শকস্বৰূপ 'প্ৰেছ কাউন্সিল অব্ ইণ্ডিয়া'ৰ পথ-নিৰ্দেশনাবোৰ সাংবাদিকসকলে মানি চলিলে উজুটি খোৱাৰ ভয় কম থাকে । প্ৰেছ বা বাতৰিকাকতক গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ বুলি কোৱা হয় যদিও ইয়াৰ স্বাধীনতা কিন্তু সীমাহীন নহয়। কিছুমান বিষয়ত ইয়াৰ বিশেষাধিকাৰ ভোগ কৰাৰ অধিকাৰ দেশৰ সংবিধানে প্ৰদান কৰিলেও এই বিশেষাধিকাৰৰো এটা সীমা আছে। এই সীমা অতিক্ৰম কৰাৰ প্ৰচেষ্টা চলোৱা অনুচিত। বাতৰিকাকতৰ ক্ষেত্ৰত 'নিউজ' আৰু 'ভিউজ' বুলি এটা কথা আছে। সাধাৰণতে নিউজত ভিউজ থকাটো গ্ৰহণযোগ্য বা নিয়মৰ কথা নহয়। অৰ্থাৎ এটা নিউজৰ লগত সংবাদদাতা বা সাংবাদিকৰ 'ভিউজ' নথকাটো ভাল। অৱশ্যে সম্পাদকীয় নিবন্ধত 'ভিউজ'ৰ স্থান আছে। আনহাতে আকৌ নিউজ বিশেষে অৱশ্যে

কেতিয়াবা নিউজত ভিউজৰ সমান্য ছাঁ পৰাটো অগ্ৰহণযোগ্য হ'ব নোৱাৰে।

বাতৰি সম্পাদনা কৰা মানে বৰ্ণাশুদ্ধি বা বাক্য গাঁথনিৰ ওপৰত চকু দিয়াটোৱেই যিহেতু একমাত্ৰ কৰণীয় নহয়, সেয়ে ওপৰত সম্পাদনাৰ ভালেমান প্ৰাসংগিক তথা দৰকাৰী কথা উল্লেখ কৰা হ'ল। এখন কাকতৰ 'সম্পাদনা মেজ'ত কাম কৰা প্ৰতিজন উপ-সম্পাদক বা সাংবাদিক কৰ্মী সকলো বিষয়তে পটু হোৱাটো সম্ভৱ নহ'লেও, প্ৰতিটো বিষয়ৰ কিছু সম্যক জ্ঞান থকাটো কিন্তু বাঞ্ছনীয়। সেয়ে, বিভিন্ন বাতৰিকাকত, কিতাপ, আলোচনী আদিৰ সৈতে তেওঁলোকৰ সম্পৰ্ক থকা ভাল। বাতৰিৰ উপৰি এখন কাকতৰ আন গুৰুত্বপূৰ্ণ বিষয়, যেনে—ৰাজনৈতিক, অৰ্থনৈতিক, সমাজবিজ্ঞান, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা কৃষি পাৰিপাৰ্শ্বিকতা ইত্যাদি বিভিন্ন বিষয়ৰ ওপৰত লিখিত তথ্য সম্বলিত প্ৰবন্ধ বা লেখনী আদিৰ এডিটিং কৰাৰ ক্ষেত্ৰত সম্পাদকে 'ডেস্ক'ৰ সাংবাদিকসকলৰ জ্ঞান আৰু অভিজ্ঞতা অনুযায়ী বিভিন্নজনক ইয়াৰ সম্পাদনাৰ দায়িত্ব দিলে সম্পাদনাৰ মান নিশ্চয় ভাল হ'ব।

বিশ্বাসযোগ্যতাই হ'ল এখন কাকতৰ মূল সম্পদ । সেয়ে ক্ষন্তেকীয়া চাঞ্চল্য সৃষ্টিকাৰী বাতৰি পৰিৱেশন নকৰি সত্য ঘটনা বা বাতৰি নিৰপেক্ষভাৱে পৰিৱেশন কৰাটো বাতৰিকাকতৰ ধৰ্ম হোৱা উচিত। সম্পাদনাৰ কামত জড়িতসকলে সেয়ে এই দিশটোৰ প্ৰতি সততে সজাগ থকা উচিত।

ধৰ্মীয় বা সাম্প্ৰদায়িক অনুভূতিত আঘাত হানিব পৰা বা সাম্প্ৰদায়িক উত্তেজনা সৃষ্টি কৰিব পৰা বা-বাতৰি সাধাৰণতে পৰিৱেশন কৰাৰপৰা বিৰত থকা উচিত। একান্ত পৰিৱেশন কৰিব লগা হ'লে, অভিজ্ঞ সাংবাদিকৰদ্বাৰাহে (এডিটৰিয়েল ডেস্কৰ অভিজ্ঞজনৰ) তেনে বাতৰি সম্পাদনা কৰা একান্ত আৱশ্যক।

## অনুবাদ কৌশল

বাতৰিকাকতৰ বাবে অনুবাদ বাতৰি আন এক গুৰুত্বপূৰ্ণ দিশ। বিশেষকৈ প্ৰায় সকলো দৈনিক কাকতে নিজস্ব সংবাদদাতা বা প্ৰতিনিধিৰ সংবাদৰ উপৰি, পি-টি-আই, ইউ-এন-আই, ৰয়টাৰ ইত্যাদি দেশী-বিদেশী নিউজ এজেঞ্চিবোৰৰ গুৰুত্বপূৰ্ণ তথা শেহতীয়া বাতৰি পৰিৱেশন কৰিব লগা হয়। এই এজেঞ্চিবোৰে প্ৰেৰণ কৰা বাতৰিৰ ভাষা সাধাৰণতে ইংৰাজী হোৱা হেতুকে, আমাৰ আঞ্চলিক ভাষাৰ, যেনে-ধৰা হওক আমাৰ অসমীয়া কাকতবোৰে তেনে গুৰুত্বপূৰ্ণ বাতৰি ইংৰাজীৰপৰা অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিব লগা হয়। এই দায়িত্ব সম্পাদনা মেজৰ উপ-সম্পাদকসকলেই সাধাৰণতে পালন কৰে। এই অনুবাদৰ কামটো বৰ সহজ নহয়। ইয়াৰ বাবে তেওঁলোকে সম্পাদকসকলৰ ইংৰাজী আৰু অসমীয়া উভয় ভাষাৰে জ্ঞানৰ আৱশ্যকতাৰ লগতে অনুবাদ কৌশল ভালদৰে জনা উচিত।

ইংৰাজীত অহা বাতৰি এটা যদি 'লাইন বাই লাইন' অসমীয়ালৈ অনুবাদ কৰিবলৈ

যোৱা হয়, তেনেহ'লে সেই অনূদিত বাতৰিটো কেতিয়াও সুখপাঠ্য হ'ব নোৱাৰে বা ই পাঠকক সন্তুষ্ট কৰিব নোৱাৰে। বহু সময়ত আকৌ তেনে বাতৰিয়ে বিকৃত ৰূপ লোৱাৰো সম্ভাৱনা থাকে। গতিকে ইয়াতেই অনুবাদ কৰোঁতাজনৰ কৌশলৰ আৱশ্যক হয়। সাধাৰণ নিয়ম বা নীতি অনুযায়ী প্ৰথমে অনুবাদ কৰিবলৈ লোৱা বাতৰিটো আদিৰপৰা অন্তলৈকে মনোযোগেৰে চকু ফুৰাই বা পঢ়ি লোৱা উচিত । পঢ়োঁতে বাতৰিটোত বৰ্ণিত মূল বা গুৰুত্বপূৰ্ণ কথাখিনি আয়ত্ত কৰি লৈ পাছত নিজ ভাষাত (ইয়াত আসমীয়াৰ কথাকে ধৰা হৈছে) কৌশলপূৰ্ণভাৱে সাৱলীল গতিত আৰু যিমান দূৰ সম্ভৱ চুটি বাক্যত ইংৰাজীৰ মূল বাতৰিটোত বৰ্ণিত ঘটনা বা ঘটনাৱলীৰ ওপৰত কোনো ধৰণৰ বিকৃত চাপ নপৰাকৈ অনুবাদ কৰি যাব লাগে। অন্য এটা মন কৰিবলগীয়া দিশ হৈছে— তথ্য বা ঘটনা প্ৰৱাহৰ কোনো হেৰফেৰ নোহোৱাকৈ অনুবাদ কৰা। তদুপৰি, ওপৰত উল্লেখ কৰা এটা সংবাদ বা বাতৰিৰ প্ৰধান তিনিটা অংশৰ কথাটোও অনুবাদৰ সময়ত মনত ৰখা উচিত। অনূদিত বাতৰিটোত প্ৰথম পেৰেগ্ৰাফ যাক 'ইণ্ট্ৰ' বা 'লীড' বুলিও কোৱা হয়, সেই অংশটোৱে বাতৰিটোৰ মূল কথাখিনি প্ৰতিফলন ঘটাব পাৰিছেনে নাই তাৰ প্ৰতি বিশেষ মনোযোগ দিয়া উচিত । ইংৰাজী বাতৰিটো অনুবাদ কৰা সময়ত, একেবাৰে অনাৱশ্যক বুলি ভবা কথাবোৰ কাটি তেতিয়াই সম্পাদনাৰ কাম কৰি ল'বও পৰা যায়। বাতৰিটো অনাৱশ্যক দীঘলীয়া নহ'বৰ বাবেই এনে কৰিব পৰা যায়।

এজেঞ্চিৰ উপৰি বহুতো কাকতে প্ৰখ্যাত 'ফিচাৰ ৰাইটাৰ'সকলৰ লেখনীও অনুবাদ কৰি প্ৰকাশ কৰে। এনে লেখনী অনুবাদ কৰোঁতেও উল্লিখিত অনুবাদ-কৌশলৰ আৱশ্যক । কিন্তু চাব লাগিব যাতে লেখকৰ মূল বক্তব্যৰ কোনো হানি-বিঘিনি নঘটে। শেষত এই কথা জনা দৰকাৰ যে ভাষা-জ্ঞান আৰু সঠিক অনুবাদ-কৌশল অবিহনে অনূদিত বাতৰি বা নিবন্ধ আদি যিমানেই মূল্যৱান নহওক কিয়, সেয়া কেতিয়াও সুখপাঠ্য হ'ব নোৱাৰে।

**❑ দেবেন্দ্ৰ নাথ বৰা**

## সংবাদপত্ৰৰ কেইটামান গুৰুত্বপূৰ্ণ কথা

**বাতৰিকাকতৰ শোভা :** বাতৰিকাকতৰ পাঠক-সমাজৰ মনোজগত কৌতূহলেৰে ভৰপূৰ। সেই কৌতূহল নিবৃত্তিৰ বাবে বাতৰিকাকতৰ প্ৰতিটো পৃষ্ঠাই খোৰাক যোগাবলগীয়া হয়। আহাৰ সুস্বাদু হ'লেও পৰিপাটিকৈ পৰিৱেশন কৰিব নজনাৰ বাবে যিদৰে খাওঁতাজনৰ খোৱাৰ প্ৰতি আগ্ৰহ বা আকৰ্ষণৰ অভাৱ হয়, ঠিক সেইদৰেই অসংখ্য প্ৰয়োজনীয় তথা গুৰুত্বপূৰ্ণ সংবাদ আৰু ঘটনাৰ মনোৰঞ্জক পশ্চাদ কাহিনীৰ সমাৱেশ ঘটিলেও সিবিলাক পৰিৱেশনৰ ত্ৰুটিৰ বাবে পঢ়ুৱৈৰ সমাদৰৰপৰা বঞ্চিত হ'বলগীয়া হয়। বাতৰিকাকতৰ এই পৰিৱেশন ৰীতিক অংগসজ্জা বুলি কয়।

এগৰাকী ষোড়শী গাভৰুক কেশসজ্জা, ৰূপসজ্জা তথা সাজ-সজ্জাৰে আকৰ্ষণীয় আৰু মোহনীয়া কৰি তোলাৰ দৰে এখন বাতৰিকাকতৰ প্ৰতিটো পৃষ্ঠা অংগসজ্জাৰ যোগেদি পঢ়ুৱৈৰ মনোগ্ৰাহী কৰি তোলা হয়।

**বাতৰিকাকতৰ জোখ** : সাধাৰণতে বাতৰিকাকতৰ জোখ দুই প্ৰকাৰৰ। প্ৰথমবিধ নিয়মীয়া জোখৰ (Standard size) আৰু আনবিধ টেবলইড (Tabloid size) জোখৰ। দৈনিক বাতৰিকাকতসমূহ সাধাৰণতে নিয়মীয়া জোখৰ। এনে জোখৰ কাকতত মুঠতে আঠটা কলম বা স্তম্ভ থাকে। আনহাতে, সাপ্তাহিক বা তিনিদিনীয়া আদি কাকতবিলাক টেবলইড জোখৰ আৰু ৫ টা কলমৰ। স্বাভাৱিকতে নিয়মীয়া জোখৰ কাকততকৈ টেবলইড জোখৰ কাকতৰ আকাৰ আপেক্ষিকভাৱে সৰু। সেয়েহে সাপ্তাহিক কাকতৰ বিশেষকৈ প্ৰথম পৃষ্ঠাটোত পৰিকল্পিত সজ্জাৰ প্ৰয়োজন। অন্যথা ই পঢ়ুৱৈক আকৰ্ষণ কৰাত ব্যৰ্থ হোৱাৰ  সম্ভাৱনাই অধিক।

**অংগসজ্জাৰ মূল কথা** : এখন বাতৰিকাকতৰ অংগসজ্জাৰ কেন্দ্ৰবিন্দু হৈছে কাকতখনৰ প্ৰথমটো পৃষ্ঠা। সেইটো পৃষ্ঠাৰ শেষ সিদ্ধান্ত গ্ৰহণ কৰা ব্যক্তিজন হৈছে কাকতখনৰ পৰিচালন-সম্পাদক (Managing Editor) অথবা বাৰ্তা-সম্পাদকজন (News Editor)। পঢ়ুৱৈক আকৰ্ষিত কৰিব পৰাকৈ বিভিন্ন বিষয়ৰ বাতৰি, ঘটনা-প্ৰৱাহৰ বিশ্লেষণ, আলোকচিত্ৰ, কাৰ্টুন আদি পৰিৱেশনৰ দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰে কাকতখনৰ সামগ্ৰিক অংগসজ্জা। আকৰ্ষণীয় শিৰোনামা (Heading), সংবাদ-কাহিনী (Story) নিৰ্বাচন আৰু চিত্ৰ—এই তিনিটা দিশৰ সু-সমন্বয়ত কাকত এখনৰ প্ৰথম পৃষ্ঠাটো সুশোভিত কৰি তোলা হয়। সেয়েহে, প্ৰতিখন কাকতৰ সম্পাদনা বিভাগৰ সংশ্লিষ্ট ব্যক্তিগৰাকীৰ ওপৰতে প্ৰথম পৃষ্ঠাৰ আকৰ্ষণীয়তা নিৰ্ভৰ কৰে।

**বাতৰিৰ শিৰোনামা** :  শিৰোনামা হ'ল সংবাদৰ মূল কেন্দ্ৰ বা মগজু স্বৰূপ। মানুহৰ যেনেকৈ মগজু বা মূৰৰ অবিহনে মনুষ্যৰূপৰ সম্পূৰ্ণতাৰ কথা ভাবিব নোৱাৰি তেনেকৈ শিৰোনামাৰ (headline) অবিহনে সংবাদ সম্পূৰ্ণ নহয়।

এখন সংবাদপত্ৰত বিভিন্ন সংবাদৰ বাবে বহুতো শিৰোনামাই আগুৰি থাকে। বিভিন্ন জোখৰ আৰু ভিন্ন ধৰণৰ । কোনোবাটো আকৌ বক্সৰ ভিতৰত সোমাই থকা। পাঠকে এই ভিন্ন ধৰণৰ শিৰোনামা চায়েই সংবাদৰ ওপৰত গুৰুত্ব দিয়ে। কোনটো সংবাদ বেছি আকৰ্ষণীয়, কোনটো সংবাদ আৰম্ভণিতে পঢ়িব আদি বিভিন্ন ধৰণৰ চিন্তাধাৰাৰ মাজেৰে পাঠকে সংবাদপত্ৰ এখন হাতলৈ আনি সেইমতে পঢ়ি যায়। অৰ্থাৎ খবৰৰ গভীৰতালৈ যোৱাৰ আগতে এই শিৰোনামাবোৰ চাই লয়।

শিৰোনামা হৈছে---সংবাদ  জ্ঞাপনৰ মাধ্যম। ই হৈছে সংবাদৰ ভাবাৰ্থ, শিৰোনামা মানে হৈছে সংবাদৰ বিজ্ঞাপন। পাঠকৰ সমুখত এই বিভিন্ন খবৰৰ শিৰোনামা লৈ সংবাদপত্ৰ সাজু হৈ থাকে। পাঠকে এই সংবাদ গ্ৰহণ কৰাই হৈছে সংবাদৰ সফলতা। পাঠকে সংবাদপত্ৰ পঢ়াৰ বাবে আগ্ৰহী। কিন্তু কোনবোৰ বা কেনে ধৰণৰ সংবাদ থকা খবৰ পঢ়িব সেয়া হেডলাইনৰ আধাৰতে নিৰ্ণয় কৰিব।

প্ৰতিবেদন বা সংবাদ সম্পাদনাৰ শেষ অধ্যায় হৈছে---শিৰোনামা ৰচনা কৰা। গোটেই খবৰৰ সাৰাংশ হিচাপে কেইটামান শব্দ ঠিক কৰি তুলি ধৰাই হৈছে শিৰোনামা। ব্যস্ত পাঠকে গোটেই সংবাদপত্ৰৰ অনেক খবৰ পঢ়াৰ সময় নাথাকে বা সকলো খবৰ পঢ়াৰ বাবে আগ্ৰহীও নহয়। গতিকে শিৰোনামালৈ লক্ষ্য ৰাখি যিবোৰ খবৰ পঢ়িব বিচাৰে সেয়া পঢ়ি যায়। উপযুক্ত সংবাদ শিৰোনামাৰ ওপৰতেই সংবাদৰ গুৰুত্ব প্ৰকাশ পায়। এই শিৰোনামাই পাঠকৰ চকু টানি নিয়ে মূল সংবাদ জনাৰ আগ্ৰহৰ বাবে।

এই শিৰোনামা বা হেডলাইন স্থিৰ কৰাৰ কেইটামান কৌশল হৈছে– ১। সংবাদবাহী শব্দ ব্যৱহাৰ কৰিব লাগিব ২। শিৰোনামা গঠন কৰিব লাগিব সীমিত ঠাইত ইয়াক উপস্থাপন কৰিব পৰাকৈ ৩। শিৰোনামা তথ্যভিত্তিক হ'ব ৪। শিৰোনামা চুম্বকৰ দৰে আকৰ্ষণীয় ৫। শিৰোনামাই কেৱল সংবাদেই নহয়, ই এক তাৎক্ষণিক ইতিহাসক ধৰি ৰাখে।

সংবাদ সম্পাদকে উল্লিখিত কথাকেইটালৈ লক্ষ্য ৰাখি সংবাদ শিৰোনামা স্থিৰ কৰিব লাগে। ইয়াৰ লগতে কাৰিকৰী বৈশিষ্ট্য কিছুমানো জানি থ'ব লাগে। এই বৈশিষ্ট্যবোৰ হৈছে—১। শিৰোনামা বৰ্তমান কালৰ সূচকত লিখিব লাগে ২। ক্ৰিয়াপদৰ সক্ৰিয় উপস্থিতি থাকিব লাগে ৩। শিৰোনামাত কেৱল খবৰ থাকিব লাগে মন্তব্য নহয় ৪। শিৰোনামাত শালীনতাবোধ প্ৰকাশ পাব লাগে ৫। একেটা শব্দকে একাধিকবাৰ কেতিয়াও ব্যৱহাৰ কৰিব নালাগে ৬। শিৰোনামাৰ ভাষা হ'ব লাগে ইতিবাচক, নেতিবাচক নহয়।

**উপ-শিৰোনামা :** সাংবাদিকতাৰ পৰিৱৰ্তনৰ লগে লগে খবৰৰ শিৰোনামাৰো সলনি হৈছে। যেতিয়া মূল হেডলাইনত ঘটনাৰ পূৰ্ণতা প্ৰকাশ নাপায় বা সীমিত স্থানত প্ৰকাশ কৰা সম্ভৱ নহয় তেতিয়া মূল হেডলাইনৰ তলতে বা ওপৰত ঘটনাৰ অলপ উমঘাম দিব পৰাকৈ সৰু আখৰেৰে ইয়াৰ পূৰ্ণতা প্ৰকাশ কৰিব পৰা উপ-শিৰোনামা (Sub-heading) দিয়া হয়। ইয়েই উপ-শিৰোনামা। উপ-শিৰোনামা হ'ল শিৰোনামৰ পৰিপূৰক। শিৰোনামাই যি কয়, তাৰ সমৰ্থনত ই সহায়ক হিচাপে কাম কৰে। কোনো ঘটনাৰ বিষয়ে অধিক খবৰ থকাৰ কথা এই উপ-শিৰোনামাই জনাই দিয়ে। কম্পিউটাৰৰ ব্যৱহাৰৰ পাছত এই শিৰোনামা আৰু উপ-শিৰোনামা উপস্থাপনৰ ক্ষেত্ৰত বহুখিনি চকুত লগা পৰিৱৰ্তন ঘটিছে, যাৰ ফলত সংবাদপত্ৰৰ সংবাদ উপস্থাপনৰ কাৰুকাৰ্য চমকপ্ৰদ হৈছে। কাৰণ কম্পিউটাৰত এই কাম কৰাতো সহজসাধ্য আৰু সহজে ইয়াৰ সালসলনি কৰিব পাৰি।

বাতৰিকাকতৰ অংগসজ্জা বা Make-up অত সাধাৰণতে তিনিটা ধাৰাৰ প্ৰচলন দেখা যায়। সমতাসূচক (Balance), কেন্দ্ৰীভূত (Braced) আৰু ঘূৰ্ণায়মান (Circus)। সমতাসূচক অংগসজ্জাত বাতৰি, ছবি আদি প্ৰণালীবদ্ধভাৱে সজায়।

তদুপৰি বাতৰিৰ পৰিৱেশনগত সজ্জা বা আখৰৰ নিৰ্বাচনৰ ক্ষেত্ৰত একেআগী আৰু মিল এই ধাৰাটোত ৰক্ষা কৰা হয়।

কেন্দ্ৰীভূত সজ্জাত কাকতখনৰ এটা কোণৰপৰা আনটো কোণলৈ বাতৰিবিলাক ছটিওৱা হয়। বাতৰিৰ গুৰুত্ব অনুসৰি কাকতখনৰ তলৰ বাঁওকোণৰপৰা ওপৰৰ সোঁকোণলৈ একাদিক্ৰমে বাতৰিবিলাক সজোৱা হয়। এই ধাৰাত ওপৰৰ সোঁকোণত কাকতখনৰ সেই সংখ্যাটোৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বাতৰিটো পৰিৱেশন কৰা হয়। অৱশ্যে কিছুমান সম্পাদকে কাকতখনৰ মূল বাতৰিটো বাঁওকোণৰ ওপৰৰ ফালে পৰিৱেশন কৰে। তেখেতসকলে পঢ়ুৱৈৰ দৃষ্টি অভ্যাসবশতঃ বাঁওকোণৰপৰা সোঁকোণলৈ বিচৰণ কৰা সূত্ৰত বিশ্বাস কৰি এনে নীতি গ্ৰহণ কৰে।

ঘূৰ্ণায়মান অংগসজ্জা পদ্ধতিত কোনো ধৰা-বন্ধা নীতি অনুসৰণ কৰা নহয়। বাতৰি, বাতৰিৰ শিৰোনামা, ছবি আদি খেলিমেলিকৈ পৰিৱেশন কৰা এই পদ্ধতি ভীষণ গোলমলীয়া। পঢ়ুৱৈয়ে এইবিধ কাকতত প্ৰকাশিত গুৰুত্বপূৰ্ণ বাতৰিটো প্ৰথম সুযোগতে চকু ফুৰাওঁ বুলিলে সহজতে সেই বাতৰি বিচাৰি উলিওৱা কঠিন হৈ পৰে।

এই ত্ৰিধাৰাৰ উপৰিও সাম্প্ৰতিক কালত এটি নব্যধাৰাই প্ৰাধান্য লাভ কৰা দেখা যায়। ষ্ট্ৰীমলাইনিং (Streamlining) নামেৰে প্ৰচলিত এনে ধৰণৰ অংগসজ্জাই কেৱল প্ৰথম পৃষ্ঠাতে গুৰুত্ব নিদি প্ৰতিটো পৃষ্ঠাকে আটকধুনীয়াকৈ সজোৱাত সমানে গুৰুত্ব প্ৰদান কৰে। বাতৰিবিলাক পঢ়ুৱৈক আকৰ্ষণ কৰিব পৰাকৈ পৰিৱেশন কৰি আকৰ্ষণীয় আখৰৰ ব্যৱহাৰেৰে কাকতখনক এক অত্যাধুনিক ৰূপ দান দিয়াৰ উপৰিও এই ধাৰাই বাতৰিৰ প্ৰথম পেৰাগ্ৰাফৰ প্ৰথমটো বৰ্ণ বা শব্দত ডাঙৰ আখৰ ব্যৱহাৰৰ প্ৰচলনৰ নিয়ম প্ৰৱৰ্তন কৰে।

পূৰ্বতে আলোচনা কৰি অহাৰ দৰে প্ৰথম পৃষ্ঠাৰ অংগসজ্জা সদায়েই জটিল। বাতৰি নিৰ্বাচনৰ ক্ষেত্ৰতো নিৰ্বাচিত বাতৰিবিলাকৰ প্ৰয়োজনীয়তা, অগতানুগতিকতা, পঢ়ুৱৈৰ আগ্ৰহ আৰু পঠনযোগ্যতা বিশেষভাৱে লক্ষ্যণীয়। কিয়নো বাতৰিকাকতৰ ভিতৰৰ পৃষ্ঠাকেইটা সমাজখনত বাস কৰা জনসাধাৰণৰ জীৱন-চিত্ৰ বুলিও কোৱা হয়।

**ভিতৰৰ পৃষ্ঠাৰ অংগসজ্জা :** বাতৰিকাকত এখনৰ ভিতৰৰ পৃষ্ঠাকেইটা অকণো উলাই কৰিব পৰা বিধৰ নহয়। কিয়নো প্ৰথম পৃষ্ঠাত সম্পূৰ্ণ কৰিব নোৱৰা বাতৰিৰ অৱশিষ্টাংশ ভিতৰৰ অথবা শেষ পৃষ্ঠাত পৰিৱেশন কৰা হয়। তদুপৰি, সাধাৰণ বা-বাতৰি (যিবিলাকৰ গুৰুত্ব অঞ্চলভিত্তিক), প্ৰবন্ধ, সম্পাদকীয়, সম্পাদকলৈ চিঠি আদিৰ বাদেও বিভিন্ন নিয়মীয়া শিতানে এই পৃষ্ঠাবিলাকত স্থান পায়। এখন কাকতত প্ৰকাশ পোৱা শিশু, মহিলা, যুৱ, কৃষি, সাহিত্য-সংস্কৃতি, ক্ৰীড়া, ৰাশিফল আদি শিতানে বয়স আৰু ৰুচিৰ ভিন্নতা অনুসৰি পঢ়ুৱৈক মানসিক ক্ষুধা নিবৃত্তিত সহায় কৰে।

প্ৰথম পৃষ্ঠাত স্থান পাবলগীয়া কোনো প্ৰতিবেদন বা ঘটনা-প্ৰৱাহৰ বিশ্লেষণ শেষ

মুহূৰ্তত কেতিয়াবা স্থানাভাৱৰ বাবে ভিতৰৰ কোনো এটা পৃষ্ঠাত প্ৰকাশ কৰিবলগীয়া অৱস্থাৰো উদ্ভৱ নোহোৱা নহয়। তেনে ক্ষেত্ৰত অথবা কাকতখনৰ সাধাৰণ নিয়ম হিচাপে প্ৰথম পৃষ্ঠাৰ কোনো চকুত পৰা স্থানত উল্লেখযোগ্য লিখাসমূহৰ উল্লেখ কৰা হয়।

**বিজ্ঞাপনৰ স্থান :** বাতৰিকাকতৰ বিভিন্ন পৃষ্ঠাত বিজ্ঞাপনৰ কাৰণে এক আছুতীয়া স্থান ৰক্ষিত হৈ আহিছে। অৱশ্যে সম্পাদকীয় পৃষ্ঠা ইয়াৰ ব্যতিক্ৰম। উক্ত পৃষ্ঠাত সাধাৰণতে কোনো ধৰণৰ বিজ্ঞাপন প্ৰকাশ কৰা নহয়। এখন বাতৰিকাকত সুস্থ-সবল ৰূপত প্ৰকাশ পাই থাকিবৰ বাবে বিজ্ঞাপন অপৰিহাৰ্য। লাগিলে সেয়া কাৰোবাৰ ব্যক্তিগত বিজ্ঞাপনেই হওক বা ব্যাৱসায়িকেই হওক বা চৰকাৰীয়ে হওক। কাৰণ, সাধাৰণতে বাতৰিকাকত এখনৰ সৰ্বমুঠ আয়ৰ দুই-তৃতীয়াংশ বিজ্ঞাপনৰ শিতানৰপৰা আহে। সেয়েহে দিনটোৰ সংগৃহীত বিজ্ঞাপন ইয়াৰ বাবে আছুতীয়াকৈ ৰখা স্থানত নুজুৰিলে কেতিয়াবা শেষ মুহূৰ্তত কম গুৰুত্বপূৰ্ণ বাতৰি আঁতৰাই থৈও বিজ্ঞাপন প্ৰকাশৰ দিহা কৰে। অৱশ্যে বিজ্ঞাপনৰ বাবে সংৰক্ষিত স্থানতকৈ সংগৃহীত বিজ্ঞাপনৰ সংখ্যা তাকৰ হ'লে সেই স্থানত 'ফিলাৰ' (Filler) হিচাপে সাজু কৰি থোৱা বাতৰিয়ে স্থান পায়।

**অলংকৰণৰ কথা:** বাতৰিকাকতৰ অংগসজ্জাৰ এক প্ৰাসংগিক ৰূপ ইয়াৰ অলংকৰণ। এগৰাকী শিল্প-নিৰ্দেশকৰ তত্ত্বাৱধানত এখন কাকতৰ অলংকৰণ সম্পন্ন হয়। যিহেতু অংগসজ্জা আৰু অলংকৰণ এটা আনটোৰ পৰিপূৰক, সেয়েহে দায়িত্বত থকা সংশ্লিষ্ট দুয়োগৰাকী ব্যক্তিৰ ৰুচি আৰু নান্দনিক দৃষ্টিৰ সমন্বিত প্ৰচেষ্টাত এখন বাতৰিকাকতে দৃষ্টিনন্দন ৰূপ পৰিগ্ৰহ কৰিব পাৰে। শিল্প-নিৰ্দেশকৰ সৃজনীশীল সৃষ্টিকৰ্ম কাকতখনত প্ৰতিফলিত হয়। বিশেষকৈ শনিবৰীয়া বা দেওবৰীয়া সংখ্যা কাকতৰ সৈতে প্ৰকাশ পোৱা বিনোদনধৰ্মী পৰিপূৰিকাত বা আন বিশেষ উপলক্ষত প্ৰকাশ পোৱা পৰিপূৰিকাবিলাকত অলংকৰণে কাকতখনিক এক বিশিষ্ট ৰূপ প্ৰদান কৰে। আলোকচিত্ৰ, ৰেখাচিত্ৰ, কাৰ্টুন, বিভিন্ন জোখৰ আৰু বিভিন্ন আকাৰৰ আখৰৰ প্ৰয়োগেৰে পৃষ্ঠাবিলাকৰ ৰূপবৰ্ধন কৰা হয়। অংগসজ্জাৰ লগে লগে অলংকৰণক সেইবাবেই এখন কাকতৰ শোভা বুলিব পাৰি।

সাম্প্ৰতিক কালত পঢ়ুৱৈৰ ৰুচি আৰু সামাজিক সচেতনতা বোধে বাতৰিকাকতৰ এই বিভাগটোৰ দায়িত্ব বৃদ্ধি কৰিছে।

**❑ পৱন বুঢ়াগোহাঞি**

## বাতৰিকাকতৰ সম্পাদক আৰু সম্পাদকীয়

বাতৰিকাকতে আধুনিক ৰূপ ধাৰণ কৰাৰ আগৰেপৰাই সম্পাদকীয়ই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। প্ৰথম অৱস্থাত এজন বা মুষ্টিমেয় কেইগৰাকীমানে যেতিয়া বাতৰিকাকত প্ৰকাশ কৰিবলৈ লৈছিল তেতিয়া তেওঁলোকে আনৰ বাতৰি

যোগান ধৰাৰ তুলনাত নিজৰ বক্তব্য বা দৃষ্টিভংগী দাঙি ধৰাৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰিছিল। ঊনৈছ শতিকাৰ শেহভাগৰপৰা বাতৰিকাকতসমূহত একোটা নিৰ্দিষ্ট পৃষ্ঠাত কাকতৰ নিজা দৃষ্টিভংগী আৰু মতামতখিনি প্ৰকাশ কৰিবলৈ লোৱা হয়। আজিকালি সৰু ডাঙৰ প্ৰায়বোৰ কাকতেই সাধাৰণতে বাঁওফালে থকা যোগসংখ্যক পৃষ্ঠা এটাত কাকতৰ নিজস্ব অভিমত হিচাপে এটা বা অতি বেছি তিনিটা সম্পাদকীয় প্ৰকাশ কৰে। কুৰি শতিকাৰ মাজভাগলৈকে আমাৰ দেশত বাতৰিকাকতসমূহৰ সম্পাদকীয় একোটাই সাধাৰণতে দুটা কলম সম্পূৰ্ণৰূপে দখল কৰিছিল। কিন্তু আজিকালি দীঘলীয়া একক সম্পাদকীয় লাহে লাহে অপ্ৰচলিত হৈ পৰিছে। কিছুমান কাকতে আধা কলম বা তাতকৈ অলপ বেছি ঠাই জোৰা একক সম্পাদকীয় প্ৰকাশ কৰে। সৰহসংখ্যকে অৱশ্যে দুটা আৰু অনেকেই তিনিটা সম্পাদকীয় প্ৰকাশ কৰে। প্ৰথম পৃষ্ঠাৰপৰা শেষ পৃষ্ঠা পৰ্যন্ত আন্তৰ্জাতিক বা ৰাষ্ট্ৰীয় বাতৰি প্ৰতিষ্ঠান, নিজা সংবাদদাতা অথবা আন যিকোনো চৰকাৰী আৰু বেচৰকাৰী সূত্ৰৰপৰা পোৱা যিবোৰ বাতৰি বিভিন্ন পৃষ্ঠাত প্ৰকাশ কৰা হয় সেইবোৰত বাতৰিকাকতখনৰ নিজস্ব মতামত প্ৰকাশ নহয়, অৱশ্যে বাতৰি বাছনি আৰু তাৰ উপস্থাপনৰপৰাই বাতৰিৰ লগত কাকতখনৰ অঘোষিত সম্পৰ্কৰ কথা যিকোনো সচেতন পাঠকে উমান পাব পাৰে। তথাপি যিহেতু বাতৰিকাকতবোৰ বাতৰি পৰীক্ষণৰ ক্ষেত্ৰত সম্পূৰ্ণ নিৰপেক্ষ হ'বলগীয়া কথাটো আজিকালি সকলোৱে মানি চলিবলৈ লৈছে সেয়েহে বাতৰি পৰিৱেশন কৰোঁতে কাকতৰ ফালৰ কোনো মন্তব্যেৰে তাক একপক্ষীয় কৰি তোলা নহয়। অৱশ্যে আমাৰ দেশত কি মফচল সংবাদদাতা বা কি ষ্টাফৰিপ'টাৰ সকলোৱে বাতৰি যোগান ধৰাৰ লগতে তাক বিশ্লেষণ কৰি একে সময়তে অভিমতো দিয়ে। দৰাচলতে বাতৰি বুলিলে বাতৰিহে হ'ব লাগে। বাতৰি বিশ্লেষণ আৰু তাৰ ওপৰত চোকা বা মিঠা মন্তব্য প্ৰদান কৰিবৰ বাবে সুকীয়া স্তম্ভ ব্যৱহাৰ কৰিব পাৰি। কিন্তু সম্পাদকীয় পৃষ্ঠাৰ ক্ষেত্ৰত সম্পাদকগৰাকীৰেইহে অভিমত আৰু দৃষ্টিভংগী প্ৰকাশ পাব লাগে। এই পৃষ্ঠাত কাকতৰ দৃষ্টিভংগীৰ লগত একেবাৰে নিমিলা প্ৰবন্ধ প্ৰকাশ কৰিব পাৰি। সেইদৰে চিঠিসমূহ সম্পূৰ্ণৰূপে মুকলি থকা উচিত। অৱশ্যে অনেক কাকতেই নিজৰ চিন্তা আৰু দৃষ্টিভংগীৰ বিৰোধিতা কৰা চিঠি বৰকৈ ছপা নকৰে। এখন সাহসী আৰু সৎ কাকতে নিজৰ বিৰুদ্ধে অহা চোকা সমালোচনামূলক কথাখিনিও হুবহু প্ৰকাশ কৰা উচিত।

সম্পাদকীয়ই হ'ল সম্পাদকগৰাকীৰ সাৰ্বভৌমত্বৰ একমাত্ৰ প্ৰতীক বা অস্ত্ৰ। সম্পাদকীয়ৰ মৰ্যাদা কাকতখনৰ যিকোনো পৃষ্ঠাত প্ৰকাশ পোৱা আন যিকোনো বাতৰি, প্ৰবন্ধ বা বিশেষ বিশ্লেষণাত্মক নিবন্ধৰ তুলনাত অধিক গুৰুত্বপূৰ্ণ। যিহেতু এখন কাকতত দিনে গড় হিচাপে ৯০ৰপৰা ১৪০টা সৰু-বৰ বাতৰি প্ৰকাশ পায়। সেইবাবে সকলো বাতৰি, ঘটনা বা সমস্যাৰ ওপৰত কাকতখনে নিজা মতামত সম্পাদকীয়ৰ যোগে

প্ৰকাশ কৰাটো সম্ভৱপৰ নহয়। সেয়েহে যিটো বিষয় সেই দিনটোৰ বাবে আটাইতকৈ গুৰুত্বপূৰ্ণ বুলি ভবা হয়। তাৰ ওপৰতেই সম্পাদকগৰাকীয়ে নিজৰ মন্তব্য দাঙি ধৰে। আদৰ্শ সম্পাদক হ'ল অতি পৰিশ্ৰমী পাঠক, অনুসন্ধানকাৰী আৰু ব্যাখ্যাকাৰক। পৃথিৱীত সৰহখিনি কামেই পালমৰা ধৰণেৰে সম্পাদন কৰিও মানুহে খাই বৈ থাকিব পাৰে। কিন্তু পালমৰা সম্পাদকীয়ৰে কোনো বাতৰিকাকতেই দীৰ্ঘজীৱন লাভ কৰিব নোৱাৰে। এখন বাতৰিকাকত জনমতৰ পৰিচালক তথা সমাজৰ পথপ্ৰদৰ্শক হিচাপে প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা স্তম্ভটো হ'ল সম্পাদকীয়টো। বিশ্ব, মাতৃভূমি অথবা একোটা অঞ্চলৰ যিকোনো বিষয় বা সমস্যাৰ সম্পৰ্কত তপতে তপতে সুচিন্তিত অভিমত প্ৰকাশ কৰি জনসাধাৰণক অৱগত, বিজ্ঞ আৰু কৰ্মতৎপৰ কৰি তোলাটোৱেই হ'ল সম্পাদকীয়ৰ মূল লক্ষ্য। বাতৰিকাকতে যিহেতু বাতৰি বা তথ্য পৰিৱেশনৰ জৰিয়তে জনসাধাৰণক সাধাৰণভাৱে অৱগত কৰাৰ উপৰি বৃহৎসংখ্যক লোকক সিদ্ধান্ত গ্ৰহণৰ বাবে সম্পূৰ্ণৰূপে সাজু কৰি তুলিব লাগে। সেয়েহে সেই দায়িত্ব ঘাইকৈ পালন কৰিবলগীয়া হয় সম্পাদকীয়ৰ মাধ্যমেৰেই। একোটা সম্পাদকীয়ৰ অভিমতৰ ওপৰত ভাৰষা ৰাখিয়েই আজিকালি বুজনসংখ্যক মানুহে নিজৰ ভোট প্ৰদান কৰিবলৈ যায়। সেইদৰে সমসাময়িক যিকোনো আন্তৰ্জাতিক বা ৰাষ্ট্ৰীয় সমস্যাৰ সম্পৰ্কতো বাতৰিকাকত সম্পাদকীয়ই জমসাধাৰণক নিজৰ দৃষ্টিভংগী গ্ৰহণ কৰাত সহায় কৰে। একোখন বাতৰিকাকত আজিকালি একোখনি বিশ্ববিদ্যালয় বা বিশ্বকোষৰ লগত ৰিজোৱা হয়। এখন বিশ্ববিদ্যালয়ত ভূগোল আৰু পদাৰ্থ বিজ্ঞানৰপৰা সাহিত্য আৰু দৰ্শনলৈকে অথবা আন্তৰ্জাতিক বাণিজ্য বা প্ৰযুক্তিকৌশল আৰু জ্যোতিৰ্বিদ্যালৈকে সকলো বিষয়ৰ ওপৰত চিন্তা-চৰ্চা কৰা হয় আৰু প্ৰশিক্ষণ দিয়া হয়। আনহাতে, এখন বিশ্বকোষত থকাৰ দৰে এখন বাতৰিকাকতৰ সন্নিৱিষ্ট সংকলনসমূহতো বিশ্বৰ সকলো ধৰণৰ তথ্য আৰু সকলো বিষয়ৰ বৰ্ণনা প্ৰকাশ পায়। যিহেতু এই গোটেই কামখিনি সম্পাদকগৰাকীৰ নিৰ্দেশনাতেই জনসাধাৰণৰ স্বাৰ্থতেই সম্পাদন কৰা হয় সেইবাবে সম্পাদকগৰাকীয়ে অশেষ প্ৰৱিশ্ৰম কৰি হ'লেও পৃথিৱীৰ সকলো কথাৰ ওপৰত চকু ৰাখি সকলো বিষয়তে সম্পূৰ্ণ বিশেষজ্ঞৰ জ্ঞান লাভ কৰিব নোৱাৰিলেও এগৰাকী অসাধাৰণ বৌদ্ধিক ক্ষমতাসম্পন্ন ব্যক্তিৰ দৰে সকলো বিষয়ৰ ওপৰত সুবিজ্ঞ মতামত দিব পাৰিব লাগিব। যিহেতু বিশ্বৰ সকলো সমস্যাৰ ওপৰত সম্পাদকীয় মতামত সোনকালে দিবলগীয়া হয়। সেয়েহে সম্পাদকৰ বাবে হাততে পোৱাকৈ এক সুবৃহৎ গ্ৰন্থাগাৰ বা লাইব্ৰেৰিৰ প্ৰয়োজন। আজিকালি অৱশ্যে উন্নত টেলি কমিউনিকেছনৰ যুগত কম্পিউটাৰৰ বুতাম টিপিয়েই যিকোনো বিষয়ৰ মূল তথ্যখিনি সংগ্ৰহ কৰিব পাৰি। বাতৰি প্ৰতিষ্ঠানে যোগান ধৰা বাতৰিৰপৰাও তথ্য সংগ্ৰহ কৰি সম্পাদকে নিজৰ অভিমতখিনি পুৰণি reference ৰে উপস্থাপন কৰিব পাৰে। কিন্তু যিকোনো বিষয়ৰ ওপৰত সুচিন্তিত মতামত প্ৰকাশৰ বাবে সম্পাদকজন

প্ৰথমতেই হ'ব লাগিব বহু বিষয়ৰ লগত সুপৰিচিত। বিশ্বৰ ইতিহাস, সাহিত্য আৰু দৰ্শন সম্পৰ্কে আনৰ তুলনাত ভালেখিনি বেছি জনাৰ উপৰিও সম্পাদকগৰাকীৰ ভাষাৰ ওপৰতো সম্পূৰ্ণ দখল থাকিব লাগিব। বাতৰিকাকতখনক ভাষা আৰু বানানৰ ক্ষেত্ৰত এক বিশেষ মৰ্যাদা প্ৰদান কৰিবৰ বাবে সম্পাদকগৰাকী নিজে সেই ভাষাটোৰ লগত সুপৰিচিত হ'ব লাগিব। একোখন বাতৰিকাকতে এক বুজনসংখ্যক লোকক যেনেকৈ বৌদ্ধিকভাৱে প্ৰভাৱান্বিত কৰে সেইদৰে ভাষাৰ তথা বানানৰ ক্ষেত্ৰতো পাঠকসকল প্ৰভাৱান্বিত হয়। বহুসংখ্যক লোকৰ প্ৰকাশভংগী আৰু বানানো নিজে ভালপোৱা বাতৰিকাকতখনৰ দৰেই হয়। আমাৰ দেশৰ ইংৰাজী পঢ়া মানুহখিনিৰ ইংৰাজীখিনিও তেওঁলোকে ভাল বুলি ভবা বাতৰিকাকতখনৰ দৰেই হয়।

সম্পাদকসকলে এখন বিদ্যালয়ৰ বিষয় শিক্ষকৰ দৰে সমাজত কাম কৰিব লাগে। গোটেই সমাজখনকে বিদ্যালয়ক এটা শ্ৰেণী হিচাপে লৈ সম্পাদকগৰাকীয়ে প্ৰথম পৃষ্ঠাৰপৰা শেষ পৃষ্ঠালৈকে তেওঁৰ ব্যক্তিত্বৰ প্ৰভাৱ পেলোৱাৰ লগতে সম্পাদকীয়ৰ জৰিয়তে নিজৰ উপদেশ আৰু নিৰ্দেশখিনি জনাই দিব লাগে। এইখিনি কাম কৰাৰ কাৰণেই দৈনন্দিন সাধাৰণ কামত ব্যস্ত পাঠকসকলে সম্পাদকৰ মন্তব্যৰ ওপৰতে সম্পূৰ্ণ ভৰষা ৰাখি নিজ মন্তব্য আৰু দৃষ্টিভংগীৰ ৰূপ দিয়ে। অৰ্থাৎ এগৰাকী সম্পাদকে যিটো ৰাজনৈতিক দলৰ কাৰ্যসূচী সমৰ্থন কৰে সেই কাৰ্যসূচীকেই সমাজৰ মুখিয়াল শ্ৰেণীৰ লোকৰ এক বুজনসংখ্যকে শুদ্ধ বুলি গ্ৰহণ কৰে। যিহেতু সমাজৰ সৰহখিনি লোকেই এখন বাতৰিকাকতক বিশেষ সন্মানৰ চকুৰে চায়, সেয়েহে সেই সন্মানৰ যোগ্যতা ৰক্ষাৰ বাবেই সম্পাদকগৰাকীয়ে বিশেষ যত্ন কৰিবলগীয়া হয়। কাকতখনত সাধাৰণতে এগৰাকী সম্পাদকেই চালিকা শক্তি হিচাপে কাৰ্য সম্পাদন কৰে। কিন্তু কোনো কোনো কাকতত মূল সম্পাদকগৰাকীৰ উপৰিও মুখ্য-সম্পাদক, কাৰ্যবাহী-সম্পাদক আৰু আৱাসিক-সম্পাদক আদি থাকে। আনহাতেদি সৰহখিনি বাতৰিকাকতেই আজিকালি বাহিৰৰ মানুহেও সম্পাদকীয় লিখে। একাধিক ব্যক্তিৰদ্বাৰা সম্পাদকীয় নিবন্ধ লিখিব লগা হোৱাৰ কাৰণেই বহু সময়ত সেই বাতৰিকাকতৰ কথাৰ সুৰ আৰু দৃষ্টিভংগী কিছু বেলেগ হোৱা দেখা যায়। অৱশ্যে সাধাৰণ পাঠকেই এই ভিতৰুৱা কাৰবাৰবোৰৰ কথা ভু নাৰাখে আৰু তেওঁলোকে সম্পাদকীয়বোৰৰ ভাষা বিশেষ গুৰুত্ব অথবা দৃষ্টিভংগীৰ ক্ষেত্ৰত কিছু সালসলনি থাকিলেও তাক ধৰিব নোৱাৰে। আধুনিক যুগত কি গণতান্ত্ৰিত কি ডিক্টেটৰ পৰিচালিত সকলো দেশতেই জনসাধাৰণৰ বিৱেকক প্ৰহৰী হিচাপে বাতৰিকাকতেই যিহেতু দায়িত্ব পালন কৰিবলগীয়া হয়, সেয়েহে সম্পাদকজনে গোটেই কাকতখনৰ সুকীয়া চৰিত্ৰৰ ৰূপ দিয়াৰ বিশেষ দায়িত্ব গ্ৰহণ কৰিবলগীয়া হয়। সমাজৰ দুৰ্নিতি আৰু সকলো ধৰণৰ অপ-সংস্কৃতিৰপৰা মুক্ত কৰি ৰখাৰ ক্ষেত্ৰত বাতৰিকাকতসমূহে যিহেতু এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলগীয়া হয়। সেয়েহে যিকোনো প্ৰলোভনৰপৰা নিজকে মুক্ত ৰাখি সম্পাদকজনে

কাকতখনৰ লগত জড়িত সকলো ব্যক্তিকেই উদ্বুদ্ধ আৰু অনুপ্ৰাণিত কৰি এক নিৰ্দিষ্ট আৰু স্বচ্ছ ব্যাৱহাৰিক নীতি (Code of Conduct) মানি চলাৰ ব্যৱস্থা কৰিব লাগিব। সকলো ক্ষেত্ৰতেই কিছুসংখ্যক বেয়া থকাটো স্বাভাৱিক। কিন্তু বাতৰিকাকতৰ সামগ্ৰিক সত্তা হ'ল নিৰ্ভীক, নিৰপেক্ষ, সত্যনিষ্ঠ আৰু বিশ্ব কল্যাণকামী। সেয়েহে বাতৰিকাকতৰ মূল ব্যক্তিজন এই আদৰ্শসমূহৰ উজ্জ্বল প্ৰতীক হ'ব লাগিব। যিহেতু সকলো বাতৰিকাকতৰে একোটা নিজস্ব ব্যক্তিত্ব আছে আৰু ব্যক্তিত্বৰ উন্মেষ, বিকাশ আৰু সংৰক্ষণ ঘটে কেৱল সম্পাদকগৰাকীৰ অধ্যয়ন, অনুসন্ধান, কষ্ট-সহিষ্ণুতা, উদাৰতা আৰু সাহসিকতাৰ ওপৰতেই, সেয়েহে বৰ্তমান কালৰ স্বাৰ্থৰ কথাতেই নিজৰ কৰ্তব্য সীমাবদ্ধ নাৰাখি এগৰাকী দূৰদৰ্শী সম্পাদকে ভৱিষ্যত সমাজখনৰ কল্যাণৰ প্ৰতিও দায়বদ্ধ হ'বলগীয়া হয়। আজিকালি ৰাজনীতি প্ৰধান সমাজ ব্যৱস্থাত বাতৰিকাকতসমূহৰ পৃষ্ঠাবোৰ ৰাজনীতি সম্পৰ্কীয় বাতৰি আৰু প্ৰবন্ধপাতিৰে ভৰপূৰ যদিও সম্পাদকগৰাকীৰ কৰ্তব্যৰ পৰিসৰ বহু সম্প্ৰসাৰিত। সম্পাদকে পাঠকসকলৰ মাজত উন্নত ৰুচিবোধৰ সৃষ্টি কৰি তেওঁলোকক একো একোজন দায়িত্বশীল নাগৰিক আৰু আদৰ্শ ব্যক্তিত পৰিণত হোৱাত বিশেষ ভূমিকা গ্ৰহণ কৰে। ৰাজনীতিৰ ঊৰ্দ্ধত বা বাহিৰত যিবোৰ কথাই সমাজক বিভিন্ন ধৰণেৰে প্ৰভাৱান্বিত কৰে সেইবোৰৰ প্ৰতি লক্ষ্য ৰাখি দ্বায়িত্বশীল সম্পাদকে পথ-প্ৰদৰ্শকৰ দৰে জনসাধাৰণৰ সমুখত উচিত সিদ্ধান্তৰ সহায়ক হিচাপে কাকতখনৰ দৃষ্টিভংগী দাঙি ধৰে। প্ৰচলিত সোঁতৰ বিপৰীতে সাহসেৰে নিজস্ব স্বাধীন মতামত দাঙি ধৰি গঠনমূলক দৃষ্টিভংগীৰ সম্পাদকে সংৰক্ষণশীল সমাজখনক উদাৰ আৰু অলসতাৰদ্বাৰা আক্ৰান্ত সাধাৰণ লোকক গতিশীল কৰি তোলাৰ ক্ষেত্ৰত যি বৰঙণি আগ বঢ়াই সেয়ে বাতৰিকাকতখন তথা সমগ্ৰ সংবাদপত্ৰক প্ৰদান কৰে এক অনবদ্য বৈশিষ্ট্য। যোৱা তিনিশ বছৰ ধৰি বাতৰিকাকতে সামাজিক পৰিৱৰ্তন অথবা শান্তিৰ বাবে যি অৱদান আগ বঢ়াই আহিছে সেয়ে ইয়াক গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভৰ মৰ্যাদা প্ৰদান কৰিছে। সন্দেহ নাই যে এনে মৰ্যাদা অক্ষুণ্ণ ৰখাৰ ক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা ব্যক্তিগৰাকী হ'ল সম্পাদকজন। বৰ্তমান যুগত ধৰ্মসমূহৰ প্ৰাচীন সংৰক্ষণশীল বান্ধোন যেনেকৈ শিথিল হৈ গৈছে সেইদৰে ৰাষ্ট্ৰীয় সাৰ্বভৌমত্বৰ নামত অকলশৰীয়া স্বতন্ত্ৰ্য ৰক্ষাৰ মানসিকতাও দেশসমূহে লাহে লাহে এৰিবলৈ ধৰিছে। ধৰ্মৰ নামত চলা প্ৰাচীন নীচতা আৰু স্বাৰ্থপৰতাৰ ঊৰ্দ্ধত এখন উদাৰ আৰু সহনশীল সমাজ গঢ়ি তোলাৰ ক্ষেত্ৰত আটাইতকৈ শক্তিশালী ভূমিকা বহন কৰিবলগীয়া হৈছে সম্পাদকসকলে। আনহাতে অ-প্ৰাসংগ্ৰিক হৈ পৰা ৰাজনৈতিক মতাদৰ্শৰ সংকীৰ্ণ প্ৰাচীৰ ভাঙি মানৱ সমাজক নতুন যুগৰ কৰ্ম-দক্ষতা আৰু উদাৰতাৰে উদ্বুদ্ধ কৰাৰ ক্ষেত্ৰতো প্ৰধান ভূমিকা গ্ৰহণ কৰিবলগীয়া হৈছে সম্পাদকসকলে। সম্পাদকৰ দায়িত্ব কেৱল আজিৰ সমাজৰ বাবেই নহয়, ভাবী সমাজখনৰ বাবেহে সেই দায়িত্ব বেছি। সেই দায়িত্ব কেৱল ক্ষুদ্ৰ সমাজ

বা এখন দেশৰ ক্ষেত্ৰতে সীমাবদ্ধ নহয়, সেই দায়িত্ব দ্ৰুতগতিত সম্প্ৰসাৰিত হ'ব ধৰিছে সমগ্ৰ বিশ্বৰ কল্যাণ সাধনৰ বাবে। চাঞ্চল্য সৃষ্টিকাৰী সাংবাদিকতাৰ যুগত নীতিনিষ্ঠ আৰু দায়িত্বশীল সম্পাদকসকলে সস্তীয়া জনপ্ৰিয়তা আওকাণ কৰি এচাম ৰুচিসম্পন্ন আৰু জ্ঞানপিপাসু পঢ়ুৱৈ গঢ়ি তোলাটোকেই আটাইতকৈ পৱিত্ৰ কৰ্তব্য বুলি ভবা উচিত।

**❑ ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী**

## সংবাদপত্ৰত স্তম্ভৰ গুৰুত্ব

আধুনিক যুগত চিন্তাশীল পাঠকৰ বাবে সংবাদপত্ৰৰ স্তম্ভ বা কলম অতি জনপ্ৰিয় বিষয়। প্ৰধানকৈ সম্পাদকীয় পৃষ্ঠাত প্ৰকাশিত কলম বা স্তম্ভসমূহ গুৰুত্বপূৰ্ণ বুলি বিৱেচিত হয়। ইয়াৰ বাহিৰেও সংবাদপত্ৰৰ বেলেগ পৃষ্ঠাতো বিভিন্ন ধৰণৰ স্তম্ভ প্ৰকাশ পায়। সংবাদৰ বিষয়-বস্তুৰ পটভূমিতেই স্তম্ভ ৰচনা কৰা হয়। ইয়াত সংবাদে মুখ্য বিষয় হিচাপে ঠাই নাপায় যদিও কোনো এক সংবাদ বা ঘটনাৰ ওপৰত মতামত বা ব্যাখ্যা কৰাই হৈছে স্তম্ভৰ মুখ্য বিষয়। সংবাদ হ'ল News। স্তম্ভ হ'ল Views। পাঠকে সংবাদৰ লগে লগে সংবাদভিত্তিক মতামতো জানিবলৈ বিচাৰে, তেওঁৰ নিজস্ব মতামত গঢ়ি তোলাত এনে ৰচনাই সহায় কৰে।

**সংজ্ঞা :** স্তম্ভ হ'ল উপ-সম্পাদকীয় প্ৰতিবেদন—যি নিয়মিতভাৱে লেখকৰ নাম কোনো সংবাদপত্ৰত প্ৰকাশিত হয়। ইয়াৰ যোগেদি পাঠকে সংবাদ গম পায়, উৎসাহ পায়, উত্তেজিত হয়, আনন্দিত হয় বা প্ৰতাৰিত হয়। এই ৰচনাবোৰৰ লগত সম্পাদকীয় মতামতৰ মিল থাকিব পাৰে, নাথাকিবও পাৰে। কাৰণ এই ৰচনাবোৰে জনমত গঠনত লেখকৰ নিতান্তই ব্যক্তিগত অভিমত হিচাপে প্ৰতিষ্ঠিত।

## স্তম্ভৰ শ্ৰেণীবিভাগ

সাধাৰণতে দহ প্ৰকাৰৰ স্তম্ভ সংবাদপত্ৰত প্ৰকাশিত হৈ থাকে। সেয়া হৈছে ১। স্বাক্ষৰিত সম্পাদকীয় স্তম্ভ ২। সাধাৰণ প্ৰচলিত স্তম্ভ ৩। সানমিহলি স্তম্ভ ৪। গল্প-গুজবৰ স্তম্ভ ৫। প্ৰাবন্ধিক স্তম্ভ ৬। নেপথ্য সংবাদৰ স্তম্ভ ৭। প্ৰশ্নোত্তৰ স্তম্ভ ৮। কেন্দ্ৰীয় স্তম্ভ ৯। ক্ৰীড়া বিষয়ক স্তম্ভ আৰু ১০। হাস্যৰসযুক্ত স্তম্ভ।

**১। স্বাক্ষৰিত সম্পাদকীয় স্তম্ভ :** এই স্তম্ভ সাধাৰণতে পাণ্ডিত্যপূৰ্ণ ৰচনা আৰু ইয়াত লেখকৰ ব্যক্তিগত উচ্চ চিন্তাধাৰা, পাণ্ডিত্যৰ চাপ, দূৰদৰ্শিতা প্ৰকাশ পায়। নিৰ্ভৰযোগ্য যুক্তিৰ ভেটিত প্ৰতিষ্ঠিত লেখকৰ ৰচনাই পাঠকক বিশেষভাৱে প্ৰভাৱ বিস্তাৰ আৰু আকৰ্ষিত কৰে। নিৰ্দিষ্ট কোনো বিষয়ৰ ভৱিষ্যত কি, ইয়াৰ ফলাফল কেনে হ'ব পাৰে আদি দিশসমূহ, এই ধৰণৰ স্তম্ভ লেখনীত প্ৰকাশ পায়। পাঠকেও এনে স্তম্ভৰ যোগেদি গুৰুত্বপূৰ্ণ বিষয়ৰ ক্ষেত্ৰত নিজৰ মতামত স্থিৰ কৰাত সুবিধা পায়।

২। **সাধাৰণ প্ৰচলিত স্তম্ভ :** কম গুৰুত্বপূৰ্ণ কোনো বিষয়ক লৈ লেখা স্তম্ভৰ সাধাৰণ প্ৰচলিত স্তম্ভ বুলি কোৱা হয়। সাধাৰণতে অতি সমসাময়িক ঘটনাক জড়িত কৰি এই স্তম্ভ লেখা হয়। ভাষাৰ স্বাচ্ছন্দ্য, প্ৰয়োজনত ৰসিকতা আৰু যুক্তিসন্মত দৃষ্টিভংগীৰে লেখকে এই স্তম্ভৰ যোগেদি পাঠকৰ সৈতে মিলি যোৱাৰ চেষ্টা কৰে।

৩। **সানমিহলি স্তম্ভ :** বৈচিত্ৰ্যতাই হৈছে এই স্তম্ভৰ গুৰুত্ব। নিৰ্দিষ্ট কোনো বিষয়ক লৈ পাঠকৰ জ্ঞাত বা অজ্ঞাত বিভিন্ন বিষয়ৰ যোগেদি এই স্তম্ভ ৰচিত হয়। এই স্তম্ভৰ জনপ্ৰিয়তা লেখকৰ ৰচনাশৈলীৰ ওপৰতে নিৰ্ভৰ কৰে। কাৰণ বিষয়বোৰ যিহেতু ৰাজনৈতিক বা সমসাময়িক ঘটনাৰ পটভূমিত ৰচিত নহয়, সেয়ে পাঠকে এই ধৰণৰ স্তম্ভৰ প্ৰতি আগ্ৰহী নহয়। পাঠকৰ আকৰ্ষণৰ বাবে এই স্তম্ভৰ ৰচনাশৈলীত গুৰুত্ব দিবলগীয়া হয়।

৪। **প্ৰাবন্ধিক স্তম্ভ :** প্ৰবন্ধজাতীয় ৰচনাই হৈছে প্ৰাবন্ধিক স্তম্ভ। স্বাক্ষৰিত সম্পাদকীয় স্তম্ভৰ দৰে এই লেখাবোৰ কেতিয়াও উপদেশমূলক বা নিৰস নহয়। পাঠকৰ বিশেষ আগ্ৰহ থকা কিছুমান বিষয়ক লৈয়েই এই স্তম্ভ লেখা হয়। আনহাতে যিবিলাক বিষয়ত পাঠক একেবাৰে অজ্ঞ হৈ থাকে তেনেবিলাক বিষয়েও ইয়াত ঠাই পায়।

৫। **গল্প-গুজবৰ স্তম্ভ :** ঠিক গল্প নহয় যদিও ইয়াত গল্পৰ দৰেই লেখা হয়। দেশ, সময়, স্থানক লৈয়েই মূলতঃ অভিজ্ঞতাৰ ভিত্তিত লেখা স্তম্ভবোৰে পাঠকক যথেষ্ট আকৰ্ষণ কৰে।

৬। **নেপথ্য সংবাদৰ স্তম্ভ :** কোনো সংবাদৰ নেপথ্যত ঘটা সংবাদক লৈয়েই এই স্তম্ভ লেখা হয়। যিহেতু সংবাদবোৰ পাঠকৰ বাবে সু-পৰিচিত, সেয়ে সংবাদৰ নেপথ্য সাংবাদিকৰ অভিজ্ঞতাৰ দৃষ্টিৰে পাঠকে পালে আকৰ্ষিত হয়। ব্যক্তিগত অভিজ্ঞতাক বাস্তৱসন্মত কৰি তোলা এই জাতীয় ৰচনাৰ অন্যতম চৰ্ত।

৭। **প্ৰশ্নোত্তৰ স্তম্ভ :** এনে স্তম্ভ এটা নিৰ্দিষ্ট সময়ৰ অন্তৰত সংশ্লিষ্ট বিষয়ত কোনো বিশেষজ্ঞ পাঠকৰ প্ৰশ্নৰ উত্তৰ দিয়ে প্ৰশ্নোত্তৰ ভংগীতেই। স্বাস্থ্য সমস্যা, আইন বিষয়ক সমস্যা বা সামাজিক সমস্যা ইত্যাদি যিকোনো বিষয়ৰ পাঠকৰ একান্ত ব্যক্তিগত প্ৰশ্নৰ উত্তৰ তেওঁ দিয়ে।

৮। **কেন্দ্ৰীয় স্তম্ভ :** সম্পাদকীয় পৃষ্ঠাত মূল উপ-সম্পাদকীয় আৰু প্ৰচলিত স্তম্ভৰ মাজৰ ঠাইত ইয়াৰ অৱস্থান। অতি গুৰুত্বপূৰ্ণ বিষয়ক লঘুভাৱে উপস্থাপিত কৰাই এই স্তম্ভৰ উদ্দেশ্য।

৯। **ক্ৰীড়া বিষয়ক স্তম্ভ :** প্ৰধানকৈ খেলা-ধূলাক লৈ ক্ৰীড়াবিদসকলে এই স্তম্ভসমূহ লিখে। সমালোচনাধৰ্মী এই ৰচনাবোৰ সাধাৰণতে খেলৰ খবৰ থকা পৃষ্ঠাত প্ৰকাশিত হয়।

১০। **হাস্যৰসযুক্ত স্তম্ভ :** কেতিয়াবা কেতিয়াবা কোনো বিষয়ৰ ক্ষেত্ৰত হাস্যৰসিক

ৰচনা প্ৰকাশ পায়। এই স্তম্ভৰ জৰিয়তে পাঠকে হাঁহিব পৰা কিছু সমল লাভ কৰে। কঠোৰ সংবাদজগতৰ মাজত নিজকে অলপ সময়ৰ বাবে হ'লেও হাঁহি-আনন্দৰ মাজত ৰাখি তাৰে যোগেদিয়েই সংবাদৰ এক বিষয় ইয়াত আলোচনা কৰা হয়।

ইয়াৰ বাহিৰেও আৰু বহুতো প্ৰকাৰৰ স্তম্ভ লেখাৰ ব্যৱস্থা সংবাদপত্ৰত আছে। এইখিনিতে লেখক-সম্পাদকসকলে এটা কথা লক্ষ্য ৰাখিব লাগে যে সম্পাদকীয় স্তম্ভ, সম্পাদকীয় আৰু ফিচাৰ লেখাৰ মাজত যথেষ্ট ব্যৱধান আছে। স্তম্ভ ৰচনাৰ মূল উপাদান কেৱল সংবাদ নহয়, তাৰ লগে লগে যুক্ত হৈ থাকে লেখকৰ একান্ত নিজস্ব চিন্তাধাৰা, দৃষ্টিভংগী আৰু ব্যক্তিগত অভিমত।

(স.স.)

***

পঞ্চম অধ্যায়

# সংবাদ মাধ্যমৰ বিভিন্ন প্ৰকাৰ

## ইলেক্ট্ৰনিক সংবাদ মাধ্যম ঃ ৰেডিঅ' আৰু টেলিভিছন

**ৰেডিঅ' ঃ** জনসাধাৰণক আটাইতকৈ বেছি সংযোগ স্থাপনত ব্ৰতী হৈ থকা সংবাদ মাধ্যমটোৱেই হৈছে ৰেডিঅ'। সেয়ে ইয়াৰ স্থান গুৰুত্বপূৰ্ণ। বাতৰিকাকত, দূৰদৰ্শন, কম্পিউটাৰ, ইণ্টাৰনেট সাংবাদিকতাৰ দৰেই অনাতাঁৰ সাংবাদিকতাৰো কিছুমান বিশেষ গুণ তথা সুবিধা বা বৈশিষ্ট্য এতিয়াও অটুট আছে যাৰ বাবে এক নিৰ্দিষ্টসংখ্যক অনাতাঁৰ শ্ৰোতাৰ মাজত ইয়াৰ গুৰুত্ব আজিও আছে।

অনাতাঁৰ সাংবাদিকতাৰ গুৰুত্বপূৰ্ণ সুবিধা হৈছে সমগ্ৰ দেশতে প্ৰায় এশ শতাংশ জনসাধাৰণক ই সামৰি লোৱাৰ ক্ষমতা। যিহেতু বৰ্তমানলৈকে আমাৰ দেশত অনাতাঁৰ বাতৰি প্ৰচাৰৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰৰ অধীনত আকাশবাণী বা All Ondia Radio ই সকলো দিশ চোৱা-চিতা কৰে, গতিকে আজি দেশৰ প্ৰতিটো চুকে কোণে অনাতাঁৰ বাতৰি প্ৰচাৰৰ সুবিধা হৈছে। ইয়াৰ উপৰিও অন্য এক অতি গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল যে ইয়াৰ শ্ৰোতামণ্ডলীত সৰু-ডাঙৰ, পুৰুষ-মহিলা, শিক্ষিত, অশিক্ষিত যিকোনো লোকেই অন্তৰ্ভুক্ত বাবে ইয়াক প্ৰকৃতাৰ্থতেই গণ মাধ্যম বুলি অভিহিত কৰিব পাৰি।

অনাতাঁৰ সাংবাদিকতাৰ অন্যান্য কিছুমান গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হৈছে— যিহেতু ই এটা শ্ৰব্য মাধ্যম, বাতৰি পঢ়োঁতা বা পৰিৱেশন কৰোঁতাই শব্দ আৰু লয় বা গতিৰ প্ৰকৃত অনুধাৱনৰদ্বাৰা বাতৰি পৰিৱেশন মনোগ্ৰাহী কৰি তুলি শ্ৰোতাৰ মাজত আকৰ্ষণ বঢ়াই তুলিবলৈ সক্ষম হ'ব লাগিব। পৰিৱেশন কৰোঁতা বা পঢ়োঁতাই তেওঁৰ শাৰিৰীক, মানসিক, বৌদ্ধিক সকলো প্ৰচেষ্টাৰ প্ৰয়োগৰদ্বাৰা ইয়াক আকৰ্ষণীয় কৰি তুলিবলগীয়া হয়।

তাৰোপৰি বাতৰি বা অনুষ্ঠান পৰিৱেশনৰ বাবে অনাতাঁৰ ষ্টুডিঅ'ত ব্যৱহাৰ হোৱা মাইক্ৰ'ফোনসমূহ অতি সংবেদনশীল হোৱাৰ বাবে বাতৰি পঢ়োঁতাই অত্যন্ত সূক্ষ্ম শব্দটোৰ প্ৰতিও চকু ৰাখিবলগীয়া হয়।

অনাতাঁৰ বাতৰি এক শ্ৰব্য মধ্যম হোৱাৰ বাবে বাতৰিকাকত বা আলোচনীৰ তুলনাত ইয়াত এটা মানৱীয় (HUMAN TOUCH) স্পৰ্শ থাকে যাৰ বাবে শ্ৰোতাৰ মনত ইয়াৰ প্ৰভাৱ বহু বেছি। কিন্তু দৃশ্য মাধ্যমৰ প্ৰতি মানুহৰ আকৰ্ষণ যিদৰে বহু সময় বৰ্তি থাকিব পাৰে তেনেকৈ শ্ৰব্য মাধ্যমত এই মনোযোগ বা আকৰ্ষণৰ সময় সীমা যথেষ্ট কম।

সেয়েহে বাতৰিসমূহ প্ৰস্তুত কৰোঁতে ভাষা সহজ-সৰল, বাক্যসমূহ চুটি হোৱাটো

খুবেই বাঞ্ছনীয়। সচৰাচৰ মধ্যমীয়া গুৰুত্বৰ বাতৰি এটা ৯০/১০০ শব্দৰ ভিতৰত লেখিব লাগে। বাতৰিকাকত এখনৰ দুবাৰ প্ৰকাশ হোৱাৰ মাজত প্ৰায় ২৪ ঘণ্টাৰ ব্যৱধান থকাৰ বাবে ইয়াৰ নিয়মীয়া পঢুৱৈয়ে কোনো এটা গুৰুত্বপূৰ্ণ ঘটনাৰ বিষয়ে জানিবলৈ বহু সময় অপেক্ষা কৰিবলগীয়া হয়। কিন্তু অনাতাঁৰ বাতৰি বুলেটিন আঞ্চলিক তথা ৰাষ্ট্ৰীয় দুয়োটা পৰ্যায়তে দিনটোৰ ২৪ ঘণ্টাৰ ভিতৰত কেইবাবাৰো প্ৰচাৰ কৰা হয় বাবে গুৰুত্বপূৰ্ণ একোটা ঘটনাৰ বিষয়ে জানিবলৈ শ্ৰোতাই বহু ঘণ্টাজুৰি অপেক্ষা কৰিবলগীয়া নহয়।

আকাশবাণী নতুন দিল্লীৰপৰা সমগ্ৰ দেশৰ বাবেই পুৱা ৬-০০ মিনিটৰ পৰা নিশা ১১ বজালৈকে ভালেকেইখন বুলেটিন প্ৰচাৰ কৰা হয়, সেয়ে কোনো বিশেষ ঘটনাৰ বিষয়ে জানিবলৈ বাতৰিকাকতলৈ অপেক্ষা নকৰিলেও হয়।

ইয়াৰ উপৰি কোনো অভাৱনীয়ভাৱে ডাঙৰ প্ৰাকৃতিক দুৰ্যোগ, কোনো অতি গুৰুত্বপূৰ্ণ মন্ত্ৰী, নাগৰিক আদিৰ মৃত্যুৰ দৰে ঘটনাত স্বাভাৱিক বাতৰি বুলেটিনৰ উপৰিও বিশেষ বুলেটিন প্ৰচাৰ কৰিবলৈ অনাতাঁৰ মাধ্যমত থকা সুবিধা অতুলনীয়। প্ৰতি মিনিটত সমগ্ৰ বিশ্বজুৰি অনেক গুৰুত্বপূৰ্ণ ঘটনা ঘটি থকাৰ পৰিপ্ৰেক্ষিতত অনাতাঁৰ বাতৰি বুলেটিনৰ সম্পাদকজনে সকলোবোৰ গুৰুত্বপূৰ্ণ বাতৰিৰ ভিতৰত কোনটো বাতৰিক বুলেটিনত অন্তৰ্ভুক্ত কৰিব আৰু নিৰ্বাচিত বাতৰিবোৰৰ ক্ৰম (গুৰুত্ব অনুযায়ী) কেনে হ'ব আদি নিৰ্ধাৰণ কৰোঁতে বিশেষ সতৰ্কতাৰে সৈতে তেওঁৰ জ্ঞান, অভিজ্ঞতা আদিৰদ্বাৰা বিচাৰ বিবেচনা কৰিবলগীয়া হয়।

অনাতাঁৰ বুলেটিনত সময় নাটনি অৰ্থাৎ সীমিত সময়ৰ ভিতৰত যিকোনো নিৰ্বাচিত বাতৰিৰ নিম্নতম মূল কথাখিনিহে দিবলৈ যত্ন কৰে। আনহাতে কোনো বিশেষ ব্যক্তিৰ মৃত্যুৰ বাতৰি আৰু বিশেষ গুৰুত্বপূৰ্ণ খেলৰ বাতৰি বুলেটিনৰ আৰম্ভণি বা মাজভাগত দিব পাৰি যদিও সাধাৰণ মৃত্যু আৰু খেলৰ বাতৰি বুলেটিনৰ শেষতহে দিয়া হয়। খেলা-ধূলা আৰু মৃত্যুৰ বাতৰি একেলগে থাকিলে মৃত্যুৰ বাতৰি একেবাৰে শেষতহে দিয়াটো নিয়ম।

ৰেডিঅ'ৰ বাতৰি সম্পাদনাত সবাতোকৈ গুৰুত্ব দিবলগীয়া দিশটো হৈছে সেই বাতৰিটোৰ সৈতে আমাৰ দেশখনৰ বা আঞ্চলিক পৰ্যায়ত হ'লে অঞ্চলটোৰ সৈতে কি সম্পৰ্ক আছে। বাতৰিৰ নিৰ্বাচনৰ এটা মুখ্য কাৰক হ'ল বাতৰিটোৰ সৈতে সেই বুলেটিনখন প্ৰচাৰ হোৱা ঠাইখনৰ সম্বন্ধ। এতিয়া ডিব্ৰুগড়, ইটানগৰ আদিৰপৰা প্ৰচাৰিত আঞ্চলিক বাতৰিৰ বুলেটিনৰ কাৰণে নিকটতম ঠাইত হোৱা ঘটনাই বেছি গুৰুত্ব পোৱা উচিত। তাৰ পিছত ৰাজ্যখন তথা সমগ্ৰ অঞ্চলটোৱে প্ৰাধান্য পাব, যদিহে প্ৰচাৰ কৰিবলগীয়া বাতৰি হয়। লগতে সমগ্ৰ দেশৰ বাবেই গুৰুত্বপূৰ্ণ বিশেষ বাতৰিয়েও আঞ্চলিক বাতৰিত স্থান পাব পাৰে। তেনেকৈ ৰাষ্ট্ৰীয় পৰ্যায়ত বাতৰি বুলেটিনৰ বাবে গোটেই দেশৰ বাবে গুৰুত্বপূৰ্ণ বাতৰি নিৰ্বাচনত অধিক গুৰুত্ব দিয়া হয়। লগতে নতুন দিল্লীৰপৰা প্ৰচাৰিত বিদেশী

ভাষাৰ বাতৰি বুলেটিনৰ কাৰণে সেই ভাষা কোৱা সংখ্যাগৰিষ্ঠ লোকে বসবাস কৰা দেশ বা অঞ্চলৰ বাবে গুৰুত্ব থকা বাতৰি নিৰ্বাচনত প্ৰাধান্য দিয়া হয়। খেলৰ বাতৰিও অনাতাঁৰ বুলেটিনৰ বাবে গুৰুত্বপূৰ্ণ আৰু ইয়াৰ নিৰ্বাচনৰ প্ৰক্ৰিয়াৰ ওপৰত উল্লেখ কৰাৰ দৰেই একে ধৰণৰ, আনহাতে বাতৰি প্ৰস্তুত কৰোঁতে একে ধৰণৰ বা একেটা শব্দ একাধিকবাৰ ব্যৱহাৰ কৰাটো বৰ্জনীয়, কিয়নো ই শ্ৰোতাক আমনি দিয়ে। ব্যক্তি বিশেষৰ বাতৰিত পদৱী আৰু নাম তথা মাজে মাজে 'তেওঁ' বা 'তেখেত' ব্যৱহাৰ কৰিব পাৰি। দীঘল বাক্যসমূহ দুই-তিনিটা সৰু বাক্যত বিভক্ত কৰি পঢ়িলে শুনিবলৈ ভাল হয়। তেনেকৈয়ে Voice Cast অৰ্থাৎ বাতৰিৰ মাজত সংবাদদাতাৰ নিজা মাতৰ বাতৰি কোৱাৰ ব্যৱস্থাত যাতে পঢ়োঁতাজনে কৈ যোৱা বাতৰিৰ বাদেও ঘটনাটোৰ সম্পৰ্কত অধিক তথ্য প্ৰচাৰ কৰিব পৰি তাৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিবলগীয়া হয়। নহ'লে বাতৰি পঢ়োঁতা আৰু সংবাদদাতাৰ Voice Castৰ কথাখিনি একেই হ'লে তাত কোনো নতুনত্ব নাথাকিব আৰু শুনিবলৈকো আমনিদায়কহে হ'ব।

অন্যান্য সংবাদ মাধ্যমৰ দৰেই অনাতাঁৰ সাংবাদিকতাৰ ক্ষেত্ৰতো সংশ্লিষ্ট প্ৰতিজন ব্যক্তিয়েই প্ৰচলিত আইন-কানুন যাতে উলংঘা নহয় তাৰ প্ৰতিও সচেতন হোৱা দৰকাৰ। আনহাতে বাতৰি পঢ়োঁতাসকলেও বাতৰি পঢ়াৰ ক্ষেত্ৰত প্ৰয়োজনীয় প্ৰশিক্ষণ অনুশীলনীৰ দ্বাৰা পঢ়াৰ কামটো অধিক মনোগ্ৰাহী ৰূপত পৰিৱেশন কৰিব লাগে। অন্যান্য কামৰ দৰেই এই কামতো প্ৰতিদিনৰ অভিজ্ঞতাই পঢ়োঁতাজনক এক নতুন আত্মবিশ্বাস আনি দিয়ে। এক সুষম, শুৱলা মাত, ভাল উচ্চাৰণ Voice Modulation অথবা প্ৰক্ষেপন, গতি, সুৰৰ উঠা-নমা আদিৰ বিষয়ে সচেতন নহ'লে শ্ৰোতাৰ বাবে বিৰক্তিদায়ক হ'ব পাৰে।

তেনেকৈ সংবাদদাতাসকলেও দ্ৰুতগতিত সঠিকভাৱে কাৰ্য সম্পাদন কৰি বাতৰি যোগানৰ পাৰদৰ্শিতা গঢ়ি তুলিব লাগিব। অনাতাঁৰ মাধ্যমৰ দুখন বুলেটিনৰ মাজত সময়ৰ ব্যৱধান যথেষ্ট কম হয়। সেয়ে দেশৰ বিভিন্ন প্ৰান্তত থকা সংবাদদাতাসকলে তেওঁলোকৰ কেন্দ্ৰৰ আঞ্চলিক বাতৰি বুলেটিনৰ সময় নহ'লেও ৰাজ্যখনৰ তথা দেশৰ ৰাজধানীৰ পৰা প্ৰচাৰিত বুলেটিনৰ বাবে বাতৰি পঠাব লাগে। গতিকে কম সময়ত খৰতকীয়াকৈ বাতৰি সংগ্ৰহ কৰিব লাগে। কিন্তু একে সময়তে বাতৰিৰ তথ্য-পাতি যাতে ভুল নহয় তাৰ ওপৰতো দৃষ্টি ৰাখিব লাগিব। ইয়াৰ উপৰিও অনাতাঁৰ বাতৰিৰ ক্ষেত্ৰত মানি চলিবলগীয়া কেইটামান বিশেষ কথা হৈছে—

বন্ধুত্বপূৰ্ণ দেশৰ সমালোচনা, ধৰ্ম বা সম্প্ৰদায়ৰ ওপৰত আক্ৰমণ, অশ্লীল বা মানহানীকাৰক কথাৰ প্ৰচাৰ, আইন শৃংখলা পৰিস্থিতিৰ উলংঘাৰ প্ৰতি অৱদান যোগাব পৰা বাতৰি, ৰাষ্ট্ৰপতি, ৰাজ্যপাল, ন্যায়পালিকাৰ প্ৰতি অসন্মানজনক বাতৰি আদিৰ প্ৰচাৰৰ পৰা বিৰত থকাৰ লগতে কোনো ৰাজনৈতিক দলক পোনপটীয়া আক্ৰমণ আৰু কোনো ৰাজ্য বা কেন্দ্ৰীয় চৰকাৰৰ অপ্ৰীতিকৰ সমালোচনাৰপৰাও বিৰত থাকিব লাগে।

কোনো ব্যক্তি বা প্ৰতিষ্ঠানে ব্যক্তিগত লাভালাভ আহৰণ কৰাত প্ৰত্যক্ষ বা পৰোক্ষভাৱে সহায় কৰিব পৰা বাতৰি প্ৰধান মন্ত্ৰীৰ সাহায্য পুঁজিৰ বাদে অন্য পুঁজিৰ প্ৰতি অৱদানৰ গোহাৰি, বিজ্ঞাপনৰ দৰে ব্যৱহাৰ কৰিব পৰা ধৰণে কোনো ব্যক্তিগত ব্যাৱসায়িক গোটৰ নাম আদি বাতৰিত উল্লেখ কৰা আৰু ভাৰতীয় সংবিধানৰ প্ৰতি অসন্মান প্ৰদৰ্শন বা হিংসাত্মক পদ্ধতিৰে সংবিধানৰ সংশোধনৰ বাবে উৎসাহ জনোৱা বাতৰি প্ৰচাৰ কৰিব নালাগে।

ভাৰতবৰ্ষত যোৱাটো শতাব্দীৰ দ্বিতীয় দশকৰ পৰা অনানুষ্ঠানিকভাৱে আৰম্ভ হোৱা অনাতাঁৰ সেৱাৰ এক সংঘবদ্ধ ৰূপ ব্ৰিটিছ আমোলাতে ১৯২৭ চনত INDIAN BROADCSTING COMPANY (IBC) নামেৰে আৰম্ভ হয়। ১৯৩০ চনত ইয়াকে INDIAN STATE BROADCASTING SERVICE (ISBS) নামেৰে চৰকাৰীকৰণ কৰা হয় আৰু ১৯৩৫ চনৰে পৰা এই সেৱা ALL INDIA RADIO (AIR) নামেৰে নামকৰণ কৰা হয়। ১৯৫১ চনৰে পৰা ইয়াক আকাশবাণী নামেৰেও পৰিচিত কৰি দিয়া হয়। এই ব্যৱস্থাৰ অধীনতে ১৯৩৭ চনত আকাশবাণীৰ CENTRAL NEWS ORGANISATION অৰ্থাৎ বৰ্তমানৰ NEWS SERVICES DIVISION (NSD) ৰ পূৰ্বৱৰ্তী বিভাগটো স্থাপন কৰা হয় আৰু নিয়মিতভাৱে ইংৰাজীকে ধৰি আন কেইবাটাও আঞ্চলিক ভাষাতো বাতৰি প্ৰচাৰৰ প্ৰক্ৰিয়াটোৰ শুভাৰম্ভ কৰা হয়।

ভাৰত চৰকাৰৰ তথ্য আৰু সম্প্ৰচাৰ মন্ত্ৰণালয় অৰ্থাৎ Ministry of Information and Broadcasting অধীনত থকা আকাশবাণীৰেই এটি স্বায়ত্বভাৱে পৰিচালিত অংগ হৈছে News Services Division বা 'আকাশবাণী বাতৰি বিভাগ'।

প্ৰতিদিনে ২৮৪ খন বাতৰি বুলেটিন প্ৰচাৰ কৰা এই প্ৰতিষ্ঠানৰ মুখ্য কাৰ্যবাহী হিচাবে এজন সঞ্চালক প্ৰধান থাকে আৰু তেখেতক অন্যান্য উচ্চ পদস্থ বিষয়াসকলে কৰ্ম সম্পাদনত সহায় কৰে। নতুন দিল্লীৰ সাংসদ ভৱনৰ মাৰ্গত অৱস্থিত আকাশবাণীৰ মুখ্য কাৰ্যালয়তে বাতৰি বিভাগৰো প্ৰধান কাৰ্যালয় অৱস্থিত। যিহেতু বাতৰি প্ৰচাৰৰ কামটো এক লানি নিছিগা কাম সেয়ে আকাশবাণী বাতৰি বিভাগেও দিনটোৰ প্ৰতি ঘণ্টাতে বাতৰি প্ৰচাৰৰ ব্যৱস্থা কৰে আৰু সেয়ে বিভাগৰ দিল্লীত থকা মুখ্য কাৰ্যালয়ৰ মূল বাতৰি কক্ষ যাক News Room (GNR) বুলি কোৱা হয় দিনটোৰ ২৪ ঘণ্টাই তথা বছৰটোৰ প্ৰত্যেকদিনাই খোলা থাকে। ইয়াত দিনটোৰ কেইবাটাও সময় সূচী বা Shift ত সাংবাদিকসকলে কৰ্ম সম্পাদন কৰে। প্ৰতিটো Slight ৰ বাবে কমেও এজনকৈ বাতৰি সম্পাদকে কাৰ্যনিৰ্বাহ কৰে আৰু গুৰুত্ব অনুসৰি প্ৰচাৰ হ'বলগীয়া বাতৰিৰ সম্পাদনা তথা ক্ৰম নিৰ্ধাৰণ কৰে।

মুখ্য কাৰ্যালয়ত GNR ৰ উপৰিও অন্যান্য গুৰুত্বপূৰ্ণ শাখাসমূহ হ'ল— বাৰ্তা (বাৰ্তা সংগ্ৰহ), সাময়িক ঘটনাৱাজিৰ ওপৰত আলোচনা, বিশেষ বাতৰি বুলেটিন (News Reel), হিন্দী তথা ভাৰতীয় সংবিধানৰদ্বাৰা স্বীকৃত ভাষাসমূহৰ বাবে একোটাকৈ শাখা, Reference and Research আৰু Monitoring শাখা উল্লেখযোগ্য। শেষৰ শাখাটোৰ

প্ৰধান কাম হৈছে বিদেশৰপৰা প্ৰচাৰিত বিভিন্ন বাতৰি বুলেটিনসমূহ পৰ্যৱেক্ষণ কৰি গুৰুত্বপূৰ্ণ বাতৰি থাকিলে তাক GNR জনোৱাটো।

মুখ্য কাৰ্যালয়ৰ উপৰিও দেশৰ বিভিন্ন অঞ্চলত বাতৰি বিভাগৰ মুঠ ৪১টা 'আঞ্চলিক বাতৰি কেন্দ্ৰ' অথবা Regional News Unit আছে। ইয়াৰ উপৰিও বাতৰি যোগান সুচাৰুৰূপে চলাবৰ বাবে সমগ্ৰ দেশতে প্ৰায় ১০০ জন নিয়মিত সংবাদদাতা আৰু প্ৰায় ২৫০ জন অংশকালীন সংবাদদাতা নিয়োজিত আছে। লগতে বিদেশৰ গুৰুত্বপূৰ্ণ বাতৰি প্ৰচাৰৰ বাবেও বিভাগৰ অধীনত সাতজন বিশেষ সংবাদদাতাই কাৰ্যনিৰ্বাহ কৰি আছে।

অসমত আকাশবাণী ডিব্ৰুগড়, গুৱাহাটী আৰু শিলচৰত তিনিটা আঞ্চলিক বাতৰি কেন্দ্ৰ আছে। গুৱাহাটী বাতৰি কেন্দ্ৰৰপৰা পুৱা ৮, সন্ধ্যা ৬-৪৫ আৰু নিশা ৯-২৫ ত ক্ৰমে ৫ মিনিট, ১০ মিনিট আৰু পুনৰ ৫ মিনিটৰ কাৰণে অসমীয়াত আঞ্চলিক বাতৰি প্ৰচাৰ কৰা হয়। লগতে ডিব্ৰুগড় কেন্দ্ৰৰপৰা প্ৰতিদিনে সন্ধিয়া ৬ বজাত ৫ মিনিটৰ বাবে অসমীয়া আঞ্চলিক বাতৰি প্ৰচাৰ কৰা হয়। নতুন দিল্লীৰ মুখ্য কাৰ্যালয় তথা GNR ৰ বাদেও প্ৰতিটো আঞ্চলিক বাতৰি গোটৰ সংবাদদাতাসকলে দিনটোৰ যিকোনো সময়তেই সতৰ্ক হৈ থাকিব লাগে যাতে কোনো গুৰুত্বপূৰ্ণ সংবাদ বাদ পৰি নাযায়।

কোনো বিশেষ বাতৰিৰ উদ্ভৱ হ'লে লগে লগে ব্যক্তিগতভাৱে গৈ বা টেলিফোন বা অন্যান্য উপায়েৰে খা-খবৰ লৈ নিজা কেন্দ্ৰৰ বাতৰি বুলেটিনৰ বাবে প্ৰথমে আৰু তাৰ পিছতে গুৰুত্ব অনুযায়ী সেই ৰাজ্যৰ ৰাজধানীত থকা আকাশবাণী বাতৰি কেন্দ্ৰলৈ আৰু GNR (New Delhi) লৈ পঠোৱাটো এক মুখ্য কৰ্তব্য। GNR যিহেতু দিনটোৰ ২৪ ঘণ্টাই চলি থাকে তাৰ্লৈ বাতৰি যিকোনো সময়তে পঠাব পাৰি।

অনাতাঁৰ মাধ্যমটোৱেই যিহেতু এটা শ্ৰব্য মাধ্যম অনাতাঁৰ বাতৰিসমূহ প্ৰস্তুত কৰোঁতেও পৰিৱেশন কৰোঁতাই শ্ৰোতাৰ সৈতে কথোপকথন কৰি থকাৰ দৰেই লিখাটো বা পঢ়াটোত বিশেষভাৱে লক্ষ্য ৰাখিব লাগে।

যদিও সদায়েই 'বাতৰি পঢ়িছোঁ' বুলিয়েই আৰম্ভ কৰা হয় তথাপি লিখাখিনি ভালকৈ প্ৰস্তুত নকৰিলে শ্ৰোতাই আমনি পায়। পঢ়োঁতাজনে যেন খুব ওচৰৰপৰাই আমাৰ সৈতে বৰ সহজভাৱে বাতৰিবোৰ আমাক জনাই আছে তেনেদৰেই বাতৰি প্ৰস্তুত কৰা উচিত। তাৰোপৰি ভাষাও খুব সহজ-সৰল হ'ব লাগিব। যাতে এজন সাধাৰণ শ্ৰোতায়ো শুনি বুজিবলৈ অসুবিধা নাপায়। সাধাৰণতে অনাতাঁৰ বাতৰি বুলেটিন একোখন দহ মিনিট দৈৰ্ঘ্যৰ হয় যদিও বহুকেইখন বুলেটিন পাঁচ মিনিট আৰু কেইখনমান দহ মিনিটতকৈ অধিকো হয়। দহ মিনিটত প্ৰতি মিনিটত ১৩০/১৩৫ টা শব্দ হিচাপত মুঠ ১৪০০ শব্দতকৈ বেছি অন্তৰ্ভুক্ত কৰিলে পৰিৱেশনকাৰীৰ অলপ অসুবিধা হয়। এই ক্ষেত্ৰত চলি থকা মান হৈছে প্ৰতি ছেকেণ্ডত ২টাকৈ নামমাত্ৰ বেছি শব্দ।

কিন্তু দহ মিনিটৰ বা তাতকৈ অধিক দৈৰ্ঘ্যৰ বুলেটিনত বাতৰিসমূহৰ প্ৰধান বাতৰিৰ আভাস দিওঁতে আৰম্ভণিতে ১০০ মান শব্দ বা প্ৰায় এক মিনিট সময়ৰ প্ৰয়োজন হয়।

পাঁচ মিনিটৰ বাতৰিত এই অসুবিধা নাই। তাৰোপৰি অনাতাঁৰ বাতৰিত যিকোনো গুৰুত্বপূৰ্ণ বাতৰিৰ সাৰাংশখিনিৰ আভাসহে দিবলৈ যত্ন কৰা হয়। ইয়াত বাতৰিৰ বিশদ বিৱৰণী দিয়া নহয়। তাৰোপৰি শুদ্ধ বানান, বাক্য গাঁঠনিৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ লগতে খুব টান শব্দৰ ব্যৱহাৰ কৰা অনুচিত যাতে বাতৰি পঢ়োঁতাৰ লগতে শ্ৰোতাইও কোনো অসুবিধা নাপায়।

অনাতাঁৰ বাতৰিৰ আন এক গুৰুত্বপূৰ্ণ অংগ হৈছে Voicecast অথবা বাতৰিৰ মাজতে সংবাদদাতা বা কোনো গুৰুত্বপূৰ্ণ ব্যক্তিৰ কথা অন্তৰ্ভুক্ত কৰাটো। এই কাম দুই প্ৰকাৰৰ হয়। সাংবাদিকজনে বিশিষ্ট ব্যক্তিগৰাকীৰ বা ঘটনাস্থলীৰ কোনো কৰ্তৃত্বশীল ব্যক্তিৰ সেই বাতৰিটোৰ সম্পৰ্কত দিয়া মন্তব্য নিজৰ ভাষাত নিজা মাতেৰে কৈ দিব পাৰে অথবা ব্যক্তিজনৰ মন্তব্য পোনে পোনেই দিব পাৰে।

সাধাৰণতে বাতৰি এটা প্ৰস্তুত কৰি পৰিৱেশন কৰাৰ সময়ত পঢ়োঁতাজনে বাতৰিৰ বৰ্ণনা দি সেই বিশেষ সাংবাদিকজনৰ প্ৰসংগ উল্লেখ কৰি বাণীবদ্ধ সম্পাদিক মন্তব্য প্ৰচাৰ কৰা হয়। এই ক্ষেত্ৰত স্বাভাৱিকতে একোটা Voicecast ৪০ ছেকেণ্ডতকৈ বেছি সময়ৰ হ'ব নালাগে আৰু উচ্চ Pitch ত কথাখিনি ক'ব লাগে। শেষ কৰোঁতে সাংবাদিকজনৰ নাম, তেওঁৰ বাতৰি কেন্দ্ৰৰ নাম স্পষ্টকৈ কৈ শেষ কৰিব লাগে।

বাতৰি কেন্দ্ৰসমূহত প্ৰয়োজন সাপেক্ষে এনেকৈ Voicecast টেলিফোনতে বাণীবদ্ধ কৰিব পৰাৰ ব্যৱস্থা থাকেই। প্ৰাকৃতিক দুৰ্যোগ, সাধাৰণ নিৰ্বাচন, প্ৰধান মন্ত্ৰী, ৰাষ্ট্ৰপতি আদিৰ অনুষ্ঠানৰ বাতৰি প্ৰচাৰৰ সময়ত এই ব্যৱস্থাই বিশেষ ভূমিকা গ্ৰহণ কৰে।

অনাতাঁৰ বাতৰিৰ আন কেইটামান গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হৈছে—

প্ৰথমেই আহিল বাতৰি প্ৰচাৰৰ সময়। প্ৰতিটো অনাতাঁৰ কেন্দ্ৰৰপৰা প্ৰচাৰিত বাতৰি বুলেটিনৰ এক নিৰ্দিষ্ট সময় থাকে যিটো কেতিয়াও সলনি কৰা নহয়।

গতিকে অনাতাঁৰ বাতৰিৰ সৈতে জড়িত সংশ্লিষ্ট প্ৰতিজন ব্যক্তিয়েই যেনে—সংবাদদাতা, বাৰ্তা সম্পাদক, বাতৰি পঢ়োঁতা আদিয়ে প্ৰায়েই সময়ৰ প্ৰতিকূল যথেষ্ট চাপৰ মাজত কৰ্ম সম্পাদন কৰিব লগা হয়।

বহু সময়ত এনেও হয় যে বাতৰি প্ৰচাৰৰ সময়ৰ পাঁচ মিনিট বা এক মিনিট আগতে বা কেতিয়াবা বাতৰি পঢ়া আৰম্ভ হোৱাৰ পাছতো বিশেষ গুৰুত্বপূৰ্ণ বাতৰি আহি পৰে যিটো বাতৰি প্ৰচাৰ হ'বই লাগিব। তেনে ক্ষেত্ৰত বাতৰিটো খৰখেদাকৈ লিখি ষ্টুডিঅ'ৰ ভিতৰত বাতৰি পঢ়োঁতাক দিয়ালৈকে এক দুৰ্বাৰ গতিত কাম কৰিব লগা হয়। আনহাতে ইমান চাপৰ মাজত কাম কৰিলেও তথ্য-পাতি, ভাষা, ব্যাকৰণ, বাতৰিৰ বাছ নি বাতৰিসমূহৰ গুৰুত্ব অনুযায়ী ক্ৰম নিৰ্ধাৰণ আদিৰ ওপৰতো চোকা দৃষ্টি ৰাখিবলগীয়া হয়। তেনেকৈয়ে বাতৰি পঢ়োঁতাজনৰো এনে এটা পৰিৱেশত কাম কৰাৰ অভিজ্ঞতা থাকিব লাগিব। অৱশ্যে সময়ৰ লগে লগে অভিজ্ঞতা বাঢ়ি যায়।

কেতিয়াবা কেতিয়াবা (খুব কম) বিশেষ ঘটনা বা কাৰণত বাতৰিৰ স্বাভাৱিক সময়সূচীৰ আগ পিছ কৰা হয়। যেনে— প্ৰধানমন্ত্ৰী বা ৰাষ্ট্ৰপতিৰ ভাষণ চলি থাকিলে,

নিৰ্বাচনী বুলেটিন চলি থকাৰ সময়ত কেতিয়াবা এনে কৰা হয়।

কেতিয়াবা আকৌ সাধাৰণ নিৰ্বাচন, প্ৰধানমন্ত্ৰী, ৰাষ্ট্ৰপতি আদিৰ মৃত্যু, ভয়াৱহ দুৰ্ঘটনা, প্ৰাকৃতিক দুৰ্যোগ, উগ্ৰপন্থীৰ আক্ৰমণৰ (যেনে— গুজৰাটৰ অক্ষৰধাম মন্দিৰ, লাটুৰ আৰু পাকিস্তান অধিকৃত্ব জম্মু-কাশ্মীৰৰ ভূমিকম্প) দৰে ঘটনা ঘটিলে নিৰ্দিষ্ট বাতৰি বুলেটিনৰ উপৰিও বিশেষ বুলেটিনো সময়ে সময়ে প্ৰচাৰ কৰা হয়।

আনহাতে বিশেষ গুৰুত্বপূৰ্ণ বাতৰি যেনে— মাৰ্চ মাহৰ (২০০৩ চনৰ) ডিগবৈ শোধনাগাৰ আক্ৰমণ আদিত সেই ঠাইৰ নিকটৱৰ্তী আঞ্চলিক বাতৰি কেন্দ্ৰত থকা সংবাদদাতাই সেই সময়ত সেই কেন্দ্ৰৰপৰা বাতৰি বুলেটিন নাথাকিলেও বাতৰিটো নতুন দিল্লীৰ GNR তথা অনাতাঁৰ বাতৰি কেন্দ্ৰলৈ পঠোৱাটো তেওঁৰ গুৰুত্বপূৰ্ণ দায়িত্ব।

সাধাৰণতে একোটা আঞ্চলিক বাতৰি কেন্দ্ৰত কমেও এজন (সহকাৰী) বাতৰি সম্পাদক আৰু বহুক্ষেত্ৰত এজন সংবাদদাতা (Correspondent) থাকে। বহুবোৰ কেন্দ্ৰৰ আকাশবাণীৰদ্বাৰা স্থায়ীভাৱে নিযুক্ত বাতৰি পঢ়োঁতাও থাকে যদিও আজিকালি অস্থায়ী 'অনুবাদক তথা বাতৰি পঢ়োঁতা'হে (Translation cum News Reader) বেছিকৈ ৰখা হয়। এজন বাতৰি পঢ়োঁতাই এখন বাতৰি বুলেটিন পঢ়াৰ বাবদ ২৫০ টকাকৈ মাননী পায়। আনহাতে আজিকালি পৰিৱৰ্তিত যুগ তথা পৰিস্থিতিত একেজন লোকেই বাতৰি সংগ্ৰহ, সম্পাদনা, পঢ়া, সাম্প্ৰতিক বিষয়বস্তুৰ ওপৰত হোৱা আলোচনাৰ আঁত ধৰোঁতা আদি কেইবাটাও ভূমিকাত কৰ্ম সম্পাদন কৰিবলগীয়া হয়। ইয়াৰ লগতে বাতৰি বা কোনো বিশেষ ব্যক্তিৰ সৈতে সাক্ষাৎকাৰৰ বাবে প্ৰসংগ সংগতিৰ গৱেষণা আদিৰ কামো কৰিবলৈ নিজকে প্ৰস্তুত কৰিব লাগিব।

অন্যান্য সাংবাদিকতাৰ দৰেই অনাতাঁৰ সাংবাদিকতাও আজি এক বিশেষভাৱে আকৰ্ষণীয় আৰু সন্মানজনক জীৱিকা হিচাবে ইয়াৰ স্থিতি সমাজত স্থাপন কৰিবলৈ সক্ষম হৈছে। অনাতাঁৰ মাধ্যমত বাতৰি বা অন্যান্য অনুষ্ঠান শুনিবৰ বাবে হাতত তেনেই সৰু এটা যন্ত্ৰ হ'লেই হয়। ইয়াত আটাইতকৈ সুবিধাজনক কথাটো হ'ল যে অনুষ্ঠান বা বাতৰিসমূহ বতাহতে ভাহি আহে বাবে ইয়াৰ বাবে বাতৰিকাকত পঢ়া বা দূৰদৰ্শনৰ বাতৰি বা অনুষ্ঠান চাই থকাৰ দৰে বেলেগে মনোযোগ দিয়াৰ প্ৰয়োজন নহয়। তাৰোপৰি অনাতাঁৰ বাতৰি শ্ৰোতাৰ ওচৰলৈ লৈ যাবলৈ ভাল বাট-পথ, গাড়ী-মটৰ আদিৰ প্ৰয়োজন নহয়। লগতে, যিহেতু যিকোনো এটা কথা পঢ়িলে যিমান প্ৰভাৱ পৰে শুনিলে তাতকৈ বেছি প্ৰভাৱ পৰে। সেয়ে অনাতাঁৰ বাতৰিৰ প্ৰভাৱ বহুত বেছি।

অনাতাঁৰ বাতৰি শুনিবলৈ যিহেতু স্বাক্ষৰতাৰ প্ৰয়োজন নহয় সেয়ে এই বাতৰিৰ ভাষা সাৱলীল, কথোপকথনৰ দৰে আৰু শব্দৰ ব্যৱহাৰ সহজ-সৰল হোৱাটো এটা প্ৰাথমিক প্ৰয়োজন। লগতে অন্য মাধ্যমৰ সাংবাদিকতাৰ দৰেই অনাতাঁৰ বাতৰিৰ সৈতে জড়িত সংবাদদাতাইও যিকোনো বাতৰি, সভা-সমিতি বা অন্য ঘটনা দেখি শুনিয়েই তাৰ সংবাদ গুৰুত্বৰ কথা উপলব্ধি কৰিব পৰাটো গুৰুত্বপূৰ্ণ। আৰু কোনো এটা ঘটনা, সংবাদ

মেল, বিজ্ঞপ্তি আদিৰপৰা বাতৰি হিচাবে আটাইতকৈ গুৰুত্বপূৰ্ণ তথ্যখিনি এবাৰ-দুবাৰ চকু ফুৰায়েই বা শুনিয়েই বাছি উলিয়াব পৰাৰ গুণ লাহে লাহে আয়ত্ত কৰিব পাৰিলেহে এই ক্ষেত্ৰত সফল হ'ব পৰা যাব।

আনহাতে প্ৰতি মাধ্যমৰে নিজা শ্ৰোতাৰ একোটা গোট থাকে যাক আমি ইংৰাজীত Target Audience বুলি কওঁ। অনাতাঁৰ বাতৰিৰ Target Audience অন্য মাধ্যমৰ লগত একে নহয় বাবে ইয়াত বাতৰিৰ বাছনি, ভাষা, শব্দ গাঁঠনি আদি প্ৰতিটো কথাই আন মাধ্যমতকৈ বেলেগ হ'ব। এই পাৰ্থক্য উপলব্ধি নকৰিলে বাতৰি পৰিৱেশন মনোগ্ৰাহী নহ'ব।

অনাতাঁৰ বাতৰি দূৰদৰ্শনৰ বাতৰিৰ দৰেই পোনে পোনে অৰ্থাৎ LIVE পৰিৱেশন কৰিবলগীয়া হয়। সেয়ে কিবা এটা ভুল হ'লে তাক আৰু শুধৰোৱাৰ অৱকাশ নাথাকে।

দূৰদৰ্শন বা অনাতাঁৰত প্ৰচাৰিত অন্য অনুষ্ঠানবোৰ আগতীয়াকৈ সংগ্ৰহ আৰু সম্পাদনা কৰি নিৰ্দিষ্ট সময়ত বাণীবদ্ধ ৰূপহে প্ৰচাৰ কৰা হয়। তেনেকৈয়ে বাতৰিকাকত বা আলোচনীত যিকোনো এটা বাতৰি শুদ্ধকৈ সম্পাদনা কৰিহে প্ৰকাশ কৰা হয়। তাৰ বাবে যথেষ্ট সময়ো পোৱা যায়। কিন্তু অনাতাঁৰ বাৰ্তা সদায়েই পোনপটীয়াকৈ অৰ্থাৎ LIVE হিচাবে পঢ়া হয় বাবে পঢ়াৰ মাজত ঠোঁটা-মোজা লগা, কাহ মৰা, হাঁচি অহা, হামিওৱা আদি হোৱাৰ সম্ভাৱনা থাকে বাবে খুব সতৰ্ক হৈ থাকিবলগীয়া হয়। বাতৰি পঢ়ি থকাৰ মাজতে ষ্টুডিঅ'ত শেহতীয়াকৈ আহি পোৱা বাতৰি পঢ়িবলৈ দিলে যাতে খোকোজা বা ঠোঁটা-মোজা নালাগে তাৰ প্ৰতি লক্ষ্য ৰাখিবলগীয়া হয়। এটা বাতৰিৰপৰা আন এটালৈ যাওঁতে আৰম্ভণিৰ বাক্যটো এনেভাৱে প্ৰস্তুত কৰিব লাগে যে তাৰ আগতে পঢ়া বাতৰিটোৰ লগত ইয়াৰ বৈচিত্ৰ্য বুজি পোৱা যায়।

বাতৰি সংগ্ৰহৰ উৎস হিচাপে অন্য সংবাদ মাধ্যমৰ উৎসসমূহো অনাতাঁৰ বাতৰিৰ বাবেও ব্যৱহাৰ কৰা হয়। সংবাদ প্ৰতিষ্ঠান United News of India (UNI), Press Trust of India (PTI), ৰাজ্যিক তথা আৰু জনসংযোগ বিভাগৰ জিলা আৰু মহকুমা পৰ্যায়ত থকা কাৰ্যালয়সমূহ, আৰক্ষী, জিলা প্ৰশাসন, কেন্দ্ৰীয় তথ্য আৰু অনাতাঁৰ মন্ত্ৰালয়ৰ অধীনৰ তথ্য যোগানকাৰী সংস্থা Press Information Bureau (PBI) আদিৰ লগতে ব্যক্তিগত উৎসসমূহৰপৰা প্ৰয়োজন অনুসৰি বাতৰি সংগ্ৰহ কৰা হয়।

তাৰোপৰি গুৰুত্ব অনুসাৰে বহুতো অনুষ্ঠানলৈ সংবাদদাতাই ব্যক্তিগতভাৱে গৈ বাতৰি সংগ্ৰহ কৰিবলগীয়া হয়। লগতে আমাৰ চুবুৰীয়া ৰাজ্যৰ কোনো মন্ত্ৰী আদি আহিলে তাৰ বাতৰি সংগ্ৰহ কৰি সেই ৰাজ্যৰ আঞ্চলিক বাতৰি কেন্দ্ৰলৈ পঠিওৱাটোও এক গুৰুত্বপূৰ্ণ দায়িত্ব। অন্য সংবাদ মাধ্যমৰ দৰেই অনাতাঁৰ বাতৰিৰ প্ৰক্ৰিয়াটোও এটা নিৰৱচ্ছিন্নভাৱে চলি থকা প্ৰৱাহ। সেয়ে ইয়াৰ সৈতে জড়িত সংবাদদাতা এজনেও দিনটোৰ ২৪ ঘণ্টা তথা বছৰটোৰ ৩৬৫ দিনেই কৰ্মৰত হৈ থাকিব লাগে।

আনহাতে, বহুতো আঞ্চলিক বাতৰি কেন্দ্ৰত বিভিন্ন কাৰণবশতঃ এজন ব্যক্তিহে

থাকে। তেনে ক্ষেত্ৰত তেওঁৰ পদৱী সহকাৰী বাতৰি সম্পাদক হ'লেও বাতৰি প্ৰস্তুত তথা সেই অঞ্চলটোৰ গুৰুত্বপূৰ্ণ বাতৰি সেই ৰাজ্যত ৰাজধানীত থকা আঞ্চলিক বাতৰি কেন্দ্ৰলৈ আৰু GNR লৈ পঠোৱা এই দুয়োটা কামেই সম্পাদন কৰিব লাগে।

ৰেল, উৰাজাহাজ, বিজুলী সেৱা যিদৰে বছৰটোৰ প্ৰতিদিনেই চলে তেনেকৈয়ে অনাতাঁৰ বাতৰিও বছৰটোৰ প্ৰতিদিনে চলি থাকিব লাগিব কাৰণে ইয়াৰ সৈতে জড়িত সংবাদদাতাসকলেও ইয়াৰ বাবে প্ৰস্তুত হৈ কাম কৰিব লাগিব।

তাৰোপৰি সমগ্ৰ প্ৰক্ৰিয়াটো সম্পন্ন কৰোঁতে আকাশবাণী বাতৰি বিভাগৰ নীতি নিৰ্দেশনা তথা সংবাদদাতাই ব্যক্তিগত জ্ঞান, বুদ্ধি, ধ্যান-ধাৰণা আদি বস্তুগত প্ৰয়োগ কৰি কৰ্ম সম্পাদন কৰিব লাগে। আনহাতে অনাতাঁৰ বাতৰি বুলিলে কেৱল যে একমাত্ৰ বাতৰিহে প্ৰচাৰ কৰা হয় তেনে নহয়। বাতৰিয়েই মূল উপাদান যদিও ইয়াৰ সংশ্লিষ্ট অন্যান্য সেৱাও নিয়মিতভাৱে আগবঢ়োৱা হয়। যেনে— সাময়িক গুৰুত্বপূৰ্ণ কোনো বিষয়ৰ ওপৰত আলোচনা, সমীক্ষা, পুৱাৰ প্ৰধান বাতৰিকাকতত প্ৰকাশিত মূল বাতৰিৰ শিৰোনামা তথা বাতৰিৰ সাৰাংশ, দেশৰ ৰাজনৈতিক নেতাসকলৰ কিছুমান উন্নয়নমূলক কাম কাজো, নিৰ্বাচনী, সমীক্ষা, বিশ্লেষণ, যোগাত্মক তথা উন্নয়নমূলক কাম-কাজৰ ওপৰত প্ৰস্তুত কৰা বাতৰি পৰিক্ৰমা আদি বিভিন্ন বাতৰি সম্পৰ্কীয় সেৱাও এই বিভাগৰদ্বাৰা আগবঢ়োৱা হয়।

চৰকাৰৰ নতুন মুক্ত নীতিৰ ফলত অদূৰ ভৱিষ্যতে আমাৰ দেশত আকাশবাণীৰ উপৰিও ব্যক্তিগত খণ্ডৰ অনাতাঁৰ কেন্দ্ৰকো বাতৰি প্ৰচাৰৰ বাবে অনুমতি প্ৰদানৰ যথেষ্ট সম্ভাৱনা আছে। তেতিয়া এই ক্ষেত্ৰত সংবাদদাতা, বাতৰি পঢ়োঁতা তথা অনুবাদক আদি বিভিন্ন পদত যথেষ্ট জীৱিকাৰ সুবিধা ওলোৱাৰ অৱকাশ আছে।

তদুপৰি অন্যান্য বিভাগৰ দৰেই বাতৰি পঢ়োঁতাৰ পদতো কৰ্তৃপক্ষই ভৱিষ্যতে স্থায়ীভাৱে মানুহ নিয়োগ নকৰাকৈ অস্থায়ী বা অংশকালীন পঢ়োঁতাৰে বাতৰিৰ প্ৰচাৰৰ কাম চলোৱাৰ বাবে ব্যৱস্থা কৰিছে। সেয়ে এনেভাৱেও আমাৰ বহুতো উঠি অহা শিক্ষিত যুৱক-যুৱতীয়ে অংশকালীন হিচাবেও জীৱিকা অৰ্জন কৰিব পৰাৰ যথেষ্ট থল আছে।

আজিকালি গতানুগতিক সকলো ক্ষেত্ৰতে যিদৰে জীৱিকাৰ বাবে প্ৰতিযোগিতা বহু বেছি হৈ আহিছে আৰু সেই অনুপাতে চাকৰি-বাকৰিও দিনকদিনে কমি আহিছে। এই পৰিপ্ৰেক্ষিতত অনাতাঁৰ বাতৰিৰ দৰে নতুন তথা অগতানুগতিক জীৱিকাত নিজৰ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিবলৈ চেষ্টা কৰাটো উৎসাহজনক কাম হ'ব।

### ❒ অভিজিত বৰা

**টেলিভিছন:** বৰ্তমান বিশ্বৰ সবাতোকৈ শক্তিশালী আৰু জনপ্ৰিয় মাধ্যমটো হৈছে টেলিভিছন। ইয়াৰ প্ৰধান কাৰণটো হৈছে ই অডিঅ'-ভিচুৱেল অৰ্থাৎ আপুনি ঘৰতে বহি ছবি আৰু শব্দৰ খেলা উপভোগ কৰিব পাৰে। টেলিভিছন যোগে প্ৰতি মুহূৰ্ততে

নানা বিষয়ৰ নানা অনুষ্ঠান প্ৰচাৰ হ'ব লাগিছে যদিও পৰিসংখ্যাৰ দিশৰপৰা বিশ্বত সবাতোকৈ জনপ্ৰিয় অনুষ্ঠানটো হৈছে টেলিভিছনযোগে প্ৰচাৰ হোৱা সংবাদ।

টেলিভিছনে বৰ্তমান অৱস্থা পাবলৈ সময় ল'লে প্ৰায় সত্তৰ বছৰ। ১৯২৫ চনৰ ৩০ অক্টোবৰত টেলিভিছনৰ উদ্ভাৱন হৈছিল। তাৰপৰা পদে পদে নানা গৱেষণা আৰু প্ৰযুক্তিৰ প্ৰয়োগেৰে টেলিভিছন মাধ্যমটো আহি আজিৰ অৱস্থা পাইছেহি। বৰ্তমান স্থানীয় টেলিভিছন প্ৰচাৰ (ভাৰতবৰ্ষত দূৰদৰ্শন) ৰ লগে লগে চুকে-কোণে সোমাই পৰিছে ছেটেলাইট চেনেলসমূহ। মহাকাশত অৱস্থান কৰা বিভিন্ন কৃত্ৰিম উপগ্ৰহবোৰৰ মাধ্যমত এই ছেটেলাইট চেনেলসমূহৰ অনুষ্ঠানসমূহ প্ৰচাৰ হয়। (কৃত্ৰিম উপগ্ৰহ মাধ্যমত এনে প্ৰচাৰৰ সম্ভাৱনাৰ কথা পোন প্ৰথমে দিছিল বিখ্যাত কল্পবিজ্ঞান লেখক আৰ্থাৰ চি ক্লাৰ্কে।)

**ইতিহাস ঃ** টেলিভিছন যোগে পোন-প্ৰথম নিয়মিত প্ৰচাৰ আৰম্ভ হৈছিল ১৯২৮ চনৰ ১১ মেত নিউ ইয়ৰ্কত। ইংলণ্ডত টেলিভিছন অনুষ্ঠান প্ৰচাৰ আৰম্ভ কৰে B.B.C. য়ে ১৯২৯ চনৰ ৩০ ছেপ্টেম্বৰত। ভাৰতবৰ্ষত টেলিভিছন প্ৰচাৰ আৰম্ভ কৰে দূৰদৰ্শনে (চৰকাৰী মাধ্যম, বৰ্তমান প্ৰসাৰ ভাৰতী নিগম) ১৯৫৯ চনৰ ১৫ ছেপ্টেম্বৰত দিল্লীত। অসমত দূৰদৰ্শনৰ অনুষ্ঠান আৰম্ভ হয় ১৯৮৫ চনৰ ২৪ মাৰ্চত গুৱাহাটীত।

টেলিভিছন যোগে পোন প্ৰথমবাৰলৈ সংবাদ প্ৰচাৰ আৰম্ভ হৈছিল ১৯২৮ চনৰ ২২ আগষ্টত নিউ ইয়ৰ্কত। সংবাদৰ লগতে সাম্প্ৰতিক ঘটনাৱলী (CURRENT AFFAIRS ) ৰ অনুষ্ঠান প্ৰচাৰ পোন প্ৰথম আৰম্ভ কৰিছিল B.B.C. য়ে ১৯৩৮ চনত। টেলিভিছনযোগে নিয়মিত সংবাদ প্ৰচাৰ আৰম্ভ হয় ১৯৪১ চনৰ ১ জুলাইত নিউ ইয়ৰ্কৰ W.N.B.B. যোগে।

ভাৰতবৰ্ষত টেলিভিছন সংবাদৰ ইতিহাস আৰম্ভ হয় দূৰদৰ্শনৰ যোগেদি ১৯৬৫ চনৰ ১৫ আগষ্টত। সিদিনা দিল্লী দূৰদৰ্শন কেন্দ্ৰযোগে ইতিমধ্যে প্ৰচাৰ হৈ থকা এঘণ্টাৰ টেলিভিছন অনুষ্ঠানসূচীত হিন্দী সংবাদ প্ৰচাৰ অন্তৰ্ভুক্ত হয়। প্ৰথমগৰাকী সংবাদ পৰিৱেশনকাৰী আছিল শ্ৰীমতী প্ৰতিমা পুৰী। দূৰদৰ্শনযোগে ইংৰাজী ভাষাত সংবাদ পৰিৱেশন আৰম্ভ হয় ১৯৭১ চনৰ ৩ ডিছেম্বৰত। ১৯৮২ চনৰ ১৯ নৱেম্বৰৰপৰা ৰাষ্ট্ৰীয় কাৰ্যসূচীযোগে সৰ্বভাৰতীয় সংবাদ পৰিৱেশন আৰম্ভ হয় দিল্লীৰপৰা।

অসমত টেলিভিছনযোগে সংবাদ প্ৰচাৰ আৰম্ভ হয় দূৰদৰ্শন গুৱাহাটী কেন্দ্ৰৰ যোগেদি ১৯৮৫ চনৰ ২৪ মাৰ্চত। সেইদিনাই অসমত টেলিভিছনযোগে অসমীয়া অনুষ্ঠান প্ৰচাৰো আৰম্ভ হয়। প্ৰথম অৱস্থাত দহ মিনিটৰ অসমীয়া 'বাতৰি' প্ৰচাৰ হৈছিল। প্ৰথমজন পৰিৱেশক আছিল প্ৰতাপ বৰদলৈ। প্ৰযোজনা কৰিছিল দেৱেন তামুলীয়ে। দূৰদৰ্শন কেন্দ্ৰ, গুৱাহাটী যোগে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ বাবে ইংৰাজী বাতৰি প্ৰচাৰ আৰম্ভ হয় ১৯৯৪ চনৰ ১৪ এপ্ৰিলত।

ভাৰতবৰ্ষত বেচৰকাৰী ছেটেলাইট টেলিভিছন সেৱাৰ আৰম্ভণি কৰে জি. টি

ভিয়ে ( ZEE T.V. ) ১৯৯২ চনৰ অক্টোবৰত। সেই বছৰেই তেওঁলোকে সংবাদ প্ৰচাৰো আৰম্ভ কৰে। বৰ্তমান ZEE NEWS, STAR NEWS, AAJ TAK আদি কেইবাটাও 'কেবল' SETELITE NEWS CHANNEL আছে।

**টেলিভিছন সংবাদ কক্ষ ঃ** অন্যান্য সংবাদ মাধ্যমতকৈ যদিও টেলিভিছন সংবাদৰ পাৰ্থক্য অনেক, তথাপি সংবাদ আহৰণ আৰু বাতৰি সম্পাদনা ( Script ) ৰ কাম-কাজবোৰৰ পাৰ্থক্য সীমিত। পাৰ্থক্য ইমানেই যে বাতৰি কাকত এখনৰ দৰে টেলিভিছন সংবাদ প্ৰস্তুত কৰোঁতে প্ৰুফ ৰিডিং, লে-আউট বা ছপা কামবোৰ নাই।

টেলিভিছনৰ সংবাদ কক্ষটোক দুটা ভাগত ভাগ কৰিব পাৰি। এটা হৈছে বাতৰি সম্পাদনা অৰ্থাৎ সংবাদ আহৰণৰপৰা বাতৰি পৰিৱেশকে পঢ়িবলগীয়া Script খনলৈকে প্ৰস্তুত কৰা আৰু আনটো হৈছে পৰিৱেশন হ'বলগীয়া বাতৰিৰ লগত প্ৰয়োজনীয় আনুসংগিক দৃশ্যাৱলী (ভিডিঅ' দৃশ্যাংশৰ সম্পাদিত ৰূপ, গ্ৰাফিক্‌ছ, হট চুইট্‌চিং, ডি.এছ.এন.জি. ইত্যাদি) সহ বাতৰি প্ৰযোজনা। এখন সফল টেলিভিছন 'বুলেটিন'ৰ আঁৰত অসংখ্য মানুহৰ শ্ৰম আৰু অৱদান থাকে যদিও মূল লোককেইজন হৈছে বাতৰি সম্পাদক আৰু বাতৰি প্ৰযোজক।

সাধাৰণতে টেলিভিছন সংবাদ কক্ষ এটাত এজন বাতৰি সম্পাদকৰ লগতে একাধিক সহকাৰী সম্পাদক, ৰেফাৰেঞ্চ বিষয়া, অনুবাদক, প্ৰতিলিপি প্ৰস্তুতকাৰক আদি থাকে। আনহাতে প্ৰযোজনাৰ দিশত একাধিক প্ৰযোজক, প্ৰযোজনা সহকাৰী, ভিডিঅ' সম্পাদকৰ লগতে দৃশ্যগ্ৰহণকাৰী, মঞ্চ নিয়ন্ত্ৰক আদি থাকে।

ভাৰতবৰ্ষৰ সৰ্ববৃহৎ টেলিভিছন প্ৰতিষ্ঠান দূৰদৰ্শনৰ বাতৰি বিভাগৰ সম্পাদক তথা সহকাৰী সম্পাদকসকল ভাৰতীয় সংবাদ সেৱা অৰ্থাৎ ইণ্ডিয়ান ইনফৰ্মেছন ছাৰ্ভিছৰপৰাই নিযুক্ত হয়।

**সংবাদ আহৰণ :** টেলিভিছনৰ সংবাদ আহৰণৰ দুটা দিশ আছে। এটা হৈছে কেৱল বাতৰি (Dry News) আৰু আনটো হৈছে দৃশ্যসহ বাতৰি (Visual News)।

কেৱল বাতৰি সংগ্ৰহৰ বাবে টেলিভিছন প্ৰতিষ্ঠানবোৰে (দূৰদৰ্শনেও) মূলতঃ বাতৰি প্ৰতিষ্ঠান,সংস্থাবোৰৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হয়। ইয়াৰ বাহিৰেও নিজস্ব সংবাদদাতা, ইণ্টাৰনেট, অন্যান্য টেলিভিছন চেনেল আদিৰ সহায়ত বাতৰি সংগৃহীত হয়।

দৃশ্যসহ বাতৰি সংগ্ৰহৰ বাবে টেলিভিছন প্ৰতিষ্ঠানবোৰে নিজস্ব ENG UNIT অৰ্থাৎ ইলেক্ট্ৰনিক নিউজ গেদাৰিং ইউনিট বা স্বতন্ত্ৰ ENG ইউনিটৰদ্বাৰা দৃশ্যাৱলী সংগ্ৰহ কৰিব লাগে। এনেকুৱা একোটা ইউনিটত থাকে এটা ইলেক্ট্ৰনিক কেমেৰা, ৰেকৰ্ডাৰ (অৱশ্যে বৰ্তমান কেমেৰা আৰু ৰেকৰ্ডাৰ একেলগেই থাকে), এজন বা একাধিক দৃশ্যগ্ৰহণকাৰী, শব্দগ্ৰহণকাৰী, পোহৰ প্ৰক্ষেপণকাৰী, প্ৰযোজক অথবা সংবাদদাতা আদি। বৰ্তমান টেলিভিছন সংবাদক অধিক আকৰ্ষণীয় কৰি তুলিবলৈ D.S.N.G. অৰ্থাৎ ডাইৰেক্ট ছেটেলাইট নিউজ গেদাৰিং ব্যৱহাৰ হৈছে।

ইলেক্ট্রনিক নিউজ গেদাৰিং ইউনিটসমূহ সাধাৰণতে প্ৰতি মুহূৰ্ততে সাজু হৈ থাকে আৰু কোনো ঘটনাৰ খবৰ পোৱা মাত্ৰকে ঘটনাস্থলীত উপস্থিত হৈ দৃশ্যাংশ সংগ্ৰহ কৰে। বাতৰি পৰিৱেশন হোৱা ঠাইৰপৰা ঘটনাস্থলী দূৰ হ'লে ইউনিটবোৰে দৃশ্যাংশ প্ৰেৰণৰ বাবে বিভিন্ন উপায় অৱলম্বন কৰিবলগীয়া হয়। পথ পৰিৱহণ, উৰাজাহাজ বা হেলিকপ্টাৰযোগে বাহকে সংগৃহীত দৃশ্যাৱলীৰ কেছেট সংবাদ কক্ষলৈকে কঢ়িয়াই আনে। বহু ক্ষেত্ৰত নানা অসুবিধাৰ বাবে বহু গুৰুত্বপূৰ্ণ ঘটনাৰ দৃশ্যাৱলী পলমকৈ দেখুৱাবলগীয়াও হয়। ভাৰতবৰ্ষৰ সৰ্ববৃহৎ টেলিভিছন প্ৰতিষ্ঠান দূৰদৰ্শনে উত্তৰ-পূৰ্বাঞ্চলৰ দৰে দুৰ্গম অঞ্চলবোৰত এনে অসুবিধাসমূহৰ বাবে কৃত্ৰিম উপগ্ৰহ মাধ্যমত এনে দৃশ্যাৱলী প্ৰেৰণ আৰু আহৰণৰ সুবিধা কৰি দিছে। এই প্ৰণালীক News Feed বোলা হয়। এইক্ষেত্ৰত ENG যোগে সংগৃহীত দৃশ্যাৱলী একোটা ভূমি কেন্দ্ৰ (EARTH STATION) যোগে কৃত্ৰিম উপগ্ৰহৰ মাধ্যমত প্ৰেৰণ কৰা হয়। সেই দৃশ্যাৱলী ভাৰতবৰ্ষত যিকোনো অঞ্চলতে থকা ভূমি কেন্দ্ৰই আহৰণ কৰিব পাৰে। এই প্ৰক্ৰিয়াক Setelite Uplink আৰু Setelite Downlink বোলা হয়।

বৰ্তমান বিদেশী ছেটেলাইট চেনেলবোৰৰ সংবাদ কক্ষই DSNG মাধ্যমতে দেশ-বিদেশৰ দৃশ্যাৱলী সংগ্ৰহ কৰে। এই ক্ষেত্ৰত ঘটনাস্থলীৰপৰা পোনপটীয়াকৈ অথবা ENG যোগে সংগৃহীত দৃশ্যাৱলী পঠিয়াব পাৰি। এই ক্ষেত্ৰত কৃত্ৰিম উপগ্ৰহৰ লগত পোনপটীয়াকৈ যোগাযোগ কৰিব পাৰি, যাৰ বাবে পোনপটীয়া প্ৰেৰণ আৰু সংগ্ৰহ সম্ভৱপৰ। উদাহৰণ স্বৰূপে, ২০০১ চনৰ ১১ ছেপ্টেম্বৰত আমেৰিকাৰ নিউ ইয়ৰ্ক ৱাৰ্ল্ড ট্ৰেড ছেণ্টাৰত সংঘটিত উগ্ৰপন্থী আক্ৰমণৰ দৃশ্যাৱলীৰ কথাকে ক'ব পাৰি।

**সংবাদ কক্ষৰ কাৰ্যপ্ৰণালী :** ইতিমধ্যে উল্লেখ কৰা হৈছে যে সংবাদ কক্ষ একোটাৰ মুৰব্বীজন হৈছে বাতৰি সম্পাদকজন। মূলতঃ এই বাতৰি সম্পাদকজনেই একোখন 'বুলেটিন' প্ৰস্তুত কৰা সময়ত মুখ্য পৰিচালক। এই শিতানত আমি ভাৰতবৰ্ষৰ সৰ্ববৃহৎ তথা আতাইতকৈ পুৰণি টেলিভিছন প্ৰতিষ্ঠান দূৰদৰ্শনৰ বাতৰি কক্ষ এটাৰ কাৰ্যপ্ৰণালীৰ বিষয়ে চমু আভাস দিম।

দূৰদৰ্শন সংবাদ কক্ষ একোটাই সংবাদ আহৰণৰ বাবে মূলতঃ সংবাদ প্ৰতিষ্ঠানসমূহৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হয়। দৃশ্যাৱলীৰ বাবে নিজস্ব ENG ইউনিটৰ লগতে ভূমি কেন্দ্ৰ যোগে নানা অঞ্চলৰ দৃশ্যাৱলীও পোৱা যায়। ঘটনাৰ গুৰুত্বলৈ লক্ষ্য ৰাখি ৰাষ্ট্ৰীয় কাৰ্যক্ৰমৰ বাতৰিৰ দৃশ্যাংশ বা অন্যান্য কেন্দ্ৰৰ বাতৰিৰ দৃশ্যাংশও ব্যৱহাৰ কৰা হয়।

একোখন বুলেটিন পৰিৱেশন হোৱাৰ প্ৰাক্-মুহূৰ্তত অতি ব্যস্ততাপূৰ্ণ পৰিৱেশ বিৰাজ কৰে সংবাদ কক্ষত। এই ঘটনা ক্ৰম এনে ধৰণৰ — বুলেটিনখনৰ পৰিৱেশনৰ আগে আগে প্ৰথমেই এখন সভা (অনানুষ্ঠানিক) অনুষ্ঠিত হয়, য'ত উপস্থিত থাকে বাতৰি সম্পাদক, সহকাৰী সম্পাদক, প্ৰযোজক, প্ৰযোজনা সহকাৰী আদি। সভাখনত সিদিনা পৰিৱেশন হ'বলগীয়া সম্ভাব্য বাতৰি আৰু তাৰ স'তে ৰজিতা খুৱাই দিবলগীয়া দৃশ্যাংশৰ

বিষয়ে আলোচনা হয়। কিয়নো ENG যোগে সংগৃহীত দৃশ্যাৱলীৰ উপৰি বহুসময়ত সংৰক্ষিত চিত্ৰ, বিভিন্ন গ্ৰাফিক্‌ছ, স্থিৰচিত্ৰ আদিও দেখুওৱা হয়। এনে পৰিকল্পনা সভাখনত সময়ে সময়ে কেন্দ্ৰৰ অন্যান্য বিভাগীয় প্ৰযোজক বা প্ৰযোজনা সহকাৰীও উপস্থিত থাকিবলগীয়া হয়। নিৰ্দিষ্ট কোনো ঘটনাৱলীৰ দৃশ্যসহ বাতৰি এনে বিভাগবোৰেও প্ৰস্তুত কৰে। উদাহৰণ স্বৰূপে খেল, সাংস্কৃতিক ঘটনাৱলী, চলচ্চিত্ৰ আদি বিষয়ক বাতৰি সময়ে সময়ে বিশেষভাৱে প্ৰস্তুত কৰা হয়। যি কি নহওক, এই সভাখনতে সিদিনাৰ সেই বুলেটিনখন কিদৰে সজোৱা হ'ব তাৰ পৰিকল্পনা কৰি লোৱা হয়। এই পৰিকল্পনা সেই মুহূৰ্তলৈকে সংগৃহীত বাতৰি আৰু দৃশ্যাৱলীৰ ওপৰত নিৰ্ভৰ কৰিহে কৰা হয় যদিও শেষ মুহূৰ্তত অহা বাতৰি বা দৃশ্যাৱলীয়েও গুৰুত্ব অনুযায়ী স্থান পায়।

সভাৰ পিছতে সহকাৰী সম্পাদকসকলে বাছি উলিওৱা বাতৰি (সংবাদ প্ৰতিষ্ঠানৰপৰা পোৱা, নিজস্ব সংবাদদাতাই দিয়া, অথবা আন উপায়ে সংগৃহীত) সমূহ সম্পাদকৰ মেজলৈ প্ৰেৰণ কৰা হয়। সম্পাদকে বাতৰিসমূহৰ ওপৰত চকু ফুৰাই প্ৰয়োজন সাপেক্ষে সম্পাদনা কৰি, অনুবাদ কৰিবলগীয়া হ'লে অনুবাদকৰ ওচৰলৈ, অন্যথা প্ৰতিলিপি প্ৰস্তুতকাৰীলৈ প্ৰেৰণ কৰে। লগে লগে তেওঁৰ লগত সমন্বয় ৰক্ষা কৰি বাতৰি প্ৰযোজকজনে নিজে অথবা ভিডিঅ' সম্পাদকজনৰ লগ লাগি সেই মুহূৰ্তলৈকে সংগৃহীত দৃশ্যাৱলীৰ সম্পাদনা আৰম্ভ কৰাৰ লগতে প্ৰয়োজন সাপেক্ষে গ্ৰাফিক্‌ছ প্ৰস্তুত কৰিবলৈ কম্পিউটাৰ গ্ৰাফিক্‌ছ প্ৰস্তুতকাৰীক নিৰ্দেশ দিয়ে। স্থিৰচিত্ৰৰ ক্ষেত্ৰত সংগৃহীত স্থিৰচিত্ৰ অথবা সংৰক্ষিত স্থিৰচিত্ৰ সাজু কৰে প্ৰযোজনা সহকাৰীয়ে। গুৰুত্ব অনুযায়ী বাতৰি বা দৃশ্যসহ বাতৰিৰ ক্ৰম সম্বন্ধে সিদ্ধান্ত গ্ৰহণ কৰে বাতৰি সম্পাদকে। এনেদৰেই একোখন টেলিভিছন বুলেটিন প্ৰস্তুত কৰা হয়।

উল্লেখ্য যে, টেলিভিছনৰ অনুষ্ঠান প্ৰচাৰ দুই ধৰণে হয়— প্ৰথমতঃ পূৰ্বতে ৰেকৰ্ডিং কৰি সম্পাদিত অনুষ্ঠান আৰু দ্বিতীয়ত: পোনপটীয়াকৈ প্ৰচাৰিত অনুষ্ঠান। টেলিভিছনৰ বাতৰি পৰিৱেশন এক পোনপটীয়া প্ৰচাৰ।

সংবাদ কক্ষই প্ৰস্তুত কৰি উলিওৱা 'বুলেটিন'খন এইবাৰ ইতিমধ্যেই সাজু হৈ থকা বাতৰি পৰিৱেশকৰ হাতত পৰেগৈ, লগে লগে অনুৰূপ এখন বুলেটিন পৰেগৈ বাতৰি প্ৰযোজকৰ হাতত। বাতৰি প্ৰযোজকে ক্ৰম অনুযায়ী দৃশ্যাৱলী সজাই লয়। ইয়াৰ পৰৱৰ্তী পৰ্যায়টো সম্পূৰ্ণ কাৰিকৰী (Technical)।

**কাৰিকৰী কাৰ্যপ্ৰণালী :** টেলিভিছন সম্প্ৰচাৰৰ সমগ্ৰ পদ্ধতিটোৱেই এটা কাৰিকৰী প্ৰক্ৰিয়া। টেলিভিছনযোগে সংবাদ প্ৰচাৰৰ দিশতো পদে পদে জড়িত হৈ আছে কাৰিকৰী প্ৰযুক্তি।

বাতৰি কক্ষত বাতৰি সংগ্ৰহৰ বাবেও পদে পদে নিৰ্ভৰ কৰিবলগীয়া হয় কাৰিকৰী প্ৰযুক্তিৰ ওপৰতে। সংবাদ প্ৰতিষ্ঠানবোৰে প্ৰেৰণ কৰা বাতৰিসমূহ আহে টেলিপ্ৰিণ্টাৰযোগে। তদুপৰি ফেক্স, টেলিফোন, ইণ্টাৰনেট আদিৰ যোগেদিও বাতৰি

আহে।

টেলিভিছন সংবাদৰ গুৰুত্বপূৰ্ণ দিশটো হৈছে দৃশ্যাৱলী। দৃশ্যাৱলী সংগ্ৰহৰ ক্ষেত্ৰত ENG, DSNG অথবা EARTH STATION আদিৰ বিষয়ে ইতিমধ্যে উল্লেখ কৰা হৈছে । সংগৃহীত দৃশ্যাৱলী সম্পাদনাৰ বাবেও ইলেক্ট্ৰনিক সম্পাদনা কক্ষ ব্যৱহাৰ কৰা হয়।

**বাতৰি সম্প্ৰচাৰ :** টেলিভিছনৰ বাতৰি প্ৰস্তুত কৰা সম্পৰ্কে সম্ভাব্য সকলো দিশৰ কথা ইতিমধ্যে আলোচনা কৰা হৈছেই। চূড়ান্ত পৰ্যায় ইয়াৰ পিছতে আৰম্ভ হয়। বাতৰি পৰিৱেশকে এইবাৰ প্ৰস্তুত বাতৰি লিখা (Script) খিনি লৈ প্ৰৱেশ কৰে ষ্টুডিঅ'ত আৰু প্ৰযোজকজন প্ৰৱেশ কৰে প্ৰস্তুতি কক্ষত (PRODUCTION CONTROL ROOM সংক্ষেপতে PCR) । ইতিমধ্যে যাবলগীয়া দৃশ্যাৱলীৰ সম্পাদিত ভিডিঅ' টেপ (TAPE) টো ভিডিঅ' প্লে-বেক কোঠাত জমা দিয়া হয়।

এইখিনিতে ষ্টুডিঅ'ৰপৰা পোনপটীয়া প্ৰচাৰৰ বিষয়ে সম্যক আভাস এটা দি থ'লে পঢ়ুৱৈসকলে সহজেই সকলো কথা বুজিব পাৰিব।

ষ্টুডিঅ'ৰপৰা পোনপটীয়া সম্প্ৰচাৰৰ বাবে ক'বলৈ যাওঁতে আমি উদাহৰণ স্বৰূপে এটা অনুষ্ঠান সম্পৰ্কীয় ঘোষণাকে লওঁ। ইয়াৰ বাবে ঘোষকজন য'ত বহিব সেইটো হৈছে পৰিৱেশন ষ্টুডিঅ' (PRESENTATION STUDIO)। এই পৰিৱেশন ষ্টুডিঅ'ত থকা বস্তুবোৰ হৈছে এযোৰ টেবুল, চকী, সমুখত কেমেৰা আৰু টেলিপ্ৰম্পটাৰ (টেলিপ্ৰম্পটাৰটো হৈছে ঘোষকে চাই পঢ়িবলগীয়া কাগজখন যাতে তললৈ চাবলগীয়া নহয় তাৰবাবে এক ব্যৱস্থা), এটা মাইক্ৰ'ফোন আৰু আলোক সম্পাতৰ ব্যৱস্থা। সম্প্ৰচাৰৰ মুহূৰ্তত কাৰ্য সাধন কৰিবলৈ থাকিব এজন দৃশ্যগ্ৰহণকাৰী আৰু মঞ্চ নিয়ন্ত্ৰক।

পৰিৱেশন ষ্টুডিঅ'টো পোনপটীয়াভাৱে PCR অৰ্থাৎ প্ৰডাকছন কণ্ট্ৰ'ল ৰুমৰ লগত সংযোগ আছে। এই কোঠাটোত থকা সা-সৰঞ্জামবোৰৰ ভিতৰত আছে— কেমেৰা কণ্ট্ৰ'ল ইউনিট, কেমেৰা মনিটৰ, ভিছন মিক্সিং কণ্ট্ৰ'ল, অডিঅ' কণ্ট্ৰ'ল টেবুল, ভিডিঅ' প্লে-বেক মনিটৰ ইত্যাদি। এই কোঠাৰ লগত ভিডিঅ' প্লে-বেক আৰু ৰেকৰ্ডিং কোঠাও সংযোজিত।

এই প্ৰযোজনা কক্ষটো আকৌ সংযোজিত MSR অৰ্থাৎ MASTER SWITCHING ROOM-ৰ লগত। একোটা টেলিভিছন কেন্দ্ৰৰ মূল হৈছে এই কোঠাটো। এই কোঠাটোৰ পোনপটীয়া সম্পৰ্ক স্থানীয় ট্ৰেন্সমিটাৰ আৰু ভূমি কেন্দ্ৰৰ লগত।

এতিয়া পৰিৱেশন ষ্টুডিঅ'ৰ ঘোষকে দিয়া ঘোষণাটোৰ দৃশ্য আৰু শব্দ প্ৰযোজনা কক্ষৰ যোগেদি MSR হৈ ট্ৰেন্সমিটাৰ আৰু ভূমিকেন্দ্ৰযোগে সম্প্ৰচাৰিত হ'লে আমি ঘৰতে বহি আমাৰ টেলিভিছনবোৰত দেখিবলৈ পাওঁ।

এইবাৰ আহোঁ টেলিভিছন বাতৰি পৰিৱেশনৰ সমগ্ৰ প্ৰক্ৰিয়াটোলৈ। ইতিমধ্যে পৰিৱেশন হ'বলগীয়া বাতৰিখিনি লৈ পৰিৱেশকজন পৰিৱেশন ষ্টুডিঅ'ত আৰু

প্ৰযোজকজন প্ৰযোজনা কক্ষত প্ৰৱেশ কৰালৈকে উল্লেখ কৰা হৈছে।

পৰিৱেশন ষ্টুডিঅ'ত বহা পৰিৱেশকৰ ছবি কেমেৰাযোগে প্ৰযোজকে প্ৰযোজনা কক্ষত থকা মনিটৰত দেখিবলৈ পায় আৰু মাইক্ৰ'ফোন মাধ্যমত অহা কণ্ঠস্বৰ অডিঅ' মনিটৰত শুনিবলৈ পায়। সিফালে পৰিৱেশন ষ্টুডিঅ'ৰ আন কেমেৰা মাধ্যমেদি যাবলগীয়া স্থিৰচিত্ৰও মনিটৰত দেখাৰ লগতে ভিডিঅ' প্লে-বেকযোগে যাবলগীয়া দৃশ্যাৱলীৰ প্ৰথম ফ্ৰেম দেখিবলৈ পোৱা যায়। ইয়াৰ লগতে প্ৰযোজনা কক্ষৰ কম্পিউটাৰ যোগে প্ৰস্তুত গ্ৰাফিক্ছো এটা মনিটৰত দেখা যায়।

সংবাদ সম্প্ৰচাৰৰ আগে আগে পৰিৱশকৰ কণ্ঠস্বৰ অন্তিম মুহূৰ্তত এবাৰ পৰীক্ষা কৰি চোৱাৰ লগতে কাৰিকৰী লোকসকলক পৰিৱেশিত হ'বলগীয়া বাতৰিৰ পৰিকল্পনা সম্পৰ্কে চমু আভাস দিয়ে প্ৰযোজকে।

নিৰ্দিষ্ট সময়ৰ লগে লগে আৰম্ভ হয় বাতৰি পৰিৱেশন। পৰিৱেশকে মুখ্য বাতৰিসমূহৰ শিৰোনামা পঢ়াৰ পিছৰপৰা (কোনো কোনোৱে সেই সময়তো দৃশ্যাংশ দেখুওৱা) দৃশ্যাংশ দেখুওৱা আৰম্ভ হয়। অৱশ্যে সকলো বাতৰিৰে দৃশ্যাংশ নাথাকিবও পাৰে। সম্পাদিত ভিডিঅ' দৃশ্যাংশৰ বাবে ভিডিঅ' প্লে-বেক কৰিবলৈ নিৰ্দেশ দিয়া হয় আৰু দৃশ্যাংশ চলিবলৈ আৰম্ভ কৰিলেই ভিছন মিক্সাৰৰদ্বাৰা লোৱা হয়। আকৌ সেইদৰে সময়ে সময়ে গ্ৰাফিক্ছ, স্থিৰচিত্ৰ আদিও দেখুওৱা হয়।

বৰ্তমান দিনক দিনে উন্নত হোৱা প্ৰযুক্তিৰ বাবে টেলিভিছন সংবাদ পৰিৱেশন ৰীতিও সলনি হৈছে। বৰ্তমান পৰিৱেশন ষ্টুডিঅ'ৰপৰা পোনপটীয়াকৈ বাতৰি প্ৰচাৰ হৈ থকা অৱস্থাতো পূৰ্বতে উল্লেখ কৰি অহা DSNG, HOT SWITCHING অথবা LIVE COVERAGE অন্তৰ্ভুক্ত কৰা হয়।

**বাতৰি পৰিৱেশনৰ মাজত ডি.এছ.এন.জিৰ ব্যৱহাৰ :** ডি.এছ.এন.জি. অৰ্থাৎ ডাইৰেক্ট ছেটেলাইট নিউজ গেদাৰিং সম্পৰ্কে ইতিমধ্যে আলোচনা কৰা হৈছে। এই পদ্ধতিৰে যিকোনো সময়তে যিকোনো ঠাইৰপৰা দৃশ্যসহ বাতৰি সংগ্ৰহ কৰিব পাৰি। কিন্তু বাতৰি পৰিৱেশন হৈ থকা মুহূৰ্ততো ঘটনাৰ গুৰুত্ব অনুসৰি এই পদ্ধতিৰে ঘটনাস্থলীৰপৰা পোনপটীয়াকৈ দৃশ্যাৱলী দেখুওৱা হয়। উদাহৰণ স্বৰূপে পুনৰ ২০০১ চনৰ ১১ ছেপ্টেম্বৰত নিউ ইয়ৰ্কৰ ৱাৰ্ল্ড ট্ৰেড ছেণ্টাৰত হোৱা ভয়ংকৰ উগ্ৰপন্থী আক্ৰমণৰ সময়ত অথবা পৰৱৰ্তী সময়তো CNN যোগে পৰিৱেশিত বাতৰিত সকলো সময়তে ঘটনাস্থলীৰপৰা পোনপটীয়া প্ৰচাৰ কৰি থকা হৈছিল।

**হট চুইট্চিং :** টেলিভিছন বাতৰিৰ মাজত হট চুইট্চিং (HOT SWITCHING) ৰ ব্যৱহাৰ ডি.এছ.এন.জি তকৈ পুৰণি যদিও ই এতিয়াও জনপ্ৰিয়। এই পদ্ধতিও DSNG -ৰ দৰে প্ৰায় একেই। দূৰদৰ্শন যোগে প্ৰচাৰিত ৰাষ্ট্ৰীয় সংবাদত নিয়মীয়াকৈ এই পদ্ধতি ব্যৱহাৰ হয়। উদাহৰণ স্বৰূপে, ৰাষ্ট্ৰীয় বাতৰিত বৰ্তমান আৰম্ভ হোৱা ভাৰতবৰ্ষৰ

বিভিন্ন ৰাজ্যৰ ৰাজধানীসমূহৰপৰা সেইদিনা প্ৰকাশ হোৱা বাতৰি কাকতসমূহৰ শিৰোনামাৰ অনুষ্ঠানটো প্ৰচাৰ এই পদ্ধতিৰেই হয়। নতুন দিল্লীৰ ষ্টুডিঅ'ত পৰিৱেশিত বাতৰিৰ মাজতে নিৰ্দিষ্ট সময়ত গুৱাহাটীক যোগাযোগ কৰা হয়—য'ত গুৱাহাটী ষ্টুডিঅ'ত সিদিনাৰ প্ৰকাশিত বাতৰি কাকতৰ শিৰোনামাবোৰৰ বিষয়ে ক'বলৈ পৰিৱেশক সাজু হৈ থাকে।

**লাইভ কভাৰেজৰ ব্যৱহাৰ ঃ** টেলিভিছনযোগে আজিকালি যিকোনো অনুষ্ঠানৰে পোনপটীয়া প্ৰচাৰ অতিকৈ জনপ্ৰিয়তাতে ক্ৰিকেট, ফুটবল, টেনিছ আদি খেলৰ ক্ষেত্ৰত এই জনপ্ৰিয়তা অতি বেছি। বাতৰি পৰিৱেশন হৈ থাকোঁতে এনে পোনপটীয়া প্ৰচাৰো অন্তৰ্ভুক্ত হয। উদাহৰণ স্বৰূপে, ধৰি লোৱা যাওক গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰযোগে বাতৰি পৰিৱেশন হৈ থকা মুহূৰ্তত স্থানীয় নেহৰু ষ্টেডিয়ামত এখন দিবা-নৈশ আন্তৰ্জাতিক ক্ৰিকেট খেল চলি আছে। বাতৰিযোগে সেই খেলখনৰ সম্পৰ্কে বাতৰি পৰিৱেশন কৰোঁতে এনে পোনপটীয়া প্ৰচাৰ অন্তৰ্ভুক্ত কৰা হয়। সেই ধৰণে বাতৰি পৰিৱেশন হৈ থাকোঁতে ৰাষ্ট্ৰপতি, প্ৰধানমন্ত্ৰী আদিৰ শপত গ্ৰহণ, ভাষণ আদিৰ পোনপটীয়া প্ৰচাৰো অন্তৰ্ভুক্ত হয়।

**ভইছ-অভাৰ ষ্ট'ৰি :** টেলিভিছন যোগে প্ৰচাৰিত সংবাদবোৰক সাধাৰণতে দুটা ভাগত বিভক্ত কৰা হয় 'হাৰ্ড নিউজ' আৰু 'ছফ্‌ট নিউজ'। যিবোৰ বাতৰি তাৎক্ষণিকভাৱে প্ৰচাৰ নকৰিলে পিছলৈ তাৰ মূল্য নাথাকে তেনেবোৰক 'হাৰ্ড' বোলা হয়, আনহাতে যিবোৰ বাতৰি কিছু পলমকৈ প্ৰচাৰ হ'লেও মূল্য হ্ৰাস নহয় সেইবোৰ 'ছফ্‌ট' বোলা হয়। উদাহৰণ স্বৰূপে, কোনো ডাঙৰ ধৰণৰ ৰাজনৈতিক তৎপৰতা বা উগ্ৰপন্থী আক্ৰমণ আদি বাতৰিবোৰ 'হাৰ্ড নিউজ'। আনহাতে, কোনো এখন ৰেল চলাচলৰ শুভাৰম্ভ অথবা কিবা এখন আলোচনা (SEMINER) আদিৰ বাতৰিটো 'ছফ্‌ট নিউজ'।

'ছফ্‌ট নিউজ'বিলাক আকৌ বিভিন্ন ধৰণৰ হ'ব পাৰে—সেয়া নিৰ্ভৰ কৰে বাতৰিটোৰ গুৰুত্বৰ ওপৰত। টেলিভিছন সংবাদৰ মাজত এনে 'ছফ্‌ট ষ্ট'ৰি' কিছুমান লৈয়ে প্ৰস্তুত কৰা হয় কিছুমান 'ভয়ছ-অভাৰ ষ্টৰি'। ভয়ছ-অভাৰ ষ্ট'ৰি যে কেৱল ছফ্‌ট নিউজ লৈয়ে প্ৰস্তুত হয় তেনে নহয়, বিভিন্ন হাৰ্ড লাইন নিউজ আনকি শিৰোনামাত থকা বাতৰিৰো 'ভয়ছ-অভাৰ' হ'ব পাৰে। উদাহৰণ স্বৰূপে, প্ৰধানমন্ত্ৰী বা ৰাষ্ট্ৰপতিৰ বিদেশ ভ্ৰমণ আদিৰ ক্ষেত্ৰতো প্ৰায় সকলো সময়তে ভয়ছ-অভাৰ ষ্ট'ৰি কৰা হয়। ইয়াৰ কাৰণ কম সময়তে আটাইখিনি সংবাদ সামৰি লোৱা।

টেলিভিছন সংবাদত বৰ্তমান 'ভয়ছ-অভাৰ ষ্ট'ৰি'ৰ ব্যৱহাৰ দিনক দিনে বাঢ়ি আহিছে। বিশেষকৈ ব্যক্তিগত খণ্ডৰ ছেটেলাইট চেনেলসমূহৰ বাতৰিত ই অতিকৈ জনপ্ৰিয়।

**বাতৰি সম্পাদনা :** পূৰ্বতে উল্লেখ কৰি অহা হৈছে যে টেলিভিছন হৈছে

একপ্ৰকাৰৰ দৃশ্য আৰু শ্ৰব্য মাধ্যম। গতিকে টেলিভিছনৰ বাবে সংবাদ প্ৰস্তুত কৰোঁতে সকলো সময়তে সেই কথা মনত ৰাখিবলগীয়া হয়। বাতৰিকাকত এখনত বাতৰি প্ৰকাশ কৰোঁতে এক বিশেষ মুহূৰ্তত প্ৰধানমন্ত্ৰীয়ে কোৱা কথাখিনি সংক্ষেপে লিখি দিয়া হ'লেও টেলিভিছন সংবাদত সেয়া দৰ্শকে স্বচক্ষে দেখাৰ যিহেতু সুবিধা আছে, গতিকে তাৰ উচিত ব্যৱহাৰ হ'ব লাগিব। আনহাতে যিহেতু টেলিভিছন সংবাদৰ দৰ্শক যিকোনো বয়সৰ হয়, গতিকে বাতৰিৰ ভিন্নতা ৰাখিলেও অশ্লীলতা, হিংস্ৰতা (সেয়া লাগিলে যিমানেই গুৰুত্বপূৰ্ণ নহওক) আদি মাৰ্জিত ভাষাৰে পৰিৱেশন কৰিবলগীয়া হয়। আৰু এটা দিশত ভাৰতবৰ্ষৰ টেলিভিছন সংবাদত গুৰুত্ব সহকাৰে সম্পাদনা তথা পৰিৱেশন কৰিবলগীয়া হয়— সেয়া হৈছে যিকোনো সাম্প্ৰদায়িক সংঘাত, উৎসৱ অথবা তেনে যিকোনো ধৰণৰ সংবাদ।

**দৃশ্যাংশৰ সম্পাদনা :** টেলিভিছন যিহেতু একপ্ৰকাৰ দৃশ্য-শ্ৰব্য মাধ্যম গতিকে টেলিভিছনৰ সংবাদ প্ৰস্তুত কৰোঁতে সকলো সময়তে এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি কাম কৰা হয়। টেলিভিছন যোগে প্ৰচাৰিত সংবাদত সকলো সময়তে দৃশ্যাংশ নাথাকিবও পাৰে, তথাপি সাধাৰণতে প্ৰযোজকজনে চেষ্টা চলোৱা উচিত যাতে অধিক দৃশ্যাংশৰে বাতৰি পৰিৱেশিত হয়। তাৰবাবে সকলো সময়তে চলন্ত দৃশ্যাংশই যে হ'ব লাগিব তাৰ কোনো বাধ্যবাধকতা নাই, সেয়া স্থিৰচিত্ৰ, গ্ৰাফিক্‌ছ আদিও হ'ব পাৰে।

চলন্ত দৃশ্যাংশ সাধাৰণতে পূৰ্বতেই সম্পাদনা কৰি লোৱা হয় (Live DSNG ত সম্ভৱ নহয়)। ভিডিঅ' কেমেৰাৰে ভিডিঅ' টেপত ৰেকৰ্ডিং কৰা দৃশ্যাংশ ইলেক্ট্ৰনিক এডিটিং মেছিনত কম সময়তে সম্পাদনা কৰাৰ ব্যৱস্থা আছে। টেলিভিছন সংবাদৰ বাবে বিভিন্ন উৎসৰপৰা অহা এনে ভিডিঅ' দৃশ্যৰ সম্পাদনা কৰোঁতে বাতৰি প্ৰযোজকে বিশেষ সাৱধানতা অৱলম্বন কৰিবলগীয়া হয়। আগতেই উল্লেখ কৰি অহা ধৰণে ভাৰতবৰ্ষৰ দৰে দেশত অধিক সাৱধান হ'বলগীয়া হয়। উদাহৰণ স্বৰূপে কোনো এক সম্প্ৰদায়ৰ উৎসৱ বা সভাৰ দৃশ্যাংশ গ্ৰহণ কৰোঁতে আন কোনো সম্প্ৰদায়ক আঘাত দিব পৰা কোনো দৃশ্য (প'ষ্টাৰ, দেৱাল লিখন, ব্যংগাত্মক ভাবভংগী) বা শব্দাংশত কোনো আপত্তিজনক কথা থাকিলে সেইবোৰ সম্পাদনা টেবুলত কাটি বাদ দিবলগীয়া হয়। আনহাতে বাতৰিৰ মাজত পৰিৱেশিত দৃশ্যাংশই যাতে দৰ্শকসকলৰ মনত কোনো ধৰণৰ ভ্ৰম (Illusion)-ৰ সৃষ্টি কৰিব নোৱাৰে তালৈও বিশেষভাৱে লক্ষ্য ৰাখিব লাগে। উদাহৰণ স্বৰূপে, সংবাদত পৰিৱেশিত হ'ল যে কোনো এক ৰেল দুৰ্ঘটনাত দহজন মানুহৰ মৃত্যু হৈছে অথচ দৃশ্যাংশত মৃতদেহৰ সংখ্যা কুৰি যেন লাগিল। এনে ভ্ৰমৰ সৃষ্টি হোৱাৰ কাৰণ দৃশ্যাংশৰ সম্পাদনা। সেই নিৰ্দিষ্ট দুৰ্ঘটনাৰ দৃশ্যগ্ৰহণ কৰোঁতে দৃশ্য গ্ৰহণকাৰীয়ে বিভিন্ন কোণৰপৰা দৃশ্য গ্ৰহণ কৰে আৰু সম্পাদনা কৰোঁতে ওচৰাউচৰিকৈ দুটা বিভিন্ন দিশৰপৰা

লোৱা শ্বট্ (SHOT) জোৰাই দিলে দৰ্শকসকলে চাওঁতে মুহূৰ্ততে কুৰিটা মৃতদেহ বুলিয়েই ভাবিব। এনে ভ্ৰম আঁতৰ কৰিবলৈ সেই ভিন্ন কোণৰ শ্বট্ দুটাৰ মাজত এটা অন্য শ্বট্ সুমুৱাব লাগে (দুৰ্ঘটনাত পতিত ৰেলখনৰ শ্বট্ এটাও হ'ব পাৰে)।

## টেলিভিছন সংবাদদাতা

টেলিভিছন সংবাদ কক্ষই বিভিন্ন উৎসৰপৰা বাতৰি সংগ্ৰহ কৰে । ইয়াৰ ভিতৰত এক গুৰুত্বপূৰ্ণ উৎস হৈছে সংবাদদাতা (নিজস্ব সংবাদ দাতা বা ফ্ৰি-লাঞ্চাৰ)।

টেলিভিছন সংবাদদাতাৰ শিক্ষাগত অৰ্হতা সাধাৰণতে সাংবাদিকতাৰ পাঠ্যক্ৰম উত্তীৰ্ণ , যদিও কাৰ্যক্ষেত্ৰত তেওঁলোকৰ কাম-কাজ অন্যান্য মাধ্যমৰ সংবাদদাতাতকৈ বেলেগ হয়। তেওঁলোকে দৃশ্য গ্ৰহণ, শব্দ গ্ৰহণ, সম্পাদনাৰ লগতে ন্যূনতম কাৰিকৰী জ্ঞানখিনি অৰ্জন নকৰিলে টেলিভিছন সাংবাদিকতা সম্ভৱপৰ নহয় (বৰ্তমান সাংবাদিকতা পাঠ্যক্ৰমত এনেবোৰ বিষয়তো জ্ঞান দিয়া হয়)।

টেলিভিছন সংবাদদাতাসকলে বাতৰি (দৃশ্যসহ) সংগ্ৰহ কৰোঁতে মূলতঃ লক্ষ্য ৰাখিবলগীয়া দিশটো হৈছে কম সময়তে বিস্তৃতভাৱে আৰু তৎপৰতাৰে বাতৰি সংগ্ৰহ কৰি নিজৰ সংবাদ কক্ষলৈ পঠিয়াব লাগে। নিজে সংবাদ কক্ষত উপস্থিত থাকিব নোৱাৰিলে প্ৰযোজকে সহজতে সম্পাদনা কৰি উলিয়াব পৰাকৈ দৃশ্য পঠিয়াব লাগে।

বাতৰি পোনপটীয়াকৈ পৰিৱেশন হৈ থকা সময়ত DSNG যোগে ঘটনাস্থলীৰ পৰা পোনপটীয়াকৈ ৰিপ'ৰ্টিং কৰিবলগীয়া হ'লে সংবাদদাতাসকল আৰু অধিক সাৱধান হ'ব লাগে যাতে কম সময়তে সুন্দৰভাৱে পৰিস্থিতিটো সম্পৰ্কে অৱগত কৰিব পাৰে। সেয়ে এনে সংবাদদাতাসকলৰ বাকপটুতা অতি প্ৰয়োজনীয়।

## উপসংহাৰ

টেলিভিছন সংবাদ সম্পৰ্কে সম্ভাব্য সকলো দিশ সামৰি চমুকৈ আলোচনাটি আগ বঢ়োৱা হ'ল। টেলিভিছন সংবাদৰ লগত জড়িত প্ৰতিজন মানুহেই অতি তৎপৰ তথা সংবাদসেৱাৰ বিষয়ে অভিজ্ঞ হোৱাটো বাঞ্ছনীয়। ভিডিঅ' দৃশ্যাংশ সম্পাদনা কৰা সম্পাদকজন, দৃশ্য গ্ৰহণকাৰী, প্ৰযোজনা সহকাৰীকে আদি কৰি কাৰিকৰী লোকসকলো এই দিশত অভিজ্ঞ হ'ব লাগে। তেতিয়াহে এখন সফল 'টেলিভিছন বুলেটিন' প্ৰস্তুত কৰিব পাৰি।

**❑ মানবেন্দ্ৰ কুমাৰ বৰুৱা**

## ৰেডিঅ' আৰু টি.ভি. সাংবাদিকে মানি চলিবলগীয়া কিছুমান দৰকাৰী নীতি

১। পৰিষ্কাৰ পৃষ্ঠাৰ এপিঠিত লিখিব । ইংৰাজী হ'লে টাইপ কৰিব ...।

২। প্রতি পৃষ্ঠাৰ ওপৰ অংশত ২$^{1}/_{2}$ ইঞ্চি ঠাই এৰি লিখিব।

৩। প্রতি পৃষ্ঠাৰ বাঁও আৰু সোঁ দিশত এক ইঞ্চিকৈ মাৰ্জিন ৰাখিব। পৃষ্ঠাৰ ওপৰত সোঁ দিশে সংবাদৰ বিষয় (সংক্ষিপ্ত ৰূপত) আৰু পৃষ্ঠা সংখ্যা লিখিব।

৪। দুটা শাৰীৰ মাজত কিছু ফাঁক ৰাখি লিখিব।

৫। এটা শাৰীৰ শেষত হাইফেন ব্যৱহাৰ কৰি শব্দৰ আধা অংশ ব্যৱহাৰ নকৰিব।

৬। প্রতি পৃষ্ঠাত মাত্র এটা অনুচ্ছেদ লিখিব। নতুন অনুচ্ছেদ বেলেগ পৃষ্ঠাত আৰম্ভ কৰিব।

৭। এটা সংবাদ শেষ হ'লে সমাপ্তিৰ চিন ব্যৱহাৰ কৰিব।

৮। পৃষ্ঠা কেতিয়াও ভাঁজ নকৰিব। ষ্টেপলাৰ বা পিন আদিৰে পৃষ্ঠা সংযোগ নকৰিব।

৯। প্রতি অনুচ্ছেদত প্রথম শাৰীত কিছু অংশ এৰি আৰম্ভ কৰিব।

১০। অতি পৰিচিত সংক্ষিপ্ত শব্দৰ (abbreviation) বাহিৰে আন শব্দৰ সংক্ষিপ্ত ৰূপ দিবলৈ চেষ্টা নকৰিব।

১১। কোনো সংগঠনৰ সম্পূৰ্ণ নাম ব্যৱহাৰ কৰিব।

১২। কোনো শব্দৰ সলনি কেতিয়াও সাংকেতিক চিন ব্যৱহাৰ নকৰিব।

১৩। কেতিয়াবা পৰিচিত সংক্ষিপ্ত শব্দ বা আখৰ ব্যৱহাৰ কৰিলে প্রতিটো আখৰৰ মাজত হাইফেন ব্যৱহাৰ কৰিব। যেনে বি-বি-চি, চি-বি-আই।

১৪। কোনো ব্যক্তিৰ নাম দি কোনো সংবাদ লেখা আৰম্ভ নকৰিব।

১৫। যিবিলাক সংখ্যা নিতান্তই জৰুৰী বুলি ভাবে সেয়াহে উল্লেখ কৰিব।

১৬। সংখ্যাবাচক দীঘলীয়া তালিকা এৰাই চলিব।

১৭। ভগ্নাংশ উল্লেখ নকৰাকৈ প্ৰায়, আনুমানিক, কম-বেছি, অন্তত ইত্যাদি শব্দ ব্যৱহাৰ কৰিব।

১৮। একৰ অধিক (১০ অৰপৰা ৯৯৯) সংখ্যা শব্দৰে নিলিখি সংখ্যাৰে প্ৰকাশ কৰিব।

১৯। ইয়াতকৈ বেছি সংখ্যা লেখাৰ ক্ষেত্ৰত সংখ্যা আৰু শব্দৰ সমন্বয়ত লিখিব। যেনেকৈ ৬৫ হাজাৰ বা ১৫ লাখ ইত্যাদি।

২০। ভগ্নাংশৰ কথা উল্লেখৰ ক্ষেত্ৰত (তিনি-চতুৰ্থাংশ, দশমাংশ ইত্যাদি) দুটা শব্দৰ মাজত হাইফেন ব্যৱহাৰ কৰিব।

২১। সময়, ঘৰ বা মাটিৰ নম্বৰ, তাৰিখ ইত্যাদি ব্যৱহাৰৰ ক্ষেত্ৰত টা,(যেনে— ৫টা (সময়), দশমিক ব্যৱহাৰৰ ক্ষেত্ৰত দশমিক শব্দটো ব্যৱহাৰ কৰিব। যেনে— ৫.৮ নিলিখি ৫ দশমিক ৮ ; টকা-পইচাৰ ক্ষেত্ৰত কোনো চিহ্ন ব্যৱহাৰ নকৰি সম্পূৰ্ণ শব্দ লিখিব। যেনে—১০টকা ২৫ পইচা, ২০ ডলাৰ ২৫ ফ্ৰাঁ ইত্যাদি। শতাংশৰ ক্ষেত্ৰত % চিহ্ন ব্যৱহাৰ নকৰি শতাংশ শব্দটো যেনে—৯% নকৰি ৯ শতাংশ লিখিব।

২২। দীৰ্ঘ উদ্ধৃতি ব্যৱহাৰ নকৰাই ভাল। উদ্ধৃতি ভাঙি ভাঙি ব্যৱহাৰ কৰিলে শ্ৰুতিমধুৰ হয়।

২৩। লেখাবোৰত বৰ্তমান কালক প্ৰাধান্য দিব।

২৪। সম্পাদনাৰ ক্ষেত্ৰত যিমান দূৰ সম্ভৱ পৰিষ্কাৰভাৱে কটা-কটি কৰিব। অতিৰিক্ত সংশোধনী থাকিলে পৃষ্ঠাটো পুনৰাই লিখা ভাল। কোনো এটা খবৰৰ পৰৱৰ্তী অংশ অন্য পৃষ্ঠাত থাকিলে তলত স্পষ্টভাৱে উল্লেখ কৰিব।

২৫। সংবাদ পঢ়োঁতাই যিবিলাক পঢ়িব নালাগে সেই শব্দ বা নিৰ্দেশনা আদিবোৰ (যেনে—পৃষ্ঠা সংখ্যা সমাপ্তি চিন আদি) খবৰৰ প্ৰথম পৃষ্ঠাত একেবাৰে ওপৰৰ অংশত মুঠ শাৰীৰ সংখ্যা উল্লেখ কৰিব।

**ৰাজ্যিক চৰকাৰ আৰু প্ৰচাৰ মাধ্যমৰ প্ৰতি ১৯৯১ চনৰ সাম্প্ৰদায়িকতা অশান্তিৰ পৰিপ্ৰেক্ষিতত দিয়া নিৰ্দেশাৱলী —**

(ক) সাম্প্ৰদায়িকতা লেখা, যিবিলাক উত্তেজনা, ধ্বংস, হত্যা আদিক অৰিহণা যোগায় ৰাজ্য চৰকাৰে সেইবিলাকৰ ওপৰত চোকা নজৰ ৰাখি প্ৰেছ কাউন্সিলক জনাব পাৰে।

(খ) ৰাজ্য চৰকাৰে বিপথগামী কাকত বা সম্পাদকৰ ওপৰত ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। কিন্তু এইটো তেওঁলোকে নিৰ্দিষ্ট আইনৰ গণ্ডীৰ ভিতৰতহে কৰিব পাৰিব। যদি কোনো বাতৰিকাকতৰ লগত জড়িত ব্যক্তিক গ্ৰেপ্তাৰ বা তালাচী আৰু বয়-বস্তু জব্দ কৰা হয় তেন্তে ২৪অৰপৰা ৪৮ ঘণ্টাৰ ভিতৰত প্ৰেছ কাউন্সিলক অৱগত কৰা আৰু এসপ্তাহৰ ভিতৰত তাৰ বিস্তৃত বিৱৰণৰ টোকা কাউন্সিললৈ পঠোৱাটো ৰীতি বা পৰম্পৰা।

(গ) বিজ্ঞাপন কৰ্তন, ক্ষমতা বাতিল, নিউজপ্ৰিণ্ট যোগান বন্ধ আৰু অন্যান্য অসুবিধা বন্ধৰ দৰে শাস্তিমূলক ব্যৱস্থা ৰাজ্য চৰকাৰে কোনো কাৰণতে প্ৰয়োগ কৰিব নোৱাৰিব।

(ঘ) উত্তেজক আৰু সংবেদনশীল শিৰোনামা দিয়াৰপৰা প্ৰেছ বিৰত থাকিব।

(ঙ) শিৰোনামাটোৱে মাত্ৰ বাতৰিটোৰ কথাখিনি প্ৰতিফলিত কৰিব।

(চ) শিৰোনামাৰ হতাহতৰ সংখ্যা দিলে তলত দিব লাগে; সাধাৰণতে এই সংখ্যাবিলাক সন্দেহমুক্ত নহয় আৰু বিভিন্ন উৎসৰপৰা বেলেগ বেলেগ সংখ্যা পোৱা যায়।

(ছ) কাৰোবাক দোষাৰোপ কৰি কোনো ব্যক্তি/সংগঠনে কোৱা কথাৰে শিৰোনামা দিব লগা হ'লে ব্যক্তি/সংগঠনৰ নাম উল্লেখ কৰিব নাইবা একেবাৰে নোৱাৰিলেও উক্তিটো উৰ্ধ্বকমাৰ ভিতৰত দিব।

(জ) বাতৰিবিলাক মন্তব্য আৰু ৰায়বিহীন হ'ব লাগিব।

(ঝ) কোনো দলৰ অন্ধ সমৰ্থনত বাতৰি পৰিৱেশন কৰিব নোৱাৰিব।

(ঞ) বাতৰিত ব্যৱহৃত ভাষা সংযত হোৱাৰ লগতে গোষ্ঠীগত সদ্ভাৱৰ পৃষ্ঠপোষকতা কৰিব লাগে।

(ট) শুধৰণি প্ৰকাশ কৰিব লগা হ'লে খৰতকীয়াকৈ আৰু চকুৰ পৰাকৈ প্ৰকাশ কৰিব

লাগে আৰু গুৰুতৰ ভুলৰ ক্ষেত্ৰত ক্ষমা প্ৰাৰ্থনা কৰিব লাগে।

(ঠ) কৰ্তব্যৰত সাংবাদিকসকলক সঞ্চালনকৈ এই নীতিবিলাকৰ বিষয়ত প্ৰশিক্ষণ দিলে ভাল ফল পোৱা যায়।

## নেছনেল ইণ্টিগ্ৰেছন কাউন্সিলৰ নিৰ্দেশনা

১৯৬২ চনৰ জুন মাহত নেছনেল ইণ্টিগ্ৰেছন কাউন্সিলে (এন.আই.চি.) কিছুমান নিৰ্দেশনা প্ৰস্তুত কৰে—

ক) মানুহৰ মাজত ঐক্য, সংহতি বৃদ্ধি কৰাৰ লগতে ৰাষ্ট্ৰৰ প্ৰতি আনুগত্য বৃদ্ধিৰ বাবে সম্ভৱপৰ সকলো প্ৰচেষ্টা হাতত ল'ব লাগে।

খ) সকলো ধৰ্ম, সম্প্ৰদায় বা ভাষাগোষ্ঠীৰ মাজত ৰাষ্ট্ৰীয় একতা বৃদ্ধিৰ প্ৰচেষ্টা চলোৱা উচিত।

গ) দেশৰ অখণ্ডতা বিনষ্ট কৰা আৰু জনসাধাৰণৰ মাজত উত্তেজনা বৃদ্ধিৰ চেষ্টা কৰা কোনো ব্যক্তি, দল বা সংগঠনক ক্ষমা কৰা অনুচিত।

ঘ) হিংসাত্মক কাৰ্যকলাপ আৰু ইয়াৰ প্ৰশ্ৰয়দাতাক ক্ষমা কৰা অনুচিত।

ঙ) পৰীক্ষা নকৰাকৈ দিয়া বাতৰি চকুত নপৰা ধৰণেৰে দিয়া উচিত।

চ) তেনে অশুদ্ধ বাতৰিৰ স্পষ্টীকৰণ, মতামত আদি প্ৰকাশ কৰা উচিত।

ছ) ৰাজ্যৰ উন্নয়ন কাৰ্যসূচীসমূহ প্ৰচাৰ কৰিলে দেশৰ একতা বৃদ্ধিত সহায়ক হয়।

## আকাশবাণীয়ে মানি চলা নীতিসমূহ

নিম্নোক্ত বিষয়সমূহ নিষিদ্ধ—

১। বন্ধু ৰাষ্ট্ৰৰ সমালোচনা।

২। ধৰ্ম বা সম্প্ৰদায়ক আক্ৰমণ।

৩। কোনো অশ্লীল বা নিদ্ৰাসূচক বস্তু, বিষয়।

৪। হিংসাক প্ৰৰোচনা দিয়া বা আইন শৃংখলা ব্যাহত হোৱা কোনো বিষয়।

৫। আইনক অৱজ্ঞা কৰা কোনো বিষয়।

৬। ৰাষ্ট্ৰপতি, ৰাজ্যপাল আৰু ন্যায়াধীশৰ বদনাম।

৭। ৰাষ্ট্ৰপতিক দলৰ নাম উল্লেখ কৰি আক্ৰমণ।

৮। কোনো ৰাজ্য বা কেন্দ্ৰৰ প্ৰতি শত্ৰুভাবাপন্ন কথা।

৯। সংবিধানক আক্ৰমণ কৰা কোনো কথা বা হিংসাৰে সংবিধান পৰিৱৰ্তন কৰাৰ পক্ষে সমৰ্থন কৰা কোনো কথা। কিন্তু সাংবিধানিক উপায়েৰে সংবিধান পৰিৱৰ্তন কৰাৰ চেষ্টাক বাধা দিয়া নহয়।

## মন কৰিবলগীয়া

(ক) এই নিয়ম বহিৰ্ভূতভাৱে কোনোৱে অনুষ্ঠান প্ৰচাৰৰ চেষ্টা কৰিলে কেন্দ্ৰ সঞ্চালকে

ক্ৰুটি আঙুলিয়াই দি শুধৰণি কৰাৰ অন্যথা তেনে অনুষ্ঠান প্ৰচাৰ বন্ধ কৰি দিব পাৰে।

(খ) ৰাজ্য চৰকাৰৰ কোনো মন্ত্ৰী আৰু কেন্দ্ৰ সঞ্চালকৰ মাজত নীতি বিষয়ক কোনো মত পাৰ্থক্য হ'লে কেন্দ্ৰ সঞ্চালকে ভাৰত চৰকাৰৰ তথ্য আৰু অনাতাঁৰ মন্ত্ৰীক বিষয়টো অৱগত কৰি বিহিত ব্যৱস্থা লোৱাব পাৰে।

(স.স.)

## নিউজ চেনেল

সংবাদ মাধ্যমৰ অন্যতম গুৰুত্বপূৰ্ণ আহিলা হৈছে টেলিভিছন বা দূৰদৰ্শন। প্ৰথম অৱস্থাত কেৱল চৰকাৰৰ নিয়ন্ত্ৰণাধীন 'দূৰদৰ্শন'ৰপৰা সম্প্ৰচাৰিত বাতৰিহে দিল্লী আৰু ৰাজ্যসমূহৰ টেলিভিছন কেন্দ্ৰৰ জৰিয়তে দেখা পোৱা গৈছিল। বিংশ শতাব্দীৰ শেষ ভাগত চৰকাৰৰ নিয়ন্ত্ৰণাধীন 'দূৰদৰ্শন'ৰ বাতৰি সেৱাৰ উপৰিও কেইবাটাও ব্যক্তিগত নিউজ চেনেলে ভূমুকি মাৰে। কেৱল বাতৰি বা সংবাদধৰ্মী অনুষ্ঠান সম্প্ৰচাৰ কৰা নিউজ চেনেল ভাৰতত বৰ্তমান দহটা। ইয়াৰে ২টা আন্তঃৰাষ্ট্ৰীয়, ৭ টা ৰাষ্ট্ৰীয় আৰু ১টা বিজিনেছ চেনেল। ইয়াৰ উপৰিও ২টা আংশিকভাৱে সংবাদ সম্প্ৰচাৰ কৰা চেনেলো আছে। নিউজ চেনেলসমূহে ২৪ ঘণ্টাই অহৰহ বাতৰি, সংবাদ বিশ্লেষণ বা সংবাদধৰ্মী অনুষ্ঠানেই সম্প্ৰচাৰ কৰি থাকে। মনোৰঞ্জন চেনেলেসমূহৰ লগতে নিউজ চেনেলসমূহেও দৰ্শকৰ মাজত যথেষ্ট জনপ্ৰিয়তা পাইছে। নিউজ চেনেলৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে এই চেনেলবোৰৰ মাজত তুমুল প্ৰতিদ্বন্দ্বিতা চলিছে। কোন চেনেলে কিমান ক্ষিপ্ৰ আৰু নিখুঁতভাৱে লগতে আকৰ্ষণীয়কৈ সংবাদ দৰ্শকৰ আগত উপস্থাপন কৰিব পাৰে তাৰ ওপৰতে নিৰ্ভৰ কৰিছে চেনেলটোৰ সন্মান, জনপ্ৰিয়তা আদি বিষয়বোৰ। ইয়াৰ বাবে প্ৰত্যেকটো চেনেলে নিতে নতুন প্ৰযুক্তিৰ সহায়ত সংবাদ পৰিৱেশনৰ সুবিধা কৰি লৈছে। পূৰ্বতে কোনো এটা গুৰুত্বপূৰ্ণ ঘটনাৱলীৰ বাতৰিৰ বাবে নিৰ্দিষ্ট সময়ত সম্প্ৰচাৰিত বাতৰিলৈ অপেক্ষা কৰিবলগীয়া হৈছিল। ২৪ ঘণ্টীয়া নিউজ চেনেলৰ জন্মৰ পাছত ইয়াৰ চমকপ্ৰদ পৰিৱৰ্তন ঘটিছে। মাজ ৰাতি সংঘটিত গুৰুত্বপূৰ্ণ ঘটনাৰ সংবাদো এতিয়া নিউজ চেনেল মুহূৰ্ততে দিয়ে। প্ৰথম অৱস্থাত কেৱল মনোৰঞ্জন ধৰ্মী ব্যক্তিগত চেনেলসমূহৰ যি জনপ্ৰিয়তা পৰিলক্ষিত হৈছিল সেই জনপ্ৰিয়তা পাছত ব্যক্তিগত নিউজ চেনেলবোৰলৈও আহিল।

## মনোৰঞ্জনধৰ্মী ৰূপ

প্ৰতিদ্বন্দ্বিতাৰ এই জগতখনলৈ লক্ষ্য ৰাখি এই ব্যক্তিগত নিউজ চেনেলবোৰে নিজকে আকৰ্ষণীয় ৰূপ দিবলৈ যথাসাধ্যে চেষ্টা কৰি আহিছে। ইয়াৰ ফলত নিউজ চেনেলসমূহে ৰূপ লৈছে মনোৰঞ্জনধৰ্মী চেনেললৈ। সুন্দৰ চেহেৰাৰ সুগঠিত তৰুণ যুৱক-যুৱতী নিউজ ৰিডাৰ, কাৰিকৰী চমক, অভিনৱ উপস্থাপন আৰু আকৰ্ষণীয় সংবাদ

নির্বাচনেৰে এই চেনেলসমূহে নিজকে এনে ৰূপ দিছে যে নিউজ চেনেল সংবাদপ্ৰিয় লোকৰ বাবেহে বুলি কোৱা ধাৰণাৰ সলনি হৈছে। সাম্প্ৰতিক পৰিস্থিতিৰ সকলো ধৰণৰ ঘটনাৱলীৰ বিষয়ে অবিৰাম প্ৰচাৰ কৰি থকাৰ লগতে ব্যৱসায় -বাণিজ্য, ফেচ্ছন, ছিনেমা, ভি.ডি.অ' এলবাম, ছিনেমাৰ তাৰকাৰ খবৰ, প্ৰকৃতিজগত, ক্ৰীড়া আদি বিষয়ৰ ওপৰত মনোগ্ৰাহী সংবাদ প্ৰচাৰ কৰে; যাৰ ফলত সকলোচাম দৰ্শক-শ্ৰোতাক আকৰ্ষণ কৰি অহিছে।

## কাৰিকৰী প্ৰযুক্তিৰ ব্যৱহাৰ

উন্নত কাৰিকৰী প্ৰযুক্তিৰ ব্যৱহাৰে নিউজ চেনেলবোৰক বিশেষ ৰূপত গঢ় দিবলৈ সক্ষম হৈছে। প্ৰথমে আৰম্ভ হৈছিল স্ক্ৰিনৰ তলফালে নিউজবাৰত লিখিত ৰূপত বাতৰিৰ সাৰাংশ হিন্দী আৰু ইংৰাজী দুয়োটা ভাষাতে সলনা-সলনিকৈ পৰিৱেশন কৰা। পাছত দুই-এক নিউজ চেনেলে একেলগে দুডাল নিউজবাৰত দুটা ভাষাত বাতৰিৰ সাৰাংশ আগ বঢ়ালে। ইয়াৰ পাছতে আৰম্ভ হ'ল নিউজবাৰৰ চুকত ষ্টক মাৰ্কেট আৰু চেয়াৰ বজাৰৰ শেহতীয়া পৰিৱেশন। লগে লগে আহিল ঘড়ী, বাৰ, তাৰিখ। তাৰ পাছত নিউজ চেনেলে পৰিৱেশন কৰিবলৈ ল'লে আগশাৰীৰ মহানগৰীৰ 'লাইভ' তাপমান। তাৰপৰা আৰম্ভ হ'ল ১০০ ছেকেণ্ডৰ বাতৰি য'ত 'কাউণ্ট-ডাউন' সময়ৰে বাতৰিটোৰ দৈৰ্ঘ্যৰ পূৰ্বানুমাণ দিয়া থাকে। তাৰ পাছত আৰম্ভ কৰিলে 'টপ ফাইভ' নিউজ, মেট্ৰো নিউজ আদি। সেইদৰে সংবাদ পৰিৱেশনৰ ষ্টুডিঅ' আধুনিক ৰূপত সজোৱা হৈছে। বি.বি.ছিৰ আৰ্হিৰে এতিয়া ভাৰতীয় নিউজ চেনেলেও ঘোষকৰ পিছফালে নিউজৰুমৰ দৃশ্য প্ৰদৰ্শন কৰি তাৰ তৎপৰতা তথা ব্যস্ত হৈ থকা কলা-কুশলীসকলক প্ৰদৰ্শিত কৰে। একেলগে দুই-তিনিজন ঘোষক বা নিউজ ৰিডাৰ ষ্টুডিঅ'ত বহুৱাই পৰস্পৰৰ কথোপকথনেৰে সংবাদ বিশ্লেষণ তথা পৰিৱেশন কৰে। আন্তৰাষ্ট্ৰীয় চেনেল বি.বি.ছি আৰু চি.এন. এনয়ে আমেৰিকাৰ মিত্ৰশক্তি আৰু ইৰাকৰ মাজত চলি থকা যুদ্ধক্ষেত্ৰত লাইভ কেমেৰা স্থাপন কৰি নতুন মাত্ৰা প্ৰদান কৰে। এতিয়া মাউণ্ট এভাৰেষ্টৰ ওপৰৰপৰাও লাইভ টেলিকাষ্ট কৰা হৈছে। ভি.ডি.অ' ফোনে সংবাদদাতা আৰু দৰ্শক শ্ৰোতাসকলক আকৰ্ষিত কৰাত সহায় কৰিছে। যিকোনো ঘটনাৰ ঘটনাস্থলীৰপৰা পোনপটীয়াকৈ ক্ষিপ্ৰ ব্যৱস্থাৰে সবিশেষ বিৱৰণ দাঙি ধৰা নতুন প্ৰযুক্তিৰ কৌশল অতি আকৰ্ষণীয়। এই চেনেলবোৰে শিৰোনামাত থকা বিশেষ প্ৰসংগ বা ঘটনাৰ সৈতে জড়িত বিশেষজ্ঞৰ সৈতে কথোপকথন ব্যৱস্থা সংবাদ পৰিৱেশনৰ মাজতে প্ৰচাৰ কৰাৰ কৌশলে দৰ্শক-শ্ৰোতাক আকৰ্ষিত কৰিছে।

**বৰ্তমান ভাৰতৰ নিউজ চেনেলকেইটা —**

**হিন্দী নিউজ চেনেল**

**আজতক** (AajTak)**:** ভাৰতৰ অতি জনপ্ৰিয় আৰু শ্ৰেষ্ঠ নিউজ চেনেল হৈছে 'আজতক'। টি.ভি.টুডে গ্ৰুপৰ এই হিন্দী চেনেলে সৰ্বাধিক ৪৬ শতাংশ দৰ্শকক আকৰ্ষিত কৰিবলৈ সক্ষম হৈছে। ২০০০ চনৰ ৩১ ডিছেম্বৰৰপৰা আজতকে ২৪ ঘণ্টীয়া নিউজ চেনেল আৰম্ভ কৰে।

**জি. নিউজ** (Zee News)**:** ভাৰতৰ প্ৰথমটো সম্পূৰ্ণ হিন্দী নিউজ চেনেল হৈছে– জি. নিউজ। ৯৭' চনৰপৰা আৰম্ভ হোৱা এই নিউজ চেনেলে পূৰ্ণ ৰূপত ৯৯' চনৰ পৰা ভাৰতৰ প্ৰথম ২৪ ঘণ্টীয়া হিন্দী নিউজ চেনেল ৰূপে কাম-কাজ আৰম্ভ কৰে। জি নেটৱৰ্কৰ এই চেনেল এতিয়া ভাৰতৰ দ্বিতীয় জনপ্ৰিয় নিউজ চেনেল।

**ষ্টাৰ নিউজ** (Star News) **:** জি. নিউজৰ পাছতে ৯৯' চনত ষ্টাৰ গ্ৰুপে ২৪ ঘণ্টীয়া নিউজ চেনেল আৰম্ভ কৰে। ২০০৩ চনৰ এপ্ৰিলৰপৰা নতুন ৰূপ লোৱা ষ্টাৰ নিউজ চেনেলে খোপনি পুতিবলৈ লৈছে। ষ্টাৰ গ্ৰুপে এই চেনেল এতিয়া বিনামূল্লীয়া কৰিছে।

**এন.ডি.টি.ভি ইণ্ডিয়া** (N.D.TV. India)**:** ষ্টাৰ গ্ৰুপৰ লগত চুক্তি শেষ হোৱাৰ পিছত এন.ডি.টি.ভিয়ে নিজাববীয়াকৈ এই হিন্দী চেনেল আৰম্ভ কৰিছে । প্ৰণয় ৰয় এই চেনেলৰ মুখ্য আকৰ্ষণ।

**ছাহাৰা-সময়** (Sahara-Samay)**:** চাহাৰা গ্ৰুপে আগ বঢ়াইছে নিউজ-চেনেল 'চাহাৰা-সময়' ৰাষ্ট্ৰীয় চেনেলৰ উপৰিও এই চেনেলৰ পৰিকল্পনা মহানগৰীৰ বাবে ৩২টা পৃথক বেণ্ড।

## ইংৰাজী চেনেল

**হেডলাইন টুডে** (Headline Today)**:** আজতক চেনেলৰ ব্যাপক সাফল্যৰ পাছত 'টি. ভি. টুডে' গ্ৰুপে আগ বঢাইছে প্ৰথমটো ইংৰাজী চেনেল 'হেডলাইন টুডে'। আধুনিক লাইফ ষ্টাইল এই চেনেলৰ প্ৰথম পছন্দ।

**এন. ডি. টি.ভি ২৪x৭** (N.D.T.V 24 x 7) **:** এন. ডি. টি.ভিয়ে হিন্দী চেনেলৰ লগতে আৰম্ভ কৰিছে ইংৰাজী চেনেল '২৪x৭' ষ্টাৰ নিউজৰ অভিজ্ঞতা এওঁলোকৰ মূল সমল।

## বিজ চেনেল

**ছি. এন. বি.ছি-ইণ্ডিয়া** (C.N.B.C India)**:** ভাৰতৰ একমাত্ৰ বিছনেছ চেনেল। বহু ৰাষ্ট্ৰীয় গ্ৰুপ-চি.এন. বি.ছিয়ে ভাৰতৰ বাবে এই পৃথক বেণ্ড আগ বঢ়াইছে।

## বিদেশী চেনেল

**বি.বি.ছি ৱৰ্ল্ড** (B.B.C. World)**:** বিশ্বৰ সকলোতকৈ সন্মানীয় নিউজ চেনেল। ব্ৰিটিছ ব্ৰডকাষ্টিং কৰ্প'ৰেছনে দক্ষিণ-পূব এছিয়াৰ বাবে পৃথক বেণ্ড আগ বঢ়াইছে।

**ছি. এন. এন** (C.N.N) **:** ট্ৰেড টাৰ্নাৰৰ ছি. এন. এন হ'ল ছেটেলাইট নিউজ চেনেলৰ বাটকটীয়া। এতিয়া বিশ্বৰ সৰ্বাধিক জনপ্ৰিয় এই চেনেলেও দক্ষিণ-পূব এছিয়াৰ

বাবে পৃথত বেগু আগ বঢ়াইছে।

**এন. বি. ছি (N.B.C.):** জনপ্ৰিয় নিউজ চেনেল 'ছি. এন. বি. ছি'ৰ সাধাৰণ নিউজ চেনেল হ'ল 'এন. বি. ছি'। ভাৰতত এতিয়াও বিশেষ জনপ্ৰিয় নোহোৱা এই চেনেলৰ বাছকবনীয়া অনুষ্ঠান ছি.এন.বি.ছিয়েও প্ৰচাৰ কৰে।

## অন্যান্য চেনেল

**ডি. ডি. নেছনেল (D.D.National) :** দূৰদৰ্শনৰ ৰাষ্ট্ৰীয় নেটৱৰ্কেও হিন্দী আৰু ইংৰাজী দিনটোত ৬টা বিস্তৃত বাতৰিৰ উপৰিও প্ৰতি ঘণ্টাত সংবাদ শিৰোনামা পৰিৱেশন কৰে। তদুপৰি দূৰদৰ্শনৰ আঞ্চলিক কেন্দ্ৰসমূহৰো নিজা বাতৰিৰ অনুষ্ঠান আছে। গুৱাহাটী দূৰদৰ্শনে পুৱা ৮-৫০ বজাত আৰু নিশা ৭-১৫ বজাত অসমীয়া বাতৰি আৰু সন্ধ্যা ৭ বজাত 'নৰ্থ ইষ্ট নিউজ' ইংৰাজীত প্ৰচাৰিত হয়।

**ই.টিভি (E. TV) :** ৰামাজী ৰাওৰ ই.টি.ভি নেটৱৰ্কেও ইয়াৰ দিল্লী, ৰাজস্থান আদি হিন্দী বেগুসমূহত ৰাষ্ট্ৰীয় বাতৰি পৰিৱেশন কৰে।

**এন. ই. নিউজ** (N.E. News)**:** উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথমটো নিউজ চেনেল হৈছে এন.ই.নিউজ। এই অঞ্চলটোৰ ৰাজ্যকেইখনৰ প্ৰধান বা-বাতৰি প্ৰচাৰ কৰাৰ উপৰি দেশ-বিদেশৰ বহুতো গুৰুত্বপূৰ্ণ খবৰ এই নিউজ চেনেলে প্ৰচাৰ কৰি আহিছে। গুৱাহাটীত প্ৰধান কাৰ্যালয় থকা এই চেনেলে অসমীয়া, ইংৰাজী, হিন্দী, বাংলা, মনিপুৰী, নেপালী, নাগাজিম আদি কেইবাটাও ভাষাৰ বাতৰি সলনা-সলনিকৈ প্ৰচাৰ কৰি বিশেষ স্থান অধিকাৰ কৰিছে।

**নিউজ লাইভ** (News Live)**:** ২০০৭ চনৰ শেষ ভাগৰপৰা গুৱাহাটীত স্থাপন হোৱা দ্বিতীয়টো নিউজ চেনেল হৈছে নিউজ লাইভ। উচ্চ কাৰিকৰী প্ৰযুক্তিৰে কৰ্মক্ষম এই নিউজ চেনেলে ভালেমান উল্লেখযোগ্য ঘটনা প্ৰৱাহ প্ৰচাৰ কৰি আহিছে। বৰ্তমানলৈকে এই চেনেলে অসমীয়া আৰু ইংৰাজী দুটা ভাষাত সংবাদ প্ৰচাৰ কৰি আহিছে।

এইবোৰৰ উপৰি কেইবাটাও নতুন নিউজ চেনেল আৰম্ভ কৰাৰ প্ৰস্তুতি তথা জল্পনা-কল্পনা চলি আছে বুলি জনা যায়।

## স্থানীয় চেনেল

কেব্‌ল টেলিভিছনৰ বিতৰকসকলে নিজাববীয়াকৈ সম্প্ৰচাৰিত কৰা স্থানীয় চেনেলটো সাধাৰণতে বাতৰি বা সংবাদধৰ্মী অনুষ্ঠান সম্প্ৰচাৰ কৰা হয়। গুৱাহাটীৰপৰা প্ৰাগ চেনেল, যোৰহাটৰ চিটি চেনেল, শিৱসাগৰৰ লুইট চেনেল আদি এনেকুৱা চেনেল।

**❑ ৰক্তিম ৰঞ্জন বৰুৱা**

## পাব্লিকেছন ডিভিজন

চৰকাৰী নীতি আৰু আঁচনিবিলাকৰ বিষয়ে জনসাধাৰণক জনোৱা, সিবোৰৰ সঠিক ৰূপায়ণৰ বাবে তেওঁলোকক সচেতন কৰা আৰু ৰাষ্ট্ৰ গঠনত তেওঁলোককো অংশীদাৰ কৰাৰ উদ্দেশ্যে চৰকাৰে কিছুমান প্ৰকাশন আৰু প্ৰচাৰ অনুষ্ঠান-প্ৰতিষ্ঠান গঠন কৰিছে। কেন্দ্ৰীয় তথ্য আৰু সম্প্ৰচাৰ মন্ত্ৰালয়ৰ ব্যুৰ' অব্ পাব্লিক ইন্‌ফৰমেছনৰ এটা শাখা হিচাপে ১৯৪১ চনত পাব্লিকেছন ডিভিজন গঠন কৰা হয়। ১৯৪৪ চনৰ পৰা ই এক পৃথক পৰিচয়সহ বিভিন্ন কাম-কাজ চলাই আহিছে। পাব্লিকেছন ডিভিজনে ছপা মাধ্যমৰ যোগেদি জনসাধাৰণক শিক্ষিত আৰু তথ্য-পাতি জনোৱাৰ উদ্দেশ্যে ইংৰাজী আৰু হিন্দী ভাষাৰ উপৰি ভাৰতৰ প্ৰধান আঞ্চলিক ভাষাত কলা-সংস্কৃতি, ইতিহাস আৰু পৰম্পৰা, ৰাজনৈতিক বিৱৰ্তন আৰু গণতান্ত্ৰিক প্ৰক্ৰিয়া, অৰ্থনৈতিক বিকাশ আৰু সামাজিক উত্থান আদি বিষয়ত বিভিন্ন কিতাপ, বাৰ্তালোচনী, সচিত্ৰ পুস্তিকা, প্ৰচাৰপত্ৰ আদি প্ৰকাশ কৰি আহিছে। কেৱল সেয়াই নহয়, বিজ্ঞান আৰু প্ৰযুক্তি বিষয়ৰ ওপৰতো ইতিমধ্যে অনেক কিতাপ-পত্ৰ, প্ৰচাৰ-পত্ৰিকা আদি প্ৰকাশ কৰিছে। সি যি নহওক, অসমীয়া ভাষাত প্ৰকাশ হৈ থকা 'পয়োভৰা' নামৰ আলোচনীখনো (পৰিকল্পনা সম্পৰ্কীয়) এই ডিভিজনে প্ৰকাশ কৰা এক নমুনা। ২০০২ চন পৰ্যন্ত ই ৭,০০০ খন ভিন্ন বিষয়ৰ কিতাপ প্ৰকাশ কৰিছে।

## 'প্ৰেছ ইন্‌ফৰমেছন ব্যুৰ'

ভাৰত চৰকাৰৰ সংবাদমাধ্যম আৰু জনসংযোগ ৰক্ষা কৰিবৰ বাবে গঠিত প্ৰেছ ইন্‌ফৰমেছন ব্যুৰ' (পি আই বি) এটা কেন্দ্ৰীয় এজেন্সি। চৰকাৰৰ নীতি, বিভিন্ন আঁচনি, কাৰ্যসূচী তথা কাৰ্যাৱলীৰ খবৰ সমগ্ৰ দেশতে বিস্তাৰ কৰিবৰ উদ্দেশ্যে গঠিত পি.আই. বি.য়ে ইয়াৰ ৮টা আঞ্চলিক আৰু ৩৩টা শাখা কাৰ্যালয়ৰ জৰিয়তে সক্ৰিয়ভাৱে কাম-কাজ সম্পাদন কৰি আহিছে। অসমৰ গুৱাহাটীতো ইয়াৰ এটা আঞ্চলিক কাৰ্যালয় থকাটো এই প্ৰসংগত উল্লেখ কৰিব পাৰি। পি.আই.বি.য়ে টেলিপ্ৰিণ্টাৰ আৰু অত্যাধুনিক প্ৰযুক্তিৰ নেটৱৰ্কৰ যোগেদি সমগ্ৰ দেশতে বাতৰিকাকত প্ৰতিষ্ঠানৰ সৈতে সম্পৰ্ক স্থাপন কৰিছে। ই দেশৰ ৮০০০ ৰ অধিক বাতৰি প্ৰতিষ্ঠানক সংবাদ তথ্য বিতৰণ কৰি থকাৰ উপৰি ইয়াৰ কম্পিউটাৰ আৰু ইণ্টাৰনেট যোগাযোগ ব্যৱস্থাৰে দেশৰ বাহিৰতো সিবোৰ সহজলব্ধ কৰি তুলিছে।

## ৰেজিষ্ট্ৰাৰ অব্ নিউজপেপাৰছ

ভাৰতীয় ৰেজিষ্ট্ৰাৰ অব্ নিউজপেপাৰছ (আৰ এন আই) ১৯৫৬ চনত গঠন কৰা হয়। দেশৰ সংবাদপত্ৰৰ পৰিসংখ্যা সংগ্ৰহ-পঞ্জীয়ন সম্পৰ্কীয় বিষয়ৰ ই বিধিগত কৰ্তৃপক্ষ। একোখন সংবাদপত্ৰৰ বেলিকা থাকিবলগীয়া নিৰ্দিষ্ট তথ্যাদিৰ নথিভুক্ত কৰাৰ

উপৰি আৰু এন আয়ে সংবাদপত্ৰৰ বাবে নিউজপ্ৰিণ্ট ধাৰ্য বা বিতৰণ কৰা আৰু বাতৰিকাকত প্ৰতিষ্ঠানে ছপাযন্ত্ৰ আমদানি কৰিব বিচাৰিলে অনুমোদন জনোৱা আদি যাৱতীয় আনুষ্ঠানিক কাম সম্পাদন কৰে।

## ফিল্ম ডিভিজন

জনসাধাৰণক বিভিন্ন তথ্য-পাতি যোগান ধৰি দিহা-পৰামৰ্শৰে শিক্ষিত কৰাৰ অৰ্থে চলচ্চিত্ৰ, নিউজ ৰীল, তথ্যচিত্ৰ আদিৰ উৎপাদন আৰু বিতৰণৰ বাবে কেন্দ্ৰীয় তথ্য আৰু সম্প্ৰচাৰ মন্ত্ৰালয়ৰ অধীনৰ ফিল্ম ডিভিজন দায়বদ্ধ। ১৯৪৯ চনত গঠিত এই ডিভিজনে অৰ্থনৈতিক কাৰ্যসূচী, ৰাষ্ট্ৰীয় সংহতি, পৰিয়াল পৰিকল্পনা, ঔদ্যোগিক আৰু কৃষিক্ষেত্ৰত বিকাশ, অস্পৃশ্যতা, পৰ্যটন আদি বিষয়ৰ ওপৰত ইংৰাজীৰ উপৰি প্ৰধান ভাৰতীয় ভাষাবোৰত নিউজ ৰীল, তথ্য-চিত্ৰ উলিয়ায়। ই চলচ্চিত্ৰ আৰু তথ্যচিত্ৰৰ ৰাষ্ট্ৰীয় মহোৎসৱৰো আয়োজন কৰে।

## ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যম

১৯৩৬ চনত গঠিত অল ইণ্ডিয়া ৰেডিঅ' (AIR) ১৯৫৭ চনৰপৰা আকাশবাণী নামেৰেও জনাজাত হৈ পৰে। বৰ্তমান ১৯৯ টা সম্প্ৰচাৰ কেন্দ্ৰ, ১৮৪ টা পূৰ্ণাংগ ষ্টেছন, ১০ টা ৰিলে' কেন্দ্ৰ আৰু মনোৰঞ্জনৰ বাবে ৩টা স্বয়ংসম্পূৰ্ণ বিবিধ ভাৰতী বাণিজ্যিক কেন্দ্ৰক লৈ এই অল ইণ্ডিয়া ৰেডিঅ'ৰ নেটৱৰ্ক গঢ় লৈছে। ১৪২ টা MW, ৫৫টা SW আৰু ১১৬টা FM ট্ৰেন্সমিটাৰৰ জৰিয়তে দেশৰ ৯৮ শতাংশৰো অধিক জনসংখ্যা আৰু ৯০ শতাংশৰো অধিক ঠাই সামৰি অল ইণ্ডিয়া ৰেডিঅ'ই কাৰ্যক্ৰমণিকা সম্প্ৰচাৰ কৰি আছে। ১৯৬৭ চনৰপৰা ইয়াৰ বাণিজ্যিক কেন্দ্ৰসমূহৰ কাৰ্যসূচী সম্প্ৰচাৰিত হৈ আহিছে।

ভাৰতত অনাতাঁৰ বাতৰি সেৱাৰ ইতিহাস অল ইণ্ডিয়া ৰেডিঅ'তকৈও পুৰণি। ১৯২৭ চনৰ ২৩ জুলাইৰপৰা মুম্বাইৰ এটা ব্যক্তিগত ৰেডিঅ' ষ্টেছনৰপৰা প্ৰথম 'নিউজ বুলেটিন' সম্প্ৰচাৰিত হৈছিল। অৱশ্যে অল ইণ্ডিয়া ৰেডিঅ'ৰ নিউজ ডিভিজনৰ সূচনা হয় ১৯৩৭ চনৰপৰা। সম্প্ৰতি এদিনত (৩৯.৩০ ঘণ্টা) ৩১৪টা নিউজ বুলেটিন সম্প্ৰচাৰিত হয়। ১৯৯৫ চনৰ ২৪ মেৰপৰা এফ এম চেনেল আৰু ১৯৯৮ চনৰ ২৫ ফেব্ৰুৱাৰিৰপৰা 'এয়াৰ নিউজ অন ফোন' সেৱাও প্ৰৱৰ্তিত হৈছে। শেহতীয়াকৈ ইণ্টাৰনেট সংযোগ ব্যৱস্থাৰে সমৃদ্ধ এই নিউজ ডিভিজনে অতি গতিশীলতাৰে কাৰ্য-সম্পাদন কৰিবলৈ সক্ষম হৈছে।

১৯৫৯ চনৰ ছেপ্টেম্বৰ মাহৰপৰা সপ্তাহত তিনিদিনীয়াকৈ দিল্লীত পৰীক্ষামূলকভাৱে টেলিভিছন সেৱাৰ সূচনা হয়। ১৯৬৫ চনৰপৰা নিউজ বুলেটিনসহ নিয়মীয়া সেৱা আৰম্ভ হয় আৰু ১৯৭২ চনৰপৰা দেশৰ দ্বিতীয়খন মহানগৰ,

মুম্বাইৰপৰাও টেলিভিছন সম্প্ৰচাৰণ হ'বলৈ ধৰে। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত ক্ৰমে কলকতা, চেন্নাই, শ্ৰীনগৰ, অমৃতসৰ আৰু লক্ষ্ণৌতো টেলিভিছন কেন্দ্ৰ স্থাপন কৰা হয়। উল্লেখযোগ্য যে ১৯৭৬ চনত টেলিভিছনক অল ইণ্ডিয়া ৰেডিঅ'ৰপৰা পৃথক কৰি 'দূৰদৰ্শন' নামেৰে এক স্বতন্ত্ৰ সংস্থা গঠন কৰা হয়। ১৯৮৪ চনত 'দূৰদৰ্শন'ৰ দ্বিতীয়টো চেনেল মুকলি কৰাৰপৰা সাম্প্ৰতিক সময়লৈকে ডি ডি-ইণ্ডিয়া নামৰ আন্তঃৰাষ্ট্ৰীয় চেনেলৰ উপৰি ডি ডি-মেট্ৰ', ডি ডি-স্পৰ্টছ, ডি ডি-নেছনেল আদি কেইটাও চেনেলৰ জৰিয়তে দেশৰ ৭০ শতাংশ ঠাইত ৮৭ শতাংশ জনসংখ্যাক সামৰি 'দূৰদৰ্শনে' সেৱা আগ বঢ়াই আছে। 'দূৰদৰ্শন'ৰ মুখ্য কাৰ্যসূচীসমূহ সম্প্ৰতি তিনিতৰপীয়া (ৰাষ্ট্ৰীয়, আঞ্চলিক আৰু স্থানীয়) ব্যৱস্থাৰে পৰিচালিত হৈ আছে। দেশৰ গাঁও আৰু নগৰ— উভয় অঞ্চলৰে লোকৰ উন্নয়ন আৰু শিক্ষাৰ বিকাশৰ লগতে তেওঁলোকক সংগীত, কলা আৰু ৰুচিপূৰ্ণ চলচ্চিত্ৰ আদিৰ দৰে বিচিত্ৰ কাৰ্যক্ৰমণিকাৰে মনোৰঞ্জন দিয়াই হৈছে মুখ্য উদ্দেশ্য। সেই উদ্দেশ্য আগত ৰাখিয়ে গাঁও-নগৰ নিৰ্বিশেষে 'দূৰদৰ্শন'ৰ কাৰ্যসূচীত অংশ গ্ৰহণ তথা উপভোগৰ লক্ষ্যেৰে উল্লিখিত তিনিতৰপীয়া ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে।

## ডাইৰেক্টৰেট অৱ্ এড্ভাৰটাইজিং এণ্ড ভিজুৱেল পাব্লিচিটি

কেন্দ্ৰীয় চৰকাৰৰ বিভিন্ন মন্ত্ৰালয়, বিভাগ আৰু স্বতন্ত্ৰ সংস্থাসমূহৰ হৈ প্ৰচাৰ-কাৰ্য পৰিচালনাৰ বাবে ডাইৰেক্টৰেট্ অৱ্ এড্ভাৰটাইজিং এণ্ড ভিজুৱেল পাব্লিচিটি, (ডি. এ. ভি. পি.) গঠন কৰা হয়। ছপা মাধ্যমৰ অৰ্থাৎ বাতৰিকাকত, আলোচনী আদিৰ উপৰি দৃশ্য-শ্ৰাব্য মাধ্যম ৰেডিঅ' আৰু টেলিভিছনৰ জৰিয়তেই ডি. এ. ভি. পিয়ে বিজ্ঞাপন প্ৰচাৰ কৰি ইয়াৰ দায়িত্ব সম্পাদন কৰে। তদুপৰি ই পুস্তিকা, প্ৰচাৰপত্ৰ, 'হৰ্ডিং' আদিৰ জৰিয়তেও প্ৰচাৰ অভিযান চলাই চৰকাৰৰ বিভিন্ন নীতি, আঁচনি সম্পৰ্কে জনসাধাৰণক সজাগ কৰি আহিছে। ডি.এ.ভি.পি.য়ে জনসাধাৰণক কেৱল চৰকাৰৰ আঁচনি বা নীতি সম্পৰ্কে জনোৱাৰ উদ্দেশ্যেই নহয়, পৰিয়াল পৰিকল্পনা, ক্ষুদ্ৰ সঞ্চয়, সামূহিক উন্নয়ন, গ্ৰাম্য অঞ্চলৰ উদ্যোগৰ বিকাশ আদি বিষয় সম্বন্ধে সচেতনতা বৃদ্ধি তথা শিক্ষিত কৰিবৰ বাবেও বিজ্ঞাপনৰ উপৰি ক্ষেত্ৰ প্ৰচাৰৰ ব্যৱস্থা লৈ আহিছে। প্ৰসংগক্ৰমে উল্লেখযোগ্য এই যে ডি. এ. ভি. পি.য়েই উচ্চ মানদণ্ডৰ ছপা আৰু অংগসজ্জাক উৎসাহিত কৰাৰ উদ্দেশ্যে প্ৰতি বছৰে ৰাষ্ট্ৰীয় পৰ্যায়ত এটা বঁটা প্ৰদান কৰি আহিছে। অৱশ্যে ১৯৫৩ চনত গঠিত ডাইৰেক্টৰেট অৱ্ ফিল্ম পাব্লিচিটিয়ে প্ৰায় কুৰিটা আঞ্চলিক কাৰ্যালয় স্থাপন কৰি দুশৰো অধিক ক্ষেত্ৰ গোটৰ (Field Unit) সহায়ত উল্লিখিত বিষয়বোৰৰ উপৰি ৰাষ্ট্ৰীয় ঐক্য, ধৰ্মনিৰপেক্ষতা, প্ৰতিৰক্ষা প্ৰস্তুতি আদিৰ প্ৰতি জনসাধাৰণক সচেতন আৰু শিক্ষিত কৰাৰ ব্যৱস্থা লৈছে। ই ভ্ৰাম্যমান গোট গঠন কৰি প্ৰচাৰ অভিযানক অধিক ত্বৰান্বিত কৰিছে।

অন্যান্য প্ৰচাৰ-সংস্থাৰ ভিতৰত প্ৰথমে এক্সটাৰ্নেল পাব্লিচিটি ডিভিজনৰ কথা উল্লেখ কৰিব পাৰি। ই সাংস্কৃতিক বিনিময়ৰ আধাৰত ভাৰতৰপৰা অন্যান্য ৰাষ্ট্ৰলৈ যোৱা আৰু অন্যান্য ৰাষ্ট্ৰৰপৰা ভাৰতলৈ অহা সাংবাদিকসকলক সা-সুবিধা প্ৰদান কৰে। আনহাতে ভাৰতৰ বিভিন্ন উন্নয়নমূলক বিষয়, ইয়াৰ নীতি-আঁচনিৰ বিষয়ে অন্য ৰাষ্ট্ৰত থকা ভাৰতীয় মিছনবোৰত এই ডিভিজনে ক্ষিপ্ৰতাৰে তথ্য যোগান ধৰে। ই কেন্দ্ৰীয় বৰ্হিপৰিক্ৰমা মন্ত্ৰালয়ৰ অধীনত কাম-কাজ পৰিচালনা কৰে। আনহাতে ভাৰতৰ জাতীয় জীৱন আৰু কৰ্মৰ বৈচিত্ৰ্যপূৰ্ণ দিশ, চৰকাৰৰ কেন্দ্ৰীয় সংবাদৰ উৎস তথা ভাৰতীয় আৰু বিদেশী চলচ্চিত্ৰ উদ্যোগৰ শেহতীয়া স্থিতি ইত্যাদিৰ বিষয়ে নিৰ্ভুল তথ্য আহৰণত ৰিৰ্ছাচ এণ্ড ৰেফাৰেন্স ডিভিজনে সহায় কৰে। ই কেন্দ্ৰীয় তথ্য আৰু সম্প্ৰচাৰ মন্ত্ৰালয়ৰ অধীনত গঠিত ।

১৯৬৫ চনত গঠিত ইণ্ডিয়ান ইন্সটিটিউট অব্ মাছ কমিউনিকেছনে (কেন্দ্ৰীয় তথ্য আৰু সম্প্ৰচাৰ মন্ত্ৰণালয়ৰ অধীন) ছপা মাধ্যম, ৰেডিঅ', টেলিভিছন অৰ্থাৎ দৃশ্য-শ্ৰাব্য মাধ্যম, বিজ্ঞাপন আদি বিষয়ত শিক্ষা প্ৰদানৰ সুবিধা ৰাখিছে। ১৯৬৬ চনৰপৰা ই এক স্বতন্ত্ৰ সংস্থা হিচাপে গণ মাধ্যমৰ, সাংবাদিকতাকে ধৰি বিভিন্ন বিষয়ৰ অধ্যয়ন আৰু গৱেষণাৰ কাম কৰি অহাৰ উপৰি সাংবাদিকতাৰ স্নাতকোত্তৰ ডিপ্লমা পাঠ্যক্ৰম পৰ্যন্ত শিক্ষা প্ৰদান কৰি আহিছে।

**❑ প্ৰশান্ত কুমাৰ মহন্ত**

## সংবাদ এজেন্সি

সংবাদপত্ৰত যি প্ৰতিবেদন প্ৰকাশিত হয়, তাৰ অধিকাংশই হ'ল সংবাদ এজেন্সি বা সংস্থাই সংগ্ৰহ কৰা সংবাদ। আমাৰ দেশৰ বৃহৎ সংবাদ সংস্থাটো হ'ল পি.টি.আই. অৰ্থাৎ প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়া (Press Council of India)। আন এটা তেনে সংবাদ সংস্থা সংক্ষেপে ইউ. এন. আই. অৰ্থাৎ ইউনাইটেড নিউজ অব্ ইণ্ডিয়া (United News of India) নামেৰে পৰিচিত। বিশ্বৰ বিখ্যাত সংবাদ সংস্থাসমূহৰ ভিতৰত ৰয়টাৰ (Reuter), আমেৰিকাৰ এ.পি. (Associated Press), ইউ. পি. আই. (United Press of America) আদি। ইয়াৰ উপৰি এ. এফ. ই., ডি. পি. এ., ইউ. পি. আই. (United Press International)আদি । সংবাদপত্ৰলৈ যি সংবাদ সংস্থাৰদ্বাৰা সংবাদ প্ৰেৰণ কৰা হয়, সেই সংস্থাৰ নাম প্ৰতিবেদনৰ আৰম্ভণিত নতুবা শেষত উল্লেখ থাকে। দেশ-বিদেশৰ এই সংবাদ সংস্থাসমূহৰ গুৰুত্ব যথেষ্ট বেছি। সংবাদপত্ৰৰ শিৰোনামাৰ অধিকাংশই এইবিলাক সংস্থাৰদ্বাৰা প্ৰেৰিত সংবাদ। আধুনিক প্ৰযুক্তিৰ প্ৰসাৰৰ লগে লগে এই সংবাদ সংস্থাসমূহৰো কৰ্ম প্ৰক্ৰিয়া চকুত লগা ধৰণে পৰিৱৰ্তিত হৈছে। বৰ্তমান ইণ্টাৰনেটৰ মাধ্যমেৰে এই সংস্থাবোৰে দেশ-বিদেশৰ বিভিন্ন ঠাইলৈ অনেক বা-বাতৰি নিৰৱচ্ছিন্নভাৱে প্ৰেৰণ কৰি আহিছে।

## ইণ্টাৰনেট

ইলেক্ট্ৰনিক মাধ্যমৰ শেহতীয়া চমকপ্ৰদ ব্যৱস্থা প্ৰৱৰ্তনৰ ফলত অন্যান্য ক্ষেত্ৰৰ লগতে সংবাদ মাধ্যমৰ ক্ষেত্ৰতো ই সুদৃঢ় স্থিতি লাভ কৰিবলৈ সক্ষম হৈছে। সম্প্ৰতি ইণ্টাৰনেট (internet) এক গুৰুত্বপূৰ্ণ আহিলা হিচাপে পৰিগণিত হৈছে। ইয়াৰ বিস্তাৰিত ৰূপ হ'ল ইণ্টাৰ নেটৱৰ্ক, অৰ্থাৎ একাধিক কম্পিউটাৰ নেটৱৰ্ক। টেলিফোন যিদৰে এঠাইৰপৰা বিভিন্ন ঠাইলৈ সংযোজিত হৈ থাকে ঠিক সেইদৰে এটা কম্পিউটাৰৰপৰা বিভিন্ন কম্পিউটাৰৰ লগত ইয়াৰ সংযোগ স্থাপন কৰা থাকে। টেলিফোন নম্বৰ ডায়েল কৰি যিদৰে আন এটা টেলিফোনৰ সৈতে যোগাযোগ কৰি কথা পাতিব পাৰি ঠিক সেইদৰে কম্পিউটাৰৰ বুতাম টিপিয়ে নিৰ্দিষ্ট নম্বৰৰ সংশ্লিষ্ট সংবাদ মাধ্যমৰ খবৰ জানিব পৰা যায়। ইয়াৰ বাবে ইণ্টাৰনেট ব্যৱস্থাৰে সংযোগ স্থাপন কৰিব পাৰিলেই হ'ল। .

এতিয়া ইণ্টাৰনেটৰ যোগেদিয়ে পৃথিৱীৰ যিকোনো ঠাইৰ তথ্য-বাতৰি বা ঘটনা আদিৰ বিষয়ে নিমিষতে জানিব পৰা যায়। সংবাদ প্ৰতিষ্ঠানবোৰেও বৰ্তমান ইণ্টাৰনেটৰ যোগেদিয়ে তথ্যৰ আদান-প্ৰদান কৰিবলৈ যথেষ্ট সুবিধা লাভ কৰিছে। এতিয়া পৃথিৱীৰ যিকোনো ঠাইত বহি ইণ্টাৰনেটৰ সহায়ত দেশ-বিদেশৰ বহুতো প্ৰতিষ্ঠিত দৈনিক বাতৰিকাকতত চকু ফুৰাব পৰা যায়। আনকি অসমৰো কেইবাখনো দৈনিক কাকত ইণ্টাৰনেটৰ সহায়ত পৃথিৱীৰ যিকোনো ঠাইত চোৱাৰ সুবিধা হৈছে। ইণ্টাৰনেটৰ বিষয়ে ইয়াত অতি সংক্ষিপ্ত ৰূপত কেৱল উনুকিয়াই যোৱা হ'ল।

(*স.স.*)

## বিজ্ঞাপন: ইয়াৰ উদ্দেশ্য আৰু ইয়াৰ গুৰুত্ব

### বিজ্ঞাপন : বাতৰিকাকতৰ জীৱনী-শক্তি

এই কথা এতিয়া আটাইৰে বিদিত যে বৃহৎ অথবা ক্ষুদ্ৰ— যি বাতৰিকাকতেই নহওক, সম্প্ৰতি কোনো প্ৰকাৰৰ কাকতেই একমাত্ৰ তাৰ প্ৰচলনৰ ওপৰত নিৰ্ভৰ কৰি বৰ্তি থাকিব নোৱাৰে। সন্দেহ নাই, বাতৰিকাকত এখনৰ প্ৰচলন ইয়াৰ সম্পাদকীয় বিষয়-বস্তু, মনোযোগ আকৰ্ষক বিভিন্ন প্ৰতিবেদন আদিৰ গুণগত মানদণ্ডৰ ওপৰত যথেষ্ট পৰিমাণে নিৰ্ভৰ কৰে। কিন্তু তাৰ আৰ্থিক ভেটিটোৰ উন্নতি আৰু সমৃদ্ধি নিৰ্ভৰ কৰে বাতৰিকাকতখনে যথেষ্ট পৰিমাণৰ বিজ্ঞাপন লাভ কৰাৰ ওপৰত। সম্প্ৰতি এখন বাতৰিকাকত ইয়াৰ বিক্ৰীৰপৰা হোৱা উপাৰ্জনেৰে জীয়াই থকাটো অসম্ভৱ। বাতৰিকাকতসমূহত বিজ্ঞাপন প্ৰকাশৰ ব্যৱস্থা নথকা হ'লে গ্ৰাহকসকলে কেইবাগুণ অধিক মূল্যত সিবোৰ ক্ৰয় কৰিব লগা হ'লহেঁতেন। সম্প্ৰতি বৃহৎ বাতৰিকাকতৰতো

কথাই নাই, ক্ষুদ্র বা মজলীয়া বাতৰিকাকতবোৰো বিজ্ঞাপন প্ৰকাশৰ জৰিয়তে পোৱা ৰেভিনিউৰে খৰচৰ বাতৰি প্ৰতিষ্ঠানটোৰ জোৰা মাৰে আৰু হয়তো কিছু লাভ অৰ্জন কৰাত সফল হয়। এই দৃষ্টিৰে সফল ৰাষ্ট্ৰীয় বাতৰিকাকতবোৰে ইয়াৰ মুঠ স্থানৰ (space) ৪০-৬০ শতাংশ পৰ্যন্ত বিজ্ঞাপনৰ বাবে এৰি দিব লগা হয়। বিজ্ঞাপনৰ গুৰুত্ব এনেকুৱা যে কেতিয়াবা দিনটোৰ সংগৃহীত বিজ্ঞাপন ইয়াৰ বাবে আছুতীয়াকৈ ৰখা স্থানত নুজুৰিলে শেষ মুহূৰ্তত কম গুৰুত্বপূৰ্ণ বাতৰি আঁতৰাই থৈও বিজ্ঞাপন প্ৰকাশ কৰাৰ ব্যৱস্থা ৰখা হয়। মুঠতে বাতৰিকাকতৰ সম্পাদকীয় পৃষ্ঠাৰ বাহিৰে অন্য যিকোনো পৃষ্ঠাতে বিজ্ঞাপন প্ৰচাৰ কৰাৰ বাধা নাই। সংক্ষেপে এই কথা ক'ব পৰা যায় যে ব্যক্তিগতেই হওক বা ব্যাৱসায়িকে হওক বা চৰকাৰীয়েই হওক, বিজ্ঞাপন অবিহনে এখন বাতৰিকাকত সুস্থ-সবলভাৱে প্ৰকাশ পাই থাকিব নোৱাৰে। কেৱল বাতৰিকাকতৰ প্ৰচলনৰ ওপৰত নিৰ্ভৰ কৰি কোনো কাকতে ইয়াৰ বিক্ৰীৰপৰা হোৱা আয়ৰ জৰিয়তে খৰচৰ জোৰা মৰাটো সম্ভৱ নহয়। উদ্যোগ তথা ব্যাৱসায়িক প্ৰতিষ্ঠান হিচাপে বৰ্তমান কালত এখন বাতৰিকাকতৰ (প্ৰতিষ্ঠান) অস্তিত্ব ই নিয়মীয়াকৈ লাভ কৰা বিজ্ঞাপনৰ ওৱাদানিয়েহে নিৰূপিত কৰে। অন্য অৰ্থত বিজ্ঞাপনেই বাতৰিকাকতৰ জীৱনী-শক্তি আৰু সেয়েহে বিজ্ঞাপনবিহীন এখন বাতৰিকাকতৰ কথা বৰ্তমান চিন্তাই কৰিব নোৱাৰি।

সি যি নহওক, বাতৰিকাকতৰ প্ৰাণ-শক্তি তথা অস্তিত্বৰ সৈতে বিজ্ঞাপনৰ এই ওতঃপ্ৰোত সম্পৰ্কক লৈ প্ৰেছ কাউন্সিল অব্ ইণ্ডিয়াও সচেতন। সেয়ে সংস্থাটিয়ে চৰকাৰী বিজ্ঞাপনৰ ক্ষেত্ৰত যাতে বাতৰিকাকতসমূহ চৰকাৰ বৈষম্যৰদ্বাৰা আক্ৰান্ত নহয় তাৰ বাবে বহল ভিত্তিত কিছুমান নীতি-নিৰ্দেশনা যুগুত কৰা বিষয়ে গুৰুত্ব দি আহিছে। ইয়াৰ যোগেদি প্ৰেছ কাউন্সিল অব্ ইণ্ডিয়াই কেন্দ্ৰীয় আৰু ৰাজ্যিক উভয় চৰকাৰৰ বিজ্ঞাপন নীতিয়ে সামৰিবলগীয়া বিষয়বোৰ আঙুলিয়াই দেখুৱাইছে। এই প্ৰসংগত বিস্তাৰিত বিৱৰণলৈ নগৈ এই কথাকে উল্লেখ কৰা উচিত হ'ব যে ৰেজিষ্ট্ৰাৰ অব্ নিউজ পেপাৰছ (RNI) কাৰ্যালয়ত পঞ্জীয়নভুক্ত সমূহ বাতৰিকাকতেই চৰকাৰী বিজ্ঞাপন পাবৰ বাবে অনুমোদিত তালিকাত অন্তৰ্ভুক্ত হয় যদিও অন্যান্য যোগ্যতা হিচাপে কাকতখন যতি নপৰাকৈ আৰু নিয়মীয়াকৈ ছমাহ প্ৰকাশ হৈ থাকিব লাগিব। কাকত এখনৰ প্ৰচালনৰ পৰিমাণো (ন্যূনতম ১০০০ কপি) বিজ্ঞাপন লাভৰ বাবে সংশ্লিষ্ট পক্ষই জনাটো দৰকাৰী। সেয়ে বাতৰিকাকত প্ৰতিষ্ঠানে প্ৰচলনৰ সংখ্যা নিৰ্ণয় কৰিবৰ বাবে ৰেজিষ্ট্ৰাৰ অব্ নিউজ পেপাৰ ফৰ্ ইণ্ডিয়া (RNI) অডিট ব্যুৰো অব্ চাৰকুলেছন আৰু চাৰ্টাড একাউন্টেন্টৰদ্বাৰা প্ৰস্তুত কৰা বাৰ্ষিক প্ৰকাশন প্ৰতিবেদনৰ প্ৰমাণপত্ৰ দিব লাগিব। এনেদৰে বাতৰিকাকতবোৰে ন্যায়সংগতভাৱে বিজ্ঞাপন লাভ কৰি যাতে বৰ্তি থাকিব পাৰে, সেই চিন্তাৰে প্ৰেছ কাউন্সিলে সতৰ্কতাৰে চৰকাৰক

কিছুমান পৰামৰ্শ দি আহিছে। ইয়াৰ জৰিয়তে প্ৰত্যক্ষ বা পৰোক্ষভাৱে বাতৰিকাকতৰ স্বাধীনতা ক্ষতি কৰিব পৰা বিজ্ঞাপন-বৈষম্য আঁতৰোৱাৰ চেষ্টা কৰা হৈছে। অৱশ্যে বিভিন্ন ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠান আদি বেচৰকাৰী বিজ্ঞাপনৰ ক্ষেত্ৰত এই কথা নাখাটে।

সি যি নহওক, বিভিন্ন ব্যক্তি, বাণিজ্যিক প্ৰতিষ্ঠান, অনুষ্ঠান আৰু চৰকাৰী বিভাগসমূহে ভিন্ন উদ্দেশ্য লৈ বিজ্ঞাপন প্ৰচাৰ কৰে। " সাম্প্ৰতিক যুগত বিজ্ঞাপনৰ বিভিন্ন পদ্ধতি উদ্ভাৱিত হৈছে যদিও এই সকলোবিলাক পদ্ধতিৰ ভিতৰত বাতৰিকাকতৰ জৰিয়তে প্ৰকাশিত বিজ্ঞাপনৰ গুৰুত্ব সুকীয়া। অত্যন্ত সমকালীন বিষয়ৰ বাবে দৈনিক বাতৰিকাকতৰ সুবিধাজনক বিজ্ঞাপনৰ মাধ্যম বোধকৰোঁ নোলাব। উপভোক্তা সামগ্ৰীসমূহৰ আকৰ্ষণীয় বিজ্ঞাপন পৰিৱেশনৰ বাবে দূৰদৰ্শনৰ দৰে দৃশ্য-শ্ৰাব্য প্ৰচাৰ মাধ্যম উপযোগী হ'লেও নিবিদা জাননী, নিয়োগ-সংবাদ অথবা দিনটোৰ ভিতৰত হ'বলগীয়া যিকোনো অনুষ্ঠানৰ জাননী প্ৰকাশ কৰিবলৈ অতি প্ৰশস্ত মাধ্যম।" আনহাতে চৰকাৰৰ বিভাগসমূহেও কেন্দ্ৰীয় আৰু ৰাজ্যিক উভয় চৰকাৰৰ বাতৰিকাকতৰ জৰিয়তে জনসংযোগ ৰক্ষা কৰাটো এতিয়া এটা সাধাৰণ নিয়মত পৰিণত হৈছে। উদাহৰণ স্বৰূপে, অসম চৰকাৰৰ জনসংযোগ বিভাগ আৰু কেন্দ্ৰীয় চৰকাৰৰ বিশেষকৈ ডাইৰেক্টৰেট অব্ এড্ভাৰটাইজিং এণ্ড ভিজুৱেল পাব্লিচিটিয়ে (সংক্ষেপে ডি এ ভি পি)কেন্দ্ৰীয় চৰকাৰৰ আটাইবোৰ মন্ত্ৰালয়, বিভাগ আৰু চৰকাৰৰ অধীনৰ স্বতন্ত্ৰ সংস্থাসমূহৰ (ৰেল বিভাগৰ বাহিৰে) বিজ্ঞাপন প্ৰচাৰ কৰি আহিছে। নীতিগতভাৱে ডি.এ. ভি. পি.য়ে ক্ষুদ্ৰ আৰু মজলীয়া বাতৰিকাকতত বিজ্ঞাপন প্ৰচাৰৰ বাবে অগ্ৰাধিকাৰ দিয়ে। অৱশ্যে এই ক্ষেত্ৰত বাতৰিকাকতসমূহে কেইটামান চৰ্ত পূৰণ কৰিব লাগিব। ইতিমধ্যে সেই সম্পৰ্কে উল্লেখ কৰি অহা হৈছে। উল্লিখিত বিজ্ঞাপন প্ৰচাৰৰ দায়িত্বত থকা চৰকাৰী বিভাগসমূহে বাতৰিকাকতৰ উপৰি অন্যান্য দৃশ্য-শ্ৰাব্য মাধ্যমৰ সহায়তো বিজ্ঞাপন প্ৰচাৰ কৰে যদিও অসমৰ বেলিকা বাতৰিকাকতেই চৰকাৰী বিজ্ঞাপন প্ৰকাশৰ প্ৰধান বাহক হৈ আছে। আটাইবোৰ ৰাজহুৱা স্বাৰ্থজড়িত বিষয়, যেনে— ৰাজহুৱা কাম-কাজ, নিবিদা, ক্ৰয়-বিক্ৰয়ৰ জাননী, নিয়োগ, ভূমি অধিগ্ৰহণ, কোনো চৰকাৰী বিভাগৰ বিৰুদ্ধে উত্থাপিত অভিযোগ আদিৰ স্পষ্টীকৰণ সম্পৰ্কীয় বিজ্ঞাপন আদি প্ৰকাশ কৰাটো এক স্বীকৃত প্ৰথা বুলি ক'ব পাৰি।

## বাতৰিকাকতৰ বিজ্ঞাপন বিভাগ

বিজ্ঞাপন আৰু বাতৰিকাকতৰ অবিচ্ছেদ্য সম্বন্ধৰ কথা ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে। আনহাতে বিজ্ঞাপন এতিয়া বাতৰিকাকতৰ আয়ৰ প্ৰধান উৎসই নহয়, জনসাধাৰণৰ বাবেও দৈনন্দিন প্ৰয়োজনৰ দৰে হৈছেগৈ। বিজ্ঞাপন বৰ্তমান সময়ত

সংবাদৰ দৰে হৈ পৰিছে। প্ৰতিযোগিতামূলক বজাৰত প্ৰতি মুহূৰ্তত উপভোক্তা সামগ্ৰীৰ মূল্য হ্ৰাস-বৃদ্ধিৰ খবৰ জনাটো আৰু সেই অনুসৰি প্ৰয়োজনীয় বয়-বস্তু ক্ৰয়ৰ বাবে উপভোক্তাই বিজ্ঞাপনৰপৰা আগতীয়া তথ্য লৈ সিদ্ধান্ত গ্ৰহণ কৰিব পাৰে। ই এক যোগাত্মক প্ৰভাৱ বুলি ক'ব লাগিব। ৰাজহুৱা সভা-সমিতি, নিয়োগ, বিবাহ, শিল্প, ভাৰাঘৰ নিবিদা জাননী, নিলাম জাননী, সম্পত্তি ক্ৰয়-বিক্ৰয়, ৰাজহুৱা জাননী আদি বিভিন্ন বিষয় সম্পৰ্কে অৱগত হোৱাটোও সম্প্ৰতি সংশ্লিষ্টসকলৰ বাবে অতীব প্ৰয়োজন। দ্বিতীয়তে ব্যাৱসায়িক প্ৰতিষ্ঠানসমূহে নিজৰ উৎপাদিত সামগ্ৰীসমূহ উপভোক্তাৰ দৃষ্টি আকৰ্ষণ বা জনপ্ৰিয়কৰণৰ অৰ্থে অথবা বিক্ৰী বৃদ্ধিৰ বাবে বিজ্ঞাপন প্ৰচাৰ কৰাটো জৰুৰী হৈ পৰিল। চৰকাৰী বিজ্ঞাপনৰ প্ৰয়োজনীয়তাৰ কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছেই। এনে পটভূমিত বাতৰিকাকৰ প্ৰতিষ্ঠানত সাম্প্ৰতিক কালত বিজ্ঞাপন সংক্ৰান্তীয় বিষয়সমূহ চোৱা-চিতা কৰিবলৈ শক্তিশালী আৰু নিখুঁত ৰূপত একোটা বিজ্ঞাপন বিভাগ গঢ় লৈ উঠিল। একোজন এড্ভাৰটাইজিং মেনেজাৰৰ অধীনত বহু কৰ্মীৰে সৈতে বাতৰিকাকত প্ৰতিষ্ঠানত একোটা বিজ্ঞাপন বিভাগ এতিয়া একান্ত এৰাব নোৱৰা অংগ। ৰাষ্ট্ৰীয় কাকতৰতো কথাই নাই, সম্প্ৰতি অসমৰ অধিকাংশ বাতৰিকাকতৰ প্ৰতিষ্ঠানেও বাণিজ্যিক বিজ্ঞাপন সংগ্ৰহৰ অৰ্থে ভাৰতৰ বিভিন্ন উদ্যোগপ্ৰধান মহানগৰীসমূহতো কাৰ্যালয় স্থাপন কৰি অথবা বিজ্ঞাপন প্ৰতিষ্ঠানৰ সৈতে সম্পৰ্ক ৰক্ষা কৰি ইয়াৰ আৰ্থিক বিজ্ঞাপন-সংগ্ৰহীত মাচুলৰ জৰিয়তে দিশত প্ৰভূত বৰঙণি যোগাই আহিছে।

## বিজ্ঞাপনৰ প্ৰকাৰ

বাতৰিকাকতৰ বিজ্ঞাপনসমূহ প্ৰধানতঃ ক্লাছিফাইড্ এড্ভাৰটাইজমেণ্ট, ডিছপ্লে এড্ভাৰটাইজমেণ্ট আৰু বিজিনেছ ডাইৰেক্টৰী— এই তিনিটা ভাগত ভাগ কৰি দেখুৱাব পৰা যায়। প্ৰতিটো শব্দৰ হিচাপত প্ৰকাশিত ক্লাছিফাইড্ এড্ভাৰটাইজমেণ্টৰ ভিতৰত সাধাৰণতে ৰাজহুৱা সভা-সমিতি, নিয়োগ, শিক্ষা, বিবাহ, মৃত্যু, ভাৰা, সা-সম্পত্তি, ঘৰ ভাড়া, বয়-বস্তু ক্ৰয়-বিক্ৰয়, আদালত, কোম্পানি আদিৰ জাননী, নিবিদা জাননী, নিলাম জাননী, ৰাজহুৱা জাননী ইত্যাদিৰ ভিতৰত সীমিত কৰিব পৰা যায়। ডিছপ্লে এড্ভাৰটাইজমেণ্টৰ ক্ষেত্ৰত উৎপাদিত সামগ্ৰীসমূহ সচিত্ৰৰূপত জাকজমককৈ প্ৰকাশৰ ব্যৱস্থা থাকে। দৈনন্দিন জীৱনত ব্যৱহৃত সামগ্ৰী, যেনে— প্ৰসাধন, ঘৰুৱা সামগ্ৰী, পাকঘৰত ব্যৱহৃত সামগ্ৰী, ইলেক্ট্ৰনিক বয়-বস্তু, যান-বাহন, ছেনিটেৰী সামগ্ৰী আদি এশ এটা উপভোক্তা সামগ্ৰীৰ বিজ্ঞাপন ডিছপ্লে এড্ভাৰটাইজমেণ্টৰ ভিতৰুৱা। অৱশ্যে আজিকালি বৃহৎ ঔদ্যোগিক প্ৰতিষ্ঠানে সিবোৰৰ উৎপাদিত সামগ্ৰীৰ আলোকপাত কৰি, তাৰ লগতে বিষয়া-কৰ্মচাৰী বিচাৰি নিউজ সম্বন্ধীয় বিজ্ঞাপনো ডিছপ্লে' এড্ভাৰটাইজমেণ্টৰ শিতানত প্ৰকাশ কৰে।

বিজ্ঞাপন জগতৰ নতুনত্বই বাতৰিকাকতৰ জগততো পৰিৱৰ্তন অনিছে। ফলস্বৰূপে আজিকালি বাতৰিকাকতসমূহে বিজ্ঞাপনদাতাসকলক আকৰ্ষণ কৰিবলৈ বিজিনেছ ডাইৰেক্টৰীৰ সুবিধাও দিছে। কিছুমান বাতৰিকাকতে ঔদ্যোগিক আৰু উপভোক্তা সামগ্ৰীসমূহৰ বিষয়ে বিজিনেছ ডাইৰেক্টৰীৰ শিৰোনামাৰে প্ৰকাশ কৰে। বিজ্ঞাপনৰ এই নিৰ্দিষ্ট প্ৰকাৰসমূহে পাঠক আৰু বিজ্ঞাপনদাতাসকলক নিৰ্দিষ্ট স্থান/শিৰোনামা বাছনি কৰি চকু দিয়া বা বিজ্ঞাপন প্ৰকাশ কৰাত সুবিধা প্ৰদান কৰিছে।

## বিজ্ঞাপন: এক কলাত্মক উদ্যোগ

এতিয়া প্ৰতিজন সচেতন পাঠক মাত্ৰেই অনুভৱ কৰিব পাৰিব যে " বিজ্ঞাপনসমূহ একাধাৰে বাতৰিকাকত প্ৰকাশৰ বাবে আয়ৰ উৎস, জনসাধাৰণৰ বাবে এক দৈনন্দিন প্ৰয়োজন হোৱাৰ উপৰি এইবোৰৰ ৰুচিসন্মত পৰিৱেশন এক প্ৰকাৰৰ কলাত পৰিণত হৈছে। আজিকালি প্ৰতিখন বাতৰিকাকতেই কলাসন্মতভাৱে বিজ্ঞাপন প্ৰস্তুত কৰিবলৈ আগ্ৰহ কৰে, কিয়নো ইয়াৰ ওপৰতো কাকতখনত সৌষ্ঠৱ বহু পৰিমাণে নিৰ্ভৰ কৰে।" মনোগ্ৰাহী ৰূপত বিজ্ঞাপন প্ৰস্তুত আৰু বিপনণৰ বাবে বৰ্তমান গঢ় লৈ উঠিছে অনেক বিজ্ঞাপন প্ৰতিষ্ঠান। সেয়ে আজিকালি বিজ্ঞাপনদাতাসকল বিজ্ঞাপনৰ ডিজাইনৰ বাবে বিজ্ঞাপন প্ৰতিষ্ঠানৰ কাষ চাপে আৰু সিবোৰে কলাসন্মত তথা আকৰ্ষণীয়ভাৱে প্ৰস্তুত কৰা ৰেডিমেড্ বিজ্ঞাপনসহ প্ৰকাশৰ বাবে দিয়ে। বিজ্ঞাপন প্ৰতিষ্ঠানসমূহৰ মাজতো প্ৰতিযোগিতা হ'ব ধৰাত বিশেষজ্ঞ, আৰ্টিষ্ট, ডিজাইনাৰ আদি নিয়োগ কৰি দক্ষতাৰে আৰু অধিক কলাসন্মতভাৱে বিজ্ঞাপন প্ৰস্তুত কৰি সামগ্ৰিকভাৱে বিজ্ঞাপনৰ জগতত নিত্য-নতুন ডিজাইন উদ্ভাৱন কৰিছে। বিজ্ঞাপনৰ এনে বৰ্ধিত গুৰুত্বৰ ফলত বাণিজ্যিক কলাৰ শিক্ষানুষ্ঠানসমূহে বিজ্ঞাপন প্ৰস্তুতিৰ বিষয়ো অন্তৰ্ভুক্ত কৰিছে। সি যি নহওক বিজ্ঞাপন এহাতে কলাত্মক বিষয় হোৱাৰ লগতে বিজ্ঞাপন প্ৰস্তুতকাৰক নিজেই এটা উদ্যোগত পৰিণত হৈছে আৰু বাতৰিকাকত উদ্যোগত এই বিজ্ঞাপন ব্যৱস্থাই এক অতি গুৰুত্বপূৰ্ণ স্থান ল'বলৈ সক্ষম হৈছে।

❑ **প্ৰশান্ত কুমাৰ মহন্ত**

***

ষষ্ঠ অধ্যায়

# সংবাদপত্ৰ আৰু প্ৰেছ আইন

গণতান্ত্ৰিক জীৱনধাৰাত সংবাদপত্ৰক বিশ্বৰ সবাতোকৈ সুগম আৰু পুৰণি মাধ্যম হিচাবে আখ্যা দিয়া হয়। তথ্য সৰবৰাহ, যোগাযোগ ব্যৱস্থা, সংবাদ প্ৰযুক্তিবিদ্যা তথা বিজ্ঞানৰ নতুন নতুন কৌশল উদ্ভাৱনে সংবাদপত্ৰক সমাজৰ প্ৰতি অধিক দায়িত্বশীল কৰি তুলিছে। বাতৰিৰ ক্ষিপ্ৰ পৰিৱেশন, যুক্তিযুক্ত তথ্যৰ প্ৰচাৰ, উৎসৰ বিশ্বাসযোগ্যতা আদিৰ ক্ষেত্ৰতো সংবাদপত্ৰসমূহে নতুন প্ৰত্যাহ্বানৰ সমুখীন হ'বলগীয়াত পৰিছে। প্ৰকৃত সত্যৰ উদ্‌ঘাটন যিদৰে সংবাদপত্ৰৰ প্ৰাথমিক কৰ্তব্য; সেইদৰে ঘটনাৰ বিকৃত ৰূপ প্ৰচাৰ বা পৰিৱেশন কৰাৰপৰা বিৰত থকাটো সংবাদপত্ৰৰ নীতিগত দায়িত্ব। সংবাদপত্ৰৰ এনেবোৰ গণতান্ত্ৰিক প্ৰয়োজনীয়তা আৰু সামাজিক গুৰুত্বৰ স্বাৰ্থত সংবাদপত্ৰক গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভৰূপে স্বীকৃতি দিয়া হৈছে।

সংবাদপত্ৰৰ স্বাধীনতা এক পৰম্পৰাগত স্বীকৃত ধাৰণা। এই ধাৰণাৰ সৈতে সংবাদপত্ৰৰ সীমাবদ্ধতাৰ প্ৰশ্নও জড়িত থাকে। সংবাদপত্ৰৰ স্বাধীনতা তথা সীমাবদ্ধতাৰ বিবদমান বিষয়সমূহক আইনৰ দৃষ্টিৰে অধ্যয়ন কৰাটো সমীচিন হ'ব। সংবিধান তথা অন্যান্য বিধিগত আইনৰ ব্যৱস্থাসমূহৰ সৈতে সংবাদপত্ৰৰ সম্পৰ্ক কিম্বা বিচাৰ পৰ্যালোচনা কৰিবলৈ ইয়াত চেষ্টা ইয়াত কৰা হৈছে।

## সংবাদপত্ৰৰ স্বাধীনতা আৰু সাংবিধানিক আইন

ভাৰতীয় সংবিধানত 'সংবাদপত্ৰৰ স্বাধীনতা' শীৰ্ষক শিৰোনামাৰে কোনো স্বাধীনতা বা অধিকাৰৰ কথা উল্লেখ নাই। অৰ্থাৎ ভাৰতীয় সাংবিধানিক আইনত প্ৰকাশ্য ৰূপত সংবাদপত্ৰৰ স্বাধীনতা উল্লিখিত হোৱা নাই। ইয়াৰ বিপৰীতে সংবিধানৰ তৃতীয় ভাগত বৰ্ণিত মৌলিক অধিকাৰৰ ১৯ (১) (ক) অনুচ্ছেদত বাক আৰু প্ৰকাশৰ স্বাধীনতা (Right to freedom of Speech and expression)কথা উল্লেখ আছে। এই অনুচ্ছেদৰ অধীনত সকলো নাগৰিকে নিজস্ব মত প্ৰচাৰ আৰু পৰিৱেশনৰ ক্ষেত্ৰত মৌলিক অধিকাৰ উপভোগ কৰে। আইনৰ পৰিভাষাত উক্ত 'নাগৰিক' শব্দই সংবাদপত্ৰসমূহকো সামৰি লয় আৰু সেয়েহে সংবাদপত্ৰসমূহেও এনে স্বাধীনতা মৌলিক অধিকাৰ হিচাবে উপভোগ কৰিব পাৰে। সংবাদপত্ৰৰ এনে অধিকাৰ সাংবিধানিকভাৱে নিশ্চিত কৰা হৈছে আৰু ইয়াৰ উলংঘনৰ বিৰুদ্ধে ভুক্তভোগী

নাগৰিক কিম্বা সংবাদপত্ৰই ভাৰতীয় সংবিধানৰ ৩২ অনুচ্ছেদ আৰু ২২৬ অনুচ্ছেদ অনুসৰি ক্ৰমান্বয়ে উচ্চতম ন্যায়ালয় আৰু উচ্চ ন্যায়ালয়লৈ ৰিট (Writ) আবেদন কৰিব পাৰে। ভাৰতৰ কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ, আইনগত সংস্থা, নিগম, প্ৰতিষ্ঠান কিম্বা ব্যক্তিৰদ্বাৰা যদি কোনো সংবাদপত্ৰৰ স্বাধীনতা ভংগ কৰা হয়, তেতিয়াহ'লে তেনে উলংঘনৰ বিৰুদ্ধে সংশ্লিষ্ট সংবাদপত্ৰই কৰ্তৃত্বসম্পন্ন ন্যায়ালয়ৰ কাষ চাপিব পাৰে। এনে ক্ষেত্ৰত প্ৰয়োজনবশতঃ ভুক্তভোগী সংবাদপত্ৰই ৰাজহুৱা স্বাৰ্থজড়িত গোচৰ (PIL) তৰি কৰ্তৃত্বসম্পন্ন ন্যায়ালয়ৰপৰা আশু প্ৰতিকাৰ বিচৰাৰ স্বাধীনতা লাভ কৰে।

সংবাদপত্ৰৰ স্বাধীনতাক কেন্দ্ৰ কৰি ভাৰতৰ উচ্চ আৰু উচ্চতম ন্যায়ালয়ত বহুতো সাংবিধানিক প্ৰশ্নৰ উদয় হৈছে। সংবাদপত্ৰৰ স্বাধীনতাৰ বিষয়টি যিহেতু সংবিধানৰ মৌলিক অধিকাৰৰ ভিতৰত অন্তৰ্ভুক্ত, সেয়েহে কোনো কাৰ্য বা ক্ৰটিয়ে সংবাদপত্ৰৰ স্বাধীনতাক উলংঘন কৰিছেনে নাই, তাক বিচাৰ কৰাৰ ক্ষমতা ন্যস্ত হৈছে ন্যায়পালিকাৰ ওপৰত । এই ক্ষেত্ৰত ১৯৫০ চনত ৰমেশ থাপৰ বনাম মাদ্ৰাজ ৰাজ্য চৰকাৰ শীৰ্ষক গোচৰৰ ৰায় উল্লেখ কৰিব পাৰি। গোচৰ অনুসৰি ১৯৪৯ চনৰ মাদ্ৰাজ ৰাজহুৱা শৃংখলা ৰক্ষা আইনৰ ১(ক) ধাৰাৰ অধীনত মাদ্ৰাজ ৰাজ্য চৰকাৰে এনে এটা আদেশ জাৰি কৰিছিল যাৰদ্বাৰা মোম্বাইৰপৰা প্ৰকাশিত 'ক্ৰছৰোড' নামৰ ইংৰাজী সাপ্তাহিকখনৰ প্ৰচাৰ, বিক্ৰী, বিতৰণ আৰু প্ৰৱেশ মাদ্ৰাজ ৰাজ্য বা ইয়াৰ যিকোনো অন্তৰ্ভাগত নিষিদ্ধ কৰা হৈছিল। উক্ত সংবাদপত্ৰখনৰ মুদ্ৰক, প্ৰকাশক তথা সম্পাদক ৰমেশ থাপৰে মাদ্ৰাজ ৰাজ্য চৰকাৰৰ অধিসূচনাৰ বিৰুদ্ধে প্ৰতিবাদ জনাই ভাৰতৰ উচ্চতম ন্যায়ালয়ত এইবুলি আবেদন কৰে যাতে মহামান্য ন্যায়ালয়ে মাদ্ৰাজ চৰকাৰৰ তেনে নিৰ্দেশ বাতিল কৰে। ৰমেশ থাপৰৰ এই আদেশ সংবিধানৰ মৌলিক অধিকাৰৰ ১৯(১)(ক) অনুচ্ছেদত প্ৰদত্ত বাক আৰু প্ৰকাশৰ স্বাধীনতাক উলংঘন কৰিছে আৰু সেয়েহে এই আদেশ বাতিল কৰা হওক। সংবাদপত্ৰৰ স্বাধীনতাৰ সপক্ষে এইদৰে ৰায় দি উচ্চতম ন্যায়ালয়ে প্ৰচাৰৰ স্বাধীনতাকো ইয়াত সামৰি লয় আৰু মত পোষণ কৰে যে প্ৰচাৰৰ স্বাধীনতা নাথাকিলে সংবাদপত্ৰ প্ৰকাশৰ গুৰুত্ব মূল্যহীন হৈ পৰিব। এই ঐতিহাসিক গোচৰ নিষ্পত্তিৰ দিন ধৰি ভাৰতত সংবাদপত্ৰৰ স্বাধীনতাক ন্যায়পালিকাৰদ্বাৰা আনুষ্ঠানিক স্বীকৃতি প্ৰদান কৰা হ'ল।

ভাৰতৰ উচ্চতম ন্যায়ালয় ভাৰতীয় সংবিধানৰ অভিভাৱক। ন্যায়পালিকাৰ সিদ্ধান্ত বা ৰায়সমূহক ভাৰতত আইনৰ উৎস হিচাবে গণ্য কৰা হয়। সেয়েহে উচ্চতম ন্যায়ালয়ৰ ৰায়যোগে স্থিৰ হোৱা সংবাদপত্ৰৰ স্বাধীনতাক ভাৰতত আইনৰ মৰ্যাদা দিয়া হয়। ১৯৫০ চনৰ ব্ৰীজভূষণ বনাম দিল্লী ৰাজ্য চৰকাৰ গোচৰত উচ্চতম ন্যায়ালয়ে সংবাদপত্ৰৰ স্বাধীনতাৰ সপক্ষে এক ঐতিহাসিক ৰায় দি সংবাদ জগতৰ ইতিহাসত নতুন দিশৰ উন্মোচন কৰে। গোচৰ অনুসৰি, দিল্লীৰ মুখ্য আয়ুক্তই ১৯৫০ চনত পূৰ্ব

পাঞ্জাৱ ৰাজহুৱা নিৰাপত্তা আইনৰ ৭(১)(ক) ধাৰাৰ অধীনত দিল্লীৰপৰা প্ৰকাশিত ইংৰাজী ভাষাৰ সাপ্তাহিক পত্ৰিকা 'অৰ্গেনাইজাৰ'ৰ মুদ্ৰক, প্ৰকাশক তথা সম্পাদক ব্ৰীজভূষণৰ ওপৰত এক নিৰ্দেশ জাৰি কৰে। এই নিৰ্দেশত কোৱা হৈছে যে সংবাদপত্ৰখনে পুনৰ আদেশ নিদিয়া পৰ্যন্ত পাকিস্তান সম্পৰ্কত যুগুত কৰা সাম্প্ৰদায়িক বিষয়ৰ আটাইবিলাক সংবাদ, মতামত, আলোকচিত্ৰ, ব্যংগচিত্ৰ আদিৰ দুখনকৈ প্ৰতিলিপি প্ৰকাশৰ পূৰ্বে পৰীক্ষা কৰি চোৱাৰ বাবে দিল্লীৰ মুখ্য আয়ুক্তৰ আগত পেচ কৰিব লাগিব। অৱশ্যে চৰকাৰী সূত্ৰৰপৰা আহৰণ কৰা সংবাদ কিম্বা আলোকচিত্ৰৰ ক্ষেত্ৰত এই নিৰ্দেশ ধাৰ্য নহ'ব বুলি নিৰ্দেশটোত কোৱা হৈছে। এই নিৰ্দেশৰ প্ৰতি ব্ৰীজভূষণে প্ৰতিক্ৰিয়া প্ৰকাশ কৰি বিষয়টি সংবিধানৰ ৩২ অনুচ্ছেদৰ অধীনত উচ্চতম ন্যায়ালয়ত দাখিল কৰে। ন্যায়ালয়ে গোচৰ বিচাৰ কৰি এই মৰ্মে ৰায় দিয়ে যে 'অৰ্গেনাইজাৰ' সংবাদপত্ৰৰ ওপৰত দিল্লীৰ মুখ্য আয়ুক্তই জাৰি কৰা এই নিৰ্দেশ সংবাদপত্ৰৰ ওপৰত 'প্ৰিচেঞ্চৰছিপ' আৰোপ কৰিছে আৰু সেয়েহে এনে কাৰ্য সংবাদপত্ৰৰ স্বাধীনতাৰ পৰিপন্থী আৰু বাতিলযোগ্য। উল্লেখ্যযোগ্য যে উচ্চতম ন্যায়ালয়ৰ এই ৰায়ৰদ্বাৰা সংবাদপত্ৰৰ স্বাধীনতাক পুনৰ ন্যায়িক স্বীকৃতি দিয়া হ'ল আৰু সংবাদপত্ৰত মতামত প্ৰকাশৰ স্বাধীনতাক অক্ষুন্ন ৰখা হ'ল। সেই একেদৰে সংসদত গৃহীত ১৯৫৬ চনৰ সংবাদপত্ৰ (মূল্য আৰু পৃষ্ঠা) আইনখন সংবিধানৰ অনুচ্ছেদ ১৯ (১) (ক) বিধি-বিধানৰ বিৰোধী বুলি ৰায় দি উচ্চতম ন্যায়ালয়ে আইনখনক ৰদ কৰিলে আৰু তাৰদ্বাৰা সংবাদপত্ৰৰ স্বাধীনতাক বাহাল ৰাখিলে।

সংবাদপত্ৰৰ স্বাধীনতাক সংবিধানৰদ্বাৰা ১৯(১)(ক)ৰ সাংবিধানিক সুৰক্ষা দিয়া হৈছে যদিও উক্ত অনুচ্ছেদৰ (২) দফাত সন্নিৱিষ্ট কাৰণসমূহৰ ক্ষেত্ৰত এই স্বাধীনতাক সীমিত কৰি তাৰ ওপৰত যুক্তিসংগত বাধা-নিষেধ আৰোপ কৰা হৈছে নতুবা তেনে বাধা-নিষেধ আৰোপনৰ বাবে আইন প্ৰস্তুত কৰিবলৈ ৰাষ্ট্ৰক ক্ষমতা দিয়া হৈছে। সাংবিধানিক আইন অনুসৰি, ভাৰতৰ সাৰ্বভৌমত্ব আৰু সংহতি, কেনো অপৰাধৰ বাবে উচটনি আদিবিষয়ক প্ৰচলিত আইনৰ বিধি-বিধানসমূহ সংবাদপত্ৰই উলংঘন কৰিব নোৱাৰিব। অন্য ভাষাত, সংবাদপত্ৰৰদ্বাৰা স্বাধীনতা কিম্বা মৌলিক অধিকাৰ উপভোগত উক্ত বিষয়সমূহে বিধি সাপেক্ষে সংবাদপত্ৰৰ স্বাধীনতাক সীমিত কৰিব পাৰে বা বিঘ্নিত কৰিব পাৰে। প্ৰণিধানযোগ্য যে এনে বাধা-নিষেধ আইনৰদ্বাৰাহে ধাৰ্য হ'ব; কাৰ্যপালিকাৰ আদেশৰদ্বাৰা নহয়। সংবাদপত্ৰৰ স্বাধীনতাৰ ওপৰত আইনৰদ্বাৰা যিবোৰ বাধা-নিষেধ আৰোপ কৰা হ'ব, সেইবিলাক যুক্তিসংগত হোৱাটো একান্ত বাঞ্ছনীয়। সংসদে গৃহীত কৰা এনে বাধা-নিষেধ সাংবিধানিক বৈধতাৰ প্ৰশ্নত ন্যায়িক সমীক্ষণৰ(Judicial Review) অধীনলৈ আহিব পাৰে।

ভাৰতৰ সাৰ্বভৌমত্ব আৰু সংহতি ৰক্ষা কৰাটো ৰাষ্ট্ৰৰ এক প্ৰধান সাংবিধানিক দায়িত্ব। ৰাষ্ট্ৰই কৰা এনে দ্বায়িত্ব পালনৰ ক্ষেত্ৰত সংবাদপত্ৰক উৰ্দ্ধত ৰখা নহয়। ৰাষ্ট্ৰৰ সাৰ্বভৌমত্ব আৰু সংহতিৰ স্বাৰ্থত সংসদে আইন গৃহীত কৰি সংবাদপত্ৰৰ

স্বাধীনতাৰ ওপৰত বাধা-নিষেধ আৰোপ কৰিব পাৰে। কোনো সংবাদপত্ৰই ভাৰতৰ সুৰক্ষাৰ  স্বাৰ্থক নেওচি ভাৰতৰ সাৰ্বভৌমত্ব আৰু সংহতিৰ বিপক্ষে থিয় দিলে তেনে সংবাদপত্ৰৰ কাৰ্যক আইনতঃ শাস্তিযোগ্য অপৰাধ হিচাবে বিবেচনা কৰা হ'ব। ১৯৬১ চনৰ ফৌজদাৰী আইন সংশোধনী বিধি অনুসৰি, ভাৰতৰ সুৰক্ষাজনিত স্বাৰ্থত ভূখণ্ডীয় সংহতিৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনোৱা যিকোনো ব্যক্তিয়ে (এনে অৰ্থত সংবাদপত্ৰ) কাৰাদণ্ড অথবা জৰিমনা নাইবা উভয় শাস্তি ভোগ কৰিব লাগিব।

সাংবিধানিক আইন অনুসৰি, ৰাষ্ট্ৰৰ প্ৰতি কৰা বহিঃআক্ৰমণ বা ভাবুকিৰ সময়ছোৱাত ৰাষ্ট্ৰৰ যুদ্ধ প্ৰস্তুতিবিষয়ক যিকোনো তথ্য প্ৰকাশনৰ ক্ষেত্ৰত চৰকাৰে সংবাদপত্ৰৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিব পাৰে। হিংসাত্মক কিম্বা অসাংবিধানিক উপায় অৱলম্বনৰদ্বাৰা গণতান্ত্ৰিক চৰকাৰক ক্ষমতাচ্যুত কৰাৰ সপক্ষে ওকালতি কৰা প্ৰকাশনৰ ওপৰতো ৰাষ্ট্ৰই বাধা-নিষেধ আৰোপ কৰি সংবাদপত্ৰৰ স্বাধীনতাক খৰ্ব কৰিব পাৰে। উল্লেখযোগ্য যে ১৯৬১ চনত সংবাদপত্ৰ (আপত্তিজনক বিষয়) আইনৰদ্বাৰা ভাৰতত আপত্তিজনক সংবাদ প্ৰকাশনৰ ক্ষেত্ৰত বাধা-নিষেধ আৰোপ কৰা হৈছিল। এই  আইন ১৯৫৬ চনলৈকে কাৰ্যকৰী আছিল আৰু ইয়াৰ পাছত ১৯৭৬ চনত আপত্তিজনক বিষয় প্ৰকাশন প্ৰতিৰোধ আইনখন বলবৎ কৰা হয়। ইং ১৯৭৭ চনত উক্ত আইনখন জনতা চৰকাৰে বাতিল কৰে আৰু তাৰ ঠাইত নতুন কোনো পোনপটীয়া আইন বিধিবদ্ধ হোৱা নাই। ইয়াৰ বিপৰীতে ভাৰতৰ নিৰাপত্তাৰ স্বাৰ্থত ভাৰতীয় দণ্ডবিধি, ১৯২৩ চনৰ চৰকাৰী গোপনীয়তা আইন, ১৯৬১ চনৰ আইন, ১৯৬১ চনৰ ফৌজদাৰী আইনৰ সংশোধনী অধিনিয়ম,  ভাৰত প্ৰতিৰক্ষা আইন, ১৮৭৬ চনৰ নাট্যধৰ্মী অনুষ্ঠান আইন, ১৯৬২ চনৰ শুল্ক আইন, ১৯২২ চনৰ পুলিছ (বিৰাগ উদ্দীপন) আইনসমূহত বিষয়  সাপেক্ষে সংবাদপত্ৰৰ স্বাধীনতাৰ ওপৰত বাধা-নিষেধ ব্যৱস্থা আছে। শুল্ক আইন অনুসৰি, ভাৰতৰ নিৰাপত্তাৰ পৰিপন্থী যিকোনো নথি-পত্ৰৰ আমদানি আৰু ৰপ্তানিত কেন্দ্ৰীয় চৰকাৰে নিষেধাজ্ঞা জাৰি কৰিব পাৰে।

ভাৰতীয় সংবিধানে বিদেশী ৰাষ্ট্ৰৰ সৈতে ভাৰতৰ বন্ধুসুলভ সম্পৰ্ক অটুট থকাটো বিচাৰে। এনে নীতিৰ খাতিৰতে বন্ধু ৰাষ্ট্ৰৰ সৈতে শান্তিপূৰ্ণ সম্পৰ্ক বিঘ্নিত কৰিব খোজা সংবাদপত্ৰৰ যিকোনো কাৰ্য বা প্ৰচাৰৰ ওপৰত ৰাষ্ট্ৰৰদ্বাৰা সাংবিধানিক বাধা-নিষেধ আৰোপ কৰা হয়। বিদেশী  ৰাষ্ট্ৰদূত বা তেনে মৰ্যাদাসম্পন্ন বিদেশী পদাধিকাৰীৰ বিৰুদ্ধে মানহানিকৰ প্ৰচাৰৰ ক্ষেত্ৰত সংবাদপত্ৰৰ স্বাধীনতা সংবিধানতঃ বাহাল নাথাকে। উল্লেখযোগ্য যে বিদেশী ৰাষ্ট্ৰৰ সৈতে  বন্ধুসুলভ  সম্পৰ্ক বিষয়ক কোনো আইন সম্প্ৰতি বিধিবদ্ধ নাই যদিও সাংবিধানিক দায়বদ্ধতাৰ খাতিৰত সংবাদপত্ৰসমূহে বিদেশী ৰাষ্ট্ৰৰ সৈতে বন্ধুসুলভ সম্পৰ্ক বিঘ্নিত হ'ব পৰা কোনো সংবাদ পৰিৱেশন কৰাৰপৰা বিৰত থকাটো বাঞ্ছনীয়।

সংবাদপত্ৰসমূহে ৰাজহুৱা শৃংখলা (Public Order) বজাই ৰখাটো এটা সাংবিধানিক দায়িত্ব। সংবাদপত্ৰৰ স্বাধীনতাই ৰাজহুৱা শৃংখলা ভংগ কৰাটো সাংবিধানিক নীতিবিৰুদ্ধ।

সেয়েহে ৰাজহুৱা শৃংখলা ভংগ কৰা সংবাদ, তথ্য, প্ৰচাৰ ইত্যাদিৰ ক্ষেত্ৰত সংবাদপত্ৰই স্বাধীনতাৰ সপক্ষে তোলা আত্মপক্ষ সমৰ্থন যুক্তিযুক্ত নহ'বও পাৰে। সাম্প্ৰদায়িক ঘৃণাভাব ৰচনা কৰা বা প্ৰকাশ কৰা কাৰ্যই ৰাজহুৱা শৃংখলা নষ্ট কৰে আৰু সেয়েহে এনে ক্ষেত্ৰত যুক্তিসংগত প্ৰতিৰোধমূলক ব্যৱস্থা লোৱা হ'ব পাৰে বুলি বীৰেন্দ্ৰ বনাম পাঞ্জাৱ ৰাজ্য (AIR 1957 SC 896) শীৰ্ষক গোচৰত উচ্চতম ন্যায়ালয়ে স্পষ্ট কৰি দিয়ে। বিভিন্ন সম্প্ৰদায়ৰ মাজত অশান্তি সৃষ্টি কৰা সাম্প্ৰদায়িক ঘৃণাভাব বা শত্ৰুভাৱে ৰাজহুৱা শৃংখলাৰ অৱনতি ঘটায় আৰু এনে ৰাজহুৱা সুৰক্ষাৰ হানিকাৰক কাৰ্যৰ বাবে সংবাদপত্ৰৰ স্বাধীনতাই সাংবিধানিক ৰক্ষণাৱেক্ষণ লাভ নকৰে; বৰঞ্চ এনে কাৰ্য ভাৰতীয় দণ্ডবিধি আইনৰ ১৫৩ (ক) ধাৰা অনুসৰি শাস্তিযোগ্য অপৰাধ বুলিহে গণ্য হয়। ইয়াৰ উপৰি উক্ত আইনৰ ২৯৫(ক) ধাৰাত সন্নিৱিষ্ট ব্যৱস্থা অনুসৰি কোনো শ্ৰেণীৰ ধৰ্মীয় বিশ্বাসক ইচ্ছাকৃত বা ঘৃণনীয়ভাৱে অপমান কৰা কাৰ্য শাস্তিযোগ্য অপৰাধ আৰু সেয়েহে সংবাদপত্ৰই এনে বাতৰি পৰিৱেশনৰদ্বাৰা ৰাজহুৱা শৃংখলা নষ্ট কৰা কাৰ্যত স্বাধীনতাৰ অধিকাৰ নাপাব।

সংবিধানৰ ১৯(২) অনুচ্ছেদত শিষ্টাচাৰ আৰু নৈতিকতাৰ স্বাৰ্থত প্ৰকাশৰ স্বাধীনতাৰ ওপৰত বাধা-নিষেধ আৰোপ কৰিবলৈ ৰাষ্ট্ৰক কৰ্তৃত্ব দিয়া হৈছে। সমাজ জীৱনত প্ৰকাশৰ ক্ষেত্ৰত শ্লীলতাৰ প্ৰয়োজন। যিকোনো নাগৰিক বা সংবাদপত্ৰকে তেওঁলোকৰদ্বাৰা কৃত অশ্লীল কাৰ্যৰদ্বাৰা সমাজ জীৱনক দুৰ্নীতিৰ গৰাহত পেলাবলৈ দিয়া নহয়। সেয়েহে অশ্লীল লেখনীক মৌলিক অধিকাৰৰ গণ্ডীৰ ভিতৰত সুৰক্ষা দিয়া নহয়। আৰু ৰাজহুৱা শিষ্টাচাৰ কিম্বা নৈতিকতা ভংগৰ বাবে এনে কাৰ্যক শাস্তিযোগ্য অপৰাধ হিচাবে গণ্য কৰা হয়। প্ৰকাশ-স্বাধীনতাৰ গইনা লৈ সমাজ জীৱনত ৰাজহুৱাভাৱে অশ্লীল কিতাপ বা মত বা সংবাদ প্ৰকাশ কৰাটো সংবাদপত্ৰৰ স্বাধীনতা নহয়। ভাৰতীয় দণ্ডবিধি আইনৰ ২৯২ ধাৰাত অশ্লীল বস্তু বা সামগ্ৰী বিক্ৰী, প্ৰদৰ্শন, বিতৰণ ইত্যাদিৰ অপৰাধত শাস্তি প্ৰদান কৰা হয়। সেয়েহে কোনো অশ্লীল বা অশালীন অথবা অনৈতিক লেখনী, সংবাদ, কথা ইত্যাদিৰ প্ৰচাৰ আৰু প্ৰকাশত সংবাদপত্ৰক চৰকাৰে নিয়ন্ত্ৰণ কৰিব পাৰে। এই সম্পৰ্কত ৰঞ্জিত উদেসী বনাম মহাৰাষ্ট্ৰ ৰাজ্য চৰকাৰ (AIR 1965 S.C. 881) শীৰ্ষক গোচৰ উল্লেখ কৰিব পাৰি। উল্লেখযোগ্য যে ভাৰতীয় দণ্ডবিধি আইনৰ ২৯২ ধাৰাত বৰ্ণিত অশ্লীল কিতাপ বিক্ৰী সম্পৰ্কীয় অপৰাধৰ অভিযোগত এই গোচৰ বিচাৰ হৈছিল আৰু এই গোচৰৰ অন্যতম মূল বিচাৰ্য প্ৰশ্ন হ'ল-ডি লেডী ছেটাৰ্লীজ লভাৰ' নামৰ কিতাপখন অশ্লীল হয় নে নহয়। মুম্বাই চহৰৰ হেপী বুক ষ্টলৰ অন্যতম মালিক ৰঞ্জিত উদেসীক এই কিতাপ বিক্ৰীৰ অভিযোগত গ্ৰেপ্তাৰ কৰা হৈছিল ১৯৫৯ চনৰ ১২ ডিছেম্বৰত। মুম্বাই এছপ্লেনেডৰ তৃতীয় মুখ্য প্ৰেছিডেন্সী মেজিষ্ট্ৰেট আৰু পৰৱৰ্তী আপীলত মুম্বাই উচ্চ ন্যায়ালয়েও কিতাপখনক অশ্লীল বা অশালীন বুলি ৰায় দিয়ে। এনে ৰায়ৰ বিৰুদ্ধে ৰঞ্জিত উদেসীয়ে কৰা শীৰ্ষ আপীলত উচ্চতম ন্যায়ালয়ে পুনৰ নিম্নাধীন ৰায়ৰ সপক্ষে মত দিয়ে আৰু এনে

অশ্লীল কিতাপৰ বিক্ৰী বা প্ৰচাৰ শাস্তিযোগ্য অপৰাধ বুলি ঘোষণা কৰে। ৰঞ্জিত উদেসীয়ে ন্যায়ালয়ত বাক আৰু প্ৰকাশৰ সাংবিধানিক অধিকাৰৰ সপক্ষে আৰ্জি দিছিল যদিও এনে অধিকাৰৰ ওপৰত শ্লীলতা আৰু নৈতিকাতাৰ স্বাৰ্থত সাংবিধানিক বাধা-নিষেধৰ সপক্ষে উচ্চতম ন্যায়ালয়ে ৰায় দিয়ে। সামগ্ৰিকভাৱে সংবাদপত্ৰসমূহেও এনে শ্লীলতা আৰু নৈতিকতাক বিঘ্নিত কৰা সংবাদৰ লিখনী, বিক্ৰী, প্ৰচাৰ আদিৰ স্বাধীনতা লাভ নকৰে। ১৮৯৮ চনৰ ডাকঘৰ আইনতো ডাকযোগে প্ৰেৰকৰদ্বাৰা অশ্লীল সংবাদপত্ৰ কিম্বা সামগ্ৰী প্ৰেৰণ কৰাটো নিষিদ্ধ কৰা হৈছে আৰু সেইদৰে ১৮৭৬ চনৰ নাট্যধৰ্মী অনুষ্ঠান আইনত শ্লীলতা বা নৈতিকতাৰ স্বাৰ্থত অশালীন প্ৰদৰ্শন বা সংলাপ বন্ধ কৰা হৈছে।

সংবাদপত্ৰৰ স্বাধীনতাক সীমিত কৰা দুটা সঘন উচ্চাৰিত ভিত্তি হ'ল আদালত অৱমাননা আৰু মানহানি। ইয়াৰ উপৰি কোনো দোষ বা অপৰাধমূলক কাৰ্যৰ বাবে উচটনি দিয়া কিম্বা সহায় কৰা আদিৰ ক্ষেত্ৰত সংবাদপত্ৰৰ স্বাধীনতাৰ ওপৰত বাধা-নিষেধ আৰোপ কৰা হয়। দৰাচলতে, কোনো আইনবিৰোধী কাৰ্য সংঘটিত কৰিবলৈ বা আইনসন্মত কাৰ্য সম্পাদন নকৰিবলৈ যোগোৱা উচটনি অথবা অপৰাধমূলক সহায় সদৃশ যিকোনো প্ৰকাশৰ ক্ষেত্ৰত সংবাদপত্ৰই সাংবিধানিক স্বাধীনতা ভোগ নকৰে।

## সংবাদপত্ৰ আৰু সাধাৰণ আইন

সাংবিধানিক আইন আৰু বিশেষ আইনসমূহৰদ্বাৰা সংবাদপত্ৰ আৰু ইয়াৰ বিভিন্ন দিশ যিদৰে পোনপটীয়াভাৱে নিয়ন্ত্ৰিত হয়, সেইদৰে অন্যান্য কিছুমান আইনৰ ব্যৱস্থায়ো সংবাদপত্ৰৰ ওপৰত পৰোক্ষ প্ৰভাৱ পেলায়। এনে গুৰুত্বপূৰ্ণ আইনৰ দিশসমূহ তলত দিয়া ধৰণৰ।

## মানহানি আইন

প্ৰত্যেকজন ব্যক্তিৰ নিজৰ সুনাম আৰু খ্যাতি বজায় ৰখাৰ অধিকাৰ আছে। খ্যাতি আৰু সুনামে এজন ব্যক্তিক সামাজিকভাৱে প্ৰতিষ্ঠা আৰু পৰিচিত কৰাত সহায় কৰে। এই খ্যাতি আৰু সুনাম যিকোনো ব্যক্তিৰ বাবে মূল্যৱান। এই কাৰণেই ব্যক্তিৰ সুনাম বা খ্যাতি বা খ্যাতি বজায় ৰখাৰ অধিকাৰক আইনগত স্বীকৃতি দিয়া হৈছে। আইনৰ চকুত এজন ব্যক্তিৰ খ্যাতিক সম্পত্তিৰ সৈতে তুলনা কৰিছে। সম্পত্তি যেনেকৈ বংশ পৰম্পৰাৰ সৈতে হস্তান্তৰিত হয়, ব্যক্তিৰ সুনাম আৰু খ্যাতি তেওঁৰ মৃত্যুৰ পাছত উত্তৰাধিকাৰীসকলৰ বাবে মূল্যৱান সম্পদ হিচাপে ৰৈ যায়, আইন ব্যৱস্থা অনুযায়ী এই বিখ্যাত ব্যক্তিৰ মৰ্যাদা বজায় ৰখাৰ ব্যৱস্থা ৰখা হৈছে। ব্যক্তিৰ সন্মান অক্ষুণ্ণ ৰখাৰ বাবে যি আইন প্ৰয়োগ কৰা হয় তাক মানহানি (Defamation) আইন বুলি কোৱা হয়।

যিকোনো নাগৰিকৰ অত্মসন্মানত অনাহকত কোনোবাই যিকোনো ধৰণেৰে আঘাত হানি সমাজত থকা তেওঁৰ মান মৰ্যাদাত কালিমা সানে বা কালিমা সনাৰ প্ৰচেষ্টা চলোৱা বুলি যদিহে প্ৰতীয়মান হয়, তেন্তে ক্ষতিগ্ৰস্থ ব্যক্তিজনে তেওঁৰ সন্মান

হানি হোৱাৰ উচিত প্ৰতিকাৰ আৰু ক্ষতিপূৰণ বিচাৰি আদালতৰ ওচৰ চপাৰ বাবে আইনগত ব্যৱস্থা আছে। আদালতে উপযুক্ত প্ৰমাণ সাপেক্ষে গোচৰীয়াৰ সপক্ষে ৰায় দি পদকীয়াত দোষী সাব্যস্ত কৰি শাস্তি বিহিব পাৰে।

বাতৰিকাকতৰ বিপক্ষে দুটা বা তিনিটা এনে ধৰণৰ মানহানিজনিত গোচৰ চলিলে কাকতখনৰ যথেষ্ট সময়, ধন আৰু শক্তিৰ অপচয় হ'ব পাৰে। কিছু ক্ষেত্ৰত এনেকুৱা বা তাতোধিক গোচৰে কাকতখনৰ বিশ্বাসযোগ্যতা আৰু মৰ্যাদা হানি কৰাৰ লগতে তাৰ প্ৰকাশো বন্ধ কৰি দিয়াৰ দৃষ্টান্ত নথকা নহয়। সেইবাবে মানহানিনো কি, মানহানি গোচৰ কি আৰু সাংবাদিকসকলে মানহানি গোচৰ এৰাই চলি কেনেকৈ দায়িত্ব সম্পাদন কৰিব পাৰে, সেই সম্পৰ্কে জনা উচিত। ভাৰতীয় আইনৰ সংশ্লিষ্ট বিধানসমূহৰ সহজ-সৰল আৰু চমু আলোচনা নিশ্চয় প্ৰাসংগিক বুলি বিবেচিত হ'ব।

## ভাৰতীয় দণ্ডবিধি ধাৰা ৪৯৯ অনুসৰি মানহানিৰ ব্যাখ্যা

**মানহানি ঃ** যিকোনো উচ্চাৰিত শব্দৰদ্বাৰা, বা পঢ়িব পৰা শব্দাৱলী বা সংকেতৰদ্বাৰা বা কোনো দৃশ্য প্ৰতিজনৰদ্বাৰা কোনো ব্যক্তিৰ সম্পৰ্কে কোনো নিন্দাৰোপ প্ৰস্তুতক প্ৰকাশ কৰে, যি নিন্দাৰোপে ব্যক্তিজনৰ নৈতিক ক্ষতি সাধনৰ বাবে অভিপ্ৰেত বা সেই নিন্দাৰোপে ব্যক্তিজনৰ সুনামৰ ক্ষতি কৰাৰ যথেষ্ট থল থকা বুলি বিশ্বাস কৰাৰ যুক্তিসংগত কাৰণ থাকে, তেনেহ'লে উক্ত শব্দ, শব্দাৱলী, সংকেত, দৃশ্যপ্ৰতিৰূপে সংশ্লিষ্ট ব্যক্তিজনৰ মানহানি কৰা বুলি গণ্য কৰা হ'ব।

ইয়াৰ ব্যাখ্যা তলত আগ বঢ়োৱা হ'ল—

১। কোনো মৃত ব্যক্তিৰ প্ৰতি কৰা নিন্দাৰোপে যদিহে ব্যক্তিজনৰ জীৱিতকালতো তেখেতৰ সুনামৰ হানি কৰিলেহেঁতেন বা তেখেতৰ ওচৰ সম্পৰ্কীয় বা আত্মীয়ৰ অনুভূতিৰ পক্ষে ক্ষতিকাৰক হ'লহেঁতেন, তেন্তে সেই মৃত ব্যক্তিৰ প্ৰতি কৰা নিন্দাৰোপ মানহানিৰ অপৰাধ বুলি গণ্য হ'ব।

২। কোনো কোম্পানি, সমিতি বা তেনে ধৰণৰ ব্যক্তিৰ সমাৱেশ সম্পৰ্কে কোনো নিন্দাৰোপ কৰাত মানহানিকৰ বিবেচিত হ'ব পাৰে।

৩। কোনো বিকল্প ধৰণে বা কোনো বিদ্ৰূপাত্মকভাৱে, শ্লেষাত্মক বা ব্যংগাত্মকভাৱে প্ৰকাশিত নিন্দাৰোপে মানহানিৰ অৰ্থবোধক হ'ব পাৰে।

৪। কোনো নিন্দাৰোপে যেতিয়ালৈকে প্ৰত্যক্ষ বা পৰোক্ষভাৱে আনৰ দৃষ্টিত কোনো ব্যক্তিৰ নৈতিক, বৌদ্ধিক, ব্যক্তিগত চৰিত্ৰক হেয় প্ৰতিপন্ন নকৰে, বা সেই ব্যক্তিৰ জাতি বা বৃত্তি সম্পৰ্কে কোনো কথাৰে তেওঁৰ মনত এনে বিশ্বাস জন্মায় যে উক্ত ব্যক্তি ঘৃণাৰ যোগ্য বা উক্ত ব্যক্তি মানহানিকৰ অৱস্থাত আছে, তেতিয়ালৈকে এনে নিন্দাৰোপক কোনো ব্যক্তিৰ সন্মান বা সুনামৰ হানিকাৰক বুলি কোৱা নহ'ব।

**ব্যতিক্ৰম ঃ** ভাৰতীয় দণ্ডবিধিৰ ৪৯৯ ধাৰা অনুসৰি মানহানিৰ যি সংজ্ঞা দিয়া হৈছে,

সেই সংজ্ঞাৰ অন্তৰ্গত তলত উল্লেখ কৰা পৰিস্থিতি সাপেক্ষে কিছু ব্যতিক্ৰমৰ কথাও দণ্ডবিধিত লিপিবদ্ধ আছে। এই ব্যতিক্ৰমসমূহ হৈছে —

১। কোনো ব্যক্তি সম্পৰ্কে কৰা কোনো নিন্দাৰোপ যদি সত্য ঘটনা হয়, তেন্তে উক্ত নিন্দাৰোপ মানহানিকৰ বিবেচিত নহ'ব। এনে নিন্দাৰোপৰ ক্ষেত্ৰত বিচাৰ্য বিষয় হ'ব ই সত্য ঘটনা বা পৰিস্থিতি হয় নে নহয়। বিষয়বস্তু প্ৰমাণিত হ'লে তাক মানহানিকৰ বুলি লিখোঁতাৰ বিৰুদ্ধে কোনো অভিযোগ গ্ৰাহ্য কৰা নহ'ব।

২। কোনো চৰকাৰী কৰ্মচাৰীৰ বিৰুদ্ধে সৰল বিশ্বাসত কোনো মতামত অভিব্যক্ত কৰিলে সি মানহানিকৰ নহ'ব। যদি সেই মতামত তেওঁৰদ্বাৰা সম্পাদিত কোনো চৰকাৰী কাম-কাজ সম্পৰ্কীয় হয়, অথবা তেওঁৰ সেই কাৰ্য বেছিকৈ প্ৰকাশ কৰা নহয়, তেনেহ'লে সি মানহানিকৰ নহয়।

৩। সৰ্বসাধাৰণ ৰাইজৰ দৃষ্টিত উন্মোচিত হৈ থকা ব্যক্তিত্বৰ লোকে বিতৰ্কিত বিষয় সম্পৰ্কে, কোনো ব্যক্তিৰ আচাৰ-ব্যৱহাৰ আৰু চৰিত্ৰ সম্পৰ্কে সৰল বিশ্বাসত মতামত মানহানিকৰ বুলি বিবেচিত নহ'ব।

৪। কোনো বিচাৰালয়ৰ কাৰ্যবিৱৰণী, সত্য প্ৰতিবেদন বা কোনো কাৰ্যক্ৰমৰ ফলাফল প্ৰকাশ কৰা মানহানিকৰ নহয়।

৫। বিচাৰালয়ত স্বীকাৰোক্তি লোৱা কোনো দেৱানী বা ফৌজদাৰী গোচৰৰ অন্তৰ্নিহিত কোনো ব্যাখ্যা, অন্যায় সম্পৰ্কে তলত দিয়া চৰ্তসাপেক্ষে সৰল বিশ্বাসত ব্যক্ত কৰা মতামত মানহানিকৰ বুলি গণ্য নহ'ব।

   ক) সিদ্ধান্ত বা ৰায়দান হৈ যোৱা কোনো গোচৰৰ গুণাগুণ সম্পৰ্কে সৰল বিশ্বাসত ব্যক্ত কৰা মতামত।

   খ) এনে কোনো গোচৰত পৰিস্ফুত হোৱা সাক্ষী বা নিযুক্তকৰ বিষয়ে যোগ্য ব্যক্তিৰ আচৰণ আৰু সেই আচৰণৰ মাজেদি পৰিস্ফুত হোৱা ব্যক্তিজনৰ চৰিত্ৰ সম্পৰ্কে সৰল বিশ্বাসত দিয়া মতামত।

৬। ৰাইজৰ বিচাৰৰ বাবে লেখকে উপস্থাপন কৰা কোনো প্ৰদৰ্শনৰ গুণাগুণ সম্পৰ্কে অথবা এনে প্ৰদৰ্শনৰ মাজেদি পৰিস্ফুত হোৱা লেখকৰ চৰিত্ৰ সম্পৰ্কে সৰল বিশ্বাসত দিয়া মতামত মানহানিকৰ নহয়।

৭। আইনৰ যোগেদি লাভ কৰা বা আইনী চুক্তি অনুসৰি এজন ব্যক্তিয়ে আন কোনো ব্যক্তিৰ ওপৰত লাভ কৰা কৰ্তৃত্বৰ সহায়ত সৰল বিশ্বাসত তলতীয়া ব্যক্তিৰ আচৰণ সম্পৰ্কে দিয়া মতামত বা বক্তব্য মানহানিকৰ নহয়।

৮। কোনো ব্যক্তিৰ বিৰুদ্ধে সেই ব্যক্তিৰ ওপৰত আইনগত কৰ্তৃত্ব থকা কোনো ব্যক্তিৰ ওচৰত সৰল বিশ্বাসত কৰা কোনো অভিযোগ মানহানিকৰ বুলি গণ্য নহ'ব।

৯। কোনো ব্যক্তিয়ে যদি নিজৰ বা অন্য কোনো ব্যক্তিৰ চৰিত্ৰ সম্পৰ্কে সৰল বিশ্বাসত কোনো নিন্দাৰোপ কৰে, তেন্তে সি মানহানিকৰ বুলি বিবেচিত নহ'ব।

১০। কোনো ব্যক্তিৰ ভালৰ বাবে তেওঁৰ সৈতে সম্পৰ্ক থকা ব্যক্তিৰ ভালৰ বাবে বা ৰাজহুৱা স্বাৰ্থৰ বাবে আন কোনো ব্যক্তিয়ে যদি সৰল বিশ্বাসত তেওঁক সাৱধান-বাণী শুনায়, তেন্তে সি মানহানিকৰ নহয়।

## মানহানি গোচৰৰ শাস্তি

যি আন কোনো ব্যক্তিৰ মানহানি কৰে তেওঁ জৰিমনাৰ সৈতে দুবছৰ পৰ্যন্ত বিনাশ্ৰম কাৰাদণ্ড ভুগিব লগা হ'ব পাৰে বা কেৱল জৰিমনা দিব লগা হ'ব পাৰে।

ভাৰতীয় দণ্ডবিধি ৫০১ আৰু ৫০২ ধাৰা অনুসৰি কোনো ব্যক্তিৰ মানহানি হ'ব বুলি জানিও কোনো মানহানিকৰ কথা মুদ্ৰিত কৰিলে আৰু ইয়াক বিক্ৰী কৰিলে বা কৰাৰ চেষ্টা কৰিলে তেনে কাৰ্য কৰোঁতা ব্যক্তিজনে জৰিমনা ভৰিব লগা হ'ব পাৰে নাইবা জৰিমনাৰ সৈতে দুবছৰ পৰ্যন্ত কাৰাবাস ভুগিব লগা হ'ব পাৰে।

( ড° মদন শৰ্মা, সুৰেশ চন্দ্ৰ শৰ্মা সংকলিত 'সাংবাদিকৰ হাতপুথি' গ্ৰন্থৰপৰা সংগৃহীত।)

## ভাৰতৰ চৰকাৰী গোপনীয়তা আইন, ১৯২৩

গণতন্ত্ৰত সংবাদপত্ৰই জনসাধাৰণক বিভিন্ন সংবাদ যোগান ধৰে। এই আহৰিত সংবাদসমূহৰ উৎসও বিভিন্ন ধৰণৰ। সংবাদপত্ৰই আইনতঃ সকলো উৎসৰপৰা সংবাদ -আহৰণ কৰাত বাধাৰ সমুখীন হয়। ভাৰতত ১৯২৩ চনৰ চৰকাৰী গোপনীয়তা আইন এনে বাধাৰ মূল কাৰণ।

ভাৰতীয় ফেডাৰেল ব্যৱস্থাত, চৰকাৰৰ তিনি অংগৰ ভিতৰত বিধানমণ্ডল (সংসদ) আৰু ন্যায়পালিকাৰ সংবাদ আহৰণৰ ক্ষেত্ৰত সংবাদপত্ৰই বিশেষ বাধাৰ সম্মুখীন হ'বলগীয়াত নপৰে। আনহাতে কাৰ্যপালিকাৰ বিভিন্ন সংবাদ আহৰণত সংবাদপত্ৰই চৰকাৰী গোপনীয়তা আইনৰদ্বাৰা বাধাপ্ৰাপ্ত হয়। দৰাচলতে কাৰ্যপালিকাই হৈছে অপৰ্যাপ্ত সংবাদ ভাণ্ডাৰ। চৰকাৰ, প্ৰশাসন, নিযুক্তি, ৰাজহ, ৰাষ্ট্ৰীয় নীতি ইত্যাদি গুৰুত্বপূৰ্ণ সংবাদ আহৰণ কৰাত চৰকাৰী গোপনীয়তা আইনে সংবাদপত্ৰৰ সম্মুখত হেঙাৰ স্বৰূপে থিয় দিয়ে আৰু বঞ্চিত হ'ব লগা হয়। এই আইনৰ বিৰুদ্ধাচৰণ কৰা যিকোনো সংবাদপত্ৰ আইনতঃ দোষী সাব্যস্ত হ'ব আৰু অপৰাধ শাস্তিযোগ্য হ'ব।

চৰকাৰী গোপনীয়তা আৰু আইন মূলতঃ এখন প্ৰতিৰোধমূলক আইন। এই আইন অনুসৰি চৰকাৰৰ গোপন তথ্য প্ৰকাশ কৰাত সংবাদপত্ৰক বাৰণ কৰা হৈছে। আইনৰ ৩ ধাৰাত ৰাষ্ট্ৰৰ স্বাৰ্থ আৰু সুৰক্ষা বিনষ্টকাৰী যিকোনো উদ্দেশ্যৰ চোৰাং কাৰ্যত শাস্তিৰ বিধান ৰখা হৈছে আৰু এনে অপৰাধৰ বাবে তিনি বছৰৰপৰা চৈধ্য বছৰ পৰ্যন্ত শাস্তিৰ ম্যাদ নিৰ্দিষ্ট কৰা হৈছে। আইনৰ ৫ ধাৰা অনুসৰি, যিকোনো চৰকাৰী গোপনীয়তাৰ বে-আইনী বা অভিপ্ৰায়মূলক যোগাযোগ আদি অপৰাধৰ বাবে তিনি বছৰ পৰ্যন্ত কাৰাদণ্ড বা জৰিমনা নতুবা উভয় শাস্তি বিহা হয়। এই আইন অনুসৰি, ভাৰতৰ নিৰাপত্তা, সাৰ্বভৌমত্ব বা সংহতি বিনষ্টৰ সম্ভাৱনা থকা, শত্ৰুক সাহায্য

কৰাৰ সম্ভাৱনা থকা নাইবা বিদেশী ৰাষ্ট্ৰৰ সৈতে ৰখা বন্ধুসুলভ সম্পৰ্কত বিপন্ন সৃষ্টিৰ সম্ভাৱনা থকা কোনো গোপন চৰকাৰী তথ্য, আৰ্হি, ছবি, আঁচনি, বস্তু, টোকা, নথি বা সংবাদ আদিৰ কৰ্তৃত্বসম্পন্ন দখল বা নিয়ন্ত্ৰণ থকা কোনো ব্যক্তিয়ে (বা সংবাদপত্ৰই) অকৰ্তৃত্বশীল ব্যক্তিক উক্ত বস্তুসমূহ বেআইনীভাৱে সৰবৰাহ কৰিলে, তাক অপৰাধ গণ্য কৰা হ'ব । ইয়াৰ উপৰি আইনৰ ১৫ ধাৰাত সন্নিৱিষ্ট ব্যৱস্থা অনুসৰি চৰকাৰী গোপনীয়তাৰ যিকোনো প্ৰকাশনৰ বাবে কেৱল মাত্ৰ সংবাদপত্ৰৰ সংবাদদাতা, সম্পাদক, প্ৰকাশক আৰু মুদ্ৰকেই দায়ী নহয়; বৰঞ্চ সংবাদগোষ্ঠীটোৰ প্ৰতিজন মালিক সঞ্চালক এই ক্ষেত্ৰত দায়ী হ'ব। অৱশ্যে এনে ক্ষেত্ৰত উক্ত সঞ্চালকে সংশ্লিষ্ট প্ৰকাশন বিষয়ত জ্ঞাত নহয় বুলি আত্মপক্ষ সমৰ্থন কৰিব পাৰিব নাইবা তেনে অপৰাধ সংঘটনত বাধা দিয়াৰ হেতু বিহিত ব্যৱস্থা গ্ৰহণ কৰিছিল বুলি প্ৰমাণ দিয়াৰ সুযোগ পাব।

সম্প্ৰতি চৰকাৰী গোপনীয়তা আইনক সংশোধন কৰাৰ বাবে বিভিন্ন মহলৰপৰা দাবী উঠিছে। এই আইনৰ জৰিয়তে চৰকাৰ বা প্ৰশাসনে চৰকাৰী গোপনীয়তা হেতুত সংবাদপত্ৰৰ ওপৰত আনাহক বাধা-নিষেধ জাপি দিয়াৰ পৰ্যাপ্ত কৰ্তৃত্ব আদায় কৰিব পাৰে। দৰাচলতে কোনবিলাক চৰকাৰী নথি, তথ্য বা সংবাদ গোপনীয় সেই সংজ্ঞাৰ কোনো বিস্তৃত বিৱৰণ আইনত নাই। এনে পৰিস্থিতিত কাৰ্যপালিকাই সংবাদ আহৰণত সংবাদপত্ৰক বাধা প্ৰদান কৰাটো এক সহজ প্ৰক্ৰিয়া হৈ পৰে আৰু জনসাধাৰণে চৰকাৰৰ বহু গোপন তথ্য জনাৰপৰা বঞ্চিত হ'ব লগা হয়।

## কপিৰাইট আইন বা গ্ৰন্থস্বত্ব আইন

ভাৰতত প্ৰচলিত কপিৰাইট আইন 'The Copyright Act, 1957' নামেৰে পৰিচিত। ১৯৫৭ চনত এই আইন গৃহীত হয় আৰু ১৯৫৮ চনৰপৰাই ই কাৰ্যকৰী হৈছে। বৰ্তমান প্ৰয়োজনৰ উপযোগী কৰি ৰাখিবলৈ এই আইন 'The Copyright (Amendment) Act,1984' ৰদ্বাৰা সংশোধন কৰা হৈছে।

The Copyright Act, 1957 অৰ ধাৰা অনুসৰি এটা কপিৰাইট অফিছ প্ৰতিষ্ঠা কৰি এখন কপিৰাইট পৰিষদ (Copyright Board) গঠন কৰা হৈছে। কপিৰাইট গ্ৰহণত ইচ্ছুক লেখক বা প্ৰকাশকে নিৰ্দিষ্ট আৱেদন-পত্ৰযোগে প্ৰদেয় অৰ্থসহ Register of Copyright অলৈ আৱেদন কৰিব লাগে। সেই আৱেদন-পত্ৰ যথাযথ বিচাৰৰ পাছত, বা প্ৰয়োজনীয় যথাযথ অনুসন্ধানৰ পাছত ৰচনাৰ বিৱৰণ Copyright Register অত লিপিবদ্ধ কৰা হয়।

## কপিৰাইট স্বত্বাধিকাৰী

ক) সাধাৰণ নিয়মমতে যিকোনো মৌলিক ৰচনাৰ ৰচয়িতা কপিৰাইট স্বত্বাধিকাৰীৰূপে গণ্য হয়।

খ) নামহীন বা ছদ্মনামত প্ৰকাশিত ৰচনাও কপিৰাইট আইনত স্বীকৃত। বহু

ৰাষ্ট্ৰৰ আইনত তেনে ধৰণৰ ৰচনাৰ প্ৰকাশকক গ্ৰন্থ স্বত্বাধিকাৰীৰূপে কাৰ্যনিৰ্বাহ কৰাৰ অধিকাৰ দিয়া হৈছে। অৱশ্যে নামহীন বা ছদ্মনামত প্ৰকাশিত ৰচনাৰ প্ৰকৃত ৰচয়িতাৰ পৰিচিতি প্ৰতিষ্ঠিত হ'লে সাধাৰণ নিয়মমতে ৰচয়িতাই কপিৰাইট স্বত্বাধিকাৰীৰূপে পৰিগণিত হয়।

গ) সাধাৰণতে ৰচয়িতা যদি কোনো সংবাদপত্ৰ, সাময়িক পত্ৰিকা বা কোনো সংস্থাৰ লগত চুক্তিবদ্ধ হয় বা তাৰ কৰ্মী বা শিক্ষাবিদ হৈ থকা কালত সেই সংবাদপত্ৰ, পত্ৰিকা বা সংস্থাৰ প্ৰকাশৰ বাবে কোনো ৰচনা সৃষ্টি কৰে, আৰু চুক্তিত যদি ৰচনাৰ স্বত্বাধিকাৰ সম্বন্ধে বিশেষভাৱে একো উল্লেখ নাথাকে, সেই ক্ষেত্ৰত নিয়োগকাৰী সংবাদপত্ৰ, পত্ৰিকা বা সংস্থা সংশ্লিষ্ট ৰচনাৰ প্ৰথম স্বত্বাধিকাৰীৰূপে পৰিগণিত হয়।

অৱশ্যে ভাৰতীয় কপিৰাইট আইনত সংবাদপত্ৰ আৰু সাময়িক পত্ৰিকাৰ বাবে সৃষ্টি ৰচনাৰ ৰচয়িতাৰ পক্ষে আইনখন বিশেষভাৱে শিথিল কৰা আছে।

## একচেটিয়া অধিকাৰসমূহ

ৰচনা কিদৰে ব্যৱহৃত হ'ব সেইটো নিৰ্ধাৰণৰ পূৰ্ণ অধিকাৰ ৰচয়িতাৰ। কপিৰাইট আইনত মুদ্ৰণ, বিতৰণ আৰু প্ৰদৰ্শনৰদ্বাৰা ৰচনাক জনসমাজত উপস্থিত কৰাৰ স্বত্ব ৰচয়িতাক একান্ত নিজস্বভাৱে ভোগ কৰাৰ অধিকাৰ দিয়া হৈছে। সাধাৰণভাৱে সেই একচেটিয়া অধিকাৰসমূহ (Exclusive Rights) হ'ল —

১। ৰচনাৰ প্ৰকাশন আৰু বণ্টন।

২। সৰ্বসাধাৰণৰ বাবে (প্ৰকাশ্যে) আবৃত্তি আৰু অভিনয়।

৩। ৰচনাৰ অনুবাদ কৰা আৰু সেই অনুবাদৰ প্ৰকাশ আৰু বণ্টন।

৪। ৰচনাক চলচ্চিত্ৰ বা ৰেকৰ্ডত ৰূপায়িত কৰা।

৫। অনাতাঁৰ বা লাউড স্পীকাৰৰ জৰিয়তে পৰিৱেশন কৰা।

৬। ৰচনাৰ অৱলম্বনত নতুন ৰচনাৰ সৃষ্টি কৰা— অভিযোজন (adaptation)

যেনে ঃ নাটকক গল্প বা উপন্যাসলৈ ৰূপান্তৰিত কৰা; গল্প বা উপন্যাসক নাটকলৈ ৰূপান্তৰিত কৰা; অভিনয় বা চলচ্চিত্ৰৰ মাধ্যমত পৰিৱেশন কৰাৰ উপযোগী কৰি তোলা; ৰচনাক সম্পূৰ্ণ বা আংশিকভাৱে চিত্ৰলৈ ৰূপান্তৰিত কৰি প্ৰকাশ কৰা; মূল ৰচনাৰ সংক্ষিপ্ত সংস্কৰণ প্ৰকাশ কৰা ।

কোৱা বাহুল্য নিজস্ব ৰচনাৰ অনুবাদ কৰিলে, বা ৰচনাৰ অৱলম্বনত নতুন ৰচনাৰ সৃষ্টি কৰিলে, সেই ন-সৃষ্ট ৰচনাৰ স্বত্বও একান্ত নিজস্বভাৱে ভোগ কৰাৰ অধিকাৰ ৰচয়িতাৰ।

যিহেতু এই অধিকাৰবোৰ ৰচয়িতাৰ একান্ত নিজৰ, সেয়েহে একমাত্ৰ তেৱেঁই অধিকাৰবোৰ বাস্তৱত ৰূপায়িত কৰিব পাৰে (যেনে—ৰচনাৰ মুদ্ৰণ, বণ্টন ইত্যাদি); অথবা কোনো ব্যক্তি বা সংস্থাক অধিকাৰখিনি সম্পূৰ্ণ বা আংশিক ব্যৱহাৰৰ অনুমতি দিব পাৰে।

## কপিৰাইটৰ সময়সীমা

সাধাৰণতে ৰচয়িতাৰ জীৱিতকালত প্ৰকাশিত ৰচনাৰ স্বত্ব তেওঁৰ জীৱদ্দশাৰ উপৰি ৰচয়িতাৰ মৃত্যুৰ ৫০ বছৰ পাছলৈকে সংৰক্ষিত হৈ থাকে।

ক) যুগ্ম-ৰচয়িতাৰ ক্ষেত্ৰত, যুগ্ম ৰচয়িতাৰ জীৱদ্দশাত, আৰু যুগ্ম ৰচয়িতাৰ শেষজনৰ মৃত্যুৰ ৫০ বছৰ পৰ্যন্ত গ্ৰন্থস্বত্ব সংৰক্ষিত হৈ থাকে ।

খ) নামহীন বা ছদ্মনামত প্ৰকাশিত ৰচনাৰ স্বত্ব ৰচনা প্ৰকাশ হোৱাৰ তাৰিখৰ পৰা ৫০ বছৰ পৰ্যন্ত সংৰক্ষিত ৰখা হয়। অৱশ্যে গ্ৰন্থস্বত্বৰ সময়সীমা শেষ হোৱাৰ আগতে যদি নামহীন বা ছদ্মনামত প্ৰকাশিত ৰচনাৰ ৰচয়িতাৰ প্ৰকৃত নাম (পৰিচয়) প্ৰতিষ্ঠিত হয়, তেতিয়া সাধাৰণ নিয়মমতে ৰচয়িতাৰ মৃত্যুৰ ৫০ বছৰ পাছলৈকে গ্ৰন্থস্বত্ব সংৰক্ষিত হৈ থাকে।

## কপিৰাইট উলংঘন

কপিৰাইট আইনত ৰচয়িতাক যিবোৰ একচেটিয়া স্বত্ব ভোগ কৰাৰ অধিকাৰ দিয়া হৈছে সেইবোৰৰ এক বা একাধিক স্বত্ব সম্পূৰ্ণ বা আংশিকভাৱে স্বত্বাধিকাৰীৰ বিনা অনুমতিত ব্যৱহাৰ কৰিলে কপিৰাইট উলংঘন কৰা হয়। কপিৰাইট উলংঘন এক দণ্ডনীয় অপৰাধ; ইয়াৰ বাবে অৰ্থদণ্ড আৰু কাৰাদণ্ড উভয়বিধ শাস্তিৰ ব্যৱস্থা আছে।

## কপিৰাইটৰ শুদ্ধ ব্যৱহাৰ

ক) গ্ৰন্থ সমালোচনাত, গৱেষণাৰ বাবে ৰচয়িতাৰ বিনা অনুমতিত আংশিক উদ্ধৃতি, বা ব্যক্তিগত প্ৰয়োজনত ৰচনা ব্যৱহাৰ কৰিলে সেয়া কপিৰাইট উলংঘন পৰ্যায়ত নপৰে।

খ) শিক্ষা প্ৰতিষ্ঠানত শিক্ষাদানৰ বাবে গ্ৰন্থ বা গ্ৰন্থৰ কোনো অংশ ব্যৱহাৰ কৰিলে বা পৰীক্ষাৰ প্ৰশ্নপত্ৰত ৰচনাৰ কিছু অংশ প্ৰশ্নৰূপে উদ্ধৃত কৰিলে কপিৰাইট উলংঘা কৰা নহয়। স্বত্ব সংৰক্ষিত ৰচনাৰপৰা আন যিকোনো উদ্দেশ্যে উদ্ধৃতি গ্ৰহণ বা ৰচনা ব্যৱহাৰ স্বত্বাধিৰাৰীৰ অনুমতি সাপেক্ষ।

গ) দৰাচলতে 'শুদ্ধ ব্যৱহাৰ' বুলি যি মত প্ৰচলিত, সেয়া কিমানদূৰ গ্ৰাহ্য', তাৰ কোনো নিৰ্দিষ্ট সীমা নাই; কোনো প্ৰতিষ্ঠিত নীতিও নাই। সেয়েহে গ্ৰন্থস্বত্ব সংৰক্ষিত ৰচনা ক'ৰবাত ব্যৱহাৰ কৰিলে কপিৰাইট উলংঘন হ'বনে সেয়া সুনিৰ্দিষ্টভাৱে ক'ব নোৱাৰি। দৰাচলতে এই সকলোবোৰ ৰচয়িতা বা স্বত্বাধিকাৰীৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে।

ঘ) স্বত্ব সংৰক্ষিত ৰচনাৰপৰা যি উদ্দেশ্যেৰে আৰু যিভাৱেই গ্ৰহণ কৰা হওক, উদ্ধৃতিৰ অপৰিৱৰ্তিত নকল, উদ্ধৃতিৰ মাজৰপৰা কোনো অংশ উহ্য ৰখাটো আইন সিদ্ধ হ'লেও, উহ্যৰদ্বাৰা ভাবাৰ্থৰ পৰিৱৰ্তন ঘটিলে সেয়া কপিৰাইট উলংঘনত পৰিব পাৰে। নীতিগতভাৱে উদ্ধৃতি ব্যৱহাৰে, ৰচনাৰ তথা ৰচয়িতাৰ সামাজিক প্ৰতিষ্ঠা আৰু ব্যাৱসায়িক স্বাৰ্থ ক্ষুণ্ন নকৰে।

গ্ৰন্থ সমালোচনাৰ ক্ষেত্ৰত উদ্ধৃতি গ্ৰহণৰ বেছি স্বাধীনতা থাকিলেও, তেনে ক্ষেত্ৰত এটা নীতি মানি চলা প্ৰয়োজন।

## কপিৰাইটযুক্ত ৰচনা

গ্ৰন্থৰ স্বত্ব সংৰক্ষণ কাল শেষ হোৱাৰ পাছত সেই ৰচনা জনসাধাৰণৰ সম্পত্তি ৰূপে (Public domain) গণ্য হ'লে, বিনা অনুমতিত সেই ৰচনাৰ ব্যৱহাৰ কপিৰাইট উলংঘন আইনত নপৰে।

অৱশ্যে এইবোৰ ৰচনাৰ ব্যৱহাৰৰো এটা অলিখিত নীতি আছে; ৰচনাৰ স্বত্ব সংৰক্ষণ বহিৰ্ভূত বুলিয়েই তাৰ জধে-মধে ব্যৱহাৰ বা বিকৃত ব্যৱহাৰ বা বিকৃত উদ্ধৃতিৰদ্বাৰা মূল ৰচনাৰ অন্তৰ্নিহিত ভাবাৰ্থৰ পৰিৱৰ্তন সামাজিক তথা সাংস্কৃতিক অপৰাধৰূপে গণ্য হোৱা উচিত।

(শান্তনু কৌশিক বৰুৱা, আৰু শাংকৱ কৌশিক বৰুৱাৰ 'লেখক সাংবাদিকৰ গাইড' পুথিৰপৰা সংগৃহীত)

## সংবাদপত্ৰ আৰু পুথি পঞ্জীয়ন আইন, ১৮৬৭

ভাৰতৰ সংবাদপত্ৰৰ ইতিহাসত সংবাদপত্ৰৰ নিয়ন্ত্ৰণমূলক ব্যৱস্থাপনা আৰু কাৰ্যবিধি সম্পৰ্কীয় সবাতোকৈ পুৰণি আইনখনেই হ'ল ১৮৭৬ চনৰ সংবাদপত্ৰ আৰু পুথি পঞ্জীয়ন আইন। এই আইনত সংবাদপত্ৰসমূহৰ পঞ্জীয়ন আৰু ইয়াৰ সংশ্লিষ্ট বিধিসমূহ উল্লেখ কৰা হৈছে। আইনখনৰ ব্যৱস্থাপনাই সংবাদপত্ৰৰ স্বাধীনতাৰ ওপৰত কোনো বাধা-নিষেধ আৰোপ কৰা নাই। ছপাশাল আৰু সংবাদপত্ৰসমূহৰ বিধিভূতকৰণ, পুথি আৰু সংবাদপত্ৰসমূহৰ পঞ্জীয়ন তথা সংৰক্ষণ আদিয়েই হ'ল এই আইনৰ উদ্দেশ্য। এই আইন অনুসৰি প্ৰতিখন সংবাদপত্ৰই প্ৰতিটো সংখ্যাত মুদ্ৰক আৰু প্ৰকাশকৰ নাম, মুদ্ৰণৰ স্থান, সম্পাদক আৰু স্বত্বাধিকাৰীৰ নাম, প্ৰকাশনৰ তাৰিখ আদি সন্নিৱিষ্ট কৰিব লাগিব। প্ৰকাশিত দুখন সংবাদপত্ৰৰ নাম যাতে একে নহয়, তাৰ প্ৰতি আইনখনে বিধিবাধকতা ৰাখিছে। আইন অনুসৰি একে নামৰ দুখন সংবাদপত্ৰ পঞ্জীভূত হ'ব নোৱাৰে। পঞ্জীভূত সংবাদপত্ৰই নিউজপ্ৰিণ্টৰ আৱণ্টন, ডাক আৰু টেলিগ্ৰাফ মাচুল ৰেহাই ইত্যাদি সুযোগৰ বাবে আৱেদন কৰাটো বিধিসাপেক্ষ। এই আইনৰ নিয়ম অনুসৰি, প্ৰতিজন প্ৰকাশকে সংবাদপত্ৰ সম্পৰ্কীয় যাৱতীয় নথি আৰু পৰিসংখ্যা সংবাদপত্ৰৰ পঞ্জীয়কৰ ওচৰত দাখিল কৰিব লাগিব। একোখন সংবাদপত্ৰত জড়িত ব্যক্তিৰ পৰিসংখ্যা সংবাদপত্ৰৰ পঞ্জীয়কৰ ওচৰত অৱগত কৰাটো বিধিগতভাৱে বাঞ্ছনীয়। যদি কোনো সংবাদপত্ৰৰ প্ৰকাশকে এনে সমল নাইবা পৰিসংখ্যা উক্ত পঞ্জীয়কৰ ওচৰত দাখিল কৰাটো অস্বীকাৰ কৰে নতুবা অৱহেলা কৰে, তেনেহ'লে তেনে লোকক জৰিমনাৰে শাস্তি বিহা হয়। ইয়াৰ উপৰি কোনো সংবাদপত্ৰৰ প্ৰকাশকে সংবাদপত্ৰ সম্পৰ্কীয় সমল-তথ্য মিছা বুলি জানিও প্ৰকাশ কৰিলে, তেনে প্ৰকাশকৰ কাৰ্য আইনমতে দণ্ডনীয় হ'ব।

## ভাৰতীয় টেলিগ্ৰাফ আইন, ১৮৮৫

ভাৰতত সংবাদপত্ৰৰ স্বাধীনতা আৰু সংবাদ প্ৰেৰণ সম্পৰ্কত ভাৰতীয় টেলিগ্ৰাফ আইনৰ (Indian Telegraph Act) কিছু ব্যৱস্থা আলোচনা কৰাটো সমীচিন হ'ব। এই আইনৰ ৫(২)ধাৰা অনুসৰি চৰকাৰে যিকোনো তাঁৰ প্ৰেৰিত বাৰ্তা অৱৰোধ, নিৰোধ আৰু স্থগিতকৰণ কৰিব পাৰে। এই ব্যৱস্থাত ৰাজহুৱা জৰুৰী অৱস্থাৰ উদ্ভৱত কিম্বা ৰাজহুৱা সুৰক্ষাৰ স্বাৰ্থত; কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ নাইবা চৰকাৰৰদ্বাৰা বিশেষভাৱে কৰ্তৃত্বসম্পন্ন বিষয়াই উক্ত ক্ষমতা প্ৰয়োগ কৰিব পাৰে। ভাৰতৰ সাৰ্বভৌমত্ব আৰু সংহতি, ৰাষ্ট্ৰৰ নিৰাপত্তা, বিদেশী ৰাষ্ট্ৰৰ সৈতে ভাৰতৰ বন্ধুসুলভ সম্পৰ্ক বজাই ৰখাত বা ৰাজহুৱা শৃংখলাৰ স্বাৰ্থত নাইবা অপৰাধ সংঘটনৰ উচটনিক বাধা দিয়াৰ উদ্দেশ্যে যিকোনো তাঁৰপ্ৰেৰিত বাৰ্তাৰ সৰবৰাহত অৱৰোধ, নিৰোধ আৰু স্থগিতকৰণ কৰোঁতে চৰকাৰৰ নিজ আদেশত উপযুক্ত কাৰণ লিপিবদ্ধ কৰিব লাগিব আৰু এই মৰ্মে চৰকাৰৰ সন্তুষ্টিৰ কথা সন্নিৱিষ্ট কৰিব লাগিব। এনে পৰিপ্ৰেক্ষিতৃত সংবাদপত্ৰলৈ প্ৰেৰণ কৰা তাঁৰবাৰ্তাৰ ওপৰত চৰকাৰী হস্তক্ষেপ বিধিগতভাৱে বাহাল থাকিব আৰু চৰকাৰৰ এনে কাৰ্যৰ বিৰুদ্ধে সাংবিধানিক জৰুৰী অৱস্থাত ন্যায়ালয়ৰ ওচৰত কাষ চাপিব নোৱাৰিব।

ভাৰতীয় টেলিগ্ৰাফ আইনত সন্নিৱিষ্ট চৰকাৰৰ উক্ত ক্ষমতা নিৰংকুশ বুলি ক'ব নোৱাৰি। এনে ক্ষমতা প্ৰয়োগত চৰকাৰ বা কাৰ্যপালিকাই বিধিগত চৰ্ত মানি চলিব লাগে। সাধাৰণ শান্তি আৰু শৃংখলা কিম্বা শান্তিপূৰ্ণ পৰিস্থিতিত এনে ক্ষমতা প্ৰয়োগ কৰাত আইনৰ বাধা মানি চলাটো বাঞ্ছনীয়। মন কৰিবলগীয়া যে কিছু কিছু ক্ষেত্ৰত সাম্প্ৰদায়িক সংঘৰ্ষৰ বাতৰি ইমানেই প্ৰাৱল্যতৰ হয় যে ই নিমিষতে ৰাষ্ট্ৰৰ বিভিন্ন প্ৰান্তৰত বিয়পি পৰি ৰাজহুৱা শংখলাৰ অৱনতিৰ কাৰক হৈ পৰে। এনে বাতৰিৰ উদ্দেশ্য প্ৰণোদিত অথবা বাহুল্য ৰূপ ৰাজহুৱা নিৰাপত্তাৰ পৰিপন্থী আৰু সেয়েহে এনে বাতৰিৰ তাঁৰবাৰ্তাৰ ওপৰত চৰকাৰী হস্তক্ষেপ বিধিসন্মত । চৰকাৰে এনে আদেশসমূহ সাধাৰণতে জিলা উপায়ুক্ত নতুবা জিলা দণ্ডাধীশৰ জৰিয়তে জাৰি কৰে।

## ভাৰতীয় ডাকঘৰ আইন, ১৮৯৮

ভাৰতীয় ডাকঘৰ আইনৰ (Indian Post Office Act) প্ৰবৰ্দ্ধিত ব্যৱস্থাই ভাৰতীয় সংবাদপত্ৰৰ ওপৰত কিছু প্ৰভাৱ পেলাইছে। এই আইনৰ ২৬ ধাৰাৰ বিধি অনুসৰি চৰকাৰ অথবা কৰ্তৃত্বসম্পন্ন কোনো প্ৰাধিকাৰীয়ে, ৰাজহুৱা জৰুৰী অৱস্থাৰ উদ্ভৱত নতুবা ৰাজহুৱা সুৰক্ষাৰ স্বাৰ্থত, কোনো এটা ডাক সামগ্ৰী অৱৰোধ বা নিৰোধকৰণ কৰিব পাৰে নাইবা নিষ্পত্তি কৰিব পাৰে। এনে ক্ষমতা প্ৰয়োগৰ ক্ষেত্ৰত ভাৰতৰ সাৰ্বভৌমত্ব বা সংহতি, ৰাষ্ট্ৰীয় নিৰাপত্তা, বিদেশী ৰাষ্ট্ৰৰ সৈতে বন্ধুসুলভ সম্পৰ্ক বজাই ৰখা ইত্যাদি বিষয়সমূহৰ বিবেচনাৰ প্ৰশ্ন নুঠে। এই আইনৰ ২৭(খ)ধাৰা

অনুসৰি, ডাকঘৰৰ ক্ষমতাপ্ৰাপ্ত বিষয়াই যিকোনো সংবাদপত্ৰ অথবা অন্যান্য ডাক সামগ্ৰীৰ প্ৰেৰণত নিৰোধ ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। এনে ক্ষেত্ৰত উক্ত বিষয়াগৰাকীৰ এই মৰ্মে সন্দেহ উপজিব লাগিব যে উল্লিখিত সংবাদপত্ৰ অথবা ডাক সামগ্ৰীয়ে কিছু ৰাষ্ট্ৰদ্ৰোহিতামূলক বিষয় বা বস্তু বহন কৰিছে।

## উদ্যোগ (বিকাশ আৰু নিয়ন্ত্ৰণ) আইন, ১৯৫১

১৯৫১ চনৰ উদ্যোগ (বিকাশ আৰু নিয়ন্ত্ৰণ) আইনৰ ব্যৱস্থাই ভাৰতৰ কেন্দ্ৰীয় চৰকাৰক ঔদ্যোগিক সংস্থা কিছুমানৰ নিয়ন্ত্ৰণ নিজৰ হাতলৈ অনাৰ ক্ষমতা প্ৰদান কৰিছে। নিৰ্দিষ্ট পৰিস্থিতিত অনুসন্ধান নচলোৱাকৈ চৰকাৰৰ স্বত্বাধীনলৈ আনিব পৰা এনে ঔদ্যোগিক সংস্থাসমূহৰ তালিকা উক্ত আইনৰ প্ৰথম অনুসূচীত সন্নিৱিষ্ট কৰা হৈছে। পৰৱৰ্তী কালত ১৯৭৯ চনত এই আইনৰ সংশোধন ঘটাই উক্ত অনুসূচীত ছপা উদ্যোগকে ধৰি অতিৰিক্ত উদ্যোগ কিছুমান অন্তৰ্ভুক্ত কৰা হ'ল, যাৰ ফলত সংবাদপত্ৰ মুদ্ৰণ কৰা ছপাশালৰ ওপৰত এই আইনৰ প্ৰভাৱ পৰিল। স্পষ্ট ভাষাত, এই সংশোধনীৰ পৰিপ্ৰেক্ষিতত চৰকাৰে সংবাদপত্ৰ ছপা কৰা ছপাশালকো নিজৰ অধীনলৈ অনাৰ ক্ষেত্ৰত ক্ষমতা লাভ কৰিলে।

## ফৌজদাৰী আইন সংশোধনী অধিনিয়ম, ১৯৬১

এই সংশোধনী আইন ভাৰতৰ সুৰক্ষা আৰু নিৰাপত্তাৰ সন্দৰ্ভত পৰিপন্থী বুলি বিৱেচিত কাৰ্যকলাপৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ প্ৰণয়ন কৰা হৈছে। দৰাচলতে পাকিস্তান আৰু চীনৰ সীমামূৰীয়া ভাৰতীয় এলেকাত ভাৰতৰ নিৰাপত্তাৰ বিৰুদ্ধে চলা অপৰাধমূলক কাৰ্যকলাপ বন্ধ কৰাৰ ক্ষেত্ৰত এই অধিনিয়ম ফৌজদাৰী আইনৰ পৰিপূৰক হিচাপে গ্ৰহণ কৰা হৈছে। এই আইনৰ ২ ধাৰা অনুসৰি, যি কথিত বা লিখিত শব্দৰদ্বাৰা অথবা অন্য কোনো অৱলম্বনেৰে ভাৰতৰ সুৰক্ষা আৰু নিৰাপত্তা বিপন্ন হ'ব পৰাকৈ ভাৰতৰ ভূখণ্ডীয় সংহতি কিম্বা ভাৰতীয় সীমাখণ্ডৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনায় অথবা বৈধতাৰ প্ৰশ্ন তোলে, তেওঁক বিহিত শাস্তি প্ৰদান কৰা হয়। সংশোধনী আইনৰ ৫ ধাৰা অনুসৰি, কেন্দ্ৰীয় চৰকাৰে সীমামূৰীয়া এলেকাসমূহক সুৰক্ষা আৰু নিৰাপত্তাৰ খাতিৰত জাননীভুক্ত অঞ্চল বুলি ঘোষণা কৰিব পাৰে আৰু যি এনে অঞ্চলত যিকোনো সংবাদ, উৰাবাতৰি প্ৰচাৰ বা প্ৰকাশ কৰে, তেওঁক বিহিত শাস্তি প্ৰদান কৰা হয়। এনে অঞ্চলত ৰাজহুৱা শান্তি আৰু অত্যাৱশ্যকীয় সেৱা আৰু যোগান ব্যাহত কৰিব খোজা কাৰ্য শাস্তিযোগ্য অপৰাধ বুলি বিৱেচিত হয়। যি ক্ষেত্ৰত কোনো সংবাদপত্ৰই উক্ত ২ আৰু ৩ ধাৰাত উল্লিখিত কাৰ্যবিধি উলংঘন প্ৰকাশ কৰে, তেনে ক্ষেত্ৰত ৰাজ্য চৰকাৰে সংবাদপত্ৰখনৰ বিৰুদ্ধে বাজেয়াপ্তকৰণৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। মুঠতে, এই সংশোধনী অধিনিয়মে ভাৰতৰ সুৰক্ষা আৰু নিৰাপত্তাৰ খাতিৰত সংবাদপত্ৰক অধিক সংযমাধীন কৰিবলৈ আইন প্ৰস্তুত কৰিছে।

## যুৱবৃন্দ (ক্ষতিকাৰক প্ৰকাশন) আইন, ১৯৫৬

ক্ষতিকাৰক প্ৰকাশন এক সামাজিক অপৰাধ। সমাজত যুৱক-যুৱতীসকলক এনে ক্ষতিকাৰক প্ৰকাশনৰদ্বাৰা ক্ষতিগ্ৰস্ত হোৱাটো গণতান্ত্ৰিক চৰকাৰ এখনে নিবিচাৰে। সেয়েহে ১৯৫৬ চনত ভাৰতত যুৱবৃন্দ (ক্ষতিকাৰক প্ৰকাশন) আইন প্ৰণয়ন কৰা হৈছে যাৰদ্বাৰা যুৱক-যুৱতীৰ পক্ষে ক্ষতিকাৰক বুলি বিবেচিত যিকোনো প্ৰকাশন আৰু ইয়াৰ প্ৰচাৰত বাধা দিবলৈ বিচৰা হৈছে। অপৰাধ সংঘটন, হিংসা, নিষ্ঠুৰ কাৰ্য, ভয়ানক, প্ৰতিঘাতমূলক ঘটনা আদিৰ প্ৰকাশন বা প্ৰচাৰৰদ্বাৰা যুৱক-যুৱতীসকলক দুৰ্নীতিগ্ৰস্ত কৰিব পৰা প্ৰকাশনক ক্ষতিকাৰক বুলি আখ্যা দিয়া হয় যদিহে এনে প্ৰকাশনে অপৰাধ সংঘটন, হিংসাত্মক কাৰ্য বা নিষ্ঠুৰতাত লিপ্ত হ'বলৈ যুৱক যুৱতীসকলক প্ৰবৃত্ত কৰোৱায়। কোনো সংবাদপত্ৰই এনে ক্ষতিকাৰক প্ৰকাশনৰ প্ৰদৰ্শন, প্ৰচাৰ, বিজ্ঞাপন, মুদ্ৰণ আদি কৰিলে জৰিমনা ভোগ কৰিব লাগিব নাইবা তেনে কাৰ্যৰ প্ৰমাণত সংবাদপত্ৰখনৰ সমস্ত ছপা সংখ্যা নষ্ট কৰিব লাগিব। ৰাজ্য চৰকাৰে এনে সংবাদপত্ৰৰ ছপা সংখ্যা বাজেয়াপ্তকৰণৰ আদেশ জাৰি কৰিব পাৰে। আইন অনুসৰি, কৰ্তৃত্বসম্পন্ন পুলিচ বিষয়াই ক্ষতিকাৰক প্ৰকাশন জব্দ কৰিব পাৰিব আৰু সেইবিলাক নষ্ট কৰিব পাৰিব। প্ৰকৃততে, ক্ষতিকাৰক প্ৰকাশনৰদ্বাৰা যুৱ মানসিকতাত যাতে এটা অপৰাধী মন জন্ম হ'ব নোৱাৰে, তাৰ প্ৰতি লক্ষ্য ৰখা হৈছে আৰু এনে পৰিস্থিতিত, সংবাদপত্ৰসমূহক ক্ষতিকাৰক প্ৰকাশনৰদ্বাৰা বিৰত ৰাখিবলৈ আইনৰ যোগেদি চেষ্টা কৰা হৈছে।

## গ্ৰন্থ আৰু সংবাদপত্ৰ সৰবৰাহ (ৰাজহুৱা পুথিভঁৰাল) আইন, ১৯৫৪

উক্ত আইনৰ ব্যৱস্থাই প্ৰতিখন সংবাদপত্ৰৰ প্ৰকাশনৰ ওপৰত এটা বিধিগত দায়িত্ব ন্যস্ত কৰিছে। এই দায়িত্ব অনুসৰি, প্ৰতিখন সংবাদপত্ৰ প্ৰকাশ হোৱাৰ লগে লগে সংশ্লিষ্ট প্ৰকাশকে প্ৰতিটো সংখ্যাৰ এখনকৈ নিজা খৰচত নিৰ্দিষ্ট ৰাজহুৱা পুথিভঁৰাললৈ প্ৰেৰণ কৰিব লাগিব। উল্লেখযোগ্য যে এই ৰাজহুৱা পুথিভঁৰালসমূহ কেন্দ্ৰীয় চৰকাৰে চিনাক্ত কৰি দিব। এনে ব্যৱস্থাৰ উলংঘনত সংশ্লিষ্ট পক্ষক আইনতঃ পঞ্চাছ টকা পৰ্যন্ত অৰ্থদণ্ড বিহা হ'ব পাৰে।

## পুলিছ(বিতৃষ্ণাৰ উচটনি) আইন, ১৯২২

পুলিছ বাহিনীৰ সদস্যসকলৰ মাজত কোনো কাৰ্যই যাতে চৰকাৰৰ প্ৰতি বিতৃষ্ণাৰ ভাব জগাব নোৱাৰে; তাৰ প্ৰতি লক্ষ্য ৰাখি মূলতঃ এনে আইন প্ৰণয়নৰ প্ৰয়োজনীয়তা বোধ কৰা হৈছে। এই আইন অনুসৰি, যি কাৰ্যই চৰকাৰৰ বিপক্ষে পুলিছ বাহিনীৰ সদস্যসকলৰ মাজত বিতৃষ্ণাৰ সৃষ্টি কৰে অথবা পুলিছ বাহিনীৰ কোনো সদস্যক নিজ কৰ্মৰপৰা বিচ্যুত হ'বলৈ উচটনি দিয়ে নাইবা শৃংখলা ভংগ কৰিবলৈ উচটায়, তেনে প্ৰতিটো কাৰ্য শাস্তিযোগ্য

হ'ব। কোনো সংবাদপত্ৰই পুলিছ বাহিনীৰ সদস্যসকলৰ মাজত চৰকাৰৰ বিপক্ষে বিতৃষ্ণাৰ উচটনি দিয়া কাৰ্য পুলিছ(বিতৃষ্ণাৰ উচটনি) আইন, ১৯২২ [The Police (Incitement to Disaffection) Act 1922] আইন মতে শাস্তিযোগ্য হ'ব ।

## ভেষজ আৰু ঐন্দ্ৰজালিক প্ৰতিকাৰ (আপত্তিকৰ বিজ্ঞাপন) আইন, ১৯৫৪

সংবাদপত্ৰত প্ৰকাশিত বিজ্ঞাপনে সাধাৰণ মানুহ, নিৰক্ষৰ লোকক নীতিৰদ্বাৰা সংবাদপত্ৰৰ ওপৰত প্ৰশাসনিক নিয়ন্ত্ৰণ আৰোপ কৰা হ'ব পাৰে। এনে নিয়ন্ত্ৰণৰ পৰিসৰ কিছু কিছু ক্ষেত্ৰত ব্যাপক হোৱাৰ আশংকা থাকে। প্ৰশাসনিক নিযন্ত্ৰণ বা নিৰ্দেশৰ বিৰুদ্ধে ন্যায়ালয়ত আইনগত প্ৰতিকাৰ বিচাৰিব পৰা যায়।

সংবাদপত্ৰৰ উন্নয়ন আৰু বিকাশৰ ক্ষেত্ৰত সংশ্লিষ্ট কেন্দ্ৰীয় বা ৰাজ্যিক আইনসমূহে বাধা সৃষ্টি কৰিছে বুলি ক'ব নোৱাৰি। অৱশ্যে সংবাদ উৎসৰ ক্ষেত্ৰত চৰকাৰী গোপনীয়তা আইনৰ দৰে বিধি ব্যৱস্থাসমূহৰ বিস্তৰ সংশোধন আৱশ্যক। সকলো উৎসৰপৰা যাতে সংবাদপত্ৰই সমল সংগ্ৰহ কৰিব পাৰে, তাৰ নিশ্চয়তাক সুৰক্ষা দিয়াৰ স্বাৰ্থত নতুন আইন প্ৰণয়নৰ যুক্তিযুক্ততা আছে। ইয়াৰ উপৰি সংবাদপত্ৰৰ স্বাধীনতা নিশ্চিত কৰাৰ স্বাৰ্থত সংবিধানৰ মৌলিক অধিকাৰত সংশোধন ঘটাব লাগে নতুবা এই মৰ্মে সুকীয়া স্বতন্ত্ৰ আইন প্ৰস্তুত কৰি সংসদত গৃহীত কৰাব লাগে। এনে কৰিলে ভাৰতীয় সংবাদপত্ৰ অধিক নিৰ্ভৰযোগ্য তথা স্বতন্ত্ৰশালী হৈ উঠিব আৰু অনায়াসে আন্তঃৰাষ্ট্ৰীয় গৌৰৱ লাভ কৰিবলৈ সক্ষম হ'ব।

## ফৌজদাৰী বিধি, ১৯৭৩

কোনো বিষয়ৰ অনুসন্ধান বা বিচাৰ প্ৰয়োজনত নথি-পত্ৰ সংগ্ৰহৰ বাবে এই ফৌজদাৰী বিধি (Criminal Procedure Code 1973) আইন ব্যৱহাৰ কৰা হয়। যি ব্যক্তিৰ অন্তৰ্গত এই নথি থাকে তেওঁক আদালত বা সংশ্লিষ্ট স্থানত হাজিৰ হোৱাৰ বাবে চমন জাৰি কৰা হ'ব পাৰে।

- প্ৰয়োজনত তালাচীৰ বাবে ৱাৰেণ্ট জাৰি কৰা হ'ব পাৰে।
- দৰকাৰ হ'লে কোনো সংবাদপত্ৰ, গ্ৰন্থ, নথি বাজেয়াপ্ত কৰা হ'ব পাৰে।
- ৰাজদ্ৰোহজনিত বিষয় প্ৰচাৰ কৰাসকলৰ বাবে জামিন আদায় হ'ব পাৰে।
- সংশ্লিষ্ট ব্যক্তিৰ মালিকানাধীন বা ব্যৱস্থাপনাধীন সম্পত্তি সম্পৰ্কে কোনো কোনো কাম কৰাৰপৰা বিৰত থকাৰ নিৰ্দেশ জাৰি কৰা হ'ব পাৰে।
- কোনো আদেশ কোনো বিশেষ ব্যক্তিৰ প্ৰতি, বিশেষ স্থানৰ বাসিন্দাৰ প্ৰতি বা কোনো বিশেষ স্থানত আহ-যাহ চলি থাকে এনে জনসাধাৰণৰ প্ৰতি এই আদেশ জাৰি কৰা হ'ব পাৰে।

## সন্ত্ৰাসমূলক আৰু সংহতিনাশক ক্ৰিয়া-কলাপ (প্ৰতিৰোধ) আইন, ১৯৮৭

দেশত সন্ত্ৰাসমূলক কাম-কাজ আৰু সংহতি বিৰোধী শক্তিক প্ৰতিৰোধ কৰাই এই আইনৰ মুখ্য উদ্দেশ্য।

কোনো, ডিনামাইট, বিস্ফোৰক আৰু দাহ্য পদাৰ্থ, অস্ত্ৰ-সস্ত্ৰ, ৰাসায়নিক বা বিষাক্ত গেছৰ সহায়ত কোনো ব্যক্তি মৃত্যু ঘটোৱা বা কাৰোবাক আহত কৰাৰ দৰে কাম কৰে আৰু যেতিয়া বিভিন্ন জনজাতি আৰু গোষ্ঠীৰ মাজত বিভেদ পন্থা জাগ্ৰত কৰা হয় আৰু ভীতি প্ৰদৰ্শন কৰা হয়, তেতিয়া এই আইন কঠোৰভাৱে প্ৰয়োগ কৰা হ'ব পাৰে। সমতুল্য কাম-কাজেৰে প্ৰৰোচনা যোগোৱা, ষড়যন্ত্ৰত লিপ্ত বুলি প্ৰমাণিত হ'লে আইনমতে ব্যৱস্থা লোৱা হ'ব। শাস্তি ন্যূনতম পাঁচবছৰ কাৰাদণ্ড, জৰিমনা আনকি যাৱজ্জীৱন কাৰাদণ্ডও হ'ব পাৰে।

## মহিলাসকলৰ অশোভনীয়তা প্ৰদৰ্শন (নিষিদ্ধকৰণ) আইন, ১৯৮৬

এই আইন প্ৰধানকৈ বিজ্ঞাপন সংক্ৰান্তীয়। এই আইনত কোৱা হৈছে যে ---

কোনো ব্যক্তিয়ে মহিলাৰ কোনো প্ৰকাৰ অশোভনীয়তা বিজ্ঞাপনত, প্ৰদৰ্শনীত বা কোনো প্ৰকাশনত ব্যৱহাৰ কৰিব নোৱাৰিব।

এনে কৰিব পাৰিলেও সেয়া জনস্বাৰ্থ সম্পৰ্কীয় বা বিজ্ঞান, সাহিত্য শিল্প বা শিক্ষা সম্পৰ্কীয় বিষয়ৰ অধীন হ'ব লাগিব, যদি ইতিবাচক ধৰ্মীয় কাৰণত কৰা হয়, কোনো ধৰণৰ ভাস্কৰ্য বা শিল্পৰ সৈতে জড়িত হয় আৰু যদি ছিনেমা অট'গ্ৰাফ আইন ১৯৫২ ৰ ধাৰা মতে কোনো চলচ্চিত্ৰ ব্যৱহাৰ কৰা হয়।

## জাতীয় নিৰাপত্তা আইন, ১৯৮০

ভাৰতৰ প্ৰতিৰক্ষা, বৈদেশিক শক্তিৰ সৈতে জড়িত, ভাৰত বা ভাৰতৰ কোনো ৰাজ্যৰ নিৰাপত্তা, জনশৃংখলতা ৰক্ষা আৰু জনসাধাৰণৰ নিৰাপত্তাৰ বাবেই এই জাতীয় নিৰাপত্তা আইন ১৯৮০ (National Security Act. 1980) প্ৰয়োগ কৰা হয়। সংবাদপত্ৰসমূহে এই আইনৰ পৰিপ্ৰেক্ষিতত এনে কিছু কথা প্ৰকাশ নকৰে যাতে দেশ বা দেশৰ কোনো অংশত বিশৃংখলতা বিয়পি পৰি বিভিন্ন গোষ্ঠীৰ মাজত পাৰস্পৰিক বিদ্বেষ জাগ্ৰত হয়।

## ৰাষ্ট্ৰদ্ৰোহিতা আইন

ভাৰতীয় দণ্ড বিধিৰ ১২৪ ধাৰাত ৰাষ্ট্ৰদ্ৰোহিতা আইনৰ (Law of Sedition) বিষয়ে কোৱা হৈছে। এই আইনৰদ্বাৰা ৰাষ্ট্ৰদ্ৰোহিতাক উচটনি দিব পৰা এনে ৰচনাৰ ওপৰত নিয়ন্ত্ৰণ আৰোপ কৰা হৈছে। কোনো প্ৰতিবেদনত কেতিয়াও এনে কিছু ইংগিত বহন কৰা নহয় যাৰদ্বাৰা ৰাষ্ট্ৰৰ সাৰ্বভৌমত্বৰ প্ৰতি ভাবুকি সৃষ্টি নহয়।

## শালীনতা ৰক্ষাৰ বাবে আইন

কোনো ৰচনাত এনে বিষয় ৰখা নহয়, যি শালীনতা বিৰোধী। ভাৰতীয় দণ্ডবিধিৰ ২৯২ আৰু ২৯৩ ধাৰাত শালীনতা ৰক্ষাৰ বাবে আইনৰ (Law of Obsenity) কথা কোৱা হৈছে। সামাজিক স্বাৰ্থত যদিও কোনো নগ্নতা বা যৌনতাক ব্যৱহাৰ কৰা হয় তেতিয়াহ'লে সিয়েই শালীনতা বিৰোধী বুলি গণ্য কৰা হ'ব। কোনো প্ৰতিবেদনত যদি কোনো ধৰণৰ কুৰুচিকৰ বা ইচ্ছাকৃত যৌনতাক প্ৰশ্ৰয় দিয়া হয় তেনেহ'লে সি সুস্থ মানসিকতাক আৰু চিন্তাধাৰাক বিৰুদ্ধাচৰণ কৰিব। সেয়ে এই আইনৰ যোগেদি ইয়াক প্ৰতিৰোধ কৰা হয়।

## জনপ্ৰতিনিধিত্ব আইন, ১৯৫১

কোনো ভোটদাতাক ভোট নিদিয়াৰ বাবে জোৰ কৰা বা কোনো প্ৰাৰ্থীৰ নিৰ্বাচনক ক্ষতিকৰ প্ৰভাৱ পেলাবলৈ ধৰ্মীয় প্ৰতীক, জাতীয় প্ৰতীক বা জাতীয পতাকা ব্যৱহাৰ কৰা আইনত নিষিদ্ধ ধৰ্ম, জাতি, কুল সম্প্ৰদায় বা ভাষাৰ ভিত্তিত নাগৰিকসকলৰ মাজত ঘৃণাৰ সৃষ্টি বা ঘৃণা বঢ়োৱাৰ প্ৰয়াস কৰিব নোৱাৰিব। প্ৰাৰ্থীৰ ব্যক্তিগত চৰিত্ৰ আৰু আচৰণ সম্পৰ্কে মিছা প্ৰচাৰ কৰাটো বে-আইনী। অৱশ্যে এনেকুৱা তথ্য সংবাদপত্ৰত প্ৰকাশিত হ'ব পাৰে যদি কোনো প্ৰাৰ্থীৰ বা তেওঁৰ এজেণ্টৰ সম্পত্তি লৈ তাক প্ৰকাশ কৰা হয়, যদি বিৱৰণটি মিছা হয় বা প্ৰকাশকৰ বিশ্বাস কৰাৰ ক'ৰণ থাকে, সি আলোচ্য বিৱৰণ অভিযোগসমূহ মিছা।

নিৰ্বাচন সম্পৰ্কে বিভিন্ন শ্ৰেণীৰ মাজত শত্ৰুতা বঢ়াই তোলা, ধৰ্ম, জাতি-কুল সম্প্ৰদায় আৰু ভাষাৰ ভিত্তিত ভাৰতীয় নাগৰিকৰ মাজত শত্ৰুতাৰ অনুভূতি বা ঘৃণা জাগ্ৰত চেষ্টাৰ অপৰাধত সাংবাদিকসকলে অপৰাধী হিচাপে দণ্ডিত হ'ব পাৰে।

## পুষ্টিকা, প'ষ্টাৰ ইত্যাদি মুদ্ৰণত বাধা

প্ৰতিখন পুষ্টিকা বা প'ষ্টাৰৰ বিপৰীতে বা তলত মুদ্ৰক আৰু প্ৰকাশকৰ নাম ঠিকনা ছপোৱাটো বাধ্যতামূলক, প্ৰতিখন ছপা প'ষ্টাৰ বা পুষ্টিকাৰ কপি ৰাজধানীৰ ক্ষেত্ৰত সংশ্লিষ্ট মুখ্য নিৰ্বাচনী বিষয়ালৈ পঠাব লাগিব। জিলাৰ ক্ষেত্ৰত জিলাধিপতি বা ৰিটাৰ্নিং বিষয়ালৈ পঠাব লাগিব।

এই নিয়মাৱলী অমান্য কৰিলে ৬ মাহ কাৰাদণ্ড বা ২ হাজাৰ টকাৰ দণ্ড বা উভয় দণ্ড ভুগিবলগীয়া হ'ব পাৰে।

## আদালত অৱমাননা

আদালতৰ মৰ্যাদা হানি হ'লেই আদালত অৱমাননাৰ অভিযোগ উঠে। সংবাদপত্ৰত প্ৰকাশিত কোনো লেখাৰ বাবে যদি এনেকুৱা বিষয় থাকে যাৰদ্বাৰা আদালতৰ মৰ্যাদা ক্ষুণ্ন হোৱাৰ সম্ভাৱনা থাকে তেতিয়া আদালত অৱমাননাৰ অভিযোগ উঠিব পাৰে। এই অভিযোগত সম্পাদক, প্ৰকাশক আৰু লেখাৰ সৈতে জড়িত সংশ্লিষ্ট সাংবাদিক অভিযুক্ত হ'ব পাৰে। ভাৰতৰ আদালত অৱমাননাৰ বাবে যি আইন আছে

তাক “আদালত অৱমাননা আইন,১৯৭১” বুলি জনা যায়। এই আইনক কোৱা হৈছে সংকেতৰদ্বাৰা; লিখিত শব্দাৱলীৰদ্বাৰা বা দৃশ্য প্ৰতিজনৰদ্বাৰা যদি কোনো বিষয় প্ৰকাশ কৰা হয় যিয়ে আদালতৰ সন্মান হানি কৰে, কলংক কঢ়িয়াই আনে বা আদালতৰ কাম-কাজত বাধা প্ৰদান কৰে তেতিয়া আদালত অৱমাননা ঘটা বুলি গণ্য কৰা হয়।

ভাৰতীয় সংবিধানৰ ১২৫ ধাৰাৰ প্ৰতিখন উচ্চ ন্যায়ালয়ক অফ ৰেকৰ্ড বুলি অভিহিত কৰা হৈছে আৰু কোৱা হৈছে যে উচ্চ ন্যায়ালয়ৰ অৱমাননাৰ বিৰুদ্ধে শাস্তি দিয়াৰ ক্ষমতাসহ আদালতৰ সকলো ক্ষমতা উচ্চ ন্যায়ালয়ত থাকিব।

আদালত অৱমাননা দুই প্ৰকাৰে হ'ব পাৰে ১) দেৱানী অৱমাননা আৰু ২) ফৌজদাৰী অৱমাননা। যেতিয়া কোনো ব্যক্তি বা প্ৰতিষ্ঠানে আদালতত ঘোষিত ৰায়ৰ আদেশ বা নিৰ্দেশ লংঘন কৰে, তেতিয়া দেৱানী আইন অনুযায়ী অভিযোগৰ বিচাৰ হ'ব। আৰু যেতিয়া সু-বিৱেচিতভাৱে আদালতৰ মৰ্যাদা ক্ষুণ্ণ কৰাৰ চেষ্টা কৰা হ'ব, আদালতৰ কাৰ্যত বাধা-প্ৰদান আৰু বিচাৰ প্ৰয়োগৰ পথত হস্তক্ষেপ ঘটিব তেতিয়া ফৌজদাৰী আদালত অৱমাননা আইন কাৰ্যকৰী কৰা হয়। গোপন বিচাৰ কাৰ্যৰ বিৱৰণী প্ৰকাশ হ'লে এই আইনৰ প্ৰয়োগ কৰা হয়। কোনো সাংবাদিকে লিখা প্ৰতিবেদন বা ৰচনাত যদি এনেকুৱা কোনো বিষয় থাকে যাৰ জৰিয়তে, কিবা প্ৰকাৰে আদালতৰ মৰ্যাদা ক্ষুণ্ণ হয় অথবা আদালতৰ কাৰ্যত বাধাদান বা হস্তক্ষেপ ঘটে তেতিয়া সেই সংবাদপত্ৰৰ সম্পাদক, প্ৰকাশক আৰু সাংবাদিকৰ বিৰুদ্ধে ফৌজদাৰী আদালত অৱমাননা আইনৰ প্ৰয়োগ ঘটাৰ সম্ভাৱনা থাকে। যদি আদালত অৱমাননাৰ অভিযোগ আদালতে প্ৰমাণিত কৰিব পাৰে তেতিয়া অভিযুক্ত ব্যক্তিৰ জেল বা জৰিমনা বা উভয় শাস্তিকেই ভোগ কৰিবলগীয়া হ'ব পাৰে। ১৯৭১ ৰ আইনমতে ৬ মাহ কাৰাদণ্ড বা ২হাজাৰ টকা জৰিমনা বা উভয় শাস্তিকে ভুগিবলগীয়া হ'ব পাৰে।

আদালত অৱমাননা আইনত কেইটামান ব্যতিক্ৰমৰ কথাও উল্লেখ আছে। এই ব্যতিক্ৰমৰ অধীনত সম্পাদক প্ৰকাশক আৰু সাংবাদিকক আদালত অৱমাননাৰ অভিযোগৰপৰা অব্যাহতি দিয়া হয়। ব্যতিক্ৰমবোৰ হৈছে --

১) কোনো বিষয়ৰ নিৰপৰাধ প্ৰকাশ আৰু পৰিৱেশন অৱমাননা নহয়। যদি সাংবাদিকে প্ৰমাণ কৰিব পাৰে যে যেতিয়া তেওঁ প্ৰকাশ কৰিছিল তেতিয়া বিচাৰৰ কাৰ্য অমীমাংশীত আছিল তেতিয়া আদালত অৱমাননা প্ৰযোজ্য নহ'ব।

২) বিচাৰ কাৰ্যৰ কাৰ্য বিৱৰণী পক্ষপাতহীন আৰু যথাযথ প্ৰতিবেদন অৱমাননা নহয়।

৩) বিচাৰ সংক্ৰান্ত আইনৰ পক্ষপাতহীন সমালোচনা কৰাকে অৱমাননা নহয়। যি বিচাৰৰ শুনানী আৰু চূড়ান্ত নিষ্পত্তি হৈ গৈছে তাৰ দোষ গুণ সম্পৰ্কে কোনো ৰচনাত পক্ষপাতহীন মন্তব্য প্ৰকাশ হ'লে আদালত অৱমাননা বুলি গণ্য নহ'ব।

৪) নিম্ন আদালতৰ প্ৰিসাইডিং অফিছাৰৰ বিৰুদ্ধে অভিযোগ কেইটামান দিশত অৱমাননা বুলি গণ্য কৰা নহয়। নিম্ন আদালত বুলিলে উচ্চ ন্যায়ালয়ৰ অধীনস্থ আদালতক বুজায়।

৫) বিচাৰকৰ কোঠাত অনুষ্ঠিত গোপন বিচাৰৰ কাৰ্য বিৱৰণী সম্পৰ্কে তথ্য প্ৰকাশ কিছু ক্ষেত্ৰত আদালত অৱমাননা বুলি বিৱেচিত নহয়। সংবাদপত্ৰই যদি এনে কোনো তথ্য প্ৰকাশৰ লগত শান্তি শৃংখলা বা ৰাষ্ট্ৰীয় নিৰাপত্তাৰ প্ৰশ্ন জড়িত।

## সংবাদপত্ৰ প্ৰকাশ সম্পৰ্কীয় নিয়মাৱলী

নতুন সংবাদপত্ৰ বা আলোচনী প্ৰকাশ কৰাৰ বাবে চৰকাৰৰ কিছুমান নিয়ম আৰু আইনৰ বিধি মানি আগ বাঢ়িবলগীয়া হয়। এইবোৰ হৈছে---

- প্ৰথমতে সংশ্লিষ্ট এলেকাৰ দণ্ডাধীশ (Magistrate) বা মহকুমাধিপতিৰ সৈতে যোগাযোগ কৰি ঘোষণাপত্ৰ পূৰ কৰিব লাগে। ইয়াত সংবাদপত্ৰৰ প্ৰস্তাৱিত নাম, ভাষা, প্ৰকাশৰ সময়-সীমা, স্বত্বাধিকাৰীৰ নাম ঠিকনা, প্ৰকাশকৰ নাম-ঠিকনা, মুদ্ৰকৰ নাম-ঠিকনা আৰু মুদ্ৰণস্থলীৰ ঠিকনা উল্লেখ কৰিব লাগে। অগ্ৰাধিকাৰ হিচাপে সংবাদপত্ৰ বা আলোচনীৰ বিকল্প শিৰোনামাৰ তালিকাও জমা দিব লাগে।
- দ্বিতীয়তে, দণ্ডাধীশৰ যোগেদি এই ঘোষণাপত্ৰ ৰেজিষ্টাৰ অব্ নিউজপেপাৰ অব্ ইণ্ডিয়াৰ (R N I) কাৰ্যালয়লৈ পঠিয়াব লাগে। ইয়াতো সেইদৰে নতুন সংবাদ-পত্ৰৰ নাম ঠিকনা বা এই নামেৰে আগতে কোনো ভাৰতীয় ভাষাত কিবা পত্ৰ-পত্ৰিকা প্ৰকাশিত হৈছিল নেকি আদি, আকৌ নতুনকৈ ঘোষণাপত্ৰ পূৰ কৰিব লাগে। নামটো গৃহীত হোৱাৰ পাছত দণ্ডাধীশে ঘোষণাপত্ৰ যথাৰ্থ বুলি অনুমোদন কৰে। দৈনিক, সাপ্তাহিক আৰু পষেকীয়া পত্ৰিকাৰ ক্ষেত্ৰত ৬ সপ্তাহৰ ভিতৰত আৰু অন্যান্য আলোচনী বা পত্ৰিকাৰ ক্ষেত্ৰত তিনিমাহৰ ভিতৰত প্ৰকাশন আৰম্ভ নহ'লে ঘোষণা-পত্ৰ বাতিল হৈ যায়।
- প্ৰতিটো সংখ্যাত বা সংস্কৰণত প্ৰকাশক, মুদ্ৰক, স্বত্বাধীকাৰ, সম্পাদকৰ নাম আৰু মুদ্ৰণ আৰু প্ৰকাশৰ স্থান উল্লেখ কৰিব লাগে । নিউজ প্ৰিণ্ট সৰবৰাহৰ বাবে R N I ৰ কাৰ্যালয়লৈ আৱেদন জনাব লাগে। ৪০ টনতকৈ বেছি নিউজ প্ৰিণ্ট প্ৰয়োজন হ'লে ইম্পোৰ্ট ট্ৰেড কণ্ট্ৰ'ল হেণ্ডবুকৰ নিয়মাৱলী অনুসৰি পৰ্যায়ক্ৰমে চৰকাৰী কোষাগাৰত ধন জমা দিয়াৰ চালান আৱেদনৰ সৈতে প্ৰকাশকে জমা দিব লাগে। ইয়াৰ সৈতে জয়ণ্ট্ ছিফ কন্ট্ৰ'লাৰ অব্ ইমপ'ট এণ্ড এক্সপ'টৈ দিয়া আয়কৰ পৰীক্ষাৰ প্ৰমাণপত্ৰৰ নম্বৰ দিব লাগে।
- প্ৰকশিত প্ৰথম সংখ্যাটো চিমিলাৰ RNI ৰ কাৰ্যালয়লৈ পঠিয়াব লাগে। প্ৰথম সংস্কৰণ আৰু ঘোষণাপত্ৰৰ প্ৰতিলিপি জিলা দণ্ডাধীশৰ যোগেদি পোৱাৰ পাছতRNI ৰ কাৰ্যালয়ে সংবাদপত্ৰখন পঞ্জীয়নভুক্ত কৰে। এই পঞ্জীয়নৰ নম্বৰ আৰু প্ৰথম প্ৰমাণপত্ৰ প্ৰকাশকক দিয়া হয়।
- প্ৰতি সংস্কৰণৰ কপি, ৪৮ ঘণ্টাৰ ভিতৰত RNIৰ কাৰ্যালয়লৈ নিয়মিত পঠাব লাগে।
- সংবাদপত্ৰ আৰু আলোচনী ছপাৰ বাবে প্ৰয়োজনীয় যন্ত্ৰপাতি আমদানিৰ বাবে ছিফ কণ্ট্ৰ'লাৰ অব্ ইমপ'ৰ্ট এণ্ড এক্সপ'ৰ্টাৰৰ ওচৰত নিৰ্দিষ্ট ফৰ্মত আৱেদন জনাব লাগিব।
- প্ৰেছ ৰেজিষ্টাৰৰ ওচৰত প্ৰতি বছৰৰ বাৰ্ষিক বিৱৰণ দাখিল কৰিব লাগিব। ফেব্ৰুৱাৰি মাহৰ শেষৰ দিনা। সেয়া সংশ্লিষ্ট সংবাদপত্ৰত ১ মাৰ্চত প্ৰকাশ কৰিব লাগিব।
- মূলক, প্ৰকাশৰ স্থান, প্ৰকাশক, মুদ্ৰক বা সম্পাদকৰ সাল-সলনি হ'লে সেয়াও

RNI ক জনাব লাগে। কিবা কাৰণত প্ৰকাশন বন্ধ হৈ গ'লে সেয়াও জনাব লাগিব।

- সংবাদপত্ৰৰ ভাষা আৰু প্ৰকাশনৰ সময়সীমাৰ পৰিৱৰ্তন কৰিলে নতুন ঘোষণাপত্ৰ দাখিল কৰিব লাগে।
- মালিক, মুদ্ৰণ বা প্ৰকাশৰ স্থান সলনি হ'লে নতুন ঘোষণাপত্ৰ দাখিল কৰিব লাগিব।
- মুদ্ৰক বা প্ৰকাশক ৯০ দিনতকৈ বেছি সময়ৰ বাবে ভাৰতৰ বাহিৰত থাকিলে অথবা অসুস্থতা বা আন কাৰণত কাম-কাজ চলাবলৈ অসমৰ্থ হ'লে, তেতিয়াও নতুন ঘোষণাপত্ৰ জাৰি কৰিব লাগে।
- নিৰ্দিষ্ট সময়সীমা অনুযায়ী প্ৰকাশনৰ সংবাদপত্ৰ/পত্ৰিকা প্ৰকাশ নহ'লে ঘোষণাপত্ৰ বাতিল হৈ যায়।

## ভাৰতীয় দণ্ডবিধি ১৮৬০

ভাৰতীয় দণ্ডবিধিৰ (Indian Penal Code 1860) যিবোৰ ধাৰা প্ৰেছ আইন হিচাপে বিৱেচিত সেয়া হৈছে —

১। **ৰাষ্ট্ৰদ্ৰোহিতা :** লিখিত বা উচ্চাৰিত শব্দ, সংকেত বা দৃশ্য প্ৰতিৰূপৰ সাহায্য প্ৰতিষ্ঠিত চৰকাৰৰ প্ৰতি ঘৃণা আৰু অৱমাননা উৎপাদন কৰা বা কৰাৰ চেষ্টা কৰা অথবা বিৰাগ জগাই তোলা বা জগাই তোলাৰ চেষ্টা কৰা।

২। **সংহতি বিৰোধ :** ধৰ্ম, জাতি, জন্মস্থান, ভাষা আৰু বাসস্থানগত কাৰণত বিভিন্ন গোষ্ঠীৰ মাজত সংহতি নষ্ট কৰা বা বিদ্বেষ ভাব জগাই তোলা।

৩। **পূজাৰ স্থান ইত্যাদিত অনুষ্ঠিত অপৰাধ :** কোনো ধৰ্মস্থান বা ধৰ্মীয় অনুষ্ঠান বা জনসমাৱেশ বা উৎসৱত শত্ৰুতাৰ অনুভূতি, ঘৃণা প্ৰতিকুলতা বঢ়াই তোলা।

৪। **নিৰ্বাচন সম্পৰ্কীয় মিছা বিবৃতি :** নিৰ্বাচনৰ ফলাফলক প্ৰভাৱিত কৰাৰ বাবে মিছা বিবৃতি তৈয়াৰ কৰা আৰু প্ৰকাশ কৰা।

৫। **অশ্লীল পুষ্টিকা বিক্ৰী :** নৈতিক চৰিত্ৰ কলুষিত কৰাৰ সহায়ক এনে কামোদ্দীপক কিতাপ, পুষ্টিকা, কাগজ, লেখা, ছবি, অংকন, মূৰ্তি বা আন কিছু প্ৰকাশ বা তৈয়াৰ আৰু তাক ২০ বছৰৰ কম বয়সৰ মাজত প্ৰচাৰ কৰা।

৬। কোনো শ্ৰেণীৰ মানুহৰ ধৰ্মবিশ্বাসৰ প্ৰচণ্ড ক্ষতিসাধন কৰাৰ একান্ত ইচ্ছা তাৰ ধৰ্ম আৰু ধৰ্মবিশ্বাসক অপমান কৰাৰ ইচ্ছাকৃত বিদ্বেষপৰায়ণ কাম।

৭। মিছা নথি তৈয়াৰ কৰা।

৮। মানহানি কৰা।

## পাৰমাণৱিক শক্তি আইন, ১৯৬২

পাৰমাণৱিক শক্তি উন্নয়ন আৰু নিয়ন্ত্ৰণৰ সৈতে সংশ্লিষ্ট উদ্দেশ্য সাধনৰ বাবে এই পাৰমাণৱিক শক্তি আইন ১৯৬২ (Atomic Energy Act. 1962) ৰচিত। ইয়াত কোৱা হৈছে যে---পাৰমাণৱিক শক্তি উৎপন্ন, উন্নয়ন বা ব্যৱহাৰ কৰাৰ উদেশ্যে ব্যৱহৃত বা প্ৰস্তাৱিত সৰঞ্জাম, প্ৰণালী বা প্ৰক্ৰিয়াৰ কোনো প্ৰতিৰূপ দেখুওৱা

বা ব্যাখ্যা কৰাৰ বাবে কোনো নথি, চিত্ৰ, মডেল, ৰূপৰেখা প্ৰকাশত চৰকাৰে অদেশ জাৰি কৰিব পৰিব।

কোনো ব্যক্তিয়ে এই ধৰণৰ তথ্য পাবলৈ চেষ্টা নকৰিব বা চৰকাৰী অনুমতি অবিহনে কোনো তথ্য প্ৰকাশ কৰিব নোৱাৰিব।

এই আইন অমান্য কৰিলে এবছৰৰ কাৰাদণ্ড বা অৰ্থদণ্ড বা দুয়োটাই ভোগ কৰিবলগীয়া হ'ব পাৰে।

## কৰ্মৰত সাংবাদিক আৰু অন্যান্য সংবাদপত্ৰ কৰ্মীসকলৰ (চাকৰিৰ চৰ্ত) আৰু বিবিধ বিধানৰ আইন, ১৯৫৫

এই আইন প্ৰধানকৈ সংবাদপত্ৰৰ প্ৰতিষ্ঠানৰ কৰ্মচাৰীৰ চাকৰিৰ বিভিন্ন চৰ্তাৱলীৰ বাবে ৰচিত। কামৰ সময় বেতন, পৰিকাঠামো, শৃংখলা, অৱসৰ গ্ৰহণ ইত্যাদিৰ বিষয়ে এই আইনত সন্নিৱিষ্ট কৰা হৈছে। এই আইনৰ গুৰুত্বপূৰ্ণ অংশবোৰ হৈছে-—

১। সংবাদপত্ৰৰ কৰ্মচাৰী বুলিলে মূলত কৰ্মৰত সাংবাদিকসকলকে বুজায়। লগতে সংবাদপত্ৰৰ প্ৰতিষ্ঠানত আন কামত নিযুক্ত কৰ্মচাৰীসকলো ইয়াৰ ভিতৰত পৰে।

২। কৰ্মৰত সাংবাদিক হ'ল--- সম্পাদক, প্ৰবন্ধ লেখক, বাৰ্তা-সম্পাদক, সহ-সম্পাদক, ৰচনালেখক, আৰ্হিপাঠক, প্ৰতিবেদক, সংবাদদাতা কাৰ্টুনিষ্ট, ফটোসাংবাদিক।

৩। অসাংবাদিক সংবাদপত্ৰৰ কৰ্মচাৰী বুলিলে কোনো সংবাদপত্ৰ প্ৰতিষ্ঠানত, প্ৰতিষ্ঠানৰ হৈ কাম কৰা ব্যক্তিক বুজাব।

**কামৰ সময় :** কোনো কৰ্মৰত সাংবাদিকে প্ৰতি চাৰি সপ্তাহত টিফিনৰ সময় বাদ দি ১৪৪ ঘণ্টাৰ বেছি কাম কৰিবলৈ ক'ব নোৱাৰিব বা কৰিবলৈ দিয়া নহ'ব। তদুপৰি ৭ দিন কামৰ পাছত ২৪ ঘণ্টাৰ ছুটী বা বিশ্ৰাম দিয়া হ'ব। ৭ দিনৰ হিচাপত ধৰিলে শনিবাৰে মাজ ৰাতিৰপৰা আৰম্ভ কৰা হ'ব। ১৯৫৭ চনত এই বিষয়ত কেন্দ্ৰীয় চৰকাৰে বিশেষ নীতি জাৰি কৰে। তাত কোৱা হৈছে যে কৰ্মৰত সাংবাদিকসকলে যি দিনা যি কামৰ দায়িত্ব পাব সেই দিনা প্ৰয়োজনতকৈ তেওঁক অতিৰিক্ত কাম কৰি দিনৰ দায়িত্ব পালন কৰিব লাগিব। অতিৰিক্ত যিমান সময় কাম কৰিব সেয়া বিশ্ৰামৰ বিনিময়ত পূৰণ কৰিব লাগিব। দিনৰ বেলাত সাধাৰণতে ৬ ঘণ্টা আৰু ৰাতি ৫ ১/২ ঘণ্টাৰ বেছি কাম কৰাব নোৱাৰিব।

**ছুটী :** কৰ্মৰত দিনবোৰৰ বাবে কম পক্ষে ১/১১ দিনৰ পূৰ্ণ বেতন আৰ্জিত ছুটী হিচাপে দিয়া হ'ব। অসুস্থ হ'লে চিকিৎসকৰ প্ৰমাণ পত্ৰৰ ওপৰত ভিত্তি কৰি কম পক্ষেও ১/১৮ ভাগ দিনৰ বাবে অৰ্ধবেতন ছুটী পাব। ১৯৫৭ চনত জাৰি কৰা বিধি মতে আৰু কোৱা হৈছে কৰ্মৰত সাংবাদিকসকলে বছৰৰ ১০ দিন সাধাৰণ ছুটী পাব। ছুটীৰ দিনত কাম কৰিলে এমাহৰ মাজত পাব সেই দিনৰ বিনিময়ত ছুটী। কোনো প্ৰাপ্য ছুটীৰ লগত নিৰ্ধাৰিত সাপ্তাহিক ছুটী দিনটোৰ আগত বা পিছত সংযোগ কৰা নহ'ব। ছুটী লৈ

বাহিৰলৈ ভ্ৰমণ কৰিবলৈ যোৱাৰ পিছত যদি হঠাতে বিশেষ কাৰণত কাৰ্যালয়লৈ ঘূৰি অহাৰ নিৰ্দেশ দিয়া হয় তেতিয়া অহাৰ খৰচ সংস্থাই বহন কৰিব। ১/১১ আৰ্জিত ছুটী কোনো কাৰণত বাতিল হ'লে, তাৰ আৰ্থিক ক্ষতিপূৰণ প্ৰতিষ্ঠানে দিব লাগিব দৈনিক মজুৰিৰ ভিত্তিত। মহিলা কৰ্মৰত সাংবাদিকসকলে সৰ্বোচ্চ ৩ মাহ মাতৃত্বৰ ছুটী পোৱাৰ অধিকাৰী। লগত অন্যান্য ছুটীও লোৱা হ'ব । গৰ্ভপাতৰ বাবেও মহিলাসকলে ৬ সপ্তাহ ছুটী পাব পাৰে। স্বাস্থ্যজনিত ৰোগৰ বাবে কৰ্মৰত সাংবাদিকসকলে সৰ্বোচ্চ ২১ দিন ছুটী পাব । ব্যতিক্ৰম হ'লে এই ছুটী ৩০ দিন হ'ব পাৰে। অৱশ্যে এই সকলো ক্ষেত্ৰত চিকিৎসাৰ প্ৰমাণপত্ৰ লাগিব। অন্যান্য কাৰণত ছুটী পঢ়া-শুনাৰ বাবে ছুটী আৰু বছৰত সৰ্বোচ্চ ১৫ দিন কেজুৱেল ছুটী তেওঁলোকে পাব।

**বেতন হাৰ :** কৰ্মৰত সাংবাদিকসকলৰ সম্পৰ্কে নিৰ্দিষ্ট সময়সীমা অনুযায়ী কাম কৰাৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশ মৰ্মে বেতন হাৰ স্থিৰ বা সংশোধিত কৰা হ'ব। বেতন হাৰ নিৰ্দিষ্ট বা সংশোধন কৰাৰ বাবে কেন্দ্ৰীয় চৰকাৰ, সাংবাদিক, সংবাদপত্ৰ মালিক আৰু নিৰপেক্ষ ব্যক্তিক লৈ নিৰ্দিষ্ট সময়ৰ ব্যৱধানত বেতন পৰিষদ গঠন কৰিব। পৰিষদৰ নিৰ্দেশ মৰ্মে নতুবা বেতন হাৰ জাৰি কৰা হ'ব। এই নিৰ্দেশ জাৰি কৰিব কেন্দ্ৰীয় চৰকাৰে। পৰিষদ অন্তৰ্বৰ্তীকালীন নিৰ্দেশৰ ভিত্তিত কেন্দ্ৰীয় চৰকাৰে নতুন বেতনৰ হাৰ আৰম্ভ কৰাৰ আগতে অন্তৰ্বৰ্তীকালীন বেতন হাৰ স্থিৰ কৰিব পাৰে।

যি প্ৰতিষ্ঠানত ২০ জন বা তাৰ অধিক সংবাদকৰ্মী নিযুক্ত হৈ থাকে, তেনে প্ৰতিষ্ঠানত সাময়িক বলবৎ সংবাদকৰ্মী নিযুক্তি (স্থায়ী আদেশ) আইন ১৯৪৬ (Industrial Employment Standing Orders Act 1946) প্ৰযোজ্য হ'ব। অৰ্থাৎ সংবাদপত্ৰৰ কৰ্মীসকলে শিল্প প্ৰতিষ্ঠান কৰ্মীৰ মৰ্যাদা পাব।

যি প্ৰতিষ্ঠানত ২০ জন বা তাৰ বেছি কৰ্মী সাধাৰণভাৱে নিযুক্ত হৈ থাকে, তেওঁলোকে কৰ্মচাৰীৰ ভৱিষ্যত নিধিৰ ধন অৱসৰ গ্ৰহণৰ পাছত পাব। কমেও তিনিবছৰ কোনো সংবাদপত্ৰ প্ৰতিষ্ঠানত কাম কৰিলে কোনো এজন কৰ্মীৰ অৱসৰ গ্ৰহণৰ পাছত বা কৰ্তব্যৰত অৱস্থাত মৃত্যু হ'লে বা নিয়মানুবৰ্তিতা মূলক প্ৰক্ৰিয়াৰ বাহিৰে আন কোনো কাৰণত সংস্থাৰপৰা বিতাৰিত হ'লে প্ৰত্যেক কৰ্মবৰ্ষৰ বাবে ১৫ দিনৰ গড়বেতন হিচাপে গ্ৰেচুয়িতি বা অনুতোষিক পাব। অৱশ্যে এই ধনৰ পৰিমাণ ১২ ১/২ মাহৰ গড় বেতনৰ বেছি হ'ব নোৱাৰিব। কৰ্মৰত অৱস্থাত মৃত সাংবাদিকৰ নিকট উত্তৰাধিকাৰীয়ে এই ধন প্ৰাপ্তিৰ বাবে যোগ্য হ'ব। কৰ্মচাৰীজনৰপৰা সংবাদপত্ৰ প্ৰতিষ্ঠানে কোনো টকা পাবলগীয়া থাকিলে সেয়া গ্ৰেচুয়িতিৰপৰা কাটি ৰখা হ'ব।

কৰ্মৰত সাংবাদিকসকলে ওপৰত উল্লিখিত আইনৰ বিভিন্ন দিশবোৰ জনা থাকিলে সংবাদ পৰিৱেশন কৰাত সহায় হয়। বিতৰ্কিত বিষয় লৈ অতি সাৱধানে আগ বাঢ়ি সংবাদ পৰিৱেশন কৰাটোৱেই সাংবাদিকৰ কৌশল হোৱা উচিত ।

**❑ পানীন্দ্ৰ কুমাৰ বৰ্মন**

**আৰু (স.স.)**

# তথ্য জনাৰ অধিকাৰ আইন, ২০০৫

'Knowledge is power and information is the seed of Knowledge.' গণতান্ত্রিক শাসন ব্যৱস্থা সুস্থ আৰু সুচাৰুৰূপে পৰিচালিত হোৱাৰ বাবে সজাগ আৰু সচেতন নাগৰিকৰ লগতে বিভিন্ন চৰকাৰী বিভাগসমূহৰ তথ্য নাগৰিকসকলে জানিব বিচাৰিলেই পোৱাৰ এক স্বচ্ছ ব্যৱস্থা থকাটো অতি দৰকাৰী। ভাৰতীয় সংবিধানে যদিওবা বাক্ স্বাধীনতা আৰু মতামত প্ৰকাশৰ অধিকাৰক সংবিধানৰ ১৯ (১) (ক) নং অনুচ্ছেদৰ অধীনত নাগৰিকৰ মৌলিক অধিকাৰ বুলি স্বীকৃতি দিছে। কিন্তু তথ্য জনাৰ অধিকাৰ বা তথ্য জনাৰ স্বাধীনতাক মৌলিক অধিকাৰ বুলি স্বীকৃতি দিয়া নাই। ইয়ে বিগত দিনবোৰত চৰকাৰী বিভাগবোৰক ইয়াৰ কাম-কাজবোৰৰ ক্ষেত্ৰত গোপনীয়তা ৰক্ষা কৰাৰ বাবে 'The Official Secrets Act, 1923' (OSA)-ৰ বিভিন্ন বিধানৰ অধীনত এক প্ৰকাৰ অধিকাৰ প্ৰদান কৰি আহিছিল।

চৰকাৰী বিভাগসমূহৰ আওকণীয়া মনোভাব তথা ইয়াত সংঘটিত অবাধ দুৰ্নীতিৰ বিৰুদ্ধে বৰ্ধিত গণ সচেতনতাই ক্ৰমাৎ ৰাইজৰ মাজত স্বচ্ছ আৰু দায়বদ্ধ প্ৰশাসনৰ দাবী উত্থাপিত হ'বলৈ ধৰিলে আৰু তথ্য জনাৰ অধিকাৰ আইনৰ প্ৰয়োজনীয়তা অনুভৱ হ'বলৈ ধৰিলে। ৰাজস্থানৰ 'মজদুৰ কিষাণ শক্তি সংগঠন' (The Mazdoor Kisan Shakthi Sanghatan)-ৰ আন্দোলনক তথ্য জনাৰ অধিকাৰ আন্দোলনৰ বাটকটীয়া বুলি কোৱা হয়। ইয়াৰ পৰৱৰ্তী সময়ছোৱাত কেন্দ্ৰীয় চৰকাৰে ৰাজ্যৰ মুখ্য সচিৱসকলৰ সন্মিলনৰ পৰামৰ্শ অনুসৰি 'The Official Secrets Act, 1923' খন পুনৰনিৰীক্ষণ কৰিবলৈ আৰু এখন তথ্য জনাৰ অধিকাৰ বিধেয়কৰ খচৰা প্ৰস্তুত কৰিবলৈ শ্বৌৰী কমিটিক নিযুক্তি দিয়ে। এইদৰে 'The Freedom of Information Bill 2000' নামেৰে এখন বিধেয়কৰ খচৰা প্ৰস্তুত কৰা হয় আৰু ২০০২ চনৰ ডিছেম্বৰ মাহত এই বিধেয়কখন সংসদত গৃহীত হয় যদিও ইয়াক বলবৎ কৰা নহ'ল। তথ্য জনাৰ অধিকাৰ বিধেয়কখন ২০০৪ চনৰ ডিছেম্বৰ মাহৰ ২৩ তাৰিখে সংসদত উত্থাপন কৰা হয় আৰু ২০০৫ চনৰ ১২ মে তাৰিখে গৃহীত হয়। আইনখনে ২০০৫ চনৰ জুন মাহৰ ১৫ তাৰিখে ৰাষ্ট্ৰপতিৰ অনুমোদন লাভ কৰে আৰু যোৱা অক্টোবৰ মাহৰ ১২ তাৰিখৰপৰা জন্মু আৰু কাশ্মীৰক বাদ দি সমগ্ৰ দেশতে বলবৎ কৰা হয়। উল্লেখযোগ্য যে ইতিমধ্যে নখন ৰাজ্যই নিজাববীয়াকৈ নিজ নিজ ৰাজ্যত এনেকুৱা আইন প্ৰণয়ন কৰিছে।

**তথ্য জনাৰ অধিকাৰ আইন ২০০৫ ঃ** এই আইনখনৰ প্ৰস্তাৱনাত নাগৰিকে ৰাজহুৱা কৰ্তৃপক্ষৰ (Public Authority) অধীনত থকা তথ্যসমূহ উপলব্ধ কৰিব পাৰিব আৰু ইয়ে নাগৰিকক তথ্য জনাৰ অধিকাৰৰ ক্ষেত্ৰত এক নতুন বাস্তৱিক শাসন প্ৰণালী লাভ কৰাত সহায় কৰাৰ লগতে চৰকাৰৰ প্ৰশাসন যন্ত্ৰত স্বচ্ছতা আৰু দায়বদ্ধতাৰ ভাব আনিব বুলি কোৱা হৈছে।

তথ্য জনাৰ অধিকাৰ আইন ২০০৫ হ'ল এখন বহল পৰিসৰৰ আইন আৰু ইয়ে নাগৰিকক ৰাজহুৱা কৰ্তৃপক্ষৰপৰা তথ্য বিচৰাৰ এক আইনী অধিকাৰ প্ৰদান কৰিছে। এই আইনখনে নিম্নোলিখিত বিষয়সমূহ নিশ্চিত কৰিব বিচাৰিছে—

(১) সংবিধানৰ বিধানৰ লগত সংগতি ৰাখি যিমানদূৰ সম্ভৱ জনসাধাৰণৰ বাবে চৰকাৰী তথ্য প্ৰকাশৰ ব্যৱস্থা কৰা আৰু কিছুমান অতি গোপনীয় তথ্যৰ বাহিৰে আনবোৰ তথ্যৰ ক্ষেত্ৰত ৰেহাইৰ (Exemption) পৰিমাণ হ্ৰাস কৰা।

(২) তথ্য পাব পৰা আৰু কৰ্তৃপক্ষই তথ্য প্ৰকাশৰ বাবে এক ফলপ্ৰসূ ব্যৱস্থা।

(৩) এক স্বতন্তৰীয়া আপীল (Appeal) ব্যৱস্থা।

(৪) তথ্য যোগান ধৰিবলৈ অসমৰ্থ হ'লে আইন অনুযায়ী দণ্ড বিধানৰ ব্যৱস্থা।

**তথ্য জনাৰ অধিকাৰ মানে কি/আপুনি কি কি তথ্য বিচাৰিব পাৰিব ঃ** তথ্য জনাৰ অধিকাৰ বুলিলে এই আইনৰ অধীনত পাব পৰা তথ্য জনাৰ বা পাব পৰাৰ অধিকাৰ আৰু যিবোৰ তথ্য কোনো ৰাজহুৱা কৰ্তৃপক্ষৰ অধীনত বা নিয়ন্ত্ৰণত থাকে আৰু ইয়াৰ ভিতৰত তলত দিয়া অধিকাৰসমূহো অন্তৰ্ভুক্ত আছে—

(ক) কোনো দলিল, ৰেকৰ্ড আৰু ৰাজহুৱা কাম আদিৰ পৰ্যৱেক্ষণ কৰাৰ অধিকাৰ।

(খ) দলিল বা ৰেকৰ্ডৰপৰা টোকা অথবা প্ৰমাণিত নকল লোৱাৰ অধিকাৰ।

(গ) কোনো বস্তুৰ প্ৰমাণিত নমুনা লোৱাৰ অধিকাৰ।

(ঘ) ডিস্ক বা ফ্ল'পি টেপ, ভিডিঅ' কেছেটৰ ৰূপত বা যিকোনো ইলেক্ট্ৰনিক মাধ্যমৰ যোগেদি তথ্য পোৱাৰ অধিকাৰ আদি।

**কি কি তথ্য প্ৰকাশ কৰিব বা নাগৰিকক জনাব নোৱাৰি ঃ** (১) যিবোৰ তথ্যৰ প্ৰকাশে ভাৰতৰ স্বতন্ত্ৰতা আৰু অখণ্ডতা, নিৰাপত্তা, যুদ্ধ আৰু বৈজ্ঞানিক কলা-কৌশলৰ প্ৰতি ভাবুকি সৃষ্টি কৰিব অথবা ৰাষ্ট্ৰৰ অৰ্থনৈতিক স্বাৰ্থ আৰু বিদেশী ৰাষ্ট্ৰৰ সৈতে সম্পৰ্ক বিঘ্নিত কৰিব অথবা কোনো অপৰাধ সংঘটিত কৰাৰ বাবে প্ৰৰোচিত কৰিব।

(২) যিবোৰ তথ্য কোনো ন্যায়িক আদালত বা ন্যায়াধীশকৰণে প্ৰকাশ নকৰিবৰ বাবে স্পষ্টভাৱে মানা কৰিছে অথবা যিবোৰ তথ্যৰ প্ৰকাশে আদালত অৱমাননা (Contempt of Cort) কৰিব।

(৩) যিবোৰ তথ্যৰ প্ৰকাশে সংসদ বা ৰাজ্যিক বিধানসভাৰ বিশেযাধিকাৰ ভংগ কৰিব।

(৪) বাণিজ্যিক বিশ্বাস (Commercial confidence), ব্যাৱসায়িক গোপনীয়তা (Trade secrets), বৌদ্ধিক সম্পত্তিকে (Intellectual property) ধৰি যিবোৰ তথ্যৰ প্ৰকাশে কোনো তৃতীয় পক্ষৰ প্ৰতিযোগিতামূলক অৱস্থানৰ ক্ষতিসাধন কৰিব। অৱশ্যে উপযুক্ত কৰ্তৃপক্ষই যদি পতিয়ন যায় যে বৃহত্তৰ ৰাজহুৱা স্বাৰ্থৰ খাতিৰত এইবোৰ তথ্য প্ৰকাশ কৰা উচিত তেন্তে উক্ত তথ্য প্ৰকাশ কৰিব পাৰি।

(৫) বিদেশী চৰকাৰৰপৰা বিশ্বাসৰ আধাৰত পোৱা তথ্য।

(৬) যিবোৰ তথ্য কোনো ব্যক্তিয়ে কোনো এক বিশ্বস্ত সম্পৰ্কৰ আলমত (Fiduciary Relationship) আহৰণ কৰে আৰু উক্ত তথ্য তেওঁৰ ওচৰত থাকে, অৱশ্যে উপযুক্ত কৰ্তৃপক্ষই যদি পতিয়ন যায় যে বৃহত্তৰ ৰাজহুৱা স্বাৰ্থৰ খাতিৰত উক্ত তথ্য প্ৰকাশ কৰাটো দৰকাৰী তেন্তে তাক প্ৰকাশ কৰিব পাৰি।

(৭) যিবোৰ তথ্য প্ৰকাশ পালে কোনো ব্যক্তিৰ জীৱন বা শাৰীৰিক নিৰাপত্তা বিপদাপন্ন হ'ব অথবা তথ্যৰ উৎপত্তি স্থানৰ পৰিচয় ওলাই পৰিব অথবা আইন বলবৎকৰণ বা নিৰাপত্তাৰ উদ্দেশ্যত বিশ্বাসেৰে সহায় আগবঢ়োৱা কোনো ব্যক্তিৰ বিপদ হ'ব।

(৮) যিবোৰ তথ্যৰ প্ৰকাশে অনুসন্ধান কাৰ্য বা অপৰাধীৰ গ্ৰেপ্তাৰ বা দোষী সাব্যস্তকৰণ প্ৰক্ৰিয়াত ব্যাঘাত জন্মাব।

(৯) এনেকুৱা তথ্য যিবোৰ কোনো ব্যক্তিৰ ব্যক্তিগত তথ্যৰ লগত জড়িত আৰু যিবোৰৰ প্ৰকাশৰ লগত কোনো ৰাজহুৱা কাৰ্য বা স্বাৰ্থৰ সম্পৰ্ক নাই অথবা যিবোৰৰ প্ৰকাশে ব্যক্তিজনৰ গোপনীয়তাত অবাঞ্ছিত আঘাত হানিব, অৱশ্যে যদি কেন্দ্ৰীয় জন তথ্যৰক্ষী বিষয়া বা ৰাজ্যিক জন তথ্যৰক্ষী বিষয়া বা এপেলেট্ অথৰিটিয়ে পতিয়ন যায় যে বৃহত্তৰ ৰাজহুৱা স্বাৰ্থই এনেকুৱা তথ্য প্ৰকাশৰ যথাযোগ্যতা প্ৰতিপন্ন কৰে তেন্তে উক্ত তথ্য প্ৰকাশ কৰিব পাৰি।

(১০) মন্ত্ৰীমণ্ডলী, সচিব আৰু আন বিষয়াবৰ্গৰ Records of Deliberationsকে ধৰি কেবিনেটৰ কাগজ-পাতি।

যদিও ওপৰত আলোচিত তথ্যসমূহ প্ৰকাশৰ ক্ষেত্ৰত ৰেহাইৰ কথা কোৱা হৈছে, তথাপি এইবোৰ তথ্য প্ৰকাশৰ ফলত হ'ব পৰা ৰাজহুৱা স্বাৰ্থ যদি তথ্যসমূহ প্ৰকাশৰ ফলত হোৱা ক্ষতিতকৈ বেছি হয় তেন্তে কোনো ৰাজহুৱা কৰ্তৃপক্ষই এনে তথ্য আহৰণ কৰাৰ অনুমতি প্ৰদান কৰিব পাৰে।

**তথ্য বিচাৰিবলৈ হ'লে আপুনি কেনেদৰে আগবাঢ়িব ঃ** আপুনি এই আইনখনৰ অধীনত যিকোনো তথ্য বিচাৰিব পাৰে। ইয়াৰ বাবে আপুনি লিখিত ৰূপত অনুৰোধ জনাই আৱেদন কৰিব লাগিব। অৱশ্যে কোনো ব্যক্তিয়ে ই-মেইলৰ যোগেদিও আৱেদন কৰিব পাৰে। আপুনি ইংৰাজী বা হিন্দী বা সংশ্লিষ্ট ৰাজ্যৰ চৰকাৰী ভাষাত আৱেদন কৰিব পাৰিব আৰু আৱেদন-পত্ৰখন জন তথ্যৰক্ষী বিষয়াৰ (Public Information Officer) ওচৰত দাখিল কৰিব লাগিব।

**আৱেদনকাৰীয়ে কোনো কাৰণ উল্লেখ কৰিব নালাগে ঃ** আপুনি কিয় সংশ্লিষ্ট ৰাজহুৱা কৰ্তৃপক্ষৰপৰা তথ্য জানিব বিচাৰিছে তাৰ বাবে কোনো কাৰণ উল্লেখ কৰাৰ বা আপোনাৰ ব্যক্তিগত কথাৰ বিশদ বিৱৰণ দিব নালাগে। আপুনি কেৱল পৰৱৰ্তী যোগাযোগৰ সুবিধাৰ বাবে আপোনাৰ ঠিকনাটি বা টেলিফোন নম্বৰ উল্লেখ কৰিলেই হ'ব।

**জন তথ্যৰক্ষী বিষয়াই (PIO) কিমান দিনৰ ভিতৰত আপোনাৰ আৱেদনৰ সঁহাৰি**

**জনাব ঃ** আপোনাৰ আৱেদন গ্ৰহণ কৰাৰ পাছত জন তথ্যৰক্ষী বিষয়াই (PIO) যিমান সোনকালে সম্ভৱ ইয়াৰ প্ৰতি সঁহাৰি জনাব লাগিব, অৰ্থাৎ আপুনি বিচৰা তথ্য যোগান ধৰিবলৈ বাধ্য থাকিব। অৱশ্যে কোনো ক্ষেত্ৰতে এই সময়সীমা ৩০ দিনৰ বেছি হ'ব নোৱাৰিব।

যদি কোনো ব্যক্তিৰ জীৱন বা স্বাধীনতা সংক্ৰান্তীয় তথ্য বিচৰা হয় তেন্তে উক্ত তথ্য আৱেদন গ্ৰহণ কৰাৰ ৪৮ ঘণ্টাৰ ভিতৰত জনাবলৈ জন তথ্যৰক্ষী বিষয়া বাধ্য থাকিব।

**জন তথ্যৰক্ষী বিষয়াই আপুনি বিচৰা তথ্য যোগান ধৰিবলৈ অস্বীকাৰ কৰিব পাৰেনেঃ** আপুনি তথ্য বিচাৰি জনোৱা আৱেদনখনৰ প্ৰতি জন তথ্যৰক্ষী বিষয়াই যদি ওপৰত উল্লিখিত সময়সীমাৰ ভিতৰত সঁহাৰি দিবলৈ অসমৰ্থ হয়, তেন্তে আপোনাৰ আৱেদন নাকচ কৰাটো বুজাব। আৱেদনকাৰীয়ে যদি তলত উল্লেখ কৰা বিষয় দুটাৰ ওপৰত তথ্য বিচাৰে তেন্তে বিষয়াগৰাকীয়ে তেওঁক তথ্য জনাবলৈ অস্বীকাৰ কৰিব।

(১) এই আইনৰ ৮ নং ধাৰাত উল্লিখিত বিষয়সমূহ যিবিলাক সন্দৰ্ভত কোনো তথ্য প্ৰকাশ কৰিব নোৱাৰি বা নাগৰিকক জনাব নোৱাৰি। (ইতিমধ্যে আলোচনা কৰা হৈছে।)

(২) যিবোৰ তথ্যই কোনো ব্যক্তিয়ে লাভ কৰা প্ৰকাশ স্বত্ব উলংঘা কৰে। (৯ নং ধাৰা।)

**বিচৰা তথ্যৰ বাবে মাছুল ঃ** আপুনি তথ্য বিচাৰি জনোৱা আৱেদনখন মঞ্জুৰ হোৱাৰ পাছত এক নিৰ্দিষ্ট পৰিমাণৰ মাছুল জমা দি তথ্যখিনি পাব পাৰিব। অৱশ্যে যদি আপোনাৰ আৱেদনখন নিৰ্দিষ্ট সময়মতে চালি-জাৰি চোৱা নহয় তেন্তে কোনো মাছুল দিব নালাগে। ইয়াৰ উপৰি দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা আৱেদনকাৰীয়েও কোনো মাছুল দিব নালাগে।

**তথ্য জনসম্পৰ্কৰক্ষী বিষয়া ঃ** প্ৰধানমন্ত্ৰী, বিৰোধী পক্ষৰ নেতা আৰু এজন কেন্দ্ৰীয় মন্ত্ৰীৰদ্বাৰা গঠিত এখন কমিটিয়ে কেন্দ্ৰীয়ভাৱে এজন প্ৰধান তথ্যৰক্ষী আয়ুক্তক (Central Chief Information Commission) নিযুক্তি দিব। ইয়াৰ উপৰি প্ৰতিখন ৰাজ্যৰ নিজাকৈ তথ্যৰক্ষী আয়ুক্ত (State Information Commissioner) থাকিব। প্ৰতিখন জিলাৰ মহকুমা বা উপযুক্ত পৰ্যায়ত একোজন বিষয়াক জন তথ্যৰক্ষী বিষয়া (Public Information Officer) হিচাবে নিযুক্তি দিয়া হ'ব। জন তথ্যৰক্ষী বিষয়াজনে তথ্য বিচাৰি জনোৱা সকলো আৱেদন গ্ৰহণ কৰিব আৰু সংশ্লিষ্ট বিভাগ বা অভিকৰণৰ ওচৰত গৈ পোৱাকৈ এই আৱেদনবোৰ উপযুক্ত কৰ্তৃপক্ষৰ ওচৰলৈ পঠাই দিব।

**কোনকেইটা নিৰাপত্তা সংস্থাৰ কাম-কাজৰ ওপৰত তথ্য বিচাৰিব নোৱাৰিব ঃ** আইনখনৰ দ্বিতীয় সূচীত উল্লিখিত নিৰাপত্তা সংস্থাসমূহৰ কাম-কাজৰ ওপৰত সাধাৰণ নাগৰিকে প্ৰশ্ন তুলিব নোৱাৰিব। এই সংস্থাসমূহ হ'ল—

1. Intelligence bureau.
2. Research and Analysis Wing of the Cabinet Secretariat.
3. Director of Revinue Intelligence.

4. Central Economic Intelligence Bureau.

5. Director of Enforcement.

6. Narcotics Control Bureau.

7. Aviation Research Centre.

8. Special Frontier Force.

9. Border Security Force.

10. Central Reserve Police Force.

11. Indo-Tibetan Border Police.

12. Central Industrial Security Force.

13. National Security Guards.

14. Assam Rifles.

15. Special Service Bureau.

16. Special Branch (CID), Andaman and Nicobar.

17. The Crime Branch CID CB, Dadra and Nagar Haveli.

18. Special Branch, Lakshadweep Police.

কিন্তু দুৰ্নীতি আৰু মানৱ অধিকাৰ আইন উলংঘনৰ অভিযোগ সম্বন্ধীয় তথ্য নাগৰিকে বিচাৰিব পাৰিব আৰু মানৱ অধিকাৰ উলংঘনৰ অভিযোগৰ ক্ষেত্ৰত কেন্দ্ৰীয় বা ৰাজ্যিক তথ্য আয়োগৰ অনুমোদন সাপেক্ষে নাগৰিকক জনসম্পৰ্কৰক্ষী বিষয়াই জনাব লাগিব।

উল্লেখযোগ্য যে কেন্দ্ৰীয় চৰকাৰে অধিসূচনাযোগে উক্ত দ্বিতীয় সূচীত নতুন নিৰাপত্তা সংস্থা অন্তৰ্ভুক্ত কৰিব পাৰে অথবা ইতিমধ্যে উক্ত সূচীত থকা কোনো সংস্থাক তাৰপৰা বাদ দিব পাৰে।

**তথ্য জনাৰ অধিকাৰ আইন, ২০০৫অৰ কেইটামান বিশেষ ধাৰা** ঃ তথ্য জনাৰ অধিকাৰ আইন ২০০৫অৰ ১২ নং ধাৰাৰ উপধাৰা (১)ত কেন্দ্ৰীয় তথ্য আয়োগ আৰু ১৫ নং ধাৰাৰ উপধাৰা (১)ত ৰাজ্যিক তথ্য আয়োগ গঠনৰ বিষয়ে উল্লেখ আছে। সেইদৰে আইনখনৰ ১২ নং ধাৰাৰ (৩) উপধাৰা মৰ্মে মুখ্য তথ্য আয়ুক্ত (Chief Information Commission) আৰু তথ্য আয়ুক্ত নিযুক্ত হোৱাৰ বিপৰীতে ১৫ নং ধাৰাৰ (৩)উপধাৰা অনুসৰি ৰাজ্যিক মুখ্য তথ্য আয়ুক্ত (State Chief Information Officer) আৰু ৰাজ্যিক তথ্য আয়ুক্ত (State Information Officer) নিযুক্তি দিয়া হৈছে।

**কেন্দ্ৰীয় তথ্য আয়োগ (Central Information Commission)** ঃ কেন্দ্ৰীয় চৰকাৰে চৰকাৰী সূচনাপত্ৰত (Gazette) প্ৰকাশ কৰা জাননীৰদ্বাৰা কেন্দ্ৰীয় তথ্য আয়োগ গঠণ কৰিব পাৰে যিয়ে নেকি এই আইনে প্ৰদান কৰা ক্ষমতা ভোগ কৰাৰ লগতে ইয়াৰ ওপৰত ন্যস্ত কাৰ্য (Function) সম্পাদন কৰিব। কেন্দ্ৰীয় তথ্য আয়োগ এগৰাকী মুখ্য তথ্য আয়ুক্ত আৰু অতি বেছি ১০জন তথ্য আয়ুক্তৰদ্বাৰা গঠিত হয়। এওঁলোকক এখন কমিটিৰ অনুমোদন সাপেক্ষে ৰাষ্ট্ৰপতিয়ে নিযুক্তি দিয়ে।এই কমিটিখনৰ অধ্যক্ষৰূপে

থাকিব প্ৰধানমন্ত্ৰী। কমিটিৰ অন্য সদস্যৰ ৰূপত প্ৰধানমন্ত্ৰীয়ে মনোনীত কৰা এজন কেন্দ্ৰীয় মন্ত্ৰী আৰু লোকসভাৰ বিৰোধী দলপতি থাকিব। কেন্দ্ৰীয় তথ্য আয়োগৰ চোৱাচিতা আৰু পৰিচালনাৰ ভাৰ মুখ্য তথ্য আয়ুক্তৰ ওপৰত পৰে আৰু এইক্ষেত্ৰত তেওঁক সহায় কৰে তথ্য আয়ুক্তসকলে। অৱশ্যে স্বতন্ত্ৰ সংস্থাৰূপে আয়োগে অন্যান্য যথেষ্ট সা-সুবিধা তথা ক্ষমতা ভোগ কৰাৰ পৰিসৰ আছে। মুখ্য তথ্য আয়ুক্ত তথা আয়ুক্তসকল ৰাজহুৱা জীৱনৰ উজ্জ্বল ব্যক্তিত্ব হোৱাৰ উপৰি আইন, বিজ্ঞান, প্ৰযুক্তি, সমাজসেৱা, ব্যৱস্থাপনা, সাংবাদিকতা, গণমাধ্যম তথা প্ৰশাসনত বুৎপত্তি থকা লোক হোৱা প্ৰয়োজন। পাঁচ বছৰীয়া কাৰ্যকাল তেওঁলোকে ৬৫ বছৰ পৰ্যন্ত চলাব পাৰিব। কোনো তথ্য আয়ুক্তক মুখ্য তথ্য আয়ুক্তৰূপে নিযুক্তি দিয়াৰ ক্ষেত্ৰত তেওঁৰ কাৰ্যকাল গড় হিচাবত পাঁচ বছৰ ধৰা হ'ব। ৰাষ্ট্ৰপতিক সম্বোধি এওঁলোকে যিকোনো মুহূৰ্ততে পদত্যাগ কৰিব পাৰে। মুখ্য নিৰ্বাচনী আয়ুক্ত অথবা নিৰ্বাচনী আয়ুক্তৰ সৈতে এই পদকেইটাৰ সম্পূৰ্ণ মিল আছে। কেৱল ৰাষ্ট্ৰপতিৰহে বিভিন্ন অজুহাতত মুখ্য তথ্য আয়ুক্ত বা আয়ুক্তৰ পদৰপৰা আঁতৰোৱাৰ কৰ্তৃত্ব থাকিব। বিভিন্ন ধৰণৰ হ'ব পাৰে এই অজুহাতসমূহ।

**ৰাজ্যিক তথ্য আয়োগ ঃ** এই স্বতন্ত্ৰ সংস্থাটোৰ ক্ষেত্ৰতো ওপৰৰ কথাখিনিয়েই খাটে। মাত্ৰ ৰাষ্ট্ৰপতিৰ হাতত অৰ্পিত কৰ্তৃত্বসমূহ ৰাজ্যত ৰাজ্যপালে পালন কৰিব। আন কথাখিনিও মিলাই লোৱাত অসুবিধা নাই।

**দুই আয়োগৰ ক্ষমতা ঃ** তথ্য প্ৰাপ্তিৰ ক্ষেত্ৰত সন্মুখীন হোৱা যিকোনো সমস্যা, কাৰিকৰী অসুবিধা, অন্যায়-অনিয়মৰ অভিযোগ বিচাৰ কৰিব এই আয়োগে। যিকোনো নাগৰিকৰ অভিযোগ গ্ৰহণ আৰু তদন্তৰ দায়িত্ব এই আয়োগৰ। ভিন্ন প্ৰকাৰৰ অভিযোগ আয়োগৰ ওচৰত দাখিল হ'ব পাৰে—

(ক) যদি অভিযোগকাৰীয়ে কয় যে অভিযোগ গ্ৰহণৰ বাবে তথ্য আয়ুক্ত জাতীয় কোনো বিষয়াক নিযুক্তি দিয়া হোৱা নাই অথবা সেই বিষয়াই অভিযোগ গ্ৰহণৰ অনুৰোধ প্ৰত্যাখ্যান কৰিছে।

(খ) কোনো ব্যক্তিক যদি তেওঁ বিচৰা তথ্য যোগান ধৰিবলৈ অস্বীকাৰ কৰা হয়।

(গ) যদি কাৰোবাক তথ্য বিচাৰ কৰা অনুৰোধক উপযুক্ত সঁহাৰি দিয়া নহয়।

(ঘ) অযুক্তিকৰভাৱে যদি মাচুল জমা দিবলৈ কোৱা হয়।

(ঙ) প্ৰাপ্ত তথ্য যদি কোনো ব্যক্তিয়ে অসম্পূৰ্ণ, অশুদ্ধ তথা ভুৱা বুলি বিশ্বাস কৰে।

(চ) তদুপৰি কেন্দ্ৰীয় অথবা ৰাজ্যিক তথ্য আয়োগে নিজাববীয়াকৈ যিকোনো বিষয়ৰ ওপৰত যদি তেওঁলোকে সেইদৰে বিবেচনা কৰে, তদন্ত আৰম্ভ কৰিব পাৰে।

আকৌ এই আইনৰ নির্দিষ্ট ধাৰাৰ অধীনত আয়োগে দেৱানী আদালতৰ কেতবোৰ ক্ষমতা লাভ কৰে। সেই ক্ষমতা দেৱানী বিধি, ১৯০৮ অনুসৰি প্ৰয়োগ কৰাৰ নিয়ম—

যিকোনো ব্যক্তিক উপস্থিত হোৱাৰ চমন জাৰি কৰাৰ লগতে শপতবাক্য পাঠ কৰোৱাই সাক্ষ্য লোৱাৰ উপৰি প্ৰয়োজন সাপেক্ষে কাগজ-পাতিৰ প্ৰমাণ দিবলৈ বাধ্য কৰোৱা।

পাৰ্থপ্ৰতিম দাস

আৰু স.স.

***

---

টোকা ঃ উপৰিউক্ত লেখাটি অসমীয়া খবৰ ২৪ নৱেম্বৰ ২০০৫অত কাকতৰপৰা উদ্ধৃত কৰা হৈছে আৰু যোৰহাট জিলা প্ৰশাসন তথা অসম কৃষি বিশ্ববিদ্যালয়ৰ সহযোগত প্ৰকাশিত "User's Guid on Right to Information" শীৰ্ষক পত্ৰিকাৰপৰা সহায় লোৱা হৈছে।

সপ্তম অধ্যায়

# সংবাদ মাধ্যমৰ সৈতে জড়িত কেইটামান গুৰুত্বপূৰ্ণ বিষয়

## হালধীয়া সাংবাদিকতাৰ সূচনা আৰু ইয়াৰ সুদূৰপ্ৰসাৰী ভূমিকা

সাংবাদিকতা বৃত্তিক কলুষিত কৰা এটা নাম—হালধীয়া সাংবাদিকতা। যিবিলাক কাকত বা আলোচনীত পাঠক-পাঠিকাৰ মনোৰঞ্জনৰ অৰ্থে কেৱল ৰোমাঞ্চ, বিভীষিকা, অশ্লীলতা, যৌন গল্প বা তথ্যেৰে চাঞ্চল্য সৃষ্টিৰ প্ৰচেষ্টা থাকেঁ, সিবিলাকক সস্তীয়া বা হালধীয়া সাংবাদসেৱা বুলি জনা যায়। ই পাঠক-পাঠিকাক মানসিকভাৱে বিভ্ৰান্ত তথা ৰোগগ্ৰস্ত কৰি তোলাত সহায় কৰে। এই ধৰণৰ সাংবাদিকতাত ঘটনাসমূহ বিকৃত বা অতিৰঞ্জিত ৰূপত প্ৰকাশ কৰা হয়। কাহিনীসমূহত খুব কম পাৰিমাণেহে সত্যতা থাকে। নীতি-বিবৰ্জিত উপায়েৰে কাকতৰ প্ৰচলন বঢ়োৱাই এই সাংবাদিকতাৰ উদ্দেশ্য। এই ধৰণৰ সাংবাদিকতাত বিভিন্ন উপায়েৰে পাঠকক প্ৰলোভিত কৰা হয়। ইয়াত মানুহৰ গভীৰ জীৱনবোধক সস্তীয়া মনোৰঞ্জনৰ আহিলা কৰি পেলোৱা হয়। ইয়াৰ আটাইতকৈ বেয়া দিশটো হ'ল—ই পাঠকক প্ৰয়োজনীয় তথ্য যোগান ধৰাৰ পৰিৱৰ্তে সস্তীয়া, নিম্নৰুচিৰ, যৌনগন্ধী আৰু সন্ত্ৰাসৰ বাতৰি যোগান ধৰে।

'নিউ ইয়ৰ্ক ৱৰ্ল্ড' কাকতৰ প্ৰকাশক জোছেফ পুলিট্‌যাৰ (Joseph Pulitzer) আৰু ১৮৮৭ চনত 'ছান ফ্ৰান্সিছকো এক্সামিনাৰ' কাকতত সম্পাদকৰ দায়িত্ব লোৱা উইলিয়াম ৰেনল্ড্‌ফ হাৰ্টছ (William Randlof Hearst) হালধীয়া সাংবাদিকতাৰ জন্মদাতা। হাৰ্টছ সাংবাদিকতাতকৈ প্ৰধানতঃ ৰাজনীতিৰ লগত জড়িত ব্যক্তি আছিল। এক্সামিনাৰ কাকতখন তেওঁ পৈত্ৰিক সূত্ৰে লাভ কৰিছিল। তেওঁ ৰাজনৈতিক উদ্দেশ্যত এই কাকতখন ব্যৱহাৰ কৰিছিল। উইলিয়াম ৰেনল্ড্‌ফ হাৰ্টছ হাৰ্ভাৰ্ডত পঢ়িছিল। কিন্তু অধ্যয়নতকৈ তেওঁ খোৰা-খুনৰ বাবেহে বিখ্যাত আছিল আৰু অৱশেষত তেওঁক বিশ্ববিদ্যালয়ৰপৰা বহিষ্কাৰ কৰা হৈছিল। তেওঁ পুলিট্‌যাৰত 'ৱৰ্ল্ড' কাকতৰপৰা অভিজ্ঞতা আহৰণ কৰিছিল। ছানফ্ৰান্সিছকোলৈ উভতি আহিও তেওঁ নিউ ইয়ৰ্ক পেনী প্ৰেছবিলাকৰপৰা চাঞ্চল্যকৰ বাতৰি পৰিৱেশনৰ কৌশল আয়ত্ত কৰি সেই কৌশল তেওঁৰ কাকতত প্ৰয়োগ কৰিছিল। (পেনী প্ৰেছ = ১৯ শতিকাত নিউ ইয়ৰ্কত অলিয়ে-গলিয়ে কিছুমান একপেনী মূল্যত কাকত বিক্ৰী হৈছিল। অৰ্ধশিক্ষিত আৰু সাধাৰণ শ্ৰেণীৰ লোকৰ মাজত এই কাকতবিলাকে জনপ্ৰিয়তা লাভ কৰিছিল। তেওঁলোকে বিজ্ঞাপনৰপৰা যথেষ্ট আয়

কৰিছিল। এই ধৰণৰ কাকত ছপা কৰা প্ৰেছবিলাকক পেনী প্ৰেছ বোলা হৈছিল।) চকুত লগাকৈ উজ্জ্বল,ডাঙৰ শিৰোনামা আৰু উত্তেজনাপূৰ্ণ খবৰেৰে পূৰ্ণ হাৰ্টছৰ এক্সামিনাৰ কাকতৰ প্ৰচলন দ্ৰুতগতিত বৃদ্ধি পালে। কাকতৰপৰা হোৱা লাভ আৰু প্ৰচলনৰ সংখ্যা দুগুণৰপৰা তিনিগুণলৈ বৃদ্ধি পালে।

৮০ দশকৰ প্ৰথম ভাগত জোছেফ পুলিট্যাৰেও নিউ ইয়ৰ্কত তেওঁৰ ছানডে ৱৰ্ল্ড কাকতৰ প্ৰচলন তিনি লাখলৈ বৃদ্ধি কৰিবলৈ সক্ষম হৈছিল। তেওঁ মহৎ উদ্দেশ্যেৰে পৰিৱেশিত বাতৰিৰ লগতে বিপৰ্যয়, আৱেগিক ঘটনা, চাঞ্চল্যকৰ ফটোগ্ৰাফ আৰু ৰঙীন কাৰ্টুন আদি প্ৰকাশ কৰি পাঠকক আকৰ্ষিত কৰিছিল। পুলিট্যাৰে দুৰ্নীতিগ্ৰস্ত বিষয়াসকলৰ বিৰুদ্ধে; প্ৰশাসনীক সেৱাৰ শুধৰণিৰ বাবে; আমোদ- প্ৰমোদ, অধিক উপাৰ্জন আদিৰ ওপৰত কৰ প্ৰয়োগ আদি মহৎ উদ্দেশ্যৰ লগতে জনমত গঠনৰ বাবেও যত্নপৰ হৈছিল। তেওঁ বাতৰিকাকতত ৰঙীন কমিক অৰ্থাৎ কাৰ্টুন প্ৰকাশৰ বাট কটকটীয়া আছিল । যিটোৱে তেওঁৰ দেওবৰীয়া সংখ্যাৰ প্ৰচলন দ্ৰুতগতিত বৃদ্ধি কৰিছিল । তেওঁৰ এটা কাৰ্টুন চৰিত্ৰ হৈছে টপামূৰীয়া, সোলামুখীয়া, হাঁহি থকা, হালধীয়া আঁচ থকা কাপোৰ পিন্ধা শিশু, যাক 'হালধীয়া শিশু' বুলি অভিহিত কৰা হৈছিল— ইয়েই পিছলৈ প্ৰখ্যাত হৈ পৰিছিল। এই শিশুটিয়ে নিউ ইয়ৰ্কৰ বস্তি অঞ্চলত বসবাস কৰা লোকসকলৰ জীৱনক প্ৰতিফলিত কৰিছিল আৰু ই খুব জনপ্ৰিয় হৈছিল ।

উইলিয়াম ৰেনল্ডফ হাৰ্টছ পাঠকৰ সহানুভূতি আৰু ক্ৰোধ উদ্ৰেককাৰী, নাভূত- নাশ্ৰুত ঘটনা আদি জীৱন্ত ৰূপত অংকিত কৰি পাঠকক আকৰ্ষিত কৰা কৌশল ভালদৰে জানিছিল। হাৰ্টছ ১৮৯৫ চনত নিউ ইয়ৰ্ক জাৰ্নেলখন কিনি লৈ ইয়াৰ ক্ৰমে কমি অহা জনপ্ৰিয়তা বৃদ্ধি কৰি পুলিট্যাৰৰ কাকতক চেৰ পেলাবলৈ দৃঢ় সংকল্পবদ্ধ হয়। 'হালধীয়া শিশু'ৰ জনপ্ৰিয়তা দেখি হাৰ্টছ তেওঁৰ প্ৰতিদ্বন্দ্বী প্ৰতিষ্ঠানৰপৰা কাৰ্টুনিষ্টজনক মোটা অংকৰ দৰ্মহা দি তেওঁৰ কাকতলৈ আনিলে। লগতে তেওঁ অন্যান্য লেখনী আৰু সম্পাদকীয়ও যোগ দিয়ে, তেওঁ প্ৰচুৰ পৰিমাণে কমিক, সংবেদনশীল বাতৰি আৰু সাধাৰণ মানুহৰ স্বাৰ্থত বাতৰি প্ৰকাশ কৰি কাকতৰ প্ৰচলন বঢ়াবলৈ ধৰিলে ।

পুলিট্যাৰ আৰু হাৰ্টছ দুয়োজনেই এজনে আনজনতকৈ সংবেদনশীল বাতৰি প্ৰকাশৰ ভয়ানক যুদ্ধত অৱতীৰ্ণ হয়। এজন সমালোচকৰ মতে—তেওঁলোক দুজনে বাতৰিৰ পৃষ্ঠাবিলাক মৃত্যু, বিভীষিকা, যৌন কেলেংকাৰি, হত্যা, জনপ্ৰিয় দৰবৰ বাতৰি, কৃত্ৰিম- বিজ্ঞান আদিৰে পূৰ্ণ কৰিছিল। এই ধৰণৰ সাংবাদিকতাকেই হালধীয়া সাংবাদিকতা বা 'Yellow Journalism' বুলি কোৱা হয়।

পুলিট্যাৰে শেষত এই হাৰ্টছৰ লগত চলোৱা এই যুদ্ধৰপৰা ১৯০০ চনৰ ভগ্ন স্বাস্থ্যৰ বাবে অব্যাহতি লয় যদিও আমেৰিকাৰ সংবাদ জগতৰ বুৰঞ্জীত এই কালছোৱাক কলংকিত অধ্যায় বুলি কোৱা হয়, তথাপি ইয়াৰ কিছু সুফলো নোহোৱা নহয়। ই সংবাদ জগতলৈ উৎসাহ, প্ৰাণচাঞ্চল্যতা আৰু কৰ্মপ্ৰেৰণা কঢ়িয়াই আনিলে।

দুয়োখন কাকতে অনুসন্ধানমূলক বাতৰিক অগ্ৰাধিকাৰ দিছিল। ই লগতে কিছুমান লেখকক পোহৰলৈ আনিছিল। আনহাতে হালধীয়া সাংবাদিকতাই বাতৰি কাকতৰ অংগসজ্জা,ডাঙৰ হেড লাইন, ফটো, ৰঙীন ছপা আদিৰ দিশত বহুতো গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাই থৈ যায়।

সাংবাদিকৰ কৰ্তব্য সম্পৰ্কে ফ্ৰেজাৰ বন্দে কৈছে যে (ক) সংবাদপত্ৰ বা আলোচনী আত্মনিৰ্ভৰশীল হ'ব লাগিব (খ) পক্ষপাতিত্বহীন হ'ব লাগিব (গ) নিৰ্ভুল হ'ব লাগিব (ঘ) সতৰ্ক হ'ব লাগিব (ঙ) শালিনতা মানি চলিব লাগিব আৰু (চ) দায়িত্বজ্ঞান সম্পন্ন হ'ব লাগিব। যিবিলাক সংবাদপত্ৰ বা আলোচনীয়ে চাঞ্চল্যৰ সৃষ্টি আৰু ব্যৱসায় বৃদ্ধিৰ অৰ্থে সঁচাই-মিছাই 'জণ্ডিছ' ৰোগীৰ হালধীয়া মলৰ দৰে বেয়া লগা পাঠক-পাঠিকাক আপ্যায়িত কৰে, সিবিলাকক ৰাইজে চিনি পাব লাগিব, ত্যাগ কৰিব লাগিব। সাহিত্য এখন দেশৰ নাগৰিকৰ প্ৰতিচ্ছবিৰ দৰে, সংবাদসেৱাও ৰাইজৰ দাপোণ। ৰাইজে নিবিচৰা সামগ্ৰী ব্যৱসায়ীয়ে জোৰ কৰি দিব নোৱাৰে। ৰাইজে বুজা উচিত হালধীয়া কাকতৰ সংবাদসেৱী, সমাজসেৱী নহয় হাড়ে-হিমজুৰে ব্যৱসায়ী।

ভালে-বেয়াই মানুহ হোৱাৰ দৰে সংবাদপত্ৰ আলোচনীৰো ভাল-বেয়া আছে। ৰাইজে তাক বাচি সস্তীয়া হালধীয়াখিনি, পেলনীয়া কাকতৰ পাচিত পেলাব লাগে।

(*স.স.*)

## সংবাদ ফটো আৰু ইয়াৰ প্ৰয়োজনীয়তা

ফটোগ্ৰাফিৰ ভাষা হ'ল সমগ্ৰ বিশ্বৰ মানুহৰ ভাষা। এই ভাষা, পৃথিৱীৰ একমাত্ৰ অন্ধৰ বাহিৰে সকলোৱে বুজিব পৰা ভাষা, তাৰোপৰি ই এক বাস্তৱ সত্য, আৰু অতি বিশ্বাসেৰে গ্ৰহণযোগ্য ভাষা। কোনো ধৰণৰ আখৰ ব্যৱহাৰ নকৰাকৈ কেৱল ফটোগ্ৰাফৰদ্বাৰা দিনটোৰ ঘটনাৱলীৰ এখন দৈনিক ফটো সংবাদপত্ৰ প্ৰকাশ কৰিব পাৰি। যাৰদ্বাৰা সেই দিনটোৰ ঘটনাৱলী আমি নভবাকৈ চকুৰে দেখি বুজিব পাৰিম আৰু এনে সংবাদপত্ৰ সমগ্ৰ পৃথিৱীত বিতৰণ কৰিব পাৰি। যাৰদ্বাৰা সমগ্ৰ বিশ্বক আমাৰ কথা, আমাৰ অৱস্থা, আমাৰ সংস্কৃতি, আমৰ প্ৰকৃতিৰ পৰিৱেশ বুজাব পাৰি। ফটোগ্ৰাফ সৃষ্টিৰ আগতে অকল চিত্ৰ নাইবা খোদিত চিত্ৰৰদ্বাৰা আমি আমাৰ ভাব-ভাবনাক বুজাব পাৰিছিলোঁ। কিন্তু সময়ৰ পৰিৱৰ্তনৰ লগে লগে স্থিৰ চিত্ৰ, চলচ্চিত্ৰৰ মাধ্যমে পৃথিৱীৰ প্ৰতি মুহূৰ্তৰ ঘটনাৱলীক মানুহৰ সমুখলৈ আনি দিব পাৰিছে। ফটোগ্ৰাফে এতিয়া ত্ৰিভূৱন জয় কৰিছে। স্বৰ্গ, মৰ্ত্য,পাতাল ক'ত কি আছে সেয়া আমি ফটোগ্ৰাফৰ মাধ্যমেৰে জানিব পাৰিছোঁ। লগতে পৃথিৱীৰ প্ৰতি মুহূৰ্তৰ ঘটনাৱলীও। সেয়েহে ফটোগ্ৰাফক বাদ দি আমি আজি চলিব নোৱাৰোঁ আৰু সংবাদপত্ৰৰ বাবেও ই আজি অতি প্ৰয়োজনীয় উপাদানৰূপে স্থিতি লৈছে।

সংবাদপত্ৰত ফটোগ্ৰাফিয়ে অতি গুৰুত্বপূৰ্ণ ভূমিকা লাভ কৰিছে। এতিয়া ফটো

অবিহনে সংবাদপত্র আৰু নিমখ অবিহনে তৰকাৰি খোৱা যেনহে লাগিব। ফটোগ্রাফ সত্য বুলিয়েই এয়া অতি বিশ্বাসযোগ্য। কাৰণ সংবাদপত্রত যদি ডাঙৰ ডাঙৰ আখৰেৰে যিকোনো এক বহুল সংবাদ পৰিৱেশন কৰিলে, সেয়া পাঠকৰ মনত সত্যতা সম্বন্ধে সন্দেহ নাইবা প্রশ্ন জাগিব পাৰে। কিন্তু যদি তেনে সংবাদৰ লগতে এখন ফটো প্রকাশ পায়, তেতিয়া হ'লে পাঠকৰ মনৰ সন্দেহ নাথাকে আৰু তেনে এক ঘটনা নাইবা দুৰ্ঘটনা ফটোগ্রাফিৰদ্বাৰা পাঠকৰ অন্তৰ স্পৰ্শ কৰিব পৰা যাব।

ফটোসাংবাদিকতা, সংবাদ ফটোৰ বিষয়ে জানিবলৈ হ'লে আমি পিছলৈ ঘূৰি চাব লাগিব। ১৭০৭ খ্রিষ্টাব্দ, ব'ষ্টনৰ নিউজলেটাৰত কাঠৰ খোদাই কৰি ৰেখাচিত্রৰ প্রয়োগ কৰা হৈছিল। তাৰ পাছত কিছু উন্নতি লাভ কৰে ১৮৭২ "নিউ ইয়র্ক ডেইলি গ্রাফি" পত্রিকাত। উনবিংশ শতিকাৰ আৰম্ভণিৰপৰাই আলোকচিত্রৰ ক্রমবিকাশ ঘটে ফ্রান্সত। তাৰ আগতে অৱশ্যে ১৮৯৭ চনত ২১ জানুৱাৰিত "নিউ ইয়র্ক ত্রিবুন" পত্রিকাত সর্বপ্রথম আলোকচিত্র প্রকাশ পায়। তেতিয়াৰপৰা আজিলৈকে বিভিন্নভাৱে সংবাদ চিত্রৰ ক্রমবিকাশ ঘটি, ফটোগ্রাফ আজি ত্রিভূৱন জয়ৰ লগতে সমগ্র বিশ্ববাসীৰ অন্তৰ জয় কৰিব পাৰিছে।

আমাৰ সংবাদ ফটো সংগ্রহ কৰা ফটোগ্রাফাৰসকললৈ মোৰ অনুৰোধ যে, তেওঁলোকে যেন সংবাদ ফটো সংগ্রহৰ সময়ত বিশেষভাৱে লক্ষ্য ৰাখে যে ফটোগ্রাফাৰে যিটো সংবাদ পৰিৱেশন কৰিব বিচাৰিছে সেই ফটোখনত সেইটো সংবাদৰ গুৰুত্বৰ লগতে এক উন্নত মানৰ কলাসুলভ হৈছেনে নাই আৰু ফটোগ্রাফৰ ভূমিকা এনে হ'ব যাতে ফটোখনৰদ্বাৰা সংবাদটো অতি সহজে চকুত পৰে। ইয়াৰ বাবে প্রয়োজন ফটোগ্রাফাৰৰ এটি সুন্দৰ দৃষ্টি, শিল্পী মনৰ ভাব ভাবনা।

ফটোগ্রাফিৰ সেই ১৯ শতিকাৰ মধ্যভাগৰ সেই কঠিন অৱস্থাৰপৰা ফটোগ্রাফৰ দ্রুত ক্রমবিকাশৰ মাধ্যমেৰে আহি আহি অতি উন্নত মানৰ কেমেৰা ডিজিটেল যুগত প্রৱেশ কৰিছোঁ। সেয়েহে আজি যিকোনো ফটোগ্রাফ অতি দ্রুততাৰে সমগ্র বিশ্বত পৰিৱেশন কৰিব পৰা হৈছে। ই আমাৰ সংবাদ জগতৰ বাবে এটা অতি আনন্দৰ কথা।

সংবাদ ফটোগ্রহণ কৰিবলৈ হ'লে যিকোনো ভাল ফটোগ্রাফি বিষয়ৰ শিক্ষাকেন্দ্রৰ পৰা প্রশিক্ষণ লোৱা উচিত। কাৰণ বিজ্ঞানভিত্তিক ফটোগ্রাফিৰ জ্ঞান একান্ত প্রয়োজন। নহ'লে আন্ধাৰত হাতী দেখাৰ দৰে হয়।

প্রখ্যাত ফটো জার্নেলিষ্ট এলিয়ট এফিলছনে ফটো জার্নেলিষ্ট হ'ব খোজাসকলৰ গুণৰ বিষয়ে এনেদৰে কৈছে —

ক) সাংবাদিকজনৰ বোধ আৰু অনুভৱ শক্তি প্রখৰ হ'ব লাগে।

খ) তেওঁ ফটোগ্রাফি কৌশল আয়ত্ত কৰিব লাগে। আৰু

গ) তেওঁৰ অন্তৰ মানৱীয় আৱেদনেৰে ভৰপূৰ হ'ব লাগে।

❒ অমূল্য মান্না

## ফটো সাংবাদিকতা

সংবাদ মাধ্যমত ফটো সাংবাদিকতাৰ গুৰুত্ব অপৰিসীম। এটা সংবাদৰদ্বাৰা প্ৰকাশ কৰিবলৈ সক্ষম নোহোৱা কোনো এটা বিষয় কেতিয়াবা পাঠকৰ ওচৰত এখন ফটোগ্ৰাফেই সুন্দৰকৈ দাঙি ধৰে। অৱশ্যে এই ক্ষেত্ৰত সম্পূৰ্ণ সাফল্য নিৰ্ভৰ কৰে ফটো সাংবাদিকজনৰ দক্ষতা তথা তেওঁৰ দৃষ্টিভংগীৰ ওপৰত। তদুপৰি ফটোগ্ৰাফী সম্পৰ্কীয় জ্ঞান আৰু অভিজ্ঞতাইহে এই ক্ষেত্ৰত পূৰামাত্ৰা প্ৰদান কৰিব পাৰে। শেহতীয়াকৈ ফটো সাংবাদিকতাৰ জগতত ডিজিটেল কেমেৰাৰ প্ৰৱেশে সমগ্ৰ বিষয়টোলৈকে এক আমূল পৰিৱৰ্তন কঢ়িয়াই আনিছে। ডিজিটেল কেমেৰাৰ প্ৰৱেশৰ লগে লগে ফটো সাংবাদিকতাৰ সম্প্ৰতি এক নতুন যুগ আৰম্ভ হৈছে বুলিব পাৰি। যিকোনো ডিজিটেল কেমেৰাৰে ফটো সংগ্ৰহ কৰি লেবৰেটৰিলৈ নোযোৱাকৈয়ে ইণ্টাৰনেটৰ সহায়ত মূহূৰ্তৰ ভিতৰতে কোনো এখন ফটোগ্ৰাফ সাংবাদিক এজনে বিশ্বৰ সকলো প্ৰান্তলৈ প্ৰেৰণ কৰিবলৈ বৰ্তমান সক্ষম হৈছে। অতিশয় উন্নত প্ৰযুক্তিৰে নিৰ্মিত এই ডিজিটেল কেমেৰাৰ ফটোগ্ৰাফসমূহৰ মানো অতি উচ্চ খাপৰ আৰু কোনো কাৰণতে ফটোগ্ৰাফ বেয়া হোৱাৰো কোনো আশংকা ফটো সাংবাদিকে আজি আৰু কৰিব নালাগে। অৱশ্যে ডিজিটেল কেমেৰাৰ মূল্য অত্যন্ত বেছি, গতিকে কেৱল সংবাদ-পত্ৰসমূহৰ ষ্টাফ ফটোগ্ৰাফাৰসকলেহে এই কেমেৰা ব্যৱহাৰ কৰা সাধাৰণতে দেখা যায়। ইয়াৰ বিপৰীতে অধিকাংশ ফটো সাংবাদিকে সাধাৰণ এছ-এল-আৰ কেমেৰাই বৰ্তমান ব্যৱহাৰ কৰি আছে। এজন ফটো সাংবাদিকে ডিজিটেল বা সাধাৰণ যি কেমেৰাই কৰ্মক্ষেত্ৰত ব্যৱহাৰ নকৰক লাগে ফটো সাংবাদিকতাৰ মূল ধাৰণা উভয়ৰ ক্ষেত্ৰতেই প্ৰযোজ্য। অৰ্থাৎ কোনো এটা খবৰ বিশ্বস্ততা অৰ্জনৰ বাবেই প্ৰকাশ কৰা হয় কেতবোৰ বিশেষ ফটোগ্ৰাফ। এনে ফটোগ্ৰাফাৰ মূল বৈশিষ্ট্যই হ'ল খবৰ। যিটো সকলো ফটোগ্ৰাফাৰে বৈশিষ্ট্য অথবা উপজীব্য নহয়।

## সংবাদ ফটোৰ শ্ৰেণীবিভাগ

ফটো সাংবাদিকতাৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ পূৰ্বে সংবাদ ফটোৰ প্ৰাথমিক শ্ৰেণীকেইটাৰ বিষয়ে জানি থোৱা ভাল। সংবাদ ফটোক মূলতঃ তিনিটা ভাগত বিভক্ত কৰা হৈছে। সেইকেইটা হ'ল (১) সাধাৰণ সংবাদ ফটো (General news Photo) (২) হঠাতে সংঘটিত কোনো ঘটনা বা দুৰ্ঘটনাৰ ফটো (Hard New Photo/Spot news Photo) আৰু (৩) নৰম খবৰৰ ফটো (Soft News Photo)। সংবাদপত্ৰত সাধাৰণতে হঠাতে সংঘটিত কোনো ঘটনা বা দুৰ্ঘটনাৰ ফটো অৰ্থাৎ হাৰ্ড নিউজ ফটোৰেই গুৰুত্ব বেছি। কিন্তু এই তিনিও প্ৰকাৰৰ ফটোৰ মূল বৈশিষ্ট্য অথবা উপজীব্য হ'ল খবৰ।

সংবাদপত্ৰত এই তিনিও প্ৰকাৰৰ ফটোৰেই ব্যৱহাৰ কৰা হয় যদিও পাঠকৰ ওচৰত হাৰ্ড নিউজ ফটোৰেই জনপ্ৰিয়তা অধিক। জেনেৰেল নিউজ ফটো বা ছফ্ট নিউজ ফটোৰ

সৈতে হাৰ্ড নিউজ ফটোৰ কেইবাটাও পাৰ্থক্য আছে। অৰ্থাৎ হাৰ্ড নিউজ ফটোৰ প্ৰধান চৰ্তই হ'ল (১) এনে ফটোগ্ৰাফৰ তাৎক্ষণিক সংবাদ মূল্য থাকিব লাগিব (২) আকস্মিকতা থাকিব লাগিব (৩) সম্পূৰ্ণ সত্যতা হ'ব এনে ফটোৰ অন্যতম ভূষণ (৪) হাৰ্ড ফটোগ্ৰাফৰ সৈতে পৰিৱেশিত কোনো সংবাদক এনে ফটোগ্ৰাফে অধিক মনোগ্ৰাহী ৰূপত প্ৰকাশ কৰাত শক্তিশালী ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হ'ব লাগিব । আনহাতে সাধাৰণ সংবাদ ফটো অৰ্থাৎ জেনেৰেল নিউজ ফটোৰ গুৰুত্ব সংবাদপত্ৰত কোনা গুণেই কম নহয়। ট্ৰেফিক জাম, সাধাৰণ সমদল, সমাৱেশ আদিৰ ফটোক এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব পাৰি। নৰম খবৰৰ ফটো অৰ্থাৎ ছফ্‌ট নিউজ ফটোৰ বৈশিষ্ট্য হ'ল (১) তাৎক্ষণিক সংবাদ মূল্যহীন (২) অনুসৰণকাৰী খবৰৰ ফটোগ্ৰাফ (৩) নেপথ্য সংবাদৰ ফটোগ্ৰাফ (৪) নান্দনিক ফটোগ্ৰাফ (৫) কোনো সংবাদৰ পৰিপূৰক ফটোগ্ৰাফ। ছফ্‌ট নিউজ ফটোৰ বিষয়সমূহো হ'ব পাৰে বিচিত্ৰ । যেনে -জীৱন-জীৱিকা, শিল্প-সংস্কৃতি, প্ৰকৃতি-বিজ্ঞান আদি । এইদৰে প্লাৱন, খৰাং অথবা দুৰ্ভীক্ষ সম্পৰ্কীয় ছফ্‌ট নিউজ ফটোও কেতিয়াবা হাৰ্ড নিউজ ফটোৰ পৰিপূৰক হৈ উঠিব পাৰে । ছফ্‌ট নিউজ ফটোৰ সাফল্য পূৰামাত্ৰাই নিৰ্ভৰ কৰে সাংবাদিকজনৰ মননশীলতাৰ ওপৰত ।

## ফটো সাংবাদিক

সংবাদপত্ৰৰ অন্যতম মুখ্য কৰ্মী হ'ল সাংবাদিক । ফটো সাংবাদিক হ'ল তেওঁৰ সহযোগী কৰ্মী । কিন্তু সংবাদপত্ৰৰ ফটোগ্ৰাফাৰজন সাধাৰণ ফটোগ্ৰাফাৰ নহয়, তেওঁৰ ফটোত নাথাকে গতানুগতিকতা, মূলতঃ তেওঁ এজন সাংবাদিক। তেওঁ কলমৰ পৰিৱৰ্তে ব্যৱহাৰ কৰে মাত্ৰ কেমেৰা। সংবাদপত্ৰত দুয়োজন অৰ্থাৎ সাংবাদিক আৰু ফটো সাংবাদিকৰ গুৰুত্ব সমান । ফটো সাংবাদিক এজনৰ সাফল্য নিৰ্ভৰ কৰে তেওঁৰ দৃষ্টিভংগী কাৰিকৰী জ্ঞান তথা শিল্পীসুলভ মনোভাবৰ গভীৰতাৰ ওপৰত। সঠিকভাৱে ফটো তোলাৰ সাফল্যৰ বাবে টেকনিকেল পাৰফেকছন অৰ্থাৎ কাৰিকৰী যথাৰ্থতা এজন ফটোসাংবাদিকৰ বাবে অতিশয় গুৰুত্বপূৰ্ণ । তদুপৰি তেওঁৰ সাংবাদিকৰ দৰেই বিশ্বৰ সাম্প্ৰতিক সামাজিক, ৰাজনৈতিক তথা অন্যান্য ঘটনাৱলী সম্পৰ্কে গভীৰ জ্ঞান তথা অধ্যয়ন স্পৃহাও থাকিব লাগিব। তেতিয়াহে এজন ফটো সাংবাদিকে সঠিক দৃষ্টিভংগীৰপৰা ফটো তুলিবলৈ সক্ষম হ'ব ।

## সংবাদ ফটোৰ প্ৰধান চৰ্ত

সংবাদ ফটোৰ ক্ষেত্ৰত EDFAT শব্দতো প্ৰায়েই ব্যৱহাৰ কৰা হয়। ইয়াৰ অৰ্থ হ'ল E অৰ্থাৎ Entire – সামগ্ৰিকতা, D অৰ্থাৎ Details-বিস্তৃত, F অৰ্থাৎ Frame চাৰিসীমা, A অৰ্থাৎ Angle আৰু T অৰ্থাৎ Time সময়। এজন ফটো সাংবাদিকে গভীৰ নিষ্ঠা থাকিলেহে এই পাঁচটা বিষয় আয়ত্ত কৰিবলৈ সক্ষম হ'ব। প্ৰসংগক্ৰমে

উল্লেখ কৰিব পাৰি যে সংবাদজগতত ষ্টিল ফটোগ্ৰাফীৰ লগতেই প্ৰায় সমানে ভি. ডি অ' নিউজ ফটোগ্ৰাফীও অতি গুৰুত্বপূৰ্ণ হৈ উঠিছে। অৱশ্যে ষ্টিল কেমেৰাবাহক ফটো সাংবাদিকৰ কামৰ সৈতে ভি.ডি. অ' নিউজ ষ্টিল কেমেৰাবাহক ফটোগ্ৰাফীৰ কোনো বিশেষ পাৰ্থক্য নাই। পাৰ্থক্য থাকে ইমানেই যে ভি. ডি. অ' কেমেৰাৰ ভিতৰত মাত্ৰ সংলগ্ন থাকে চলন্ত ফ্ৰিম । ইয়াৰ প্ৰধান সুবিধা হ'ল ভি. ডি. অ' কেমেৰাত কোনো খবৰৰ ছবি মিচ হোৱাৰ সম্ভাৱনা নাথাকে। ভি. ডি. অ' কেমেৰাৰে সংগ্ৰহ কৰা চলন্ত ছবিসমূহৰপৰা নিৰ্বাচিত কোনো বিশেষ অংশ কম্পিউটাৰৰ যোগেদি ডিজিটেল প্ৰিণ্টাৰৰ সহায়ত ষ্টিল ফটোগ্ৰাফ হিচাপে প্ৰিণ্ট কৰি ল'বও পাৰি । ইয়াৰ বাবে ফটো সাংবাদিকজনৰ প্ৰয়োজন হ'ব কম্পিউটাৰৰ কাৰিকৰী জ্ঞান ।

## ফটো সাংবাদিকৰ কাৰিকৰী জ্ঞান

ফটো সাংবাদিকতা অৰ্থাৎ ফটো জাৰ্নেলিজিমত সাফল্য লাভ কৰাৰ বাবে এজন ব্যক্তিক কেমেৰা আৰু ফটো লেবৰেটৰি তথা কম্পিউটাৰৰ প্ৰচুৰ কাৰিকৰী জ্ঞানৰ প্ৰয়োজন। ইয়াৰ বাবে তেওঁ অধ্যয়ন কৰিব লাগিব ফটোগ্ৰাফীৰ সমগ্ৰ বিষয়টোৱেই। ফটোগ্ৰাফীৰ শেহতীয়া ধাৰা সম্পৰ্কে অৱগত হ'বলৈ এজন ফটো সাংবাদিকে, বেটাৰ ফটোগ্ৰাফী, লেটেষ্ট ফটোগ্ৰাফী আদি জাৰ্নেলসমূহ নিয়মিতভাৱে অধ্যয়ন কৰা প্ৰয়োজন। তদুপৰি তেওঁৰ কেমেৰাৰ ছাটাৰ স্পীড আদিৰ বিষয়েও প্ৰচুৰ জ্ঞান থাকিব লাগিব। লগতে তেওঁৰ কেমেৰাৰ ছাটাৰ-স্পীড, এপাৰেচাৰ, ফোকাচৰ জ্ঞান, ডেপথ অৱ ফিল্ড, ফ্ৰিমস্পীড আদিৰ বিষয়েও প্ৰচুৰ জ্ঞান থাকিব লাগিব। এছ.এল. আৰ. কেমেৰাত ব্যৱহাৰ হোৱা ৱাইড এংগল, নেৰ এংগল, ফিছ–আই, টেলি, জুম আদি বিভিন্ন লেন্সৰ কাৰ্যপ্ৰণালীও জানিব লাগিব। বিভিন্ন বতৰত পোহৰৰ তীব্ৰতাৰ সৈতে সামঞ্জস্য ৰাখি উৎকৃষ্ট ফটোৰ বাবে ব্যৱহাৰ কৰা ফিল্টাৰসমূহৰ জ্ঞানো সঠিকভাৱে অৰ্জন কৰিব লাগিব এজন ফটো সাংবাদিকে। ডাৱৰীয়া বতৰ বা অত্যন্ত কম পোহৰতে কৌশলেৰে সুস্পষ্ট ফটো তোলাৰ দক্ষতা এজন ফটো সাংবাদিকৰ বাবে অতি বাঞ্ছনীয়। ক্ৰীড়াক্ষেত্ৰত ফটো তোলাৰ বাবেও ফটো সাংবাদিকসকলক কিছু অতিৰিক্ত অভিজ্ঞতাৰ প্ৰয়োজন। সাধাৰণতে ক্ৰীড়া ক্ষেত্ৰত ফটো নৰ্মেল লেন্স বা লংফোকাছ টেলিলেন্সৰেই তোলা হয়। কেৱল ফটো তোলাই নহয় অতি কম সময়ৰ ভিতৰতে ষ্টুডিঅ'লৈ অপেক্ষা নকৰি নিজৰ ফটো লেবৰেটৰিত ফটো প্ৰিণ্ট কৰাৰ জ্ঞানো ফটো সাংবাদিকৰ বাবে অতি প্ৰয়োজন।

## কৰ্মক্ষেত্ৰত মৃত্যুৱেও অপেক্ষা কৰিব পাৰে

কিছুক্ষেত্ৰত ফটো সাংবাদিকতা কাৰোবাৰ বাবে আনন্দদায়ক এক কলা হ'লেও সময় বিশেষে ই অতি বিপদজনকো হৈ উঠিব পাৰে। দলীয় সংঘৰ্ষ, সাম্প্ৰদায়িক

সংঘৰ্ষ, আৰক্ষীৰ লাঠীচালনা বা গুলীচালনা আদিৰ ফটো তুলিবলৈ গৈ কেতিয়াবা ফটো সাংবাদিক অপদস্থ বা প্ৰহৃত হ'ব লগাও হয়। এনে ক্ষেত্ৰত ফটো সাংবাদিকজনৰ নিৰাপত্তা তেওঁ নিজেই সুনিশ্চিত কৰি লোৱাৰ প্ৰয়োজন। পৰিস্থিতি সাপেক্ষে পৰাপক্ষত নিজৰ পৰিচয় গোপন কৰি, সুবিধাজনকভাৱে কোনো ওখ ভৱনৰ ওপৰত আশ্ৰয় গ্ৰহণ কৰি বা বৈ থকা যান-বাহন আদিৰ ভিতৰৰপৰাই জুম বা টেলিলেন্সেৰে ফটো তুলি তৎক্ষণাতে উক্ত স্থান ত্যাগ কৰা উচিত। লাঠীচালনা বা গুলীচালনাৰ সময়ত আৰক্ষী বা নিৰাপত্তা বাহিনীৰ পিছফালে অৱস্থান গ্ৰহণ কৰি ফটো তোলাৰ ব্যৱস্থা কৰিব লাগে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে যুদ্ধক্ষেত্ৰত নিহত সাংবাদিকসকলৰ অধিকাংশই হ'ল ফটো সাংবাদিক।

❑ অশোক কুমাৰ বৰুৱা

## ফিচাৰ

আভিধানিক দিশৰপৰা 'ফিচাৰ'(Feature) শব্দৰ অৰ্থ কেইবাটাও। কিন্তু এই আটাইকেইটাৰ অৰ্থই সাংবাদিকতাৰ ক্ষেত্ৰখনত প্ৰযোজ্য হোৱা 'ফিচাৰ' শব্দৰ সৈতে মিল নাই। সাংবাদিকতাৰ দিশৰপৰা ইয়াৰ সংজ্ঞা এনেদৰে দিব পাৰি- ফিচাৰ হৈছে সংবাদৰ এক ধাৰা, য'ত থাকিব সংবাদ, সংবাদৰ ব্যাখ্যা, বিশ্লেষণ,আলোচনা, প্ৰামাণ্য নথি, ভৱিষ্যতৰ ভাবনা, শিক্ষা আৰু বিনোদনমূলক উপকৰণ। অৰ্থাৎ কেৱল খবৰেই নহয়, নেপথ্য সংবাদেই ফিচাৰৰ অন্যতম প্ৰধান উপজীব্য। এম.ভি. কামাথে ফিচাৰ সম্পৰ্কে কৈছে -'every feature arises out of a news item; the news does not tell the whole story; it is left to the feature writer to fill in the blanks. The feature becomes attractive in direct proportion to the element of curiosity stirred by news item'

সাংবাদিকতাৰ ক্ষেত্ৰত নতুন বস্তুক পাঠকৰ লগত পৰিচয় কৰি দিয়া আৰু পৰিচিত বস্তুক নতুন পদ্ধতিৰে পাঠকৰ কাষ চপাই দিয়াই হৈছে ফিচাৰধৰ্মী প্ৰতিবেদন। সাধাৰণতে কঠিনধৰ্মী সাংবাদৰ প্ৰতি মাজে মাজে পাঠকৰ মনত বিৰক্তি ভাব আহে। অৰ্থাৎ এই কঠিন সংবাদ বোৰক (Hard News) অলপ বেলেগ উপস্থাপন কৌশলৰ মাধ্যমত পাঠকক জনোৱাই হৈছে ফিচাৰধৰ্মী সংবাদ। সংবাদৰ অন্যদিশ সম্পৰ্কে সাধাৰণ পাঠকৰ আগ্ৰহক মিলাই দিয়াই হ'ব ফিচাৰ লেখকৰ প্ৰাথমিক কৰ্তব্য। এক অৰ্থত ফিচাৰ সংবাদ নহয়। অন্যহাতে ই সম্পূৰ্ণ সংবাদ। য'ত সৃষ্টিমূলক প্ৰচেষ্টা থাকিব। য'ত মনৰ যিকোনো এক অৱচেতন দিশক স্পৰ্শ কৰাৰ উপাদান থাকিব। যিটো পঢ়ি পাঠক মুগ্ধ হ'ব, ভাবিবলৈ ধৰিব, উদ্বিগ্ন হ'ব,উৎসাহিত হ'ব, অনুপ্ৰেৰণা পাব আৰু হাঁহি-কান্দোনৰ খোৰাক পাব।

বিশিষ্ট সাংবাদিকসকলৰ মতে - 'A feature is creation of major news out of

a minor news item or event by accentuating the human interest element' ফিচাৰৰ উদ্দেশ্য হ'ব - ১) সংবাদ জনোৱা ২) শিক্ষা দিয়া ৩) আনন্দ দিয়া। স্বাভাৱিকভাৱে ফিচাৰৰ অন্যতম উপাদান হৈ পৰে - ১) ব্যাখ্যা বিশ্লেষণ ২) উদ্ভাৱন ৩) ভাবপ্ৰকাশ বা আৱেগ আৰু ৪) সংবাদ। ধৰা হওক ভ্ৰাম্যমান থিয়েটাৰে জনসাধাৰণৰ মাজত ব্যাপক জনপ্ৰিয়তা লাভ কৰিছে। এতিয়া অসমত ভ্ৰাম্যমানৰ বিষয়ে ফিচাৰ যুগুত কৰিবলৈ হ'লে এই ভ্ৰাম্যমান থিয়েটাৰ কেতিয়া, কেনেকৈ, ক'ত, কোনে আৰম্ভ কৰিছিল। প্ৰথম অৱস্থাৰ ভ্ৰাম্যমান আৰু বৰ্তমানৰ ভ্ৰাম্যমানৰ মাজত কি কি পৰিৱৰ্তন হৈছে। ইয়াত অভিনয় কৰা শিল্পীসকল সমাজৰ কোন শ্ৰেণীৰপৰা আহিছে। কেনে ধৰণৰ নাটকৰপৰা এই ভ্ৰাম্যমানে বিশেষ সঁহাৰি পাইছে। নিবনুৱাৰ সংস্থাপনত এই ভ্ৰাম্যমান দলবোৰে সহায় কৰিছেনে? মহিলা শিল্পী, অভিনেত্ৰীসকলে কেনে পাৰদৰ্শিতা দেখুৱাইছে আদি বিষয় সামৰি এক আকৰ্ষণীয় ফিচাৰ প্ৰতিবেদন যুগুত কৰিব পাৰি। আকৌ প্ৰলয়ংকাৰী ধুমুহাত কোনো এক অঞ্চলৰ বহুতো ধন-জন হানি হ'ল। হঠাতে কোনো এক পৰিয়ালৰ এটি শিশু আৰু ঘৰৰ অতি বিশ্বাসী কুকুৰ দুদিনৰ পিছত একেলগে ভগ্নপ্ৰায় ঘৰৰ বয় বস্তুৰ চেপাৰ মাজৰপৰা অক্ষত অৱস্থাত উদ্ধাৰ হ'ল। এইটোও এটা খবৰ। ইয়াক ফিচাৰৰ ৰূপত পৰিৱেশন কৰিব পাৰি। এই শিশু আৰু কুকুৰটো কেনে অৱস্থাত কোনে দেখিলে, কেনেকৈ উদ্ধাৰ হ'ল আদি বিষয় সামৰি পৰিয়াল তথা নিকট সম্বন্ধীয়সকলৰ প্ৰতিক্ৰিয়া আদিবোৰেই হ'ব ফিচাৰৰ বৈশিষ্ট্য। ইয়াৰ সৈতে পুৰণি এক সংগতিপূৰ্ণ ঘটনা যোগ দিব পাৰি।

**ফিচাৰৰ প্ৰকাৰ :** ফিচাৰ কিমান প্ৰকাৰৰ বা কোনবোৰ বিষয় লৈ ফিচাৰ ৰচনা কৰা হয়, ইয়াৰ কোনো ধৰাবন্ধা নিয়ম নিৰ্দিষ্টকৈ দিয়া সম্ভৱ নহয়। আমি চকুৰে যি দেখিছোঁ এই সকলোবোৰ লৈয়ে ফিচাৰ লিখিব পাৰি। গুৰুত্বপূৰ্ণ কথা হ'ল, এই দেখা ঘটনাবোৰ চকুৰে দেখি যোৱাৰ লগে লগে মনৰ ছবিখনটো তাক সমুচিত ৰূপত দাঙি ধৰিব পাৰিব লাগিব। অন্তৰ্দৃষ্টিৰে চালে সকলো বিষয়কে ফিচাৰৰ শাৰীলৈ নিব পাৰি।

তথাপি ফিচাৰক সাধাৰণতে দুভাগত ভগাব পাৰি— ১) সংবাদধৰ্মী ফিচাৰ আৰু ২) মানৱীয় আবেদন সমৃদ্ধ ফিচাৰ।

**১) সংবাদধৰ্মী ফিচাৰ ঃ** কোনো সংবাদৰ পটভূমিত লেখা ফিচাৰকে সংবাদধৰ্মী ফিচাৰ বুলি কোৱা হয় এই ধৰণৰ ফিচাৰৰ সৈতে অত্যন্ত ঘনিষ্ঠভাৱে জড়িত থাকে সময়। অৰ্থাৎ সমসাময়িক ঘটনাৱলীক লৈয়ে এই ফিচাৰ যুগুত কৰা হয়। প্ৰকাশিত কোনো খবৰৰ বিষয়ে পাঠকে যি জানে, তাতকৈ অধিক ৰূপত পাঠকক জনোৱাটোৱেই এই ধৰণৰ ফিচাৰৰ উদ্দেশ্য। কেতিয়াবা কেতিয়াবা আচম্বিতে কোনো ঘটনাস্থলীত সাধাৰণ সংবাদৰ সন্ধান ওলাই যাব পাৰে। তেতিয়াই দৃষ্টি আৰু মানসিক অনুভূতিৰ তাড়নাত সৃষ্টি হ'ব সংবাদধৰ্মী ফিচাৰ। সাংবাদিকে সেই খবৰৰ মাজৰপৰাই নিগৰাই আনিব লাগিব ফিচাৰৰ উৎস। এটা কথা মনত ৰখা প্ৰয়োজন

যে সংবাদধৰ্মী ফিচাৰত কল্পনা প্ৰৱণতাৰ সুযোগ যথেষ্ট কম। শিক্ষা, সাহিত্য, সংস্কৃতি, সমাজ চেতনা, অৰ্থনীতি, ইতিহাস, ৰাজনীতি আদি যি বিষয়েই নহওক কিয় সংবাদৰ এই সকলো স্তৰতে ফিচাৰধৰ্মী লেখাৰ উপাদান থাকে। কিন্তু ইয়াক বিচাৰি উলিওৱাটো নিৰ্ভৰ কৰে ফিচাৰ লেখকৰ পেছাদাৰী মনোভাবৰ ওপৰত।

সংবাদধৰ্মী ফিচাৰৰ অন্যতম চৰ্ত যেনেকৈ কল্পনাপ্ৰৱণ হ'লে নহ'ব তেনেদৰে বাস্তৱ সত্যক প্ৰামাণিক দলিল বা তথ্যসংযোগ কৰি সম্পূৰ্ণ বিশ্বস্ত কৰি তুলিব পাৰিব লাগিব। নেপথ্যৰ সংবাদৰ ভৰ লৈ যদি ফিচাৰ গধুৰ হৈ যায় তেন্তে তাত ক্ষতি নাই। বৰং সজাগ হ'ব লাগিব যাতে নেপথ্য সংবাদৰ লগত সাম্প্ৰতিক সংবাদৰ যোগাযোগ ভাৰসাম্য ৰূপত থাকে ।

বৰ্তমানৰ বাতৰিকাকতসমূহে সংবাদৰ মাজত মানৱীয় আবেদন সংযোগ কৰি পাঠকক নতুন সোৱাদ দি সন্তুষ্ট কৰাৰ প্ৰয়াস কৰে। নতুন সাংবাদিকতাৰ ভাষাত এনে ফিচাৰক 'Personal Journalism with a difference' হিচাপে আখ্যা দিয়া হয়। যিকোনো বিষয়বস্তুকেই এই ধৰণৰ ফিচাৰৰ অন্তৰ্ভুক্ত কৰিব পাৰি যদি তাত কোনো এক মানৱীয় উপাদান বিচাৰি লোৱা হয়। ধৰা হ'ল প্লাষ্টিকে পাৰিপাৰ্শ্বিক প্ৰদূষণত কেনে প্ৰভাৱ পেলাইছে। বিশেষকৈ নগৰ অঞ্চলত অত্যধিক প্লাষ্টিক ব্যৱহাৰৰ ফলত কি এক বিৰূপ পৰিস্থিতিৰ সৃষ্টি হৈ একোটা অঞ্চলৰ বাবে ভাবুকিৰ সৃষ্টি হৈছে তাৰ বিষয়ে এখন ফিচাৰ লিখিব পাৰি। কোনোদিন পানী নোহোৱা একোটা অঞ্চল পানীত ডুব গৈছে। কিয়নো নলা-নৰ্দমাবোৰত এইবোৰ পৰি পচি নোযোৱাৰ বাবে বাম হৈ গৈছে। তাৰ ওপৰত জাবৰ-জোঁথৰ আদি জমা হৈ নলা বন্ধ হৈ গৈছে। ফলত এজাক বৰষুণতে ঠাইখিনি বন্ধ পানীত ডুব গৈ থাকে। ইয়াৰ ফলত কি এক কদৰ্য পৰিৱেশ হয় সেয়া আৰু তাৰ পিছৰ অংশছোৱা কি হ'ব আদি লৈ এখন ফিচাৰ ৰচনা হ'ব পাৰে। নগৰৰ ষ্ট্ৰিট লাইটৰ তলত বস্তা আৰু ডাঠ কাগজ পাৰি, ফুটপাথত বাস কৰা এটা শিশুৱে ক'ৰবাৰপৰা বুটলি অনা এখন পেলনীয়া কাগজত পকা জামু এটাৰে এটা ঘৰৰ ছবি আঁকিছে। ইও হ'ব পাৰে ফিচাৰৰ এটা সুন্দৰ প্লট। শিশুটোৰ ঘৰ নাই, অথচ কাগজখনত এটা ঘৰ বনোৱাৰ পৰিকল্পনা কৰিছে আৰু যে কি ভাবিছে সেই শিশু মনটোৱে! ঠিক সেইদৰে ভ্ৰাম্যমান থিয়েটাৰত সদায় কৌতুকৰ অভিনয় কৰি হাজাৰ হাজাৰ দৰ্শকক হহুঁৱাই থকা অভিনেতাজনৰ খবৰ কোনে ৰাখে। তেওঁৰ ঘৰত এগৰাকী বৃদ্ধা মাতৃৰ বাহিৰে কোনো নাই। ক'তো সংস্থাপন নাপাই ভ্ৰাম্যমানৰ দলত সোমাল নিজস্ব সেই প্ৰতিভাৰ বাবে। এফালে তেওঁ সদায় দৰ্শকক হাস্যৰসৰ মাজত ৰাখি হহুঁৱাই আছে আনফালে অসুখত ভুগি থকা মাতৃক তেওঁ শুশ্ৰূষা কৰিব পৰা নাই। তাতোকৈয়ো ডাঙৰ কথা তেওঁ মাতৃক চাবলৈ যাবলৈকো সময় নাই। ঘৰলৈ যাবলৈয়ো সময় নাই। ঘৰৰ ওচৰলৈ কেতিয়া সেই দলটো নাট প্ৰদৰ্শন কৰিবলৈ যাব সেই মাহটো তেওঁ গণনা কৰি থাকে আৰু মাহেকৰ মূৰত টকা কেইটামান পঠাই দিয়ে। হহুঁৱাই থকা এই

মানুহজনৰ অভ্যন্তৰৰ খবৰ সজাই-পৰাই এখন ফিচাৰ প্ৰতিবেদন যুগুত কৰিব পাৰি। এনেকুৱা বিভিন্ন ঘটনা যি মানৱীয় অনুভূতিক জগাই তুলিব পাৰে, তেনে বহু ঘটনাৰ উৎস অলপ বিচাৰ-খোঁচাৰ কৰিলেই পোৱা যায়। যি লেখকে মনৰ কলম জাগ্ৰত কৰিবলৈ যিমান বেছি সক্ষম তেওঁৰ কলমে এনে ধৰণৰ ফিচাৰৰ ছবি আঁকিব পাৰে।

ফিচাৰৰ দুটি ধাৰাৰ বাহিৰেও আৰু কিছুমান ফিচাৰ আছে। সেয়া হৈছে— ১। মতামতধৰ্মী ফিচাৰ ২। পশ্চাদপটধৰ্মী ফিচাৰ ৩। বিশেষ অনুষ্ঠানভিত্তিক ফিচাৰ ৪। ব্যক্তিগত অভিজ্ঞতাভিত্তিক ফিচাৰ ৫। সাক্ষাৎকাৰভিত্তিক ফিচাৰ ৬। বিজ্ঞানভি ত্তিক ফিচাৰ ৭। ভ্ৰমণভিত্তিক ফিচাৰ আৰু ৮। ব্যক্তিত্ব ফিচাৰ।

১। **মতামতধৰ্মী ফিচাৰ :** কোনো বিষয়ক কেন্দ্ৰ কৰি যেতিয়া কোনো ব্যক্তি, গোষ্ঠী বা সাধাৰণ মানুহৰ মতামতৰ ভিত্তিত কোনো ফিচাৰ লেখা হয়, তেতিয়া তাক মতামতধৰ্মী ফিচাৰ বুলি কোৱা হয়। বয়-বস্তুৰ দাম বাঢ়িলে বা ৰেল-বাছৰ যাত্ৰীৰ ভাৰা বাঢ়িলে বিভিন্ন ঠাই ঘূৰি জনমত সংগ্ৰহ কৰি তাৰ ভিত্তিত যুগুত কৰা ফিচাৰধৰ্মী প্ৰতিবেদনেই হৈছে মতামতধৰ্মী ফিচাৰ।

২। **পশ্চাদপটধৰ্মী ফিচাৰ :** কোনো বিশেষ পৰিস্থিতিত এই ফিচাৰ লিখা হয়। ভাৰত পাকিস্তানৰ সীমান্তত সেনা বাহিনীৰ মাজত প্ৰৱল আক্ৰমণ প্ৰতি আক্ৰমণ চলাৰ ফলত সেই অঞ্চলত ঘূৰি নিজৰ চকুৰে দেখা আৰু উপলব্ধি কৰা পৰিস্থিতিৰ পটভূমি এনে ধৰণৰ ফিচাৰ প্ৰতিবেদন লিখিব পাৰি। বানপানী, ভূমিকম্প আদি হ'লে কোনো এলেকাৰ বিশেষ পৰিস্থিতিৰ পটভূমিতো এই ধৰণৰ প্ৰতিবেদন লিখিব পাৰি। ঘটনাৰ আগলৈকে এখন গাঁৱৰ ঘৰ-দুৱাৰ, খেতি-পথাৰ সা-সম্পত্তিৰে নদন-বদন হৈ আছিল। তাৰ পাছতে গাঁওখনৰ কি এক দুখৰ দৃশ্য পৰিলক্ষিত হ'ল তাৰ ভিত্তিতো এই ফিচাৰ লিখিব পাৰি। ইয়াত প্ৰয়োজন হয় ঘটনাৱলীৰ পশ্চাদপট বিচাৰি বাহিৰ কৰা। এই ধৰণৰ ফিচাৰৰ ক্ষেত্ৰত সংশ্লিষ্ট ঘটনাৱলীৰ পূৰ্ব ইতিহাস জনা আৰু উল্লেখ কৰা অতি প্ৰয়োজন। ইয়াৰ বাবে গৱেষণাৰো প্ৰয়োজন।

৩। **বিশেষ অনুষ্ঠানভিত্তিক ফিচাৰ :** দুৰ্গাপূজা, বিহু, ৰবীন্দ্ৰ নাথ ঠাকুৰ, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুৰাভাৰ জন্মদিন আদি উপলক্ষে ফিচাৰ লিখিব পাৰি। এই ক্ষেত্ৰত লক্ষ্য কৰা দৰকাৰ যে বাৰ্ষিক বা বিশেষ সময়ত অনুষ্ঠিত এই ধৰণৰ অনুষ্ঠানৰ মাজত বা তাৰ আগত বা পাছত নতুন কিছু খবৰ বিচাৰি উলিয়াই তাক এক বিশেষ শৈলীৰে পৰিৱেশন কৰা। শংকৰদেৱৰ জন্মোৎসৱত তেওঁৰ জন্ম ঠাইৰ বৰ্তমান স্বৰূপ কি অৱস্থাত আছে, দুৰ্গোৎসৱৰ আগে আগে পৰিলক্ষিত হোৱা কিছুমান উপলব্ধি বা পৰিৱেশক লৈ এনে ফিচাৰ ৰচনা কৰিব পাৰি।

৪। **ব্যক্তিগত অভিজ্ঞতাভিত্তিক ফিচাৰ :** কোনো সাংবাদিকৰ বা লেখকৰ নিজৰ ব্যক্তিগত অভিজ্ঞতাৰ ভিত্তিত লেখা ৰচনাও কেতিয়াবা মনোগ্ৰাহী ফিচাৰ হ'ব পাৰে। দাৰ্জিলিঙলৈ ফুৰিবলৈ যোৱা অভিজ্ঞতা, সাগৰেদি জাহাজত আন্দামানলৈ যোৱাৰ

স্মৰণীয় ৰোমাঞ্চক অভিজ্ঞতা, অৰুণাচলৰ অতি ভিতৰুৱা যোগাযোগ নোহোৱা অঞ্চললৈ গৈ তাৰ জনজাতিসকলৰ অদ্ভুত জীৱন নিৰ্বাহ পদ্ধতি আদিৰ অভিজ্ঞতাক লৈ এই ধৰণৰ ফিচাৰ লিখিব পাৰি। এই জাতীয় ফিচাৰত কেৱল খবৰেই নহয়, ইয়াত এনে কিছুমান উপাদান অত্যন্ত বলিষ্ঠৰূপত উপস্থাপন কৰা হয় যি পাঠকক বিশেষভাৱে আকৰ্ষিত কৰে।

৫। **সাক্ষাৎকাৰভিত্তিক ফিচাৰ :** কোনো বিশিষ্ট ব্যক্তিৰ সাক্ষাৎকাৰ কেতিয়াবা ফিচাৰ হিচাপে পৰিৱেশন কৰাৰ বাবে উপযোগী হৈ উঠে? কোনো এজন বিশিষ্ট ব্যক্তি বিদেশত তেওঁৰ কৰ্মৰাজিক লৈ অতি প্ৰখ্যাত হৈ পৰিছে। অথচ নিজ দেশৰ মানুহে তেওঁৰ বিষয়ে একোৱেই নাজানে। তেনে ক্ষেত্ৰত সেই ব্যক্তিৰ সাক্ষাৎ লৈ সেয়া ফিচাৰ উপযোগীকৈ প্ৰচাৰ কৰিব পাৰি। আকৌ ভূপেন হাজৰিকাৰ কোনো এক মন্তব্যক লৈ সৃষ্টি হোৱা বিতৰ্কৰ পাছত যদি তেওঁৰপৰা এক সাক্ষাৎকাৰ লৈ মনোগ্ৰাহী ৰূপত প্ৰচাৰ কৰা হয়; ইও হ'ব এনে ধৰণৰ ফিচাৰ।

৬। **বিজ্ঞানভিত্তিক ফিচাৰ :** বিজ্ঞানৰ কোনো নতুন আৱিষ্কাৰ যি সাধাৰণ মানুহৰ জীৱনৰ বাবে কিমান প্ৰয়োজনীয় হ'বগৈ তাৰ ব্যাখ্যা, আৱিষ্কাৰকলৈ জালিয়াতিৰ চেষ্টা, বিজ্ঞান সমিতিৰ ভূমিকা, পাৰমাণৱিক শক্তিৰ উপকাৰিতা বা অপকাৰিতা, কম্পিউটাৰৰ আৰু মানৱ জাতি আদি বিষয় লৈ এই বিজ্ঞানভিত্তিক ফিচাৰৰ সূচনা কৰিব পৰা যায়।

৭। **ভ্ৰমণভিত্তিক ফিচাৰ :** ইও এক প্ৰকাৰ ব্যক্তিগত অভিজ্ঞতাভিত্তিক ৰচনা। অৱশ্যে ইয়াৰ মাজেদি সংবাদ প্ৰকাশ পাবই লাগিব। কোনো ঠাইৰ ভ্ৰমণ কাহিনীৰ বিৱৰণৰ লগে লগে সেই ঠাইৰ যাতায়াত ব্যৱস্থা, থকা-খোৱাৰ ব্যৱস্থা, খৰচৰ নিৰিখ ইত্যাদি থকা প্ৰয়োজন। লগতে সেই ঠাইবোৰৰ বিশেষ তাৎপৰ্যপূৰ্ণ দিশবোৰ ইয়াত প্ৰকাশ পোৱা উচিত।

৮। **ব্যক্তিত্ব ফিচাৰ :** বিশেষ কোনো দিশত শিৰোনামাত স্থান পোৱা আৰু উল্লেখযোগ্য বিশিষ্ট ব্যক্তিৰ ব্যক্তিগত জীৱন, তেওঁৰ সাধনা, পছন্দ-অপছন্দ সকলো বিষয় ইয়াত স্থান দি এই ফিচাৰ লিখা হয়।

**ফিচাৰ লেখাৰ নীতি-নিয়ম :** সাধাৰণভাৱে ফিচাৰ লেখাৰ সময়ত লেখকে মূল চাৰিটা বিষয়ৰ প্ৰতি নজৰ ৰাখিব লাগে। সেয়া হৈছে— ১। পাঠকক কেনেদৰে আকৰ্ষিত কৰা হ'ব ২। কি বক্তব্য তেওঁ পাঠকৰ ওচৰত দাঙি ধৰিব ৩। সততা পূৰ্ণ ৰূপত ৰক্ষা হৈছেনে নাই আৰু ৪। তাৎক্ষণিকতা আৰু গতি বজায় ৰখা হৈছেনে নাই।

*এই সকলো চৰ্তই নিৰ্ভৰ কৰে ফিচাৰ লেখকৰ ব্যক্তিগত দক্ষতাৰ ওপৰত। বিষয়বস্তু নিৰ্বাচনৰপৰা ৰূপৰেখা নিৰ্ণয় কৰি এখন সুন্দৰ ফিচাৰ লিখালৈকে তেওঁৰ দক্ষতাই ইয়াক সফল কৰি তোলাত সহায় কৰে। ইয়াৰ বাবে প্ৰয়োজন মানসিক ধৈৰ্য আৰু দৃঢ়তাৰ। ইয়াত অতিৰঞ্জন পৰিহাৰ কৰি পাঠকৰ হৃদয় স্পৰ্শ কৰা গদ্যশৈলীৰ সমাৱেশ*

ঘটাব পাৰিব লাগিব।

**ফিচাৰ সূচনাৰ শ্ৰেণী বিভাগ :** সাধাৰণতে ফিচাৰত ৮ প্ৰকাৰৰ সূচনা ব্যৱহাৰ হয়। এয়া হৈছে— ১। সাৰাংশ সূচনা ২। প্ৰত্যক্ষ সূচনা ৩। প্ৰশ্নমূলক সূচনা ৪। বৰ্ণনাত্মক সূচনা ৫। উক্তিধৰ্মী সূচনা ৬। চমকধৰ্মী সূচনা ৭। উদ্ভট সূচনা আৰু ৮। সমন্বয় মূলক সূচনা।

**১। সাৰাংশ সূচনা :** এই প্ৰকাৰৰ ফিচাৰৰ সূচনা মূল সংবাদৰপৰাই আহে। সূচনাটি পঢ়াৰ সময়ত আৰু পঢ়াৰ পাছত পাঠকে ইয়াৰ পৰৱৰ্তী অংশ পাঢ়িবনে নপঢ়ে সেয়া পাঠকৰ ওপৰত এৰি দি নিশ্চিত থাকে ফিচাৰ লেখকসকল। সাধাৰণতে সময়ৰ অভাৱ হ'লে এনে কৰা হয়।

**২। প্ৰত্যক্ষ সূচনা :** এই ধৰণৰ সূচনাত পাঠকক পোনপটীয়াকৈ সম্বোধন কৰা হয়। পাঠকে ইয়াত খুব সহজেই প্ৰতিবেদনৰ সৈতে একাত্মতা অনুভৱ কৰে। ফলত গোটেই ফিচাৰটি পঢ়াৰ বাবে আগ্ৰহী হৈ পৰে।

**৩। প্ৰশ্নমূলক সূচনা :** পাঠকৰ ওচৰত প্ৰশ্ন থৈ কিছু ফিচাৰ লিখা হয়। যদিও এই ধৰণৰ সূচনা খুব আদৰ্শ সূচনা নহয়। কাৰণ পাঠকে প্ৰশ্নৰ উত্তৰ দিবলৈ নহয়, জানিবলৈহে পছন্দ কৰে, পঢ়ি যাওঁতেই যদি প্ৰশ্নৰ উত্তৰ বিচাৰিব খোজে তেতিয়া পাঠকে ইয়াক পঢ়াৰ আগ্ৰহ কমি যায়।

**৪। বৰ্ণনাত্মক সূচনা :** প্ৰাঞ্জল ভাষাৰে ফিচাৰ লিখা আৰম্ভ কৰিলে ইয়াক বৰ্ণনাত্মক সূচনা বুলি কোৱা হয়। বৰ্ণনাৰ যোগেদি সংশ্লিষ্ট বিষয়টো বেছিকৈ বাংময় কৰি তোলাৰ ফলত পাঠকৰ বাবে ই গ্ৰহণযোগ্য হৈ উঠে।

**৫। উক্তিমূলক সূচনা :** এনে সূচনা কোনো বিশিষ্ট ব্যক্তিৰ উক্তি উল্লেখ কৰা হয় বা সংশ্লিষ্ট বিষয়ৰ ওপৰত অন্য কোনো লেখাৰ বিশেষ কেইটামান শাৰী উল্লেখ কৰা হয়। মূলত সাহিত্য-সংস্কৃতিধৰ্মী ফিচাৰৰ ক্ষেত্ৰত এই ফিচাৰ ব্যৱহাৰ কৰা হয়।

**৬। চমকধৰ্মী সূচনা :** অভূতপূৰ্ব আৰু চমকপ্ৰদ কোনো ঘটনা দুৰ্ঘটনাক বৰ্ণনাৰ মাধ্যমেৰে যি সূচনা লেখা হয়, সিয়েই চমকধৰ্মী সূচনা।

**৭। উদ্ভট সূচনা :** মূল সংবাদক চাতুৰ্যপূৰ্ণ ভাষাৰ কৌশলেৰে লেখাকেই উদ্ভট বা চতুৰ সূচনা বুলি কোৱা হয়। এই ধৰণৰ সূচনাই পাঠকৰ মাজত তীব্ৰ কৌতূহলৰ সৃষ্টি কৰে।

**৮। সমন্বয় সূচনা :** কোনো ব্যক্তিৰ বক্তব্য আৰু তৎকালীন পৰিৱেশৰ বৰ্ণনা মিহলি কৰি যি ফিচাৰৰ সূচনা লেখা হয় তাকে সমন্বয় সূচনা বোলা হয়। সাক্ষাৎধৰ্মী ফিচাৰৰ ক্ষেত্ৰত এই ধৰণৰ সূচনা লিখা হয়।

ইয়াৰ বাহিৰেও মন কৰিবলগীয়া কেইটামান কথা হ'ল— সৰু সৰু অনুচ্ছেদ নিখুঁত শব্দচয়ন, সৰল বাক্য সংক্ষিপ্ত পৰিধি। ই ফিচাৰৰ সাৱলীলতা বৃদ্ধি কৰাত সহায় কৰে। *(স.স.)*

## সাক্ষাৎকাৰ

সংবাদ সংগ্ৰহৰ মূল অস্ত্ৰই হৈছে - সাক্ষাৎকাৰ (interview)। কাৰণ, প্ৰশ্ন কৰি যি উত্তৰ পোৱা যায় তাৰপৰাই জন্ম হয় লিখিত বা প্ৰচাৰিত সংবাদ। প্ৰাথমিক ৰূপত খবৰ জানি কেতিয়াও সংবাদ বা খবৰ লেখা নাযায়। তাক বিস্তাৰিত ৰূপত জনাৰ দৰকাৰ। ইয়াৰ বাবেই দৰকাৰ হয় খবৰৰ অনুসন্ধান। এই সংবাদ বা খবৰৰ সন্ধান কৰিবলৈ যাওঁতেই কোনোবা নহয় কোনোবা এজনক প্ৰশ্ন কৰিবলগীয়া হয়। এই প্ৰশ্নৰ উত্তৰৰ যোগেদিয়েই পাঠকৰ ওচৰত সংবাদ গৈ উপস্থিত হয় সংবাদ মাধ্যমৰ জৰিয়তে। সেয়ে সাক্ষাৎকাৰে সংবাদৰ ভিত্তি আৰু সঠিক সাক্ষাৎকাৰ মানেই সঠিক সংবাদ । যদিও সাক্ষাৎকাৰ বুলিলে সাধাৰণতে কোনো বিশেষ ব্যক্তিগত মতামতকেই বুজায়।

বিশেষ কোনো ঘটনাৰ পৰিপ্ৰেক্ষিতত বা বিশিষ্ট কোনো ব্যক্তিক তুলি ধৰাৰ বাবেই সাক্ষাৎকাৰ লোৱা হয়। সাংবাদিকতাৰ ক্ষেত্ৰত এই ধৰণৰ সাক্ষাৎকাৰৰ সংবাদমূল্য অসীম। তথাপি লক্ষ্য ৰাখিবলগীয়া বিষয় এয়ে যে সংবাদ সংগ্ৰহ আৰু অনুসন্ধানৰ ক্ষেত্ৰত সাক্ষাৎকাৰৰ ভিত্তি, যাৰ ওপৰত এজন সাংবাদিকৰ সংবাদৰ ভাবমূৰ্তি গঢ়ি তোলে। এম.ভি.কামাথে সেয়ে কৈছে - The news is obtain from the first resort of all journalist the interview. অৰ্থাৎ সাক্ষাৎকাৰেই হ'ল সাংবাদিকৰ প্ৰথম আশ্ৰয় বা প্ৰথম অস্ত্ৰস্বৰূপ বুলি ক'ব পাৰি।

সাংবাদিকতাৰ প্ৰখ্যাত অধ্যাপক এফ ফ্ৰেজাৰ বণ্ডৰ মতে সাক্ষাৎকাৰ হৈছে— সাংবাদিক আৰু সাক্ষাৎকাৰৰ বাবে নিৰ্দিষ্ট ব্যক্তিৰ মাজত ব্যক্তিগতভাৱে যোগাযোগ কৰা। সংবাদ সংগ্ৰহৰ অন্যতম পথেই সাক্ষাৎকাৰ, যি তথ্য অনুসন্ধানৰ উপযুক্ত পথৰূপে স্বীকৃত।

সাক্ষাৎকাৰৰ জৰিয়তে কেৱল সাধাৰণ সংবাদেই নহয়, যেতিয়া অসাধাৰণ সংবাদৰো উৎস পাব পাৰি। যাক সাধাৰণতে স্কুপ(Scope) বুলি কোৱা হয়। বিতৰ্ক সৃষ্টি কৰাৰ বাবেও সাক্ষাৎকাৰৰ ভূমিকা অধিক। আন্তৰ্জাতিক ক্ষেত্ৰত সাংবাদিকৰ কোনো প্ৰশ্নক লৈ বহু আন্তৰ্জাতিক বিতৰ্কমূলক সংবাদ সৃষ্টি হোৱাৰ অলেখ নজিৰ আছে। প্ৰাক্তন মাৰ্কিন ৰাষ্ট্ৰপতি ট্ৰুমানক লৈ এই ধৰণৰ এটা বিতৰ্কিত সাক্ষাৎকাৰ নিউ ইয়ৰ্ক টাইমছৰ সাংবাদিক আৰ্থাৰ ক্ৰুকক আনি দিছিল পুলিট্যাৰ বঁটা।

খবৰ বা সংবাদ ক'ৰপৰা কেতিয়া জন্ম হ'ব তাক আগতিয়াকৈ নিশ্চিতভাৱে কোৱাটো সহজ নহয়। সাধাৰণ মানুহৰ সৈতে কথা পাতোঁতেই হঠাৎ কোনো ধৰণৰ খবৰৰ সূত্ৰপাত হয়। কোনো ব্যক্তিৰ সাক্ষাৎকাৰ ল'বলৈ যোৱাৰ পাছত সাক্ষাৎকাৰৰ শেষত দেখা গ'ল উদ্দেশ্য সম্পূৰ্ণ সলনি হৈ গৈছে। অৰ্থাৎ সাক্ষাৎকাৰৰ যোগেদি আৰু বহুত ন-ন খবৰৰ সন্ধান পোৱা গ'ল। ই কেতিয়াবা সেই দিনটোৰ সংবাদ-পত্ৰৰ বাবে শ্ৰেষ্ঠ খবৰ হ'বগৈ পাৰে।

সেয়ে, সাক্ষাৎকাৰৰ সংবাদমূল্য যিমানে প্ৰয়োজনীয় নহওক, খবৰ হিচাপে ইয়াৰ

গুৰুত্ব সম্পূৰ্ণ নিৰ্ভৰ কৰিব সংশ্লিষ্ট সাংবাদিকজনে সাক্ষাৎকাৰটি কিমান দক্ষৰূপত ল'ব পাৰিছে, কাৰণ খবৰ কোনেও প্ৰকাশ কৰিব নিবিচাৰে। হেঁচা মাৰি থ'বলৈ প্ৰয়াস কৰে। প্ৰশ্নবানৰ প্ৰকোপত গোপনীয় তথা চাপ দি ৰখা গুৰুত্বপূৰ্ণ সংবাদ উত্তৰৰ যোগেদি ওলাই পৰে। কোনো ব্যক্তিক কি প্ৰকাৰৰ প্ৰশ্ন কৰিলে সংবাদ সংগ্ৰহৰ উদ্দেশ্য সফল হ'ব তাক ঠিক কৰি ল'ব লাগিব সাক্ষাৎ লোৱাজনেই, সেই কাৰণে মানুহক বুজাৰ আৰু চিনি পোৱাৰ ক্ষমতা যথেষ্ট থাকিব লাগিব। কোনো মানুহে হয়তো কমকৈ কথা কয়। প্ৰশ্ন কৰিয়েই তেওঁৰ মুখৰ ভাব বুজি পাব লাগিব। কোনোৱে সাংবাদিকৰ মূল প্ৰশ্নৰপৰা আঁতৰি যোৱাৰ চেষ্টা কৰে বা প্ৰসংগ সলনি কৰাৰ প্ৰয়াস কৰে। তেতিয়া তেওঁক মূল প্ৰসংগলৈ টানি অনাৰ বাবে কৌশল প্ৰয়োগ কৰি প্ৰশ্ন কৰিব লাগিব। সেয়ে -' Interview is an art a profession, an opportunity, sometimes a frustration, nevertheless,muse often, an inspiration and a reward to the news gatherer.'

**সাক্ষাৎকাৰৰ শ্ৰেণীবিভাগ :** আগতেই কোৱা হৈছে—সাক্ষাৎকাৰ হৈছে সংবাদৰ মূল সোপান, সংবাদিকতাৰ মূল অস্ত্ৰ । সংবাদৰ স্বাৰ্থত বা সংবাদ সংগ্ৰহৰ পথ হিচাপে সাক্ষাৎকাৰৰ চৰিত্ৰ সলনি হয়। কেতিয়াবা গুৰুত্ব পায় Hard News হিচাপে, কেতিয়াবা ই প্ৰশ্নোত্তৰৰ মাজতেই সীমাবদ্ধ হৈ থাকে। সেয়ে সাক্ষাৎকাৰৰ বাবে সাজু হোৱাৰ সময়ত সাংবাদিকজনে মনতে স্থিৰ কৰি ল'ব লাগিব যে, তেওঁ যি সংগ্ৰহ কৰিবলৈ গৈছে সেয়া খবৰৰ কোন শ্ৰেণীত অন্তৰ্ভুক্ত হ'ব।

***সাধাৰণ সাক্ষাৎকাৰ পাঁচ প্ৰকাৰ*** ঃ-

১) সংবাদ সাক্ষাৎকাৰ
২) মতামত সাক্ষাৎকাৰ
৩) ব্যক্তিত্ব সাক্ষাৎকাৰ
৪) সম্প্ৰদায়গত সাক্ষাৎকাৰ
৫) সাংব্যদিক মেল বা আলোচনাভিত্তিক সাক্ষাৎকাৰ

১) **সংবাদ সাক্ষাৎকাৰঃ** দৈনন্দিন সংবাদ সংগ্ৰহৰ বাবে এই সাক্ষাৎকাৰ লোৱা হয়। প্ৰধানকৈ তথ্য অনুসন্ধান কৰাই এই সাক্ষাৎকাৰৰ মুখ্য উদ্দেশ্য। স্বাভাৱিকভাৱেই এই সাক্ষাৎকাৰৰ দ্বিতীয় পক্ষ হ'ল সাধাৰণ পাঠকসকল। ক'ৰবাত দুৰ্ঘটনা ঘটিলে প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ সংগ্ৰহ কৰা হয়। কোনো সামাজিক বা ৰাজনৈতিক কৰ্মকৰ্তাৰ পৰিপ্ৰেক্ষিতত সংশ্লিষ্ট বিষয়ৰ বাবে সাধাৰণ মানুহৰ বক্তব্য সংগ্ৰহ কৰিবলগীয়া হয়। কোনো ব্যক্তি বা প্ৰতিষ্ঠানৰ নতুন কোনো সাফল্য বা ব্যৰ্থতা খবৰৰ উপকৰণ হ'লে তেতিয়া সেই ব্যক্তি বা সেই প্ৰতিষ্ঠানৰ কৰ্মী বা পৰিচালকৰ সৈতে সাংবাদিকে কথা পাতিবলগীয়া হয় । সাধাৰণভাৱে এই খবৰবোৰ দৈনন্দিন খবৰৰ মাজত সীমাবদ্ধ। এইটো ঠিক, সকলো সময়তেই এই ধৰণৰ সাক্ষাৎকাৰ সংবাদৰ উৎসস্বৰূপ নহ'বও পাৰে। সকলো সময়ত সকলো সাক্ষাৎকাৰে সাংবাদিকৰ উদ্দেশ্যক সমৰ্থন নকৰিবও পাৰে বা সকলো সময়ত সাক্ষাৎকাৰ সত্য বা যুক্তিপূৰ্ণ নহ'বও পাৰে। সাক্ষাৎ

লোৱাসকলৰ সময় অনবৰতে নাথাকিব পাৰে, সেয়ে সাক্ষাৎ ল'বলৈ যোৱাৰ সময়ত এই দিশলৈ লক্ষ্য ৰাখিব লাগে। নহ'লে সাক্ষাৎ-প্ৰক্ৰিয়া বিফল হ'ব। ইয়াৰপৰা সংগৃহীত সংবাদবোৰ ভালকৈ নিৰীক্ষণ কৰিব লাগে। কেতিয়াবা সাধাৰণ মানুহৰ বক্তব্যবোৰ মোটামুটি খবৰ হিচাপে গ্ৰাহ্য হয়। বিশেষকৈ নতুন বাজেট, কোনো সামগ্ৰীৰ মূল্যবৃদ্ধি বা নিৰ্বাচনৰ আগে আগে পাঠকৰ পছন্দ-অপছন্দ লৈ পাঠকৰ মাজত সাধাৰণ সংবাদ সমীক্ষা কৰা হয়। এই সমীক্ষাৰ মূল বিষয় হ'ল পাঠকৰ মতামত। এইবিলাক ক্ষেত্ৰত পাঠকৰ নাম-ঠিকনা ছবিসহ সংবাদ-সাক্ষাৎকাৰত প্ৰকাশ হ'ব পাৰে।

২) **মতামত সাক্ষাৎকাৰ ঃ** কেতিয়াবা জনস্বাৰ্থৰ খাতিৰত কোনো বিষয় লৈ সংশ্লিষ্ট ব্যক্তিসকলৰ মতামত লোৱা হয়। সেই মতামতবোৰেই খবৰ হিচাপে পৰিৱেশিত হয়। এই ধৰণৰ মতামত সাধাৰণতে পোনপটীয়াকৈ লোৱাৰ উপৰি টেলিফোনতো লোৱা হয়। উল্লেখযোগ্য যে, মতামত বিষয়ক সাক্ষাৎকাৰত সাংবাদিকে কেৱল সেই বিষয়ৰ কেন্দ্ৰ কৰিয়েই প্ৰশ্ন কৰিব। অন্য প্ৰসংগ ইয়ালৈ আনিব নালাগে। নহ'লে মুখ্য উদ্দেশ্যৰপৰা বিচ্ছিন্ন হৈ যোৱাৰ আশংকা থাকে। সাধাৰণ তথ্য সংগ্ৰহতকৈ এই ক্ষেত্ৰত সাংবাদিকসকল বেছি কৌশলী হোৱা প্ৰয়োজন। প্ৰশ্নবোৰ প্ৰত্যক্ষভাৱে আৰু কোনা দ্বিধা নকৰাকৈ কৰিব লাগে। এনেকুৱা হ'ব পাৰে, কোনো ব্যক্তিক প্ৰশ্ন কৰোঁতে খং উঠিল বা আনন্দত আত্মহাৰা হ'ল তেতিয়া এইবোৰ লৈ সাংবাদিকে ভাবি থাকিলে নহ'ব। কাৰণ, তেওঁৰ উদ্দেশ্য হ'ল সংশ্লিষ্ট ব্যক্তিৰ সঠিক মতামত সংগ্ৰহ কৰা। তাক যিকোনো উপায়েৰে কৰিব লাগিব।

৩) **ব্যক্তিত্ব সাক্ষাৎকাৰ ঃ** এই ধৰণৰ সাক্ষাৎকাৰবোৰ মূলতঃ ফিচাৰধৰ্মী। অৰ্থাৎ দৈনন্দিন খবৰৰ অন্তৰ্ভুক্ত নহয়। দৈনন্দিন খবৰৰ প্ৰয়োজন নাই, অথচ সংবাদমূল্য আছে। এনেবোৰ সাক্ষাৎকাৰেই ব্যক্তিত্ব সাক্ষাৎকাৰৰূপে পৰিগণিত। কোনোবা ৰাজনীতিবিদ, চিত্ৰতাৰকা, খেলুৱৈ, বিতৰ্কিত প্ৰশাসক, আৱিষ্কাৰক, পুৰস্কাৰপ্ৰাপ্ত শিক্ষক, শিল্পী, অধ্যাপক, গায়ক আদিৰ সাক্ষাৎকাৰ পঢ়িবলৈ সাধাৰণ পাঠকে বিচাৰে। কাৰণ এইসকল ব্যক্তিৰ নাম অতি পৰিচিত হ'লেও পাঠকৰ বাবে এইসকল ব্যক্তি দূৰৰ হৈয়ে থাকে। তেওঁলোকৰ বিষয়ে মানুহৰ ধাৰণা সু-স্পষ্ট নোহোৱাৰ বাবে মানুহৰ মাজত বহু কাল্পনিক গল্প-গুজব কাহিনী, আনকি বিভিন্ন খবৰো নিগৰি থাকে। সাংবাদিকৰ কৰ্তব্য হ'ল এই দূৰৰ মানুহখিনিক লেখনীৰ মাধ্যমেৰে পাঠকৰ ওচৰৰ মানুহ হিচাপে উপস্থাপন কৰা। অৰ্থাৎ তেওঁলোক আক্ষৰিক অৰ্থত দেখিবলৈ কেনেকুৱা তেওঁলোকৰ ব্যক্তিগত পছন্দ-অপছন্দ কি, তেওঁলোকে কি ধৰণৰ সাজ-পোছাক ভাল পায়, কি খাবলৈ ভাল পায়, তেওঁলোকৰ পাৰিবাৰিক জীৱন কেনেকুৱা, আদি যিবিলাক বিষয় পাঠকে জানিবলৈ বিচাৰে। সাংবাদিকে অৱশ্যে পাঠকৰ পছন্দৰ সকলো খবৰ যে দিবই লাগিব ইয়াৰ বাধ্যবাধকতা নাই। কাৰণ সেইসকলৰ ব্যক্তিগত জীৱন ধাৰণাৰ গভীৰলৈ যোৱাৰ অধিকাৰ সাংবাদিকৰ নাই। সেয়ে লেখনীৰ মাধ্যমেদি সংশ্লিষ্ট ব্যক্তি সম্বন্ধে পাঠকৰ

আগ্ৰহ যিমানলৈকে পাৰি সিমানলৈকে পূৰাবলৈ প্ৰয়াস কৰিব লাগে। ইয়াৰ লগতে যি উদ্দেশ্যে সাক্ষাৎকাৰ লোৱা হৈছে সেই উদ্দেশ্য সফল কৰি তোলা।

৪) **সম্প্ৰদায়গত সাক্ষাৎকাৰ ঃ** ই কোনো ব্যক্তি বিশেষৰ সাক্ষাৎকাৰ নহয়। কোনো বিষয়ক কেন্দ্ৰ কৰি এটা গোষ্ঠীৰ একাধিক মানুহৰ সাক্ষাৎকাৰ লৈ ইয়াক সংবাদৰ ৰূপলৈ লৈ যোৱাই এই সাক্ষাৎকাৰৰ মুখ্য উদ্দেশ্য। সামাজিক কোনো গোষ্ঠী, নতুবা বাণিজ্যিক গোষ্ঠীও ইয়াৰ ভিতৰত পৰিব পাৰে। কোনো এখন ৰাজ্যৰ এক বিশেষ জনজাতিৰ বাবে চৰকাৰে কোনো আঁচনি গ্ৰহণ কৰিলে; এই আঁচনিৰ বিষয়ে সেই জনজাতিৰ মানুহৰ আশা-আকাংক্ষা বা সামগ্ৰিকভাৱে মতামত সংগ্ৰহ কৰি কোনো প্ৰতিবেদন ৰচনা কৰা হ'ব পাৰে বা বাৰ্ষিক বাজেটত কোনো সামগ্ৰীৰ ওপৰত অতিৰিক্ত হাৰত কৰ বহুৱাব পাৰে । তেতিয়া সেই সামগ্ৰীৰ ব্যৱসায়ৰ সৈতে জড়িতসকলৰ মতামতক লৈ এক সংবাদ প্ৰতিবেদন যুগুত কৰিব পাৰি। উল্লেখযোগ্য যে এই ধৰণৰ সাক্ষাৎকাৰ সকলো সময়তেই খবৰভিত্তিক হয়।সাধাৰণভাৱে অকাৰণত এই সাক্ষাৎকাৰ লোৱা নহয়।

৫) **সাংবাদিক মেল বা আলোচনাভিত্তিক সাক্ষাৎকাৰ ঃ** সাংবাদিক মেল হৈছে বহুতো সাংবাদিকৰ আগত ব্যক্তিবিশেষ, সংগঠন বা প্ৰশাসনিক পৰ্যায়ত কোনো খবৰ জনোৱাৰ পদ্ধতি । প্ৰধানকৈ সাময়িক কোনো ঘটনাৱলী প্ৰসংগত এই সাংবাদিক মেলৰ আয়োজন কৰা হয়। ইয়াত এজন বা একাধিক ব্যক্তি সাংবাদিকৰ মুখামুখি হয়। আৰু স্বাভাৱিকভাৱেই একাধিক প্ৰশ্নৰ মাধ্যমেদি অনেক সময়ত বহুতো সংবাদ ইয়াৰ জৰিয়তে সংগ্ৰহ কৰিব পাৰি। বিশেষকৈ প্ৰধান মন্ত্ৰী, মুখ্য মন্ত্ৰী বা সেনাধ্যক্ষ আদিৰ সংবাদিক মেলত বহুতো সংবাদৰ তথ্য সংগ্ৰহ কৰা সম্ভৱ হয়। কেতিয়াবা কেতিয়াবা সাংবাদিকসকলৰ তৰফৰপৰা সন্মিলিতভাৱে কোনো ব্যক্তিৰ সাক্ষাৎকাৰ বিচৰা হয়। ইয়াক 'মিট দা প্ৰেছ' (Meet the Press) বুলি কোৱা হয়। সংবাদ সংগ্ৰহৰ পদ্ধতি এই ক্ষেত্ৰত একেই। কেতিয়াবা এই ধৰণৰ সাংবাদিক সন্মিলনৰ পিছত সংশ্লিষ্ট ব্যক্তি বা সংগঠনৰ কৰ্মকতাৰ সৈতে কথা-বতৰা পাতি থাকোঁতেই কিছুমান খবৰ ওলাই আহে। এই সকলো ক্ষেত্ৰতে নিৰ্ভৰ কৰে সংশ্লিষ্ট সাংবাদিকজন প্ৰশ্ন কৰোঁতা হিচাপে কিমান নিৰ্ভৰযোগ্য তাৰ ওপৰত। সাংবাদিক মেলত লাজকুৰীয়া সাংবাদিকৰ কোনো স্থান নাই। বিশেষকৈ ডাঙৰ সাংবাদমেলত ডাঙৰকৈ বিতৰ্কিত প্ৰশ্ন কৰিব নোৱাৰিলে খবৰ বাহিৰ নহয়। সংবাদিক মেলত কোনো মতামত আগবঢ়াই প্ৰশ্ন কৰা নহয়। ইয়াত কেৱল প্ৰশ্ন সোধা আৰু ইয়াৰ উত্তৰ সংগ্ৰহ কৰা হয়। প্ৰশ্নৰ অৱতাৰণা কৰিবলৈ গৈ বহুতো বিশ্লেষণ বৰ্ণনা আদি যদি প্ৰশ্নকৰ্তাই কৰিবলৈ লয় তেতিয়া উত্তৰ দিয়াজন অথবা উপস্থিত অন্যান্য সাংবাদিকসকল বিৰক্ত হয়। কাৰণ ইয়ালৈ উত্তৰদাতাই বক্তৃতা শুনিবলৈ নাহে আৰু সাংবাদিকসকলেও খবৰ নতুবা তথ্য আহৰণৰ কথা এৰি অপ্ৰয়োজনীয় বক্তব্য কোনো সাংবাদিকৰপৰা নিবিচাৰে। গতিকে সাংবাদিক

মেলত সাংবাদিকসকলে প্ৰয়োজনীয় প্ৰশ্নৰ বাহিৰে অলাগতিয়াল বক্তব্য বা প্ৰশ্ন কৰাৰ পৰা বিৰত থাকি সাংবাদিক মেলখন সফল কৰাৰ চেষ্টা কৰিলে সকলোৰেই উপকৃত হ'ব পাৰে, এইখিনিতে এম. ভি. কামাথৰ দুশাৰী বাক্য প্ৰণিধানযোগ্য— 'It should seek information, not just an affirmation of the news of the questioner. It is the source who should do the talking not the reporter'

**সাক্ষাৎগ্ৰহণৰ প্ৰস্তুতি আৰু নিয়ম-নীতি :** দৈনন্দিন সংবাদভিত্তিক সাক্ষাৎকাৰ আৰু অন্যান্য যিকোনো সাক্ষাৎকাৰ গ্ৰহণৰ ক্ষেত্ৰত সাংবাদিকজনে আগতেই মানসিক আৰু বাহ্যিক প্ৰস্তুতি চলাবলগীয়া হয়। কাৰণ তেওঁ ধৰি ল'ব লাগিব যে সাক্ষাৎ ল'বলগীয়া ব্যক্তিজন ব্যস্ত জীৱনৰ মাজত থকা মানুহ। তেওঁ অদৰকাৰী কথা ক'বলৈ ভাল নাপায়। তেওঁ সময়ানুবৰ্তিতা মানি চলে। তেওঁ ভদ্ৰ আৰু সুস্থ আচৰণৰ পক্ষপাতি । তেওঁ বাহ্যিকভাৱে পৰিছন্নতা পছন্দ কৰে। তেওঁ আশা কৰে, তেওঁ যিখিনি ক'ব সেয়াই প্ৰকাশ হ'ব। অতিৰিক্ত মুখৰোচক বক্তব্য লেখা নহয়। তেওঁ বিচাৰে গোপন খবৰ কিছু দিলেও সেয়া তেওঁৰ বক্তব্যৰূপে প্ৰকাশ নহয়।

স্বাভাৱিকভাৱে সংশ্লিষ্ট সাংবাদিকজনে আগৰেপৰাই প্ৰস্তুতি চলাবলগীয়া হয়। এই প্ৰস্তুতিবোৰ হৈছে —

১) মাৰ্জিত আৰু পৰিষ্কাৰ সাজ-পোছাক পৰিধান কৰা প্ৰয়োজন । কাৰণ সৰহসংখ্যক মানুহে নিজক আৰু আনক পৰিষ্কাৰ পৰিচ্ছন্ন ভাবত থাকিলে ভাল পায়। সুন্দৰ পৰিছন্ন পৰিৱেশত থাকিলে সাক্ষাৎকাৰ উপযোগী আৰু গ্ৰহণযোগ্য হয়। উগ্ৰ ৰং সাক্ষাৎকাৰ লোৱাজনৰ বাবে অনুকূল নহয়। সেয়ে এনে পোছাক পৰিহাৰ কৰাই মংগল।

২) যাৰ সাক্ষাৎকাৰ লোৱা হ'ব, ধৰা হ'ল তেওঁৰ সময় বৰ কম। সেয়ে আগৰপৰাই স্থান, সময়,দিন ঠিক কৰিবলৈ পোনপটীয়াকৈ বা টেলিফোনত যোগাযোগ কৰি ল'লে পৰস্পৰৰ বাবে সুবিধাজনক হয়। আৰু নিৰ্দিষ্ট সময়ৰ অলপ আগতেই গন্তব্যস্থানত সাংবাদিক উপস্থিত হ'ব লাগে। কাৰণ যাৰ সাক্ষাৎকাৰ লোৱা হ'ব তেওঁ যদি অপেক্ষা কৰি থাকিব লগা হয় তেন্তে, তেওঁক অপমান কৰাহে হ'ব।

৩) ধৰি ল'ব লাগিব যে যাৰ সাক্ষাৎ লোৱা হ'ব তেওঁ অযুক্তিকৰ আৰু বেছি কথা কোৱাটো পছন্দ নকৰে। তেওঁ আশা কৰে যে সাংবাদিকে তেওঁৰ সাক্ষাৎ ল'বলৈ আহিছে আৰু তেওঁতকৈয়ো সাংবাদিকজন বুদ্ধিমান আৰু পাৰদৰ্শী লোক। সেয়ে সাংবাদিকজনে ব্যক্তিজনৰ বিষয়ে, ব্যক্তিগত আৰু পাৰিপাৰ্শ্বিক জীৱন সমন্ধে জনা থাকিলে সুবিধা। যি বিষয়ৰ ওপৰত প্ৰশ্ন কৰা হ'ব সেই বিষয়ে তেওঁৰ দক্ষতা থাকিব লাগিব। সাংবাদিকে সুধিবলগীয়া প্ৰশ্নবোৰ ক্ৰম অনুযায়ী সজাই ল'ব লাগে। কেতিয়াবা এনেকুৱাও হ'ব পাৰে—কোনো এটা প্ৰশ্নোত্তৰৰ মাজতে আন এটা পৰিপূৰক প্ৰশ্ন অৱতাৰণা হোৱাৰ অৱকাশ থাকে। তেনেহ'লৈ কেনো ধৰণৰ পৰিপূৰক প্ৰশ্ন হোৱাৰ থল থাকিব পাৰে। তাৰবাবে সজাগ থাকিব লাগে। যাতে সেই প্ৰশ্নৰপৰা ভাল খবৰৰ

সন্ধান পোৱা যায়। অনেক সময়ত দেখা যায় যে সাক্ষাৎকাৰত কিছুমান জটিল বিষয় এৰাই চলিব খোজে। এই ক্ষেত্ৰত সাংবাদিকজনে বুদ্ধিমত্তাৰ পৰিচয় দিব পাৰিব লাগিব। যি বিষয়টো ব্যক্তিজনে এৰাই চলিব বিচাৰিছে সেই বিষয়ৰ প্ৰশ্নৰ উত্তৰ পাকে- প্ৰকাৰে পোৱাৰ কৌশল ৰচিব লাগে। অৰ্থাৎ ব্যক্তিজনক সেই বিষয়ৰ প্ৰশ্নৰ উত্তৰ নোপোৱালৈকে তাৰ সৈতে সংগতি থকা অন্যান্য প্ৰশ্ন কৰি হ'লেও নিৰ্দিষ্ট উত্তৰটো পোৱাৰ বাবে যৎপৰোনাষ্টি চেষ্টা অব্যাহত ৰখা।

৪) যদি ব্যক্তিজনৰ আপত্তি নাথাকে তেতিয়া বক্তব্যবোৰ টুকি যোৱাৰ লগতে টেপৰেকৰ্ড ব্যৱহাৰ কৰিব লাগে। কাৰণ বহুতেই বিচাৰে যে তেওঁ যি ভাবে বক্তব্য দিছে ঠিক সেই ধৰণেই সাক্ষাৎকাৰৰ লিখিত প্ৰতিবেদন ৰচিত হওক। অৱশ্যে এই ক্ষেত্ৰত এইটো মন কৰিব লাগিব যে, টেপৰেকৰ্ডৰ সন্মুখত কথা ক'বলৈ বহুতো ব্যক্তি অতি সচেতন হৈ পৰে ফলত অজানিতে বহুতো কথা ওলাই আহিব পাৰে। ফলত সেই কোৱা কথাখিনি অভ্যন্তৰত ৰৈ যাব। গতিকে তেনে সম্ভাৱনা নাথাকিলেহে টেপৰেকৰ্ড ব্যৱহাৰ কৰিব লাগে। কাৰণ সকলো সময়তে সকলো কথা স্মৃতিপটত ধৰি ৰখা নহয়। সেই ক্ষেত্ৰত টেপৰেকৰ্ড ব্যৱস্থাই যথেষ্ট সহায় কৰে। সাংবাদিকসকলে নিৰাপদ হৈ থাকিব পাৰে, কাৰণ ব্যক্তিজনে সেইবোৰ কথা কোৱা নাই বুলি ক'বলৈ অৱকাশ নাথাকে । কোনো বিতৰ্কিত বিষয়ৰ ক্ষেত্ৰত টেপৰেকৰ্ড ব্যৱহাৰত অনেকেই আপত্তি তোলে। আপত্তি কৰিলে টেপ ব্যৱহাৰ কৰা উচিত নহয়, কিন্তু গোপনীয়ভাৱে যদি সাংবাদিকজনে ইয়াক ব্যৱহাৰ কৰিব পাৰে তেন্তে ই অন্যায় নহয়। এয়াও নহ'লে বক্তব্য টুকি ৰখা নোট বুকখনৰ যোগেদি ইয়াৰ বিকল্পৰূপে ব্যৱহাৰ কৰি নিটোলৰূপ সাক্ষাৎকাৰত দিয়াৰ প্ৰয়াস কৰিব লাগে। এই ক্ষেত্ৰত কোনো নতুন কথা বা ৰহণ সনা বিধৰ মন্তব্য বা বক্তব্যৰপৰা আঁতৰি থাকিব লাগে।

৫) ব্যক্তিবিশেষৰ সকলোখিনি বক্তব্য সকলো সময়ত নোট বুকত টুকি ৰখাটো সম্ভৱ নহয়। সাংবাদিকজনে সেয়ে স্মৃতিশক্তিৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয়। মনোযোগেৰে বক্তাৰ সমস্ত বক্তব্য.সেই সময়ত শুনাটো অতি প্ৰয়োজন, তেতিয়া নোট বহীত টুকি যোৱা সংক্ষিপ্ত অংশ উলিয়ালেই সমস্ত বক্তব্যৰ প্ৰতিচ্ছবিখন ভাহি উঠে আৰু সাক্ষাৎকাৰৰ প্ৰতিবেদনখন যুগুতাবলৈ সহজ হয়।

৬) সাক্ষাৎকাৰ লোৱাৰ পূৰ্বে সম্ভাব্য প্ৰশ্নসমূহ লিখি ল'ব লাগে। এই প্ৰশ্নতালিকা ঠিক কৰাৰ সময়ত সাংবাদিকৰ কৰ্তব্য হ'ল—ব্যক্তিজনৰ মানসিকতা পৰ্যালোচনা কৰি প্ৰশ্নৰ ধৰণ কেনেকুৱা হ'ব , প্ৰত্যক্ষ নে পৰোক্ষ, সহজ নে টান আদি দিশবোৰ ঠিক কৰি ল'ব লাগিব। কাৰণ এটি ফলপ্ৰসূ সাক্ষাৎকাৰ প্ৰশ্নৰ ধৰণৰ ওপৰতেই নিৰ্ভৰ কৰে।

৭) সাক্ষাৎকাৰ লোৱাৰ সময়ত সাংবাদিকজন যিকোনো পৰিস্থিতিতেই স্বাভাৱিক অৱস্থাত থকাৰ প্ৰয়োজন। ভয়-সংকোচ, লজ্জা-দ্বিধাবোধ আদিয়ে একোটা সাক্ষাৎকাৰ ব্যৰ্থ কৰি দিয়ে। সাক্ষাৎকাৰ লোৱা অৱস্থাত কেতিয়াবা অদ্ভুত বিষয়

উত্থাপিত হ'ব পাৰে। সেই সময়ত বুদ্ধিমত্তাই ইয়াৰ অস্ত্র । কাৰণ এইটো স্বতসিদ্ধ যে সাক্ষাৎকাৰৰ বাবে এজন ব্যক্তিৰ সাক্ষাৎ পোৱাটো এজন সাংবাদিকৰ বাবে যিমান জৰুৰী, সেই ব্যক্তিৰ প্ৰচাৰৰ স্বাৰ্থত এজন সাংবাদিকক পোৱাটো সমানেই গুৰুত্বপূৰ্ণ।

৮) সকলো সময়ত সকলো বক্তব্য বোধগম্য নহ'বও পাৰে। কেতিয়াবা সংখ্যাতত্ত্ব বা হিচাপ-নিকাচ আহিব পাৰে। তেতিয়া সংশ্লিষ্ট ব্যক্তিক আকৌ সেই বিষয়ে সুধি সবিশেষ জানি লোৱাটো অন্যায় নহয়। বৰং ব্যক্তিজনে এই ক্ষেত্ৰত সাংবাদিকজনক নিৰ্ভৰশীল বুলিহে গণ্য কৰিব। এটা ভুল পৰিসংখ্যা প্ৰকাশ পোৱাতকৈ পুনৰাই জানি লোৱাটো বেছি উপযোগী।

৯) কেতিয়াবা কোনো ব্যক্তিয়ে সাক্ষাৎ দিলে নাম প্ৰকাশত অনিচ্ছুক ভাব প্ৰকাশ কৰে। অৰ্থাৎ খবৰটো কাৰদ্বাৰা দিয়া হৈছে সেইটো প্ৰকাশ পাব নালাগে। সাংবাদিকে এই গোপনীয়তা ৰক্ষাত সংশ্লিষ্ট ব্যক্তিজনৰ লগত সহযোগ কৰিব লাগে।

**সাক্ষাৎকাৰ লোৱাৰ পদ্ধতি :** Jhon Hohenberg এ কৈছিল—' The gentle art of interviewing is based on the principle of persuading other fellow to do the talking ' অৰ্থাৎ যাৰ সাক্ষাৎ লোৱা হৈছে তেওঁক কথা ক'বলৈ অনুপ্ৰেৰণা যোগোৱাটোৱেই সাক্ষাৎকাৰ লোৱাৰ সকলোতকৈ গুৰুত্বপূৰ্ণ পদ্ধতি। কাৰণ যিমান বেছি কথা কোৱা হয় সিমানেই খবৰ ওলাই গৈ থাকিব। মনত ৰখা প্ৰয়োজন যে সাংবাদিকজনে তুলনামূলকভাৱে কম কথা ক'ব লাগে। কথা-বতৰা হৈ থকাৰ মাজতেই ভাবাৰ্থ বুজি ইয়াক টুকি যাব লাগে।

সাক্ষাৎকাৰ লোৱাৰ মূল উদ্দেশ্য এটা হ'লেও সাক্ষাৎ লোৱাৰ পদ্ধতি সদায় একে নহ'বও পাৰে। কাৰণ সাক্ষাৎ লোৱা অনেক ব্যক্তিৰ সময় আৰু পৰিস্থিতি মিলাই ইয়াক সলনি কৰিবলগীয়া হয়। কোনোবাজন ব্যক্তিক হঠাৎ কোনো এক ব্যস্ত পৰিস্থিতিত লগ পালে তেওঁৰ পৰা সাক্ষাৎ ল'বলগীয়া হ'লে থিয় হৈ বা গৈ থকা অৱস্থাত লৰালৰিকৈ বিষয়বস্তু অৱতাৰণা কৰি সাক্ষাৎ ল'বলগীয়া হয়। এনে অৱস্থাত দীঘলীয়া প্ৰশ্নোত্তৰ সম্ভৱ নহয় গতিকে প্ৰশ্নও সেইমতে কৰিবলগা হয়। নতুবা খুব কম সময়ৰ মাজতে একেলগে গোট খাই থকা বহুতো ব্যক্তিৰ পৰা সাক্ষাৎ ল'বলগীয়া হ'লে সংক্ষিপ্ত ৰূপত এই কাম কৰিব লাগে। কেতিয়াবা কথা কৈ ভালপোৱা ব্যক্তিৰ পৰা সাক্ষাৎ ল'বলগীয়া হ'লে তেনে ব্যক্তিৰ মূল কথাখিনি সংগ্ৰহ কৰি অপ্ৰয়োজনীয়খিনি আঁতৰাই যাব লাগে, পুনৰ লিখনিৰ সময়ত। য'ত সময় একেবাৰে কম সেই ঠাইত মূল খবৰটো আৰম্ভণিতে থৈ গুৰুত্বপূৰ্ণ প্ৰশ্নবোৰ আগলৈ আনি সেইমতে সাক্ষাৎ ল'ব লাগে, আৰু য'ত সময় যথেষ্ট পোৱা যায়, প্ৰশ্নবোৰ এনেদৰে সজাব লাগে যে সংশ্লিষ্ট সাক্ষাৎকাৰদাতাই কোনটো প্ৰশ্নোত্তৰ সাংবাদিকজনৰ বাবে অতি গুৰুত্বপূৰ্ণ আছিল সেয়া গম নাপায়। এই ক্ষেত্ৰত সাক্ষাৎকাৰদাতাৰ সৈতে সাংবাদিকজনে আৰম্ভণিৰেপৰা আন্তৰিক, মধুৰ আৰু সহজ কথা-বতৰাৰে নিজৰ ব্যক্তিত্ব ফুটাই তুলিব লাগিব। ভদ্ৰ,

সংযত আৰু শিষ্টাচাৰধৰ্মী মানুহক প্ৰত্যেক ব্যক্তিয়েই সন্মান কৰে। কোনোবাই এই ব্যক্তিত্বৰ অধিকাৰীজনৰ ওচৰ চাপি সাক্ষাৎ দিয়ে। কোনোবাই শ্ৰদ্ধা আৰু ভয়ৰ বশৱৰ্তী হৈ আঁতৰি যাবলৈ বিচাৰে। এনে অৱস্থাত সকলোৰেপৰা কৌশলেৰে সাক্ষাৎ সংগ্ৰহ কৰি আনিব পৰাটো সাংবাদিকৰ ভূমিকাৰ ওপৰত নিৰ্ভৰ কৰে। সকলো পক্ষৰে বা সকলো ব্যক্তিৰপৰা সাক্ষাৎ পাবলৈ সাংবাদিকজনে তাৎক্ষণিকভাৱে উপযুক্ত কৌশলৰ কথা চিন্তা কৰি সেইমতে আগবাঢ়িব লাগে।

কেতিয়াবা সাক্ষাৎকাৰদাতাই ইমান বেছি কথা ক'বলৈ ধৰে যে সেয়া ধৈৰ্য ধৰি থকা সম্ভৱ নহয়। কিন্তু সাংবাদিকে ইয়াৰ প্ৰতি অস্বস্তি প্ৰকাশ কৰি দেখুৱালে তেওঁলোকৰ পৰা পৰৱৰ্তী প্ৰশ্নৰ সমুচিত উত্তৰ পোৱাৰপৰা বঞ্চিত হ'ব পাৰে। আনহাতে সংশ্লিষ্টসকলৰ বেছিভাগেই এই কথা নাজানে যে নিৰ্দিষ্ট প্ৰশ্নৰ উত্তৰ সংবাদমাধ্যমৰ বাবে কেনেকৈ দিব লাগে। গতিকে তেওঁলোকৰ বক্তব্য নিজৰ সুবিধা মতে সংগ্ৰহ কৰি লৈ পৰৱৰ্তী প্ৰশ্নোত্তৰৰ বাবে সাজু হ'ব লাগে। এই কথাৰ প্ৰতিও মন কৰিব লাগিব যে তেওঁলোকে যি কৈছে সেয়া সাংবাদিকজনৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই কৈছে, সেয়ে তেওঁলোকৰ কথাবোৰ অদৰকাৰী বুলি প্ৰকাশ কৰি দেখুৱাব নালাগে। এজন সাংবাদিকে এনে পৰিস্থিতিত মূল বিষয়ৰ তথ্য আহৰণ কৰিবলৈ কেনে ধৰণৰ প্ৰশ্ন অৱতাৰণা কৰিব লাগে। তাৰবাবে অৱশ্যেই সজাগ থাকিব লাগে। সাক্ষাৎ ল'বলৈ যোৱা সাংবাদিকজনে তেওঁৰ কথা-বতৰাত এনে ধৰণৰ তথ্যৰ আভাস দি যাব লাগিব যাতে সংশ্লিষ্টসকলে বুজি উঠে যে সাংবাদিকজনে সকলো কথাই জানে আৰু সেইমতে সাজু হৈ আহিছে তেওঁক মিছা কথা কৈ সাৰি যাব পৰা নহ'ব। ফলত সকলোৰেপৰা প্ৰকৃত সত্যৰ খবৰ পোৱাত সুবিধা হ'ব।

সাংবাদিকে কেতিয়াবা প্ৰত্যাহ্বানমূলক পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হ'ব পাৰে। যেনে—অপমানসূচক মন্তব্য, তৰ্ক-বিতৰ্ক আদি। এনে পৰিস্থিতিত সংশ্লিষ্টসকলে নাৰ্ভাছ কৰোৱাই সাংবাদিকজনক সাক্ষাৎ প্ৰক্ৰিয়া নষ্ট কৰাৰ প্ৰয়াস কৰিব পাৰে। তেতিয়া সাংবাদিকজনে এনে ভূমিকা ল'ব লাগিব যে সাংবাদিকে ওলোটাই কৰা প্ৰশ্নৰ জোৰত যাতে সেইসকলে সেও মানিবলৈ বাধ্য হয়। আৰু তাৰ মাজৰপৰাই বুধিৰে খবৰ সংগ্ৰহ কৰি আনিব লাগিব।

## অপৰাধ সাংবাদিকতা

বিশ্বৰ খুব কমসংখ্যক দেশহে আছে য'ত অপৰাধৰ ঘটনা সংঘটিত নহয়। আজিৰ মানৱজগতলৈ বিভিন্নধৰণৰ অপৰাধৰ ঘটনাবোৰে বিভীষিকা আৰু অভিশাপ কঢ়িয়াই আনিছে। ঐতিহাসিক পৰ্যালোচকসকলৰ মতে অপৰাধ মানৱজীৱনৰ অংগ স্বৰূপ। কোনো মানুহেই চিৰকাল এটাও অপৰাধ নকৰাকৈ থাকিব পাৰিব বুলি ক'ব নোৱাৰে।

অপৰাধ মানুহৰ একপ্ৰকাৰ অসুস্থতাৰ নজিৰ। অপৰাধ মানুহৰ এটা প্ৰৱণতা। এই প্ৰৱণতা কাৰোবাৰ ক্ষেত্ৰত অলপ বেছি, কাৰোবাৰ ক্ষেত্ৰত কম। কিন্তু পৃথিৱী যিমান দিনলৈকে থাকিব, সিমান দিন মানৱ সভ্যতা জীয়াই থাকিব সিমান দিনলৈকে অপৰাধ জীয়াই থাকিব। বৰঞ্চ দিন যোৱাৰ লগে লগে ইয়াৰ মাত্ৰা বাঢ়িবহে পাৰে। নিত্য নতুন অপৰাধ আধুনিক যুগৰ প্ৰসাৰৰ লগে লগে আৱিষ্কৃত হৈ থাকিব। সেইদৰে অপৰাধীৰ সংখ্যাও বৃদ্ধি পাব। আইনৰ কঠোৰ ব্যৱস্থায়ো ইয়াক আবদ্ধ কৰিব নোৱাৰে। বহুতো আইন-কানুন, শাস্তি আদি প্ৰয়োগ কৰাৰ পিছতো বিভিন্ন দেশত অপৰাধৰ ঘটনা কমি যোৱাৰ সলনি বাঢ়ি যোৱাহে দেখা গৈছে।

সংবাদজগতৰ বাবে অপৰাধ সংবাদ এক অন্যতম উপাদান হিচাপে পৰিগণিত হৈ আহিছে। ক'ৰবাত কোনো ধৰণৰ অপৰাধ সংঘটিত হ'লে সেই সম্বন্ধে জানিবলৈ ব্যাকুল হৈ থাকে। মানুহৰ মুখৰ সলনি এই সংবাদ বাতৰিকাকতৰ যোগেদি লিখিত ৰূপত পালে মানুহে সেই ঘটনাৰ সবিশেষ জনাত সুবিধা পায়। সাংবাদিকে সেয়ে প্ৰকৃত ঘটনাৰ প্ৰতিচ্ছবিখন দাঙি ধৰি পাঠকক সন্তুষ্ট কৰিবলগীয়া হয়। এই ঘটনাৰ প্ৰতিবেদন পৰিৱেশন কৰোঁতে সাংবাদিকসকল অতি সচেতন হোৱা উচিত। যাতে ঘটনাৰ বিষয়ে ভুল ব্যাখ্যা, শ্ৰেণী-বিভাজন, উচটনিৰ গোন্ধ আদি প্ৰকাশ নাপায়। মানুহৰ আগ্ৰহৰ তাগিদাতেই সাংবাদিকতাৰ কাম-কাজ চলাই যাবলগীয়া হয়। অপৰাধৰ ঘটনা প্ৰচাৰ কৰাৰ সন্দৰ্ভত মতানৈক্য নথকা নহয়। এচামে ভাবে যে বিভিন্ন ধৰণৰ অপৰাধ সংবাদ প্ৰচাৰ হৈ থাকিলে ইয়াৰ আলমতে আৰু বেছি অপৰাধ বাঢ়ি যাব। কিয়নো সংবাদৰ জৰিয়তে বহুতো অপৰাধ কৌশল জানি যোৱাৰ বাবে অপৰাধীয়ে এনে অঘটন ঘটোৱাৰ সুবিধা পায়। বিপৰীত পক্ষই অনুভৱ কৰে যে সংবাদ জনোৱাৰপৰা পাঠকক বঞ্চিত কৰিব নালাগে। অপৰাধৰ সংবাদ জনাৰপৰা পাঠকসকলৰ শিক্ষা হয় আৰু এনে অপৰাধৰপৰা ৰক্ষা পাবলৈ জনসাধাৰণ সচেতন হ'ব পাৰে। অভিভাৱকসকলে নিজৰ সন্তানৰ প্ৰতি তেতিয়া সতৰ্ক হোৱাৰ সুযোগ পাব। চৰকাৰেও সজাগ ভূমিকা ল'বলৈ বাধ্য হ'ব আৰু নিয়ন্ত্ৰণৰ বাবে ব্যৱস্থা ল'ব। অপৰাধৰ বিৰুদ্ধে সমাজো সচেতন হ'ব পাৰিব। অৱশ্যে অতিমাত্ৰা অপৰাধজনিত সংবাদ অতিৰঞ্জিত ৰূপত পৰিৱেশিত হ'লে ই ক্ষতিকৰ হোৱাৰ আশংকা থাকে। সৎ উদ্দেশ্যেৰে, ইতিবাচক দৃষ্টিভংগী লৈ অন্যান্য সংবাদ পৰিৱেশন কৰাৰ দৰেই, অপৰাধমূলক সংবাদ পৰিৱেশন কৰাৰ সময়ত মানি চলিব লাগে।

অপৰাধক আভিধানিক ভাষাত— 'a wrong act that is against law or violation of law' অৰ্থাৎ যিবিলাক ভুল কাম আইন বিৰুদ্ধ বা আইনভংগকাৰী হিচাপে চিহ্নিত হয়। বিশেষজ্ঞসকলে ইয়াত নতুন মাত্ৰা প্ৰদান কৰি কৈছে যে— 'যি আইনৰ চকুত শাস্তিযোগ্য'। অৰ্থাৎ আইনৰ চকুত শাস্তিযোগ্য এনে কোনো আইনবিৰুদ্ধ কামেই হ'ল অপৰাধ। তেন্তে সংবাদ মাধ্যমৰ ক্ষেত্ৰত কোনবিলাক অপৰাধ হোৱাৰ

যোগ্য, সেয়া নির্ভৰ কৰিব সংশ্লিষ্ট সংবাদপত্ৰৰ পৰিচালকসকলৰ ওপৰত। সংবাদ মাধ্যমত অপৰাধজনিত সংবাদ প্ৰকাশৰ ফলত ইয়াৰ পৰিসৰ বাঢ়ে। ব্যাৱসায়িক দিশৰপৰা ই লাভজনক যদিও ই অতিৰঞ্জিত হৈ সাংবাদিকতাৰ পৰিপন্থীৰূপে গণ্য হ'লে বিপদজনক হ'ব। কিন্তু সেইবুলি অবাধ গতিত যিকোনো প্ৰকাৰৰ অপৰাধ মুক্তভাৱে চলি থাকিলে, সংবাদ মাধ্যম তথা সংবাদপত্ৰ নিশ্চুপ হৈ থকাটো উচিত নহয়। শিক্ষানুষ্ঠানৰ সমীপত মদ-জুৱা, ভাঙৰ পয়োভৰ চলি থাকিলে, মহিলাক অশালীন আচৰণ কৰিলে, চুৰি-ডকাইতি সঘনে হৈ থাকিলে, ধৰ্ষণ, লুট-পাত চলি থাকিলে, চৰকাৰী বা বেচৰকাৰীভাৱে বিভিন্ন দুৰ্নীতি চলি থকাৰ নিচিনা ঘটনা ঘটি থাকিলে সংবাদপত্ৰ নিৰৱে থাকিলে অন্যায় বুলিহে প্ৰতীয়মান হ'ব।

অপৰাধমূলক সাংবাদিকতাৰ সৈতে তিনিটা বিষয় জড়িত হৈ থাকে, অপৰাধ, অপৰাধৰ তদন্ত আৰু অপৰাধৰ বিচাৰ : এই সাংবাদিকতাৰ সৈতে জড়িতসকলে মূলত এই তিনিটা বিষয় গুৰুত্ব সহকাৰে লক্ষ্য ৰাখিব লাগে। নহ'লে এই কাম কৰাৰ ক্ষেত্ৰত যথেষ্ট অসুবিধাৰ সন্মুখীন হ'বলগীয়া হয়।

প্ৰথমতে, অপৰাধবোৰৰ প্ৰকৃতি সকলো ক্ষেত্ৰত একে নহয়। দেশৰ কোটি কোটি মানুহৰ মাজত নিতৌ হাজাৰ হাজাৰ অপৰাধ ঘটি থাকে। ইয়াৰ প্ৰত্যেকৰে আইনগত ব্যাখ্যা আছে। পৰিস্থিতি আৰু ঠাই বিশেষে ইয়াৰ কোনোটো জঘন্য অপৰাধ, কোনোটো সাধাৰণ অপৰাধ আৰু কোনোটো অপৰাধৰ শাৰীত নপৰেই। গতিকে এই অপৰাধবোৰৰ বিষয়ে সংবাদ বা প্ৰতিবেদন লেখাৰ সময়ত সাংবাদিকসকল অতি সচেতন হ'ব লগে। সেয়ে প্ৰতিটো অপৰাধৰ কথা লিখাৰ আগতে সকলো দিশ ভালকৈ চালি-জাৰি চাই, সঠিক ৰূপত উপস্থাপন কৰিব লাগে। উদাহৰণ স্বৰূপে, এটা চেমনীয়াক কোনো এটা দোষৰ বাবে কোনোবাই চৰ এটা মাৰিলে সি অপৰাধৰ শাৰীত নপৰে। যদি সেই চৰ মৰাৰ ফলত ল'ৰাটো চিকিৎসাধীন হ'বলগীয়া পৰিস্থিতি হয় তেতিয়া সি অপৰাধলৈ পৰিণত হ'ব পাৰে। কোনো মহিলাই কোনো এজন পুৰুষক হত্যা কৰাটো এটা ডাঙৰ অপৰাধ; যদি মহিলাগৰাকীয়ে নিজকে ধৰ্ষণৰপৰা হাত সাৰিবলৈ শেষ উপায় হিচাপে মানুহজনক হত্যা কৰিবলগীয়া হ'ল তেন্তে মহিলাগৰাকীৰ অপৰাধ যথেষ্ট লাঘৱ হয়। এই ধৰণৰ অপৰাধলৈ লক্ষ্য কৰি অপৰাধৰ মাপকাঠী কি, অপৰাধৰ গুৰুত্ব কিমান, তাক বিচাৰ কৰাৰ যোগ্যতা সাংবাদিকৰ থাকিব লাগিব।

ভাৰতীয় ফৌজদাৰী আইন (Indian Penal Code)-ত কোনবোৰক অপৰাধ বুলি গণ্য কৰিছে। সেইবোৰ কিয় অপৰাধ, তাৰ শাস্তি কি, সেয়া স্পষ্টকৈ উল্লেখ আছে। অপৰাধ সাংবাদিকতা কৰাসকলে সেয়ে এই ফৌজদাৰী আইনৰ বিষয়ে জানি থোৱা ভাল।

অপৰাধমূলক সাংবাদিকতাৰ দ্বিতীয় পৰ্যায়টো হৈছে— অপৰাধৰ তদন্ত সাধাৰণতে কোনো ব্যক্তি, গোষ্ঠী বা প্ৰতিষ্ঠানৰ অভিযোগৰ ভিত্তিতেই আৰক্ষীয়ে তদন্ত আৰম্ভ কৰে। তদন্তৰ বাবে আৰক্ষীৰ কামৰ ধাৰাবোৰ কি আৰু কেনেকুৱা, সেয়া সাংবাদিকজনে

জনাটো কৰ্তব্য। প্ৰথমে, অভিযোগৰ ভিত্তিত আৰক্ষীয়ে এফ.আই.আৰ. দাখিল কৰে। ইয়েই হৈছে প্ৰাথমিক খবৰ। ইয়াৰ পিছত আৰক্ষীয়ে ঘটনাস্থলী চৰজমিন পৰিদৰ্শন কৰে। ইয়াক কোৱা হয় স্পট এনকোৱাৰি (Spot Enquiry)। ইয়াৰ পিছত আৰক্ষীয়ে নিজৰ ধাৰামতে সাক্ষ্য লৈ থাকে। তাৰ পিছত আৰক্ষীয়ে অপৰাধৰ চাৰ্জশ্বিট যুগুত কৰে। ইয়াত অপৰাধ কি, অপৰাধ কেনেদৰে সংঘটিত হৈছিল আৰু অপৰাধী কোন সেয়া আৰক্ষীয়ে উল্লেখ কৰে। ইতিমধ্যে অপৰাধী গ্ৰেপ্তাৰ বা গ্ৰেপ্তাৰৰ চেষ্টা আৰম্ভ কৰে। কেতিয়াবা এফ. আই. আৰ.ত উল্লিখিত ব্যক্তিক প্ৰথমেই গ্ৰেপ্তাৰ কৰে। তেওঁলোকে জামিনত মুক্তি পাব পাৰে বা আৰক্ষীৰ তদন্তৰ স্বাৰ্থত, আদালতৰ আদেশ মতে বন্দী কৰি ৰাখিব পাৰে। ইয়াৰ পিছতে আদালতত অভিযুক্তৰ বিচাৰ আৰম্ভ হয়। অপৰাধৰ ঘটনাত সাংবাদিকৰ প্ৰথম পৰ্যায়ৰ কাম ইয়াতে ৰৈ যায়, কাৰণ আদালতত অভিযোগৰ শুনানী আৰম্ভ হোৱাৰ পিছত আইন অনুযায়ী কোনো সংবাদ মাধ্যমে একমাত্ৰ আদালতৰ খবৰৰ বাহিৰে আন কোনো খবৰ লিখিব নোৱাৰে। বিচাৰ চলি থকা অৱস্থাত আদালতৰ নিয়মিত শুনানীৰ খবৰ যেনেদৰে হৈছে তেনেকৈ লিখিব পাৰে। ইয়াৰ সামান্য হেৰফেৰ হ'লেই কোনোবাটো পক্ষই আদালত অৱমাননাৰ অভিযোগ আনি সাংবাদিকক বা সংবাদপত্ৰক হাৰাশাস্তি কৰিব পাৰে। গতিকে আদালতৰ বিচাৰাধীন এনে অপৰাধ গোচৰৰ সংবাদ পৰিৱেশনৰ সময়ত সাংবাদিকে অতি সাৱধানেৰে আগবঢ়া ভাল।

বিচাৰ কাৰ্য শেষ হোৱাৰ পিছত সেই অপৰাধ সংক্ৰান্তত যদি কোনো গুৰুত্বপূৰ্ণ সংবাদ প্ৰকাশ কৰিবলগীয়া থাকে তেনেহ'লে সেয়া কৰিব পাৰি। পিছত এই সংবাদৰ ওপৰত ভিত্তি কৰি এনে গোচৰ নতুনকৈ আৰম্ভ হোৱাও পৰিলক্ষিত হয়। প্ৰকৃত অপৰাধী সাৰি যোৱা বা উপযুক্ত শাস্তি নোপোৱা আদি বিষয় পুনৰ তথ্যসহকাৰে সংবাদপত্ৰত প্ৰকাশ পালে সেয়া পুনৰ বিচাৰ কৰিবলৈ আদালতে ব্যৱস্থা লয়। এনে সংবাদ পৰিৱেশনৰ বাবে সাংবাদিকজন সজাগ হোৱা অতি আৱশ্যক। কাৰণ তেওঁৰ সংবাদৰ ওপৰত এনে গোচৰৰ বিচাৰ কাৰ্যত যথেষ্ট গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে।

কেতিয়াবা কোনো অপৰাধ আৰক্ষীৰ বহীত অন্তৰ্ভুক্ত নহ'লে সেয়া সাংবাদিকে লিখিলে বে-আইনী নহয়। আৰক্ষীয়েও তেনে সংবাদ প্ৰকাশ পালে তেনে অপৰাধৰ বিৰুদ্ধে সক্ৰিয় হৈ পৰে। গতিকে সাংবাদিকজনে অপৰাধমূলক ঘটনাৰ বিষয়ে শুংসূত্ৰ লৈ ইয়াক পৰিৱেশন কৰাত তৎপৰ হৈ থাকিব লাগে। সাংবাদিকৰ মূল আৰু কঠিন কাম হ'ল দ্বিতীয় পৰ্যায় বা তদন্তৰ কামখিনি সঠিকভাৱে সমাধা কৰা। কাৰণ এই পৰ্যায়তেই সাংবাদিকে তদন্তৰ মূল কামখিনি কৰিব লগা হয়।

এজন প্ৰতিবেদক বা সংবাদদাতাই অপৰাধৰ পদ্ধতি সম্পৰ্কে নিশ্চিত হোৱাৰ বাবে প্ৰশ্নৰ উত্তৰ বিচাৰ কৰি চাব লাগিব। অপৰাধটো কিমান নৃশংস? এনে অপৰাধ আগতে ঘটিছেনে? সেই অপৰাধিবোৰ কোন? অপৰাধ পদ্ধতিত কোনো

অস্বাভাৱিকতা আছে নেকি? এই অপৰাধৰ উদ্দেশ্য কি? অপৰাধটো ইচ্ছাকৃত নে অনিচ্ছাকৃত ? অপৰাধটো ষড়যন্ত্ৰৰ পৰিণতি নেকি? কি কাৰণে এই ষড়যন্ত্ৰ? নে ই নিতান্তই দুৰ্ঘটনা? ধৃতসকল কোন? কেনেকৈ ধৰা পৰিল? তেওঁলোকৰ আগৰ অপৰাধ, গোচৰ কিবা আছিল নেকি? নে তেওঁলোকো ষড়যন্ত্ৰৰ চিকাৰ; নে ভুল বুজাবুজিৰ ফল ? আদি। ইয়াৰ পিছতে প্ৰতিবেদকে অপৰাধৰ ক্লু বা লক্ষ্য বিচাৰ কৰিব লাগিব, অপৰাধীয়ে থৈ যোৱা কোনো চিন-চাব বা সমল আৰক্ষীয়ে পাইছে নেকি? প্ৰত্যক্ষদৰ্শী কোনোবা আছিল নেকি ? তেওঁলোকৰ বক্তব্য কি ? এই ধৰণে খবৰৰ সন্ধান বিচাৰি যুগুতোৱা প্ৰতিবেদন এখনে অপৰাধজনিত প্ৰতিবেদনৰূপে পৰিণত হয় আৰু এনে প্ৰতিবেদনে আৰক্ষীকো কেতিয়াবা সহায় কৰে।

হোহেন বাৰ্গৰ মতে— এজন অপৰাধ সংবাদদাতা ক্ৰাইম ৰিপ'ৰ্টাৰ কেৱল সাংবাদিক হ'লেই নহ'ব। তেওঁ এজন পৰ্যৱেক্ষক, সত্য সন্ধানী খবৰৰ গভীৰতাত বিশ্বাসী, আইন সমন্ধীয় জ্ঞানৰ অধিকাৰী আৰু আৰক্ষীৰ কাম-কাজ সম্পৰ্কে বিস্তাৰিত জ্ঞান থাকিব লাগিব। নহ'লে আৰক্ষীৰপৰা সহযোগিতা পোৱাত অসুবিধা হয়।

অপৰাধ সংক্ৰান্তীয় বিষয়েই যাৰ সাংবাদিকতাৰ মুখ্য বিষয় সেই সাংবাদিকৰ দায়িত্ব আৰু কৰ্তব্যবোধ স্বাভাৱিকতে আৰু বেছি। অপৰাধ বিষয়টো এনেকুৱা যে—সাধাৰণতে ই প্ৰকাশ্যে ৰূপত নঘটে। ঘটিলেও, প্ৰকৃত অপৰাধ কি, অপৰাধী কোন আদি বুজি উঠাৰ পূৰ্বেই অপৰাধীয়ে সাৰিবলৈ উপায় বিচাৰে। আনহাতে আৰক্ষী বা সংশ্লিষ্ট এজেন্সি বা সূত্ৰবোৰেও সাংবাদিকক খবৰ দিবলৈ বাধ্য নহয়। তদুপৰি এনে খবৰৰ গোপনীয়তা ৰক্ষাৰ বাবেও তেওঁলোক বদ্ধপৰিকৰ। ইয়াৰ লগতে আছে আইন বিষয়ক জটিলতা। অপৰাধৰ সংবাদসেৱীসকলৰ ডাঙৰ সমস্যা হৈছে—খবৰৰ সূত্ৰ সংগ্ৰহ কৰা।

সাধাৰণতে আৰক্ষীৰ যোগেদি প্ৰতিদিনেই যিকোনো ধৰণৰ খবৰ পোৱা যায়। কিন্তু ভাল খবৰ পাবলৈ হ'লে, খবৰৰ গভীৰতালৈ যাবলৈ হ'লে আৰক্ষীৰ লগত সম্পৰ্ক ভালদৰে ৰাখি সাংবাদিকে কামত আগবাঢ়িব লাগিব। এইখিনিতে আৰু এটা কথা লক্ষ্য কৰিব লাগিব যে— যিজনৰ যোগেদি বা যিটো সূত্ৰৰ মাধ্যমেদি এই খবৰ সংগ্ৰহ কৰা হয়, তেওঁলোকে ভয় ভাব লৈ এনে খবৰ দিব লগা নহয়। যি নিজৰ স্বাৰ্থসিদ্ধিক গুৰুত্ব নিদিয়ে এই বিষয়ৰ লগত সংবাদিকসকলে আৰক্ষী বিভাগৰ গঠন আৰু কামৰ প্ৰকৃতি সম্পৰ্কে পৰিষ্কাৰভাৱে অৱগত হৈ থকা ভাল। ইয়াৰপৰাই বুজি ল'ব লাগিব আৰু বিচাৰি ল'ব লাগিব কোনো খবৰৰ সূত্ৰ ক'ত কেনেকৈ পোৱা যাব। অপৰাধমূলক প্ৰতিবেদনৰ গুৰুত্ব কেৱল খবৰৰ ওপৰত নিৰ্ভৰ নকৰে। পাঠকক খবৰৰ প্ৰতি আকৃষ্ট কৰিবলৈ হ'লে ৰচনাশৈলীত নতুনত্ব থাকিব লাগিব। সংবাদদাতাজনৰ প্ৰথম কৰ্তব্য পাঠকক খবৰটো জনোৱা । খবৰটো এনেভাৱে জনোৱা উচিত যাতে পাঠকে খবৰটো পঢ়ি আকৃষ্ট হয় আৰু অপৰাধ সম্পৰ্কে পাঠকৰ স্বাভাৱিক মনোভাবৰ পৰিৱৰ্তন ঘটে। কিন্তু কেতিয়াও এই প্ৰতিবেদন পাঠকৰ বাবে ভীতিৰ

কাৰণ হৈ উঠিব নালাগে বা অশালীন ৰূপত পৰিৱেশিত হ'ব নালাগে।

অপৰাধ মানেই গোপনীয়তা। এই বিষয়ৰ লগত জড়িত সাংবাদিকে সকলো সময়তে, অত্যন্ত কম সময়ত অধিক পৰিশ্ৰম কৰি সঠিক খবৰ সংগ্ৰহত ব্ৰতী হ'বলগীয়া হয়। আৰক্ষীৰ সূত্ৰৰপৰা পোৱা খবৰ সকলো সময়ত সঁচা নহ'বও পাৰে। গতিকে ঘটনাটো বিভিন্ন দিশৰপৰা লক্ষ্য কৰি, পৰীক্ষা কৰি চাই ল'ব লাগে। অপৰাধৰ বিভিন্ন ধাৰা, উপধাৰাবোৰ জানি লৈ তাক চিহ্নিত কৰিব লাগিব। কেতিয়াবা জনস্বাৰ্থৰ খাতিৰত কোনো অপৰাধ বা অপৰাধী সম্বন্ধে কোনো খবৰ প্ৰকাশ কৰাৰপৰা বিৰত থাকিব লগা হয়। সেই কাৰণে প্ৰতিবেদকে প্ৰয়োজনবোধে নিজকে সংযত কৰি ৰাখিব লাগে। কেতিয়াবা এই ধৰণৰ গুজবো খবৰ হিচাপে পৰিগণিত হয়। সেয়ে এই খবৰ সম্বন্ধে ভালদৰে আতি-গুৰি লৈহে ইয়াক প্ৰকাশ কৰিব লাগে। এই ধৰণৰ সংবাদ পৰিৱেশন কৰাসকল অতি ধীৰ-স্থিৰ আৰু সাহসিকতা সম্পন্ন হোৱা অতি দৰ্কাৰ। সংবাদ সংগ্ৰহ কৰিবলৈ যাওঁতে কেতিয়া ক'ত বিশৃংখল পৰিৱেশৰ মুখামুখি হ'ব লাগে তাৰ ঠিক নাই। তেনে পৰিৱেশৰ মেৰপাকত পৰি যাতে সংবাদৰ ৰূপ সলনি নকৰে। স্বাভাৱিক পৰিৱেশৰ মাজত থাকি ঘটনাৰ সঠিক ছবি দাঙি ধৰিব পাৰিব লাগে। কেতিয়াবা এই অপৰাধৰ সৈতে জড়িত বিভিন্ন পক্ষৰপৰা সাংবাদিকে ভাবুকিৰো সন্মুখীন হ'বলগীয়া হয়। এনে অৱস্থাত সাংবাদিকজনে কৌশলেৰে উপস্থিত বুদ্ধি প্ৰয়োগেৰে আত্মৰক্ষাৰ বাবে ব্যৱস্থা লৈ সমুচিতভাৱে সংবাদ পৰিৱেশনৰ চেষ্টা কৰিব।

মুঠতে, অপৰাধজনিত সংবাদ পৰিৱেশন একপ্ৰকাৰ জটিল কাম। ইয়াক পৰিৱেশনৰ বা এনে সংবাদ পৰিৱেশনেই এখন কাকত তথা সাংবাদিকক কেতিয়াবা বিপদত পেলাব পাৰে। সেয়ে অতি সাৱধানেৰে এই কামত আগবাঢ়িব লাগে।

*(স. স.)*

## কাৰ্টুন

### কাৰ্টুনৰ সূচনা আৰু প্ৰয়োগ ঃ

আধুনিক কাৰ্টুনৰ জনকজন হৈছে—উইলিয়াম হোগাৰ্থ। ইংৰাজ চিত্ৰকৰ হোগাৰ্থে ১৭ শতিকাৰ ইংলণ্ডৰ সামাজিক-ৰাজনৈতিক সমস্যা বা ঘটনাক বাস্তৱ পটভূমিত অধ্যয়ন আৰু বিশ্লেষণ কৰাৰ চেষ্টাৰে বহুতো ৰেখাচিত্ৰ আৰু ছবি আঁকিছিল। এইবোৰৰ মাজেদি ইংলণ্ডৰ মানুহৰ বিশেষ পৰিস্থিতিৰ ব্যংগাত্মক বিশ্লেষণ প্ৰকাশ পাইছিল। ইয়েই আধুনিক যুগৰ কাৰ্টুনৰ মাইলষ্ট'ন। হোগাৰ্থৰ পিছতে কাৰ্টুন শিল্পক প্ৰাণৱন্ত কৰি তোলা দুজন ইংৰাজ শিল্পী হ'ল—ৰ'লাণ্ডচন আৰু জেমছ গিল'ৰেই।

হোগাৰ্থৰ দিনৰ হাতেৰে অংকিত কাৰ্টুনসমূহৰপৰা ৰ'লাণ্ডচনৰ দিনত কাৰ্টুনসমূহ লিথুগ্ৰাফী আৰু তামৰ পাত্ৰত এচ্ছিং প্ৰিণ্টৰদ্বাৰা ছপা হৈছিল। ১৯ শতিকাৰ আগভাগত

ইউৰোপীয়ান জার্নেলৰ প্ৰকাশকসকলে কার্টুনৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিবলৈ ধৰে। ফলস্বৰূপে হাতেৰে অঁকা খণ্ডিত ৰূপত ছপা কৰা কার্টুনসমূহ সংবাদপত্ৰৰ অংগ হৈ পৰিল। সংবাদপত্ৰৰ প্ৰথমগৰাকী কার্টুনিষ্ট হৈছে—থমাছ ৰ'লাণ্ডচন। এই সংবাদপত্ৰত কার্টুন এক বিশেষ অংগ হৈ পৰাৰ লগে লগে কার্টুনিষ্ট বুলি নতুন জীৱিকাধাৰী এদল শিল্পীৰ সৃষ্টি হয়। উল্লিখিত জার্নেলসমূহেই প্ৰথমে সম্পাদকীয়ৰ ওপৰত ভিত্তি কৰি 'Editorial Political Cartoon' সৃষ্টি কৰিলে। যিবিলাক বৰ্তমান বাতৰিকাকতৰ অপৰিহাৰ্য অংগ। এওঁলোকৰ পিছৰ বিখ্যাত ৰাজনৈতিক কার্টুন শিল্পী হিচাবে ফ্ৰান্সৰ অন্ৰে দামিয়েৰৰ নাম উল্লেখযোগ্য। এওঁ এজন স্থপতিবিদ আছিল যদিও মূলতঃ কার্টুনৰ বাবে বেছি খ্যাতি লাভ কৰিছিল। এই সময়তে 'Happers Weekly' নামৰ জার্নেলখনত আমেৰিকাৰ বিখ্যাত কার্টুনিষ্ট থমাছ নেষ্টৰ কার্টুন নিয়মীয়াকৈ প্ৰকাশ পাইছিল। কার্টুনৰ ইতিহাসত উল্লেখনীয় আন দুজন কার্টুনিষ্ট হৈছে—ছাৰ ফ্ৰান্সিছ কাৰোথাৰ গ'ল্ড। ছাৰ ফ্ৰান্সিছ প্ৰথমজন দৈনিক পত্ৰিকাত কার্টুনিষ্ট হিচাবে নিযুক্তি পোৱা প্ৰথম শিল্পী। আনজন হৈছে—জঁন টেনিয়েল। এই দুজনৰ পিছত কার্টুন জগতৰ প্ৰসাৰ ঘটিল আৰু ন-ন দৃষ্টিভংগী তথা পৰিচ্ছন্ন সমাহাৰ ঘটি বলিষ্ঠ চিত্ৰশৈলীৰে ভালেমান দক্ষ কার্টুনিষ্টৰ জন্ম হয়। সেইসকলৰ ভিতৰত ডেভিদ লো, ভিক্টৰ উইন, চার্লছ আডম্ছ, টেট কিজ এণ্ডাৰচন আদি। ইয়াৰ পিছত ক্ৰমান্বয়ে লণ্ডনৰ পাঞ্চ, নিউজিলেণ্ডৰ স্পেক্টেড, আমেৰিকাৰ পাক এণ্ডজাজ, লাইফ, অষ্ট্ৰেলিয়াৰ ছিডনী বুলেটিন, ব্ৰিটেইনৰ ডেইলি হেৰল্ড, ষ্টাৰ, গার্ডিয়ান আদিত কার্টুন শিল্পই বিশেষ ৰূপত প্ৰতিষ্ঠা লাভ কৰিছিল। ভাৰতত কার্টুন শিল্পৰ আগমন ঘটোৱা শিল্পীজন আছিল গগনেন্দ্ৰ নাথ ঠাকুৰ।

বৰ্তমানৰ সংবাদপত্ৰত কার্টুনে এক গুৰুত্বপূৰ্ণ স্থান গ্ৰহণ কৰিছে। এই কার্টুনে এতিয়া এনে এক আকৰ্ষণীয় বিষয়বস্তুৰ স্থান দখল কৰি ল'লে যে ইয়াৰ অবিহনে যেন সংবাদপত্ৰৰ এটা কোণ উকা হৈ থাকিব। সংবাদপত্ৰখন লৈ বহু পাঠকে প্ৰথমে কেৱল কার্টুনলৈ দৃষ্টি নিক্ষেপ কৰিহে আন বা-বাতৰিলৈ নজৰ দিয়ে। সকলোৰে বাবে মনোৰঞ্জনৰ এক সহজলভ্য মাধ্যম হ'ল কার্টুন। কোনো এক সমস্যা বা বিষয় ক্ষুদ্ৰ কলেবৰত ব্যংগাত্মক অংকনেৰে পাঠকক আনন্দৰ খোৰাক যোগোৱা তথা জনগণৰ মনত উপযুক্ত সিদ্ধান্ত গ্ৰহণ কৰাত বৰ্তমান কার্টুন অধিক জনপ্ৰিয় হৈ পৰিছে। অতি সৰল অৰ্থত কার্টুন হৈছে—হাস্যৰস সৃষ্টি কৰিবলৈ অঁকা কিছুমান ছবি। 'কার্টুন' শব্দটো এটা ইংৰাজী শব্দ, ইয়াৰ কোনো অসমীয়া প্ৰতিশব্দ ব্যৱহাৰ নহৈ 'কার্টুন' নামেৰেই ব্যৱহৃত হৈ আহিছে। কার্টুন সমসাময়িক বিষয়বস্তু তথা ঘটনাৱলীৰ ব্যংগ চিত্ৰৰে ৰূপ দিয়া আৰ্হি। কার্টুনৰ যোগেদি কোনো এক ঘটনাৰপৰা সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক প্ৰতিক্ৰিয়াসমূহৰ আগতীয়া আভাষ দিয়া হয়। সাধাৰণতে ৰাজনৈতিক ঘটনাৱলীৰ প্ৰতিচ্ছবিয়ে এই দিশত বেছিকৈ প্ৰভাৱ পেলোৱা পৰিলক্ষিত হয়। ৰৈখিক চিত্ৰশৈলীৰে বাতৰিকাকতৰ কার্টুনে জনসাধাৰণক

বিভিন্ন বিষয়বস্তুৰ ঘটনাৰাজিৰ ব্যংগাত্মক বৰ্ণনা দিব পাৰে। কাৰ্টুনে মানুহক হাঁহিৰ খোৰাক যোগায় যদিও ই প্ৰকৃততে সত্য কথাৰ ভাল-বেয়া দুয়োটা দিশকে ফঁহিয়াই প্ৰকাশ কৰে। কাৰ্টুনত অলাগতিয়াল বিৱৰণ পৰিহাৰ কৰি মূল দৰকাৰী প্ৰসংগক বাহুল্যকৈ উপস্থাপন কৰাৰ চেষ্টা কৰে। যাতে নিৰ্দিষ্ট বিষয়বস্তু সমুচিত ৰূপত প্ৰতিফলিত হয়। হাস্যৰস নিহিত এই ছবিবোৰৰ যোগেদি পাঠক ৰাইজে গভীৰ ৰহস্য উদ্‌ঘাটন কৰি ল'ব পাৰে। আজিৰ সংবাদপত্ৰৰ এক অবিচ্ছেদ্য অংগ হৈ পৰা এই কাৰ্টুনৰ ব্যংগচিত্ৰবোৰৰ লক্ষ্য হ'লগৈ সমাজখনৰ সৰু-বৰ বিভিন্ন বিষয়ৰ ওপৰত কটাক্ষপাট কৰা।

সূক্ষ্ম হাস্যৰসৰ মাজেৰে একোটা বুদ্ধিদীপ্ত প্ৰকাশভংগীৰ গৰাকী এই কাৰ্টুনসমূহ। কেতিয়াবা একেটা কাৰ্টুন ইমানেই স্বয়ংসম্পূৰ্ণ ৰূপত ফুটি উঠে যে কেপছনৰ অবিহনেই তাৰ বক্তব্য স্পষ্ট ৰূপত ভাহি আহে। অৰ্থাৎ একোটা কাৰ্টুনৰ ব্যঞ্জনা ইমানেই শক্তিশালী হ'ব পাৰে যে মাথোঁ ব্যংগচিত্ৰৰ আলোকতে বক্তব্য এটা স্বআলোকিত হ'ব পাৰে। অৰ্থাৎ ছবি আঁকিলেই কাৰ্টুন সৃষ্টি নহয়। অংকন কৰা ছবিৰ মাজেদি চিন্তা কৰি উলিওৱা বক্তব্য সহজভাৱে পাঠকে বুজি পাব লাগিব।

**কাৰ্টুনৰ উদ্দেশ্য** : পৃথিৱীৰ বিখ্যাত সাংবাদিকতা বিষয়ৰ পুৰস্কাৰ 'পুলিট্‌যাৰ বঁটা'ৰ আইন আৰু নীতি-নিয়মত কোৱা হৈছে যে কাৰ্টুন হ'ব লাগিব অত্যন্ত স্বচ্ছ চিন্তা-ভাবনাৰ শিল্পকৰ্ম, যাৰ যোগেদি মানুহ উপকৃত হ'ব। কাৰ্টুনৰ দুটা অংশ ছবি আৰু আইডিয়া। কাৰ্টুনিষ্টৰ উদ্দেশ্য হ'ল এই আইডিয়াক মূৰ্ত ৰূপত দাঙি ধৰা। কাৰ্টুনৰ প্ৰাথমিক উদ্দেশ্য হিচাপে ক'ব পাৰি যে, পাঠকৰ সৈতে সহজে ভাব বিনিময় কৰা। মুখেৰে বা আখৰেৰে বুজাব নোৱৰা অভিব্যক্তি বা ঘটনাক ব্যংগ দৃষ্টিৰে চিত্ৰশৈলীত প্ৰকাশ কৰা, যিটোৱে দি যাব হাস্যৰসৰ লগতে প্ৰতিবাদৰ মৃদু খলকনি।

ব্যংগাত্মক অংকনেৰে কোনো এক সমস্যা বা বিষয় পাঠকক উপলব্ধি কৰোৱাটোৱেই হৈছে কাৰ্টুনৰ প্ৰধান কাম। কাৰ্টুনৰ জৰিয়তে কোনো সংঘাত, সমস্যা, ভুল-ক্ৰটি আদিৰ উৎসৰ সহায়ত কাৰ্টুনিষ্টসকলে বিৰোধী পক্ষক আক্ৰমণ কৰে। নিজস্ব চিন্তাধাৰা, সৃষ্টিশীল প্ৰতিভা, সামাজিক সচেতনতা আদি গুণবোৰ এজন কাৰ্টুনিষ্টে কাৰ্টুন আঁকিয়েই প্ৰকাশ কৰে, য'ত এখন দেশৰ সমস্যা তথা অন্যান্য দিশো ব্যংগাত্মক অংকনেৰে প্ৰকাশ কৰা হয় ই গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ সংবাদপত্ৰৰ ভেটি সবল কৰাত ই সহায় কৰে। চৰকাৰী নীতি য'ত নিষ্কৰ্মা, ৰাজনীতি য'ত সংকীৰ্ণ কৰ্মৰাজিত ব্যস্ত তাতেই কাৰ্টুনিষ্টে আঘাত হানি যায়। কাৰ্টুনিষ্টে ছবিৰ মাজেদি বিতৰ্কৰ অৱতাৰণা কৰে, মতামত আৰু ব্যাখ্যা আগবঢ়ায়। দৈনন্দিন জীৱনযাত্ৰাত বিতৰ্ক সৃষ্টি কৰি তেওঁ বিবেকবান ব্যক্তিৰ ভূমিকাও পালন কৰে। অভিজ্ঞ কাৰ্টুনিষ্টে তেওঁৰ গুণৰ বলত এজন ভৱিষ্যত দ্ৰষ্টাও হৈ পৰে। ক্ষমতা পিপাসু শাসক গোষ্ঠী তেওঁৰ বন্ধু নহয়। কাৰ্টুনিষ্টে তেওঁলোকৰ দায়িত্ব সোঁৱৰাই দি কয় যে— তেওঁলোক দেৱতা নহয়। ৰাজনীতিবিদসকলৰ স্বৰূপ উদ্‌ঘাটনত

কাৰ্টুনিষ্টসকল অতি দক্ষ কাৰিকৰ। ৰাজনীতিবিদেও জানে কাৰ্টুন এপাট অস্ত্র, যি কেতিয়াবা সামান্য আঘাত সৃষ্টি কৰে। কেতিয়াবা এই আঘাতৰ দাগ ৰৈ যায়।

কাৰ্টুন কোনো ফুলৰ মালা নহয়। বিৰোধী পক্ষক আক্রমণ কৰা এবিধ অস্ত্র। তথাপি অকাৰণত ইয়াক প্রয়োগ কৰা উচিত নহয়, যাতে নিৰীহজনে ইয়াৰ ফল ভোগ কৰিবলগীয়া হয়।

**কাৰ্টুনিষ্টৰ দায়িত্ব আৰু গুণাৱলী** : কাৰ্টুনিষ্টৰ ভূমিকা কেৱল পাঠকক সাময়িক আনন্দ দিয়াই নহয়, তেওঁৰ সামাজিক দায়বদ্ধতা, মানৱজাতিৰ প্রতি আন্তৰিকতা, সাধাৰণ মানুহৰ বক্তব্যক ছবিৰ যোগেদি প্রতিফলিত কৰি সামাজিক সমস্যা সমাধানৰ পথ বিচাৰি উলিওৱা। গতিকে কাৰ্টুনিষ্টগৰাকী এজন শিল্পীয়েই নহয়, তেওঁ এজন সমাজ সচেতন মানুহ। এজন সাংবাদিকৰ দৰে তেওঁৰ দৃষ্টিভংগী প্রসাৰিত আৰু এজন দাৰ্শনিকৰ দৰে তেওঁৰ চিন্তা-ভাবনা সুদূৰ প্রসাৰিত।

আক্ষৰিক অৰ্থত কাৰ্টুনিষ্টগৰাকী সাংবাদিক নহয়। তথাপি সংবাঁদ, সাংবাদিক আৰু সংবাদপত্র তেওঁৰ অবিচ্ছেদ্য অংগ। সাংবাদিক এজনে সংবাদৰ সন্ধানত যেনেকৈ ঘূৰি ফুৰিবলগীয়া হয়, কাৰ্টুনিষ্ট এজনে কাৰ্টুনৰ সন্ধানত সেইদৰে ঘূৰি ফুৰিব নালাগে যদিও, তেওঁৰ পৰৱৰ্তী কাৰ্টুনৰ পটভূমি কি হ'ব তাক লৈ প্রতি ক্ষণতে চিন্তা কৰি থাকিবলগীয়া হয়। কেতিয়াবা এই কাৰ্টুন হঠাতে সৃষ্টি হৈ যায়, কিন্তু কোনোবাদিনা ভাবি ভাবিও ইয়াৰ পট মনলৈ নাহে। সাংবাদিকসকল ওলাই গ'লেই কিবা নহয় কিবা এটা সংবাদ গোটাই আনিব পাৰে, কিন্তু কাৰ্টুনিষ্ট এজনে ইমান সহজে এই কাম কৰিব নোৱাৰে। কাৰ্টুনিষ্টজনে ছবিৰ জৰিয়তেই মূল মনোভাবটো প্রকাশ কৰাৰ লগতে হাস্য-ব্যংগৰ দিশটোও ফুটাই তুলিব পাৰিব লাগিব। সাংবাদিকৰ দায়িত্বৰ লগতে কাৰ্টুনিষ্টগৰাকী এজন ভাল বিশ্লেষক, তথ্যানুসন্ধানী আৰু ভৱিষ্যত দ্রষ্টাও। কিয়নো কাৰ্টুনৰ যোগেদি সাময়িক ঘটনাৰ বিৱৰণ দাঙি ধৰাৰ লগতে তেওঁ সৰ্বসাধাৰণ মানুহৰ আশা আকাংক্ষাৰ নিভাঁজ ৰূপ ছবিৰে প্রকাশ কৰে। কাৰ্টুনিষ্টে কাৰ্টুনৰ সৈতে বিস্তাৰিত বিৱৰণ লিখিব নালাগে। তেওঁৰ মূল অস্ত্র কলম নহয়, ছবিৰ ৰং তুলিকাহে। সেই তুলিকাৰ মাধ্যমেদি কাৰ্টুনিষ্টে সমাজ জীৱনৰ বিভিন্ন প্রতিচ্ছবি ফুটাই তোলে। পচুৰৈ তথা পাঠকৰ মাজলৈ সমাজত ঘটি থকা দুৰ্নীতি আদিৰ ঘটনাসমূহ ৰসিক চিত্র অংকনেৰে নিগৰি আহে। জনসাধাৰণকো ইয়াৰ মাধ্যমেদি সঠিক চিন্তাৰ বাবে সজাগ কৰি দিয়া হয়। এই কঠোৰ আৰু নৰম মিশ্রণৰ মাজতেই লুকাই থাকে এজন কাৰ্টুনিষ্টৰ কৃতিত্ব।

কেনো এক সংবাদ এক বিশেষ সময়ৰ বাবেহে সীমাবদ্ধ হৈ থাকে। কিন্তু কাৰ্টুনৰ আবেদন চিৰস্থায়ী। বিশ্বৰ শ্রেষ্ঠ কাৰ্টুনিষ্টৰ শিল্পধাৰাক আজিও বিভিন্ন স্থানত সংৰক্ষণ কৰি থোৱা হৈছে, যিবিলাক নতুন প্রজন্মই চাই তাৰ যোগেদি প্রকাশ পোৱা ভাবধাৰাক হৃদয়ংগম কৰিব পাৰে।

এজন সফল কাৰ্টুনিষ্টৰ মুখত অনৱৰতে থাকিব হাঁহি, কিন্তু তেওঁৰ মনৰ অভ্যন্তৰত

লুকাই থাকিব কঠোৰ মানসিকতা আৰু ইয়াৰ মাজেদি তেওঁ অংকন কৰি যায় অন্যায় অনীতিৰ লজ্জাজনক ৰূপ। যিবোৰে সংশ্লিষ্টসকল তথা সৰ্বসাধাৰণ মানুহক জাগৰিত কৰি যায় আৰু চিন্তা কৰাৰ আভাস দিয়ে। কাৰ্টুন মানে কেৱল ছবি নহয়। কাৰ্টুন মানে সমাজ, ৰাজনীতি, মানুহ, সংবাদ দৰ্শন আৰু চিৰন্তন এটি সজাগ শিল্পকলা।

কাৰ্টুনিষ্টক দুভাগত ভগাব পাৰি। এভাগৰ গভীৰ চিন্তাধাৰাৰ মাজেদি অংকন প্ৰতিভাত হয় আৰু তেওঁলোকে এক আদৰ্শৰ ভিত্তিত থাকি কাম কৰি যায়। তেওঁলোক পাঠকৰ ওচৰত সদায় দায়বদ্ধ হৈ থাকে। মানব সমাজৰ মুখপাত্ৰ হিচাপে এইসকলে কাম কৰে। অৱশ্যে এইচাম এতিয়াও সংখ্যালঘুৰ শাৰীতেই আছে। হ'লেও কাৰ্টুনৰ ইতিহাসত এওঁলোকৰ স্থিতিয়ে বিশেষ স্থান অধিকাৰ কৰি আহিছে। আনভাগ হ'ল কাৰ্টুনৰ এটি ধাৰা কোনোৰকম অব্যাহত ৰাখি কাম কৰি যোৱা। তেওঁলোকৰ কোনো আদৰ্শ নাই, এক সাধাৰণ বিনোদন হিচাপে কাৰ্টুনক স্থান দিয়ে। তেওঁলোকৰ শিল্পকৰ্মত বিশেষ বক্তব্য দিব পৰা বা মানৱীয় চিন্তাধাৰাৰ গভীৰ ৰেখাপাত পোৱা নাযায়।

**কাৰ্টুনৰ শিল্পধাৰা** : ইলাষ্ট্ৰেছন বা কমিক ষ্ট্ৰীপৰ মাজেদি কাৰ্টুনক পোৱা নাযায়। ই কোনো যান্ত্ৰিক উপাদানো নহয়। কাৰ্টুন মানসিক চিন্তাধাৰাৰে নিৰ্গত হোৱা মানুহৰ মৌলিক সৃষ্টি। কাৰ্টুনৰ বক্তব্য হ'ব খুব কম। কাৰ্টুনৰ দুটি অংশ ছবি আৰু আইডিয়া। এই ছবি আঁকিবলৈ শিকাব পাৰি কিন্তু ইয়াৰ আইডিয়া বা আভাস বস্তুটো শিকোৱা নহয়। কাৰ্টুন আঁকিবলৈ কাৰ্টুনিষ্টে কি পদ্ধতি ব্যৱহাৰ কৰিব সেয়া তেওঁৰ নিজস্ব কথা। কোনোবাই তুলিকা ব্যৱহাৰ কৰিব পাৰে, কোনোৱে ব্যৱহাৰ কৰিব পাৰে চিয়াহী। কাৰ্টুন এটাৰ স্বৰূপ নিৰ্ভৰ কৰে তাৰ দৃশ্য গ্ৰাহ্যতা আৰু চিত্ৰনৰ ওপৰত। কাৰ্টুন এটা মূলতঃ ড্ৰয়িং ৰেখাচিত্ৰ। চিয়াহী বা পেঞ্চিলৰ ৰংটো আৰু কাগজৰ ৰংটোৱেই কাৰ্টুনৰ একমাত্ৰ ৰং। ৰেখাৰ শক্তি তাৰ ব্যঞ্জনাত, তাৰ গতিত, ছন্দত, কোনো এটা ভাবৰ, মনৰ মাজত থকা কোনো এটা ৰূপকল্পক মূৰ্ত কৰি তুলিব পৰাৰ ওপৰত নিৰ্ভৰ কৰে। বিভিন্ন প্ৰকৃতিৰ ৰেখাৰ যোগেদিয়েই কাৰ্টুনিষ্টে মনৰ চিন্তাধাৰাক, সি বিকৃত-অবিকৃত যিয়েই নহওক একোটা বা ততোধিক ইমেজক একেৰঙী কাগজখনত মূৰ্ত কৰি তোলে। তীব্ৰ, তীক্ষ্ণ, কোবাল, বলিষ্ঠ আদি বিচিত্ৰ ধৰণৰ ৰেখাৰ, বিভিন্ন ভাব-ভংগীৰ আকৰ্ষণে কাৰ্টুনৰ ব্যংগ ভাব অভিব্যক্তিৰ সৃষ্টি কৰে। বিভিন্ন চিন্তাৰ ৰসবাহী ৰেখাৰ প্ৰয়োগ আৰু অভিব্যক্তিৰ সৃষ্টিতেই কাৰ্টুনিষ্টজনৰ সাৰ্থকতা আৰু মৌলিকতা প্ৰকাশ পায়।

**কাৰ্টুনিষ্টৰ স্বাধীনতা** : কাৰ্টুনিষ্টৰ স্বাধীনতা অবাধ নহয়। তেওঁ আইনৰ উৰ্ধ্বত কাম কৰিব নোৱাৰিব। কোনো মন্ত্ৰী, আমোলা, ব্যৱসায়ী বা সাধাৰণ মানুহে প্ৰয়োজন হ'লে কাৰ্টুনিষ্টৰ বিৰুদ্ধে গোচৰ তৰিব পাৰে। তথাপি গণতান্ত্ৰিক দেশবিলাকত কাৰ্টুনিষ্টৰ সমালোচনা সকলোৱে মানি লোৱা দেখা যায়। বিশেষকৈ ৰাজনীতিবিদসকলে ইয়াক কোনো হকাবধা নকৰে। কিয়নো নহ'লে তেওঁৰ পৰবৰ্তী নিৰ্বাচনত তেওঁৰ বিপক্ষে ৰায় যাব পাৰে। তথাপি যিকোনো ৰাজনৈতিক নেতা, চৰকাৰী আমোলা বা সাধাৰণ নাগৰিকে

কার্টুনিষ্টৰ ওপৰত মানহানিৰ গোচৰ তৰিব পাৰে আৰু সাধাৰণ আইনৰ অধীনতে ইয়াৰ বিচাৰো হয়।

কার্টুনিষ্টসকল সাংবাদিকতাৰ আন সকলোবিলাকৰ দৰে কর্তব্য সংবাদভিত্তিক। কার্টুন পৰিৱেশনৰ পূর্বে সংবাদৰ সত্যতা সম্পর্কে বিচাৰ কৰি লোৱা উচিত। নহ'লে অযথা পাঠক সমাজক দিশহাৰা কৰাৰ দৰে হ'ব।

শেষত প্ৰখ্যাত কার্টুনিষ্ট ডেভিদ লোৰ মন্তব্যৰে ক'ব পাৰি, "A cartoonist is not born. He is made with austere Hard Work."

( স . স . )

---

*কৃতজ্ঞতা ঃ চিৰঞ্জীৱ দত্ত, নিতুপর্ণ ৰাজবংশী, মনোজ এম. নেওগ, দীপক জ্যোতি বৰুৱা।*

## নতুন লেখক-সংবাদসেৱীসকলে জানিবলগীয়া কেইটামান কথা

নতুনকৈ লিখা-মেলা কৰিবলৈ লোৱা এনে বহু প্ৰতিশ্ৰুতিসম্পন্ন লোক আছে যাৰ লেখাৰ বিষয়বস্তু হয়তো সুন্দৰ কিন্তু সেইবোৰ তেওঁ প্ৰকাশৰ বাবে পঠোৱা কাকত বা আলোচনীত প্ৰকাশ নহয়। কিয় এনে হয়? এই প্ৰশ্নৰ উত্তৰ বিচাৰিলে দেখা যায় যে বহু নৱীন লেখক-লেখিকা, সাংবাদিকে লেখা এটা বা বাতৰি এটা সংবাদপত্ৰ বা আলোচনীলৈ কেনেকৈ পঠাব লাগে সেই কথা ভালদৰে নাজানে, যাৰ বাবে প্ৰকাশৰ উপযোগী লেখায়ো বহু সময়ত প্ৰকাশৰ মুখ নেদেখে। এই কথালৈ লক্ষ্য ৰাখিয়েই নতুনকৈ লিখা-মেলা কৰিব খোজাসকলে জানিব লগা, দেখাত সাধাৰণ কিন্তু কামত অতি প্ৰয়োজনীয় কথা কেইটামান তলত উল্লেখ কৰা হ'ল —

- যিকোনো লেখাই পৰিষ্কাৰকৈ পঠোৱা অতি প্ৰয়োজনীয়। সুন্দৰ হাতৰ আখৰেৰে (বা ডি.টি.পি. কৰি) দুটা শাৰীৰ মাজত যথেষ্ট ফাঁক ৰাখি কটা-কুটা নকৰাকৈ পৰিষ্কাৰকৈ পঠোৱা লেখা এটাই প্ৰথমেই সম্পাদকৰ দৃষ্টি আকৰ্ষণ কৰে। ক'ব নোৱৰাকৈ এই কথাটোৱে সম্পাদকজনৰ মনত লেখাটোৰ প্ৰতি এটা ভাল ভাবৰ জন্ম দিয়ে, যিটো নতুন লেখক এজনৰ লেখাৰ বাবে বিশেষ প্ৰয়োজনীয় কথা। তদুপৰি পৰিষ্কাৰ লেখা এটাৰ ব্যাৱহাৰিক সুবিধা এটাও আছে। সেয়া হ'ল লেখাটো সম্পাদকে সম্পাদনা কৰিবলৈ সুবিধা পায়। সেয়ে প্ৰকাশৰ বাবে পঠোৱা যিকোনো লেখাই বগা কাগজত দুটা শাৰীৰ মাজত যথেষ্ট ঠাই ৰাখি (মাজত সম্পাদকে প্ৰয়োজনত আৰু এটা শাৰী লেখিব পৰাকৈ) লিখা উচিত।
- লেখা কাগজৰ এটা পিঠিতহে লেখিব লাগে। দুয়ো পিঠিত লেখা ৰচনা সাধাৰণতেই সংবাদপত্ৰ/আলোচনীয়ে প্ৰকাশৰ বাবে যোগ্য বিৱেচনা নকৰে।

● লিখা কাগজ ফুলস্কেপ বা 'এ ফৰ' আকাৰৰ এটা লেখাৰ সকলোবোৰ কাগজ একে জোখৰ হ'লে পাণ্ডুলিপিটো শুৱনি হ'ব।

● লিখা কাগজখনৰ চাৰিওকাষে এক ইঞ্চি মানৰ খালী ঠাই এৰিহে লেখিব লাগে। তদুপৰি, লেখাটো আৰম্ভ কৰা প্ৰথম পৃষ্ঠাত, পৃষ্ঠাটোৰ আধাৰপৰাহে মূল লেখাটো আৰম্ভ কৰিব লাগে। পৃষ্ঠাটোৰ ওপৰৰ আধা অংশত লেখাটোৰ শিৰোনামা আৰু লেখকৰ নাম লেখি বাকী অংশ সম্পাদকে লেখাটো সম্পৰ্কীয় প্ৰয়োজনীয় টোকা লেখিবৰ বাবে খালীকৈ এৰি থ'ব লাগে।

● লেখাটোৱে একাধিক পৃষ্ঠাত সামৰি ল'লে পৃষ্ঠা নম্বৰ দিয়া অতি প্ৰয়োজনীয়। সাধাৰণতে পৃষ্ঠা নম্বৰ দিওঁতে লেখাটোৰ শিৰোনামা/লেখাটোৰ বিষয়/ লেখকৰ নাম আদিৰে যুক্ত কৰি দিয়াটোৱেই নিয়ম। উদাহৰণ স্বৰূপে, সৌৰভ বৰুৱাই যুৱ সামাজিকতা সম্পৰ্কত লিখা 'আজিৰ যুৱ সমাজ: কিমান তললৈ কিমান ওপৰলৈ' শীৰ্ষক লেখাটোৰ পৃষ্ঠা নম্বৰ 'আজিৰ যুৱ সমাজ/১' বা 'যুৱ/১' বা 'সৌৰভ/১' বুলি উল্লেখ কৰিব পাৰি। এনে কৰাৰ উদ্দেশ্য হ'ল কেনেবাকৈ যদি লেখাটোৰ এখিলা পাত বান্ধৰপৰা ওলায়ো যায় তেতিয়াও যাতে সম্পাদকৰ মেজত থকা অগণন লেখাৰ মাজত এই পাতখিলা কোন লেখাৰ পাছত সেয়া তৎক্ষণাৎ ধৰিব পাৰি।

● লেখাটোৰ প্ৰতি পৃষ্ঠাৰ আগতে মাৰ্জিনৰ কাষত লেখকে চহী কৰা উচিত। আগতো প্ৰতি পৃষ্ঠাতে নকৰিলেও লেখাটোৰ শেষত চহী কৰা বাঞ্ছনীয়। লগতে লেখকৰ সৈতে যোগাযোগৰ সম্পূৰ্ণ ঠিকনাও ইয়াত উল্লেখ কৰিব লাগে।

● যোগাযোগৰ ফোন নম্বৰ থাকিলে সেয়া উল্লেখ কৰিবলৈ নাপাহৰিব। কাৰণ অজিৰ এই উন্নত প্ৰযুক্তিবিদ্যাৰ যুগত আপোনাৰ লেখাটো সম্পৰ্কে সম্পাদকে কিবা কথা পাতিব খুজিলে তাৰ বাবে এখন চিঠি লেখাতকৈ এটা ফোন ক'লৰ যোগেদি পাতিবলৈ স্বাভাৱিকতেই সহজ পাব।

● লেখাটোৰ সৈতে সম্পাদকলৈ এখন আনুষ্ঠানিক পত্ৰ প্ৰেৰণ কৰাটো বাধ্যতামূলক। এই চিঠিত বহু কথা লেখি অনৰ্থক দীঘল নকৰিব। সম্পাদকক নমস্কাৰ/সম্ভাষণ জনাই আপুনি যে এটা লেখা(লেখাৰ শিৰোনামা উল্লেখ কৰিব)তেখেতৰ কাকত/ আলোচনীলৈ প্ৰকাশৰ বাবে পঠাইছে আৰু সেই লেখাটো প্ৰকাশ পালে যে আপুনি ভাল পাব তাক যথাসম্ভৱ চমুকৈ চিঠিখনত উল্লেখ কৰিব। ভুলটো সম্পাদক বা সংবাদপত্ৰখনক তোষামোদ/প্ৰশংসা নকৰিব, সম্পাদক বা সংবাদপত্ৰৰ বিষয়ে কিবা ক'বলগীয়া থাকিলে সুকীয়া চিঠি এখনেৰে সেই কথা কওক।

● সম্পাদকলৈ লিখা চিঠিতো আপোনাৰ সম্পূৰ্ণ নাম ঠিকনা উল্লেখ কৰিব। ছদ্মনামত লেখিলেও সেয়া সম্পাদকক জনাব লাগে।

● সম্পাদকলৈ লিখা চিঠি আৰু মূল লেখা দুয়োটাতে ছপাৰ বাবে পঠোৱাৰ তাৰিখ উল্লেখ থাকিব লাগে।

● বানান আৰু শুদ্ধ বাক্য গাঁথনিয়ে এটা লেখা প্ৰকাশ হোৱাত বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লয়। যিমানেই নিৰপেক্ষ বুলি কোৱা নহওক কিয় সম্পাদকজনো যিহেতু এজন মানুহ গতিকে তেওঁৰো স্বাভাৱিকতেই কিছু দুৰ্বলতা থাকে। খুব ভাল বিষয়ত লেখা প্ৰবন্ধ এটাও বাৰ পাচি ভুলেৰে সৈতে পঢ়িবলৈ পালে সম্পাদকজনৰ মন স্বাভাৱিকতেই কোঁচ খাই আহে আৰু লেখাটো প্ৰকাশ হোৱাৰ সম্ভাৱনীয়তা কমি যায়। ইয়াৰ বিপৰীতে শুদ্ধ বানান, শুদ্ধ বাক্য গাঁথনিৰে সৈতে পঢ়িবলৈ পোৱা লেখাটোৰ প্ৰতি সম্পাদক হাজাৰ হ'লেও কিছু আকৃষ্ট হয় আৰু ই প্ৰকাশ হোৱাত কিছু সহায় কৰে। সেয়ে নিজে লিখা বানান আৰু বাক্য গাঁথনি সম্পৰ্কত যিসকলৰ সামান্যতমো সন্দেহ থাকে তেওঁলোক অভিধানৰ সহায় লোৱা উচিত আৰু সম্ভৱ হ'লে লেখাটো প্ৰকাশৰ বাবে পঠোৱাৰ আগতে ভাষাটোত দখল থকা অভিজ্ঞ লোক এজনৰ যোগেদি লেখাটোৰ বানান, বাক্য গাঁথনিৰ এবাৰ পুনৰীক্ষণ কৰাই ল'ব পাৰিলে ভাল।

● লেখা এটা কোনোবা কাকত বা আলোচনীলৈ প্ৰকাশৰ বাবে পঠোৱাৰ আগতে চাই ল'বলগীয়া আৰু এটা গুৰুত্বপূৰ্ণ কথা হ'ল যে তেনে লেখা সেই কাকত/ আলোচনীত প্ৰকাশৰ সম্ভাৱনা আছে নে নাই। উদাহৰণ স্বৰূপে, এখন সাহিত্য আলোচনীলৈ ছিনেমা সম্পৰ্কীয় প্ৰবন্ধ এটা পঠালে সেইটো প্ৰকাশ হোৱাৰ সম্ভাৱনা তাকৰ হ'বই। তদুপৰি কিছুমান সংবাদপত্ৰ বা আলোচনীৰ কিছুমান নীতিও থাকে আৰু এই নীতিসমূহ প্ৰায়েই অঘোষিত হয়। উদাহৰণ স্বৰূপে, কোনোবাখন কাকত/ আলোচনীয়ে হয়তো সশস্ত্ৰ বিপ্লৱৰ সমৰ্থনত কোনো কথা ছপাব নোখোজে । গতিকে এনে কাকতলৈ এই বিষয়ৰ প্ৰবন্ধ পঠাই প্ৰকাশৰ আশা কৰাটো ভুল। এই নীতিসমূহ কাকত/আলোচনীৰ প্ৰায়ে অঘোষিত হয়। বিভিন্ন কাৰণত এই সম্পাদকীয় নীতিবোৰ ঘোষণা কৰা টান। কিন্তু কাকত/আলোচনীখনৰ কেইটামান সংখ্যা মন দি চালেই এইবোৰ নীতি অনুমান কৰিব পাৰি। আন এটা কথাৰ কাৰণেও লেখা পঠোৱা কাকত/ আলোচনীৰ সংখ্যাবোৰত চকু ৰখা প্ৰয়োজন। সেয়া হ'ল আপুনি প্ৰকাশৰ বাবে পঠাব খোজা বিষয়টো সম্পৰ্কত অলপতে কাকত/আলোচনীখনত কিবা লেখা প্ৰকাশ হৈ গৈছে নেকি ? যদিহে আপুনি লেখা বিষয়টোৰ সৈতে একে বক্তব্যৰ লেখা এটা অলপতে প্ৰকাশ হৈ গৈছে তেনেহ'লে আপোনাৰ লেখাটো মান বিশিষ্ট হ'লেও প্ৰকাশৰ সম্ভাৱনা কম। কাৰণ, একেটা বিষয়ত বাৰে বাৰে লেখা ছপাবলৈ সম্পাদকে সাধাৰণতেই ইচ্ছা নকৰিব।

● সাম্প্ৰতিক কালত, বিশেষকৈ অসমৰ সংবাদপত্ৰসমূহত দেখা যায় যে সম্পাদকসকলে চমু লেখা প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে। সেয়ে চমু লেখাসমূহৰ প্ৰকাশ সম্ভাৱনীয়তাও সৰহ হয়।

● মন কৰিবলগীয়া আন এটা কথা হ'ল আপুনি পঠোৱা লেখাটো প্ৰকাশ কৰিবলৈ সেই সংবাদপত্ৰ/আলোচনীত সুবিধা আছে নে নাই তাক কোৱাটো। ধৰক, আপুনি এটা সুন্দৰ কবিতা লেখি এখন আলোচনীলৈ পঠাই দিলে। কিন্তু সেই আলোচনীখনত যদি কবিতাৰ বাবে এটা শিতানেই নাই তেনেহ'লে আপোনাৰ কবিতাটো প্ৰকাশ হ'ব ক'ত ? গতিকে যিকোনো লেখাই প্ৰকাশৰ বাবে পঠোৱাৰ আগতে সেই নিৰ্দিষ্ট কাকত/আলোচনীখনৰ চৰিত্ৰৰ সৈতে ভালদৰে পৰিচয় হৈ লোৱা প্ৰয়োজনীয়।

● আপোনাৰ লেখাটোৰ বাবে আন উৎসৰপৰা সহায় ল'লে উৎসসমূহৰ উল্লেখ লেখাৰ শেষত স্পষ্টকৈ কৰিব। অনুবাদৰ ক্ষেত্ৰত মূল লেখকৰ নাম, ৰচনাৰ নাম, মূল লেখাটোৰ ফটোকপি আৰু প্ৰয়োজন ক্ষেত্ৰত অনুবাদৰ বাবে মূল লেখকৰ অনুমতি পত্ৰ গাঁঠি দিব।

● লেখাটোৰ লগত ছপাব পৰা ফটো, স্কেটচ্, 'পেপাৰ কাৰ্ট' ইত্যাদি গোটাই পঠালে বহু সম্পাদকে ভাল পায়, কথাটো মনত ৰাখিব ! মাত্ৰ সাৱধান, ফটো/ছবিত যাতে ভাঁজ নপৰে।

● লেখাৰ ফটোকপি বা কাৰ্বন কপি বহু সংবাদপত্ৰই প্ৰকাশৰ বাবে বিবেচনা নকৰে। সেয়ে ফটোকপি বা কাৰ্বন কপিটো নিজৰ ওচৰত ৰাখি মূল কপিটোহে সম্পাদকলৈ পঠোৱাটো ভাল।

● লেখাটো সুমুৱাই পঠোৱা লেফাফাটোতো বহু কথা থাকে। আপুনি নতুন লেখক, সম্পাদকে আপোনাৰ প্ৰতিভাৰ বিষয়ে এতিয়াও একো নাজানে, গতিকে লেফাফাটোৰপৰাই আপুনি সম্পাদকজনৰ ওপৰত আপোনাৰ এটা ভাল 'ইম্প্ৰেছন'/'ভাবমূৰ্তি' দিবলৈ চেষ্টা কৰা ভাল। কেতিয়াবা দেখা যায় কোনোবাই কাৰোবালৈ দিয়া লেফাফা এটাতে আগৰ ঠিকনা কাটি-কুটি বা তাৰ ওপৰত বগা কাগজ লগাই নতুনকৈ সম্পাদকৰ ঠিকনা লেখি পঠায়। এনে কাৰ্যই কিন্তু লেখাটো পঢ়িবলৈ লোৱাৰ আগতে লেখক আৰু লেখাটোৰ প্ৰতি সম্পাদকজনৰ এটা বেয়া মনোভাবহে সাধাৰণতে সোমায়। গতিকে টকা এটা খৰচ কৰি নতুন এনভেলপ এটা কিনাত আপত্তি কি ! লেফাফাটোত ঠিকনা লিখোঁতে সাৱধান— বাতৰি কাকত/আলোচনীৰ ক্ষেত্ৰত 'সম্পাদক'ক ইংৰাজীত Secretary নোবোলে, Editor ৰ হে বোলে। বহুতে ইংৰাজীত ঠিকনাটো লেখিবলৈ গৈ 'To The Secretary' বুলি উল্লেখ কৰি নিজৰ অজ্ঞতা প্ৰকাশ কৰে আৰু এনে ধৰণৰ অজ্ঞতাই লেখা আৰু লেখক দুয়োজনৰ প্ৰতিয়েই

সম্পাদকৰ মনত বিৰূপ ভাবৰহে জন্ম দিয়ে। ('এওঁনো কি লেখিব'--- এনে এটা ভাব !) । তদুপৰি সম্পাদকজনৰ নামলৈ নহয়, তেখেতৰ পদবীটোলৈহে লেখাটো আগ বঢ়োৱা উচিত। অৰ্থাৎ লেফাফা বা লগত গাঁঠি দিয়া চিঠিখন সম্পাদকজনৰ নামত নেলেখি 'প্ৰতি সম্পাদক' বা 'To The Editor' বুলি লেখাই ভাল।

● লেখাটোৰ আকাৰটোও গুৰুত্বপূৰ্ণ কথা। চাব যিমান কম ভাঁজ কৰি আপুনি আপোনাৰ লেখাৰ পাণ্ডুলিপিটো লেফাফাটোৰ ভৰাব পাৰিছে। সৰু লেফাফা এটাত ভৰাব খুজিলে ভাঁজ সৰহ কৰিবই লাগিব। ভাগ কৰিলেহে লেফাফাটো বন্ধ কৰিবলৈ গৈ আপুনি দেখিলে সেইটো বন্ধ নহয়। গতিকে সেই টোপোলাটো আপুনি অভিধান বা সেই জাতীয় কাকত কিতাপেৰে হেঁচা দি থ'লে। দুদিন পাছত সকলো চেপেটা লাগিব। আপুনি সম্পাদকলৈ পঠাই দিলে। সম্পাদকে লেফাফাটো খুলি আপোনাৰ লেখা উলিয়ালে, চাবলৈ মেৰ্লিলে। কিন্তু কি হ'ব আপোনাৰ হাতত যে লেখাটোৱে চেপা খাইছিল এতিয়া সি আৰু চিধা হৈ নাথাকে। অদ্ভুত চেহেৰা লোৱা আপোনাৰ লেখাটোৱে সম্পাদকৰ টেবুলত ছটফটাই থকাৰ দৃশ্যটো ভাবকচোন। ইয়াৰ আৰু প্ৰকাশৰ আশা আছেনে ?

● লেখাটো লেফাফাত সুমুৱাই আঠা লগাওঁতেও মন কৰিব লগা কথা আছে। বহুতে জোখতকৈ বেছি আঠা লগাই দিয়ে, যাৰ বাবে লেফাফাত লগোৱা আঠাই গৈ ভিতৰৰ মূল লেখাটোত শুকাই লাগি ধৰে। ফলত মূল লেখাটো নষ্ট হৈ যায়। মনত ৰাখিব, এনেকৈ নষ্ট হৈ যদি লেখাটোৰ এটা শব্দও পঢ়িব নোৱৰা হয় তাৰ বাবে আপোনাৰ সুন্দৰ লেখা এটাও কিন্তু অমনোনীত হ'ব পাৰে।

● বাতৰিকাকত, আলোচনীৰ কিছুমান নিৰ্দিষ্ট শিতান থাকে, যেনে মহিলা শিতান, শিশু-শিতান, চিঠি-পত্ৰৰ শিতান, চিকিৎসা শিতান আদি। আপুনি যদি এনে নিৰ্দিষ্ট শিতানলৈ লেখা পঠিয়াবলৈ আগ্ৰহী তেতিয়া সেই শিতানৰ নাম উল্লেখ কৰি লেখাৰ শিৰোনামাৰ ওপৰত আৰু এনভেলপৰ ওপৰতো সেই শিতানটো উল্লেখ কৰি দিব।

● যিকোনো সংবাদ তথা লেখা পঠিওৱাৰ অতি ক্ষিপ্ৰ আৰু সহজ আধুনিক পদ্ধতি হৈছে ফেক্স সেৱা। কাৰিকৰী বিসংগতিৰ বাবে বহু ক্ষেত্ৰত ই বেমেজালি ঘটায়। ফলস্বৰূপে বাতৰিকাকত/আলোচনীৰ কাৰ্যালয়লৈ এই ফেক্স সেৱাৰ যোগেদি পঠিওৱা অতি গুৰুত্বপূৰ্ণ বাৰ্তা তথা প্ৰবন্ধ আদি পঢ়িব পৰা ৰূপত নাপায়হি বা নাহেই। তেতিয়া সেয়া প্ৰকাশ নোহোৱাটোৱেই স্বাভাৱিক। গতিকে ফেক্সৰ যোগেদি এনে কোনো তথ্য পঠিয়ালে তাৰ পাছত কাৰ্যালয়লৈ সেই তথ্য স্পষ্ট ৰূপত আহিছেনে নাই সেয়া লগে লগেই ফোনৰ সহায়ত জানি ল'লে ভাল। ফেক্সেৰে পঠাবৰ বাবে যুগুত কৰা লিখা সদায় বগা কাগজত ক'লা চিয়াহীৰে লেখিব নহ'লে ডি-টি-পি কৰি ল'ব। তেহে

ফেক্সত আপোনাৰ আখৰ ভালকৈ ওলাবগৈ।

- যিকোনো বিষয়ৰ লেখা আন বাতৰিকাকত বা আলোচনীত যদি ইতিমধ্যে প্ৰকাশ হৈ গৈছে তেন্তে সেই লেখা পুনৰাই আন এখন বাতৰিকাকত বা আলোচনীলৈ পঠালে সেয়া স্পষ্টকৈ উল্লেখ কৰি জনাব। কিয়নো একেটা লেখা আন ক'ৰবাত আগতে প্ৰকাশ পালে কাকতখনৰ নিজস্ব ভাবমূৰ্তি তথা নীতিত ব্যাঘাত জন্মে।
- একেটা লেখা একাধিক সংবাদপত্ৰলৈ নপঠাব। অগত্যা পঠালেও গোটেইকেইখন সংবাদপত্ৰৰ সম্পাদককে এই কথা জনাই দিয়ক।

❐ **শাংকৰ কৌশিক বৰুৱা**

---

☆ ***এই লেখনীৰ অধিকাংশ কথাই সাংবাদিকতাৰ কোনো কিতাপত থকা কথা নহয়। লেখকে বহু বছৰ সাংবাদিকতাৰ সৈতে জড়িত হৈ থাকি প্ৰত্যক্ষ অভিজ্ঞতাৰপৰা উদীয়মান সাংবাদিক লেখকসকলৰ উপযোগীকৈ এই লেখা প্ৰস্তুত কৰিছে--- সম্পাদকদ্বয়।***

## আৰ্হি-কাকত সংশোধন আৰু আনুষংগিক প্ৰসংগ

বাতৰিকাকতৰ সম্পাদকগৰাকীক যদি কাণ্ডাৰী বুলি কোৱা হয়, তেন্তে ইয়াৰ আৰ্হি-কাকত সংশোধন কৰোঁতা বা প্ৰুফৰিডাৰজনক ক'ব লাগিব সদা-সতৰ্ক নাৱিক। পোনপটীয়াভাৱে প্ৰুফৰিডাৰজনে প্ৰুফ বা আৰ্হি-কাকত সংশোধন কৰোঁতে কোনো ধৰণৰ নিজা সিদ্ধান্ত লোৱাৰ দৰকাৰ নাই। মূল পাণ্ডুলিপিত (বাতৰিকাকতৰ সম্পাদনা-কক্ষত বা ছপাশালত ই কপি (Copy) নামেৰে পৰিচিত) কৰিবলগীয়া প্ৰয়োজনীয় ৰদ-বদলখিনি সম্পূৰ্ণ কৰিহে বাৰ্তা সম্পাদক বা বিভাগীয় সম্পাদকে কম্প'জ কৰিবৰ বাবে ডি-টি-পি শাখালৈ পঠায়। গতিকে ভাষাৰ শুদ্ধতা, আখৰ-জোঁটনি অথবা যতি চিহ্ন আদি সম্পৰ্কে প্ৰুফৰিডাৰে নিজাকৈ কৰিবলগীয়া একো নাথাকে। তেওঁৰ কাম হ'ল—কপি অনুযায়ী হুবহু কম্প'জ হৈছেনে নাই, কোনো শব্দ বা বাক্য কম্প'জ নোহোৱাকৈ থাকি গৈছে নেকি তাক আৰ্হি-কাকতত পৰীক্ষা কৰি প্ৰয়োজন সাপেক্ষে সংশোধন কৰিবৰ বাবে সাংকেতিক চিনৰদ্বাৰা ডি-টি-পি অপাৰেটৰক নিৰ্দেশ দিয়া।

অৱশ্যে প্ৰুফৰিডাৰজনৰ ভাষাজ্ঞান, আখৰ-জোঁটনি আদিৰ ক্ষেত্ৰত দখল থাকিবই লাগিব। কাৰণ প্ৰুফৰিডাৰৰ প্ৰথম আৰু প্ৰধান কাম হৈছে ভুল শুধৰোৱা। তদুপৰি, এখন দৈনিক কাকতৰ সম্পাদনা-কক্ষত প্ৰতিদিনে প্ৰকাশ পাবলগীয়া নিচেই কমেও আঠ-দহ পৃষ্ঠাৰ কাকতখনৰ বাবে যি কৰ্ম-ব্যস্ততা, সেই ব্যস্ততাৰ মাজত কেতিয়াবা পাণ্ডুলিপি বা কপিত সাধাৰণ বৰ্ণাশুদ্ধি থাকি যোৱাটো অকণো অস্বাভাৱিক নহয়।

নির্ভুল প্ৰুফৰিডিঙৰ বাবে দুজন ব্যক্তিৰ প্ৰয়োজন। এজনে কপি হ'ল্ডাৰৰূপে লাহে লাহে আৰু স্পষ্টকৈ কপি পঢ়িব আৰু আনজনে প্ৰুফ সংশোধন কৰিব। কপি হ'ল্ডাৰজনে পঢ়ি যাওঁতে যতি চিনবিলাকৰ নামৰপৰা আৰম্ভ কৰি আখৰৰ আকাৰৰ বিষয়েও কৈ যাব, বিদেশী শব্দৰ বানান এটা এটাকৈ গাই যাব। এনে কৰিলে এটা বা একাধিক শব্দ অথবা বাক্য কম্প'জ নকৰাকৈ এৰি গ'লেও প্ৰুফৰিডাৰৰ দৃষ্টিৰপৰা সাৰি যাব নোৱাৰে আৰু নাম আদিৰ ক্ষেত্ৰত ভুল থাকি যোৱাৰ শংকা নাথাকে।

তলত এটা বাতৰিৰ একাংশ নমুনা হিচাপে দিয়া হৈছে ঃ

**ষ্টাফ ৰিপ'ৰ্টাৰ, নতুন দিল্লী, ২২ ছেপ্টেম্বৰ**— কোঁচ-ৰাজবংশীসকলক শীঘ্ৰে জনজাতিৰ মৰ্যাদা প্ৰদানৰ দাবীত আজি নতুন দিল্লীৰ জন্তৰ-মন্তৰত সমতা পাৰ্টীৰ কেন্দ্ৰীয় কৰ্মকৰ্তাৰ প্ৰায় ২৫ জনীয়া প্ৰতিনিধিৰ দল এটাই তিনিঘণ্টীয়া প্ৰতিবাদ কাৰ্যসূচী পালন কৰে।

ওপৰৰ বাতৰিটোৰ প্ৰুফ সংশোধনৰ সময়ত কপি হ'ল্ডাৰে স্পষ্ট উচ্চাৰণেৰে লাহে লাহে এনেদৰে পঢ়িব ঃ

ষ্টাৰ্ট ব'ল্ড টাইপ ষ্টাফ ৰিপ'ৰ্টাৰ কমা নতুন দিল্লী কমা সংখ্যাৰে ২২ ছেপ্টেম্বৰ ডেছ কোঁচ হাইফেন ৰাজবংশীসকলক শীঘ্ৰে জনজাতিৰ মৰ্যাদা প্ৰদানৰ দাবীত আজি নতুন দিল্লীৰ জন্তৰ হাইফেন মন্তৰত সমতা পাটীৰ কেন্দ্ৰীয় কৰ্মকৰ্তাৰ প্ৰায় সংখ্যাৰে ২৫ জনীয়া প্ৰতিনিধিৰ দল এটাই আখৰেৰে তিনিঘণ্টীয়া প্ৰতিবাদ কাৰ্যসূচী পালন কৰে দাড়ি।

এনেদৰে প্ৰুফ সংশোধন কৰোঁতে সকলো খুঁটি-নাটি (ব্ৰেকেটৰ আৰম্ভণি আৰু শেষ, ব'ল্ড বা ডাঠ আখৰ আদি) পঢ়ি যাব লাগে। কপি হ'ল্ডাৰে পাঠ কৰি যোৱা মতে প্ৰুফৰিডাৰে আৰ্হি-কাকত সংশোধন কৰি যাব। প্ৰুফৰিডাৰে আৰ্হি-কাকতত সংশোধন কৰি থকা সময়ত কপি হ'ল্ডাৰে তেওঁৰ কপি পঢ়া সাময়িকভাৱে বন্ধ ৰাখিব। সংশোধন কৰা শেষ হ'লে পুনৰ পাঠ পঢ়া আৰম্ভ কৰি দিব।

এজন দক্ষ প্ৰুফৰিডাৰ হ'বৰ বাবে কিছুমান গুণৰ বিশেষ প্ৰয়োজন।

ক ঃঃ সাধাৰণতে ব্যৱহাৰ হোৱা কিছুমান শব্দৰ প্ৰয়োগ সম্পৰ্কে বিস্তৃত জ্ঞানৰ প্ৰয়োজন। সকল, বিলাক, বোৰ, হঁত আদি বহুবচনান্ত শব্দবোৰ যে আগৰ শব্দৰ সৈতে যুক্ত হয় অথবা পিছত/পাছত, নোৱৰা/নোৱাৰা আদি শব্দবোৰ কোনটো কি অৰ্থ বুজাবলৈ প্ৰয়োগ কৰা হয়, তেনেবিলাক কথা জনা দৰকাৰ। তদুপৰি লিপ্যন্তৰ পদ্ধতিৰ সম্যক জ্ঞান থাকিবই লাগিব।

খ ঃঃ আৰ্হি-কাকত সংশোধন কৰোঁতে প্ৰুফৰিডাৰজনৰ সূক্ষ্ম দৃষ্টিৰ বিশেষ আৱশ্যকতা আছে। অন্যথা *এই* শব্দটো *এহ* বা *কাৰণে* শব্দটো *কৰণে* বুলি চকুত ধূলি মাৰি ছপা হৈ যোৱাৰ সম্ভাৱনাই অধিক।

গ ঃঃ অভিধানৰ পাত লুটিয়াবলৈ এলাহ্ নকৰা গুণে প্ৰুফৰিডাৰ এগৰাকীক সংশ্লিষ্টসকলৰ ওচৰত নিৰ্ভৰযোগ্যৰূপে পৰিচিত কৰি তোলে।

ঘ ঃঃ অসমীয়া অভিধানত সন্নিৱিষ্ট প্ৰায় চল্লিছ হাজাৰৰো অধিক শব্দ মনত ৰখাটো প্ৰুফৰিডাৰ এগৰাকীৰ পক্ষে সম্ভৱ নহয়। কিন্তু, খোকোজা লাগি এবাৰ অভিধানৰ পাত মেলি কোনো এটা শব্দৰ আখৰ-জোঁটনিৰ সৈতে পৰিচিত হোৱাৰ পাছত শব্দটোৰ এখন ছবি মনৰ ফ্ৰেমত বান্ধি ৰাখিব পাৰিব লাগে। ফটোগ্ৰাফিক মেম'ৰি বুলি কোৱা এই পদ্ধতিৰদ্বাৰা শুদ্ধ ৰূপত শব্দৰ ভঁৰাল টনকিয়াল কৰিব পাৰি।

ঙ ঃঃ প্ৰুফৰিডাৰে আৰ্হি-কাকত সংশোধন কৰোঁতে ব্যৱহাৰ কৰা সাংকেতিক চিনবিলাক (*স্থানান্তৰত এনে চিনৰ এখনি তালিকা দিয়া হৈছে*) নিৰ্ভুল হোৱাৰ উপৰি যিটো শাৰীত সংশোধন কৰা হয়, তাৰ ঠিক পোনে পোনে আৰু ক্ৰম অনুসৰি সাংকেতিক চিনেৰে সংশোধনী দিয়া নিতান্ত প্ৰয়োজন। অন্যথা ডি-টি-পি অপাৰেটৰে বুজিব নোৱৰাৰ দোষত শুদ্ধ শব্দ বা বাক্যয়ো অশুদ্ধ ৰূপ পৰিগ্ৰহ কৰাৰ সম্ভাৱনাই অধিক।

## আনুষংগিক প্ৰসংগ

আৰ্হি-কাকত সংশোধনৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ পূৰ্বৰ দুটি পৰ্যায়ৰ আলোচনা কৰা প্ৰাসংগিক হ'ব।

ক ঃঃ বিভিন্ন সংবাদদাতাৰদ্বাৰা প্ৰেৰিত সংবাদ, কোনো পৰ্যালোচনা অথবা গল্প-প্ৰবন্ধ-কবিতা আদি পোনতে পাণ্ডুলিপি বা কপিৰ আকাৰত বাৰ্তা সম্পাদক বা বিভাগীয় সম্পাদকৰ হাতত পৰেহি। সংশ্লিষ্ট পদত থকাজনে উক্ত লেখাৰ প্ৰকাশযোগ্যতা বিবেচনা কৰাৰ পাছত ইয়াৰ ভাষা, আখৰ-জোঁটনি, যতি চিহ্ন আদি পৰীক্ষা কৰি প্ৰয়োজনীয় সংশোধন কৰি ডি-টি-পি কৰিবৰ বাবে হস্তান্তৰ কৰে।

খ ঃঃ ডি-টি-পি অপাৰেটৰে উল্লিখিত কপি কম্প'জ কৰাৰ পাছত কম্পিউটাৰ সংলগ্ন প্ৰিণ্টাৰত তাৰ আৰ্হি-কাকত বা প্ৰুফ উলিয়াই প্ৰয়োজনীয় সংশোধনৰ বাবে প্ৰুফৰিডাৰক হস্তান্তৰ কৰে।

গ ঃঃ তৃতীয় পৰ্যায়ত প্ৰুফৰিডাৰে ইয়াক পৰীক্ষা কৰি সংশোধনৰ ব্যৱস্থা লয়।

এই ত্ৰিকৌণিক প্ৰচেষ্টাত বাতৰিকাকতৰ প্ৰতিটো লেখা মুদ্ৰণৰ বাবে সাজু হৈ উঠে। দেখাত নিতান্ত সাধাৰণ যেন লাগিলেও উল্লিখিত কেউটা পৰ্যায়েই অত্যন্ত জটিল। জটিলতা সৃষ্টি কৰা আন এটি প্ৰধান বিষয় হ'ল অসমীয়া আখৰ-জোঁটনি। আখৰ-জোঁটনি নিৰ্ধাৰণকাৰী একাধিক শিবিৰৰ ভিন্নমতে বাতৰিকাকতৰ সম্পাদনা-

কক্ষৰ প্ৰুফৰিডাৰকে ধৰি সংশ্লিষ্ট প্ৰতিগৰাকী ব্যক্তিকে বিভ্ৰান্ত কৰি তোলে।

এই সমস্যা দূৰীকৰণৰ বাবে অসমীয়া আখৰ-জোঁটনিত থকা বেমেজালিবোৰ আঁতৰাই এক সৰ্বজন গ্ৰহণীয় বিধি ৰচনাৰ প্ৰয়োজন আছে। উক্ত বিধি অনুযায়ী বানান সম্পৰ্কত লেখক-সম্পাদকৰ ব্যৱহাৰৰ উপযোগী এখনি হাতপুথি জাতীয় অভিধানৰ অভাৱ সততে অনুভৱ কৰা যায়। সময়ে সময়ে অসম সাহিত্য সভা আৰু গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিয়ে এই উদ্দেশ্যে পুস্তিকা প্ৰকাশ, আলোচনা-চক্ৰ আদি যোগে উদ্যোগ লৈছে যদিও সেয়া সণ্ডালনীকৈ প্ৰচাৰ বা ইয়াৰ প্ৰয়োগ—এটাও হোৱা নাই।

আৰ্হি-কাকত সংশোধন কৰোঁতে প্ৰুফৰিডাৰসকলে কিছুমান নিৰ্দিষ্ট সাংকেতিক চিন ব্যৱহাৰ কৰাটো অপৰিহাৰ্য। প্ৰুফৰিডাৰসকলে সেই সাংকেতিক চিনবোৰ নিৰ্ভুলভাৱে জনাৰ উপৰি সংশোধন কৰিব লগা শাৰীৰ কাষে কাষে যথাস্থানত ব্যৱহাৰ কৰিলেহে সমুচিত ফল পোৱা যায়। সিপিঠিত এখন তালিকা সংশ্লিষ্টসকলৰ বাবে দিয়া হ'ল।

❑ পৱন বুঢ়াগোহাঞি

## বৰ্জন, সংযোজন আৰু পৰিৱৰ্তনৰ বাবে আৰ্হি-কাকত সংশোধনৰ কেইটামান সাংকেতিক চিন

| নিৰ্দেশ | লেখাৰ মাজত দিবলগীয়া চিন | মাৰ্জিনৰ বাহিৰত দিবলগীয়া চিন |
|---|---|---|
| ১ | ২ | ৩ |
| সংশোধন | / | সংশোধনীৰ শেষত এই চিন দিব। |
| কপিৰ লেখাত ভুল থাকি গৈছে বুলি সন্দেহ হ'লে সংশ্লিষ্ট ব্যক্তিৰ দৃষ্টিগোচৰ কৰাওক | যিটো অংশ ভুল বুলি ধাৰণা কৰিছে সেই অংশটো এটা বৃত্তৰদ্বাৰা বেৰি পেলাব। | (?) |
| সংযোজিত হ'বলগীয়া বৰ্ণ, শব্দ আদি মাৰ্জিনৰ বাহিৰত লিখিব | ⋏ | সংযোজিত শব্দৰ শেষত ⋏ এই চিন দিব। |
| বাদ দিব | এটা বৰ্ণ বাদ দিবলগীয়া হ'লে কেৱল বৰ্ণটো '/' চিনেৰে কাটিব। এটা বা একাধিক শব্দ বাদ দিবলগীয়া হ'লে ⊢⊣ এইদৰে শব্দটোৰ আৰম্ভণিৰ পৰা শেষলৈকে পেটত কাটিব। | ♁ বা ♁ |
| বাদ দি লগ লগাওক | বৰ্ণৰ ক্ষেত্ৰত (/) এইদৰে কেৱল বৰ্ণটো কাটিব। কিন্তু এটা বা একাধিক শব্দৰ ক্ষেত্ৰত (—) এইদৰে শব্দৰ পেটত কাটিব। | ♁ |
| ইটালিকআখৰত কম্প'জ কৰিবৰ বাবে বা আৰ্হি-কাকতৰ আখৰ সলাই ইটালিক কৰিবৰ বাবে | ইটালিক আখৰত কম্প'জ হ'বলগীয়া শব্দ বা শব্দ সমষ্টিৰ তলত —·এইদৰে আঁচ টানি দিব। | Ital./ |

| ১ | ২ | ৩ |
|---|---|---|
| ডাঠ বা ব'ল্ড আখৰত কম্প'জ হ'ব | যিটো বা যিকেইটা শব্দ ডাঠ বা ব'ল্ড হ'ব, তাৰ তলত ∿∿∿ চিন দিব। | ∿∿∿ অথবা Bold/ |
| একেলগ হৈ থকা দুটা শব্দ আঁতৰাওক | শব্দ দুটাৰ মাজত '/' চিন দিব। | # |
| আঁতৰি থকা বৰ্ণ বা শব্দ একেলগ কৰক | শব্দ দুটাৰ মাজত '/' চিন দিব। | ⁀‿ |
| এটা বৰ্ণ ওপৰলৈ দাণ্ডি দিব | সংশ্লিষ্ট বৰ্ণটো '/' চিনেৰে কাটিব অথবা ওপৰলৈ দাণ্ডি দিবলগীয়া বৰ্ণ সংযোগ কৰিবলৈ নিৰ্দিষ্ট স্থানত ' ' চিন দিব। | [illegible] |
| যতি চিন কমা সংযোগ কৰিব | সংযোগ কৰিবলগীয়া স্থানত ' ⋏ ' চিন দিব। | ⋏, |
| আন চিনৰ পৰিৱৰ্তে ফুল ষ্টপ বা দশমিক চিন দিব | আন চিনটো '/' চিনেৰে কাটক অথবা একো নকটাকৈ বহাবলগীয়া হ'লে ' ⋏ ' চিন দিব। | ⊙ |
| অবলিক চিন বহাব | আন চিনটো '/' চিনেৰে কাটক অথবা একো নকটাকৈ বহাবলগীয়া হ'লে ' ⋏ ' চিন দিব। | (/) |
| নতুন পেৰেগ্ৰাফ হ'ব | [illegible] বা [illegible] | Para, [illegible] বা [illegible] |
| নতুন পেৰেগ্ৰাফ নালাগে | ওপৰৰ পেৰেগ্ৰাফৰ শেষৰ পৰা নতুন পেৰেগ্ৰাফৰ আৰম্ভণিলৈকে [illegible] | Run on বা [illegible] |
| বৰ্ণ বা শব্দ আগ-পিছ হৈ থাকিলে যথাযথ স্থানত বহাব | [illegible] বা [illegible] — য'ত যিটোৰ প্ৰয়োজন, সেইমতে | trs. বা [illegible] বা |

| ১ | ২ | ৩ |
|---|---|---|
| আখৰ মুদ্রণৰ (Print area) জোখৰ মাজত (Centre) বহিব। | Text অংশৰ মাজতে (Centre) বহিবলগীয়া অংশৰ দুয়োকাষে | [ ] বা Centre/ |
| Print area-ৰ বাহিৰ হৈ গ'লে বা কোনো শাৰী ভিতৰলৈ ভৰাবলৈ | ভিতৰত সোমাবলগীয়া অংশত ⊏ চিন দিব বা ⊐ চিন দিব। | ⊏ বা ⊐ |
| কম্প'জ কৰোঁতে কপিৰ কোনো অংশ কম্প'জ নকৰাকৈ এৰি থৈ গ'লে | নিৰ্দিষ্ট স্থানত '⋀' চিন দিব আৰু কপিত এৰি যোৱা অংশ আঁচ টানি দেখুৱাই কাষত See Copy বুলি লিখি দিব | See Copy |

❑ পৱন বুঢ়াগোহাঞি

## অসমীয়া ভাষাত বেছিকৈ বানান ভুল হোৱা এশটা শব্দ

আমাৰ ভাষাটোত কোনকেইটা শব্দৰ বানান আটাইতকৈ বেছিকৈ ভুল হয়? এই প্ৰশ্নৰ উত্তৰ বিচাৰি আমি চাৰিটা বছৰত আমাৰ হাতত পৰা নানা পাণ্ডুলিপি, আলোচনী, বাতৰিকাকত, কিতাপ-পত্ৰ আৰু চিঠি-টোকাৰ ভুল বানানৰ এটা পাৰিসাংখ্যিক জৰীপ চলাইছিলোঁ। প্ৰাথমিক বাছনিত উঠা প্ৰায় ৪০০ শব্দৰ ভুল বানানৰ বাৰংবাৰতা (frequency) গণনা কৰি আটাইতকৈ বেছিকৈ বানান ভুল হোৱা ১০০ টা শব্দ বাছি উলিওৱা হৈছে।

ইয়াৰ ভিতৰত বানানৰ ভুলৰ ফালৰপৰা প্ৰথম স্থান অধিকাৰ কৰা শব্দকেইটা হ'ল ক্ৰমেঃ ন্যূনতম, শূন্য, শনি, ক্ষিপ্ৰ আৰু মুৰব্বী। ইয়াৰে ন্যূনতম শব্দটো আজিকালি বৰকৈ ব্যৱহৃত হয় যদিও আমি নানা বয়স আৰু পেছাৰ ১৬০ গৰাকী পুৰুষ-মহিলাৰ ওপৰত তেওঁলোকৰ অজ্ঞাতে পৰীক্ষা চলাই দেখিছিলোঁ যে শতকৰা ৮৩ ভাগে ইয়াৰ শুদ্ধ বানান লিখিব নোৱাৰে আৰু শতকৰা ৯০ ভাগে এই শব্দটো শুদ্ধকৈ উচ্চাৰণো কৰিব নোৱাৰে। আনহাতে ভুল বানানটো ভুল কৰে শতকৰা ৪০ জনে।

এণ্ডামুৰি (মূ), জেউতি (তী), উচ্চাৰণ (ন) আদি শব্দৰ বানানো বন্ধনীৰ ভিতৰত দিয়া ধৰণে ভুল কৰা দেখা যায়। কিন্তু ভুলৰ হাৰৰ ফালৰপৰা এই তিনিটা শব্দই ক্ৰমে ১০১, ১০২ আৰু ১০৩ নম্বৰ স্থানহে পাইছে।

অসমীয়া ভাষাত তলত (বৰ্ণানুক্ৰমত) দিয়া ১০০ টা শব্দৰ বানান আটাইতকৈ বেছিকৈ ভুল হয়। বানানটো প্ৰধানতঃ ক'ত বা ক'ত ক'ত ভুল হয় সেয়া বন্ধনীৰ ভিতৰত

দেখুওৱা হৈছে। এই তালিকাখন কাটি, বন্ধাই মেজৰ আগত দেখাকৈ আঁৰি থ'লে লেখক, সম্পাদক, প্রুফ ৰিডাৰ, ছাত্র আৰু সৰ্বসাধাৰণ লোক আটায়ে উপকৃত হ'ব আৰু আমাৰ ভাষাটোৰপৰা বহুখিনি ভুল বানান আঁতৰি যাব বুলি আশা কৰিব পাৰি।

**বেছিকৈ বানান ভুল হোৱা এশটা শব্দ**

| **শুদ্ধ বানান** | **(ক'ত ভুল হয়)** | **শুদ্ধ বানান** | **(ক'ত ভুল হয়)** |
|---|---|---|---|
| অণিমা | (নি) | দুৰ্গা | (দূ) উ |
| অদ্ভুত | (দ্ভূ)উ | দুৰ্ঘটনা | (দূ) উ |
| অধ্যয়ন | (ণ) | দুৰ্বল | (দূ) উ |
| অনুকূল | (কু) উ | ধ্বংস | (শ) |
| অনুসূচিত | (চী) | নাইকিয়া | (কী) |
| আকুল | (কূ) উ | নিপুণ | (ন) |
| আঘাত | (ট) | নিষ্ক্রিয | (স্ক্রি) |
| আঙুলি | (লী) | নূপুৰ | (নু) উ |
| আভাস | (ষ) | ন্যূনতম | (নু/ন্য) উ |
| আভ্যন্তৰিক | (অ) | পৰিৱহণ | (ন) |
| আৱিষ্কাৰ | (স্ক) | পৰিষ্কাৰ | (স্ক) |
| আশিস | (শী) | পলায়ন | (ণ) |
| উচ্চ | (চ্ছ) | পাণ | (ন) |
| উদ্গিৰণ | (দ্গী) | (তামোল-পাণ, | |
| উন্নয়ন | (ণ) | পাণবজাৰ) | |
| উপকূল | (কু) উ | পুণ্য | (ন্য) |
| ঔদ্যোগিক | (উ) | পুনৰ | (ণ) |
| কনিষ্ঠ | (ণি) | পূৰণি | (পু) উ |
| কন্যা | (ণ্যা) | পুৰস্কাৰ | (ষ্ক) |
| কাৰ্য্যসূচী/কাৰ্যসূচী | (সু) উ | পূজা | (পু) উ |
| কূট (কু) | কুটনীতি উ | পূৰণ | (পু)উ |
| কৌতূহল | (তু) উ | পোনে পোনে | (ণে/ণে) |
| খৰচ | (ছ) | প্রতিযোগিতা | (গী) |
| গধূৰ | (ধু) উ | প্রতিষ্ঠান | (স্থ) |
| ঘনীভূত | (ণী) | প্রদৰ্শনী | (ণী) |
| ঘৈণীয়েক | (নী) | ফলপ্রসূ | (সু) উ |
| চাবি | (ছা) | বস্তি | (স্তী) |
| চিকুণ | (ন) | বাকলি | (লী) |
| চিনাকি | (কী) | বাগিচা | (ছা) |
| ঠিক | (থি) | বিছনা | (চ) |
| তেজস্ক্রিয়তা | (ষ্ক্রি) | বিপৰীত | (ৰি) |
| ত্রিভুজ | (ভূ) উ | বিভীষিকা | (ভি) |
| থিয় | (ঠি) | বিস্ফোৰণ | (স্ফো) |
| দৰ্শন | (ণ) | ব্যাৱহাৰিক | (ব্য) |
| দাণ্ডিধৰ্ | (ডা) | ভণ্টি | (ণ্টী/ন্তী) |
| দীপালী | (দি/লি) | ভস্মীভূত | (স্মী/ভু) উ |
| দীপ্তি | (দি/প্তী) | ভিত্তি | (ত্তি) |

| | |
|---|---|
| ভুল | (ভূ) উ |
| **শুদ্ধ বানান** | **(ক'ত ভুল হয়)** |
| ভূত | (ভু) উ |
| ভৌগোলিক | (গ) |
| মনীষী | (নি/ষি) |
| ময়ূৰ | (য়ু) উ |
| মাণিক | (নি) |
| মীন | (মি) |
| মীনাক্ষী | (মি/ণা/ক্ষি) |
| মুমূৰ্ষু | (মু) উ |
| মুৰব্বী | (মূ) উ |
| মুহূৰ্ত | (মূ) উ |
| যথেষ্ট | (ষ্ঠ) |
| লঘোন | (ণ) |
| **শুদ্ধ বানান** | **(ক'ত ভুল হয়)** |
| শনি | (ণ) |
| শূন্য | (শু/ণ্য)উ |
| শেৱালি | (লী) |
| সকীয়াই দে | (কি) |

| | |
|---|---|
| সমীচীন | (চি) |
| সাংঘাতিক | (টি) |
| সাহায্য | (র্য্য) |
| সিঁচৰতি | (ৰি/ত) |
| সূতা | (সু) উ |
| সূত্ৰ | (সু) উ |
| হাজৰিকা | (ৰী) |
| ক্ষিপ্ৰ | (ক্ষী) |

দাং, দাং দোলা আদি শব্দৰ বানান প্ৰায়ে শুদ্ধ হোৱা দেখা যায়, কিন্তু দাণ্ডি আন, দাণ্ডি ধৰ লিখোঁতে 'ডাণ্ডি' লিখা দেখা যায়। দাণ্ডি ধৰ আৰু সকীয়াই দে যি ৰূপত লিখোঁতে ভুল বেছিকৈ কৰা দেখা যায় আমি সেই ৰূপতে ৰাখিছোঁ। ইয়াৱে 'পৰিৱহণ' স্বৰ্গীয় গিৰিধৰ শৰ্মাৰ অভিধানৰ মতে 'পৰিবহন', সেইদৰে 'সিন্দূৰ' হ'ল 'সিন্দুৰ'। কিন্তু আমি ওপৰত চন্দ্ৰকান্ত, আৰু প্ৰকাশন পৰিষদৰ অভিধান মতে আৰু গ্ৰহণযোগ্য যেন লগা 'পৰিৱহণ', আৰু 'সিন্দূৰ' বানানহে ৰাখিছোঁ।

❑ ড° দীনেশ চন্দ্ৰ গোস্বামী

## বাতৰিকাকতত ব্যৱহাৰ কৰা কিছুমান শব্দ

অঞ্জলি : পুংলিংগ শব্দ, ছোৱালী নাম হ'লেও অঞ্জলিহে শুদ্ধ।

বক্তব্য ৰাখে : বাকছত ভৰাই ৰখা বস্তু জানো। বোধকৰোঁ ইংৰাজী Place his opinion অৰপৰা আহিল। বক্তব্য নৰখাকৈ অৱশ্যে উত্থাপন কৰিব পাৰে।

অহা সংখ্যাত সমাপ্ত : সমাপ্ত হ'ব লাগিব নহ'লে কৰিব লাগিব। আগলৈ হ'ব এনে অৰ্থত সামাপ্য বা সমাপনীয়হে হ'ব লাগে।

এক অন্যতম : বহুতৰ মাজত এজন, গতিকে 'এক'টো কেলৈ ? অন্যতম বুলিলেই হয়।

পৰিলক্ষিত হোৱা দেখা : দেখা পৰিলক্ষিতৰ মাজতেই আছে, 'দেখা' অপ্ৰয়োজনীয় প্ৰয়োগ।

মৌনতা অৱলম্বন : মৌন বিশেষণ বুলিয়েই বোধহয় 'তা' প্ৰত্যয় লগাই মৌনতা কৰা হৈছে। 'মৌন অৱলম্বন'হে, 'মৌনতা অৱলম্বন' নহয়।

বাহ্যিকতা : 'বাহ্য' বিশেষণ; ইয়াৰ বিশেষ্য ৰূপ নাই, গাৰ জোৰেৰে বিশেষ্য কৰিলেও 'বাহ্যতা' হ'ব পাৰে।

বৰ্ষীয়ান নেতা: বৰ্ষীয়ান হ'বলৈ দুজনৰ মাজত তুলনা কৰিব লাগিব। সকলোতকৈ বয়স বেছি হ'লে জ্যেষ্ঠ। জ্যেষ্ঠ নেতা, বৰ্ষীয়ান অপপ্ৰয়োগ।

জ্যেষ্ঠতম : সকলোতকৈ বয়স বেছি হোৱাজন 'জ্যেষ্ঠ'। গতিকে 'তম' অংশ অপ্ৰয়োজনীয়।

মানৱিকতা : জাতিবাচক বিশেষ্য 'মানৱ' শব্দৰ গুণবাচক বিশেষ্য 'মানৱতা'; 'মানৱিকতা' নহয়।

শেষান্ত : শেষ মানেই অন্ত, গতিকে শেষ পৰীক্ষা; শেষান্ত পৰীক্ষা হ'ব নালাগে। শংকৰদেৱৰ ওপৰত গৱেষণা : 'ওপৰলৈ' নুঠি 'বিষয়ে' গৱেষণা কৰা ভাল।

বিদেশী সমস্যা: ইমান বছৰ আন্দোলন হ'ল এই শব্দটো কোনো এখন কাকতত শুদ্ধকৈ লিখা দেখা নাই। ইয়াৰ মাজত হাইফেন নিদিলে সমস্যাটো বিদেশৰ হ'ব। বিদেশীক লৈ আমাৰ যি সমস্যা তাক বুজাবলৈ বিদেশী-সমস্যা লিখা ভাল। বহুতে এতিয়াও শান্তনু তামুলীক শিশু সাহিত্যিক কৰিয়ে ৰাখিছে।

জ্ঞানীবৃন্দ / মন্ত্রীসভা : 'ইন' ভাগান্ত শব্দ যেতিয়া সমাসবদ্ধ হয় দীৰ্ঘ ঈ, হ্রস্ব ই হয়। যেনে, জ্ঞানী কিন্তু জ্ঞানিবৃন্দ, মন্ত্রী কিন্তু মন্ত্রিসভা।

শংকৰী সাহিত্য : শংকৰৰ বিশেষণ শাংকৰ। সেয়ে শংকৰ-সাহিত্য, ৰবীন্দ্ৰ-সাহিত্য হ'ব লাগে।

যোৰহাট গ্ৰন্থমেলা ৯৫'ৰ স্মৃতিগ্ৰন্থ 'প্ৰজ্ঞা'ৰপৰা উদ্ধৃত।

❑ ড° বসন্ত কুমাৰ গোস্বামী

## অসমীয়া ভাষা লিখোঁতে সততে হোৱা ভুলবোৰ

অসমীয়া ভাষা লিখোঁতে হোৱা ভুল কেৱল শব্দৰ বানানতে সীমিত হৈ থকা নাই। ভাষাটোৰ স্বকীয় ৰূপ ৰক্ষা কৰিবলৈ হ'লে আৰু কিছুমান ভুল পৰিহাৰ কৰি চলাৰ প্ৰয়োজন আছে। তেনে বিষয়ৰ এখন তালিকা তলত দিয়াৰ ধৰণে প্ৰস্তুত কৰা হৈছে। এই তালিকাৰ প্ৰতিটো বিষয়লৈ সংশ্লিষ্ট সকলো ব্যক্তিৰ দৃষ্টি আকৰ্ষণৰ প্ৰয়াস কৰিলোঁ —

☞ অসমীয়া ভাষা লিখোঁতে 'আৰু'ৰ স্থানত 'ও' নিলিখে যেন। ই কেতিয়াও শুদ্ধ অসমীয়া শৈলী হ'ব নোৱাৰে।

☞ 'কেইটা বাজিলে', 'বাৰটা বাজিলে'ৰ পৰিৱৰ্তে 'কেই বাজিলে' আৰু 'বাৰ বাজিলে' লিখা উচিত।

☞ 'অহা কালি', 'যোৱা কালি' শুদ্ধ অসমীয়া প্ৰকাশভংগী নহয়। ইবোৰৰ পৰিৱৰ্তে ক্ৰমে 'কাইলৈ' আৰু 'কালি' লিখা / কোৱা বাঞ্ছনীয়।

☞ 'গৰুৰ ওপৰত ৰচনা' লিখাটো তেনেই অশুদ্ধ। হ'ব লাগে — 'গৰুৰ বিষয়ে ৰচনা'।

☞ 'এখন সংকলন' কথাটো শুদ্ধ নহয়। 'এটা সংকলন' বা 'এটি সংকলন'হে শুদ্ধ।

☞ সকলো পৰ্যায়ৰ লেখাতে আনুষ্ঠানিক নীতি মানি 'অঙ্ক', 'শঙ্খ', 'সঙ্গীত', 'জঙ্ঘা' আদি ঙ-ৰ যুক্তাক্ষৰ থকা শব্দবোৰ ক্ৰমে অংক, শংখ, সংগীত আৰু জংঘা ৰূপে লিখিব লাগে। ইয়াকে নকৰাৰ ফলত ভাষাটোৰ লিখিত ৰূপত সমৰূপতা (uniformity) বিনষ্ট হৈছে।

☞ লেখকসকলে ডেছ (dash __) আৰু হাইফেনৰ (hyphen -) পাৰ্থক্য ৰাখি লিখা উচিত। মন কৰিবলগীয়া যে ডেছডালৰ দৈৰ্ঘ্য হাইফেনৰ প্ৰায় তিনিগুণ। সাধাৰণতে দুটা শব্দৰ মাজত সমাস-চিন ৰূপে হাইফেন্ আৰু দুটা বাক্যাংশৰ মাজত ডেছ্ ব্যৱহাৰ কৰা হয়।

☞ কৰিছিলোঁ, কৰিছিলাঁ, কৰিলোঁ, কৰিলাঁ, কৰোঁ, কৰাঁ, কৰিছোঁ, কৰিছাঁ : এই আঠোটা ধাতুৰূপত চন্দ্ৰবিন্দুৰ প্ৰয়োগ পৰিহাৰ কৰা অনুচিত।

☛ খাওঁতে, যাওঁতে, চাওঁতে, দিওঁতে, লওঁতে আদি অসমাপিকা ক্রিয়া পদসমূহত চন্দ্রবিন্দুৰ প্ৰয়োগ অপৰিহাৰ্য।

☛ 'খাওঁক', 'যাওঁক' আদি সমাপিকা ক্রিয়া পদত চন্দ্রবিন্দুৰ প্ৰয়োগ হাস্যকৰ। এইবোৰ পদ হ'ব লাগে— 'খাওক', 'যাওক' আদি।

☛ কোনো শব্দত শেষত 'ং' থাকিলে, সেই শব্দত প্রত্যয়, বিভক্তি আদি যোগ হ'লে 'ং' গুচি 'ঙ' হয়। যেনে— শ্বিলং মেঘালয়ৰ ৰাজধানী। মই শ্বিলঙলৈ যাম।

☛ কোনো শব্দৰ শেষত 'ও' থাকিলে, সেই শব্দত প্রত্যয়, বিভক্তি আদি যোগ হ'লে 'ও' বর্ণ 'ৱ'-লৈ ৰূপান্তৰিত হয়। যেনে— ভাও/ভাৱত, নাও/নাৱত, গাঁও/গাঁৱলৈ।

☛ 'খাব বিচাৰিছোঁ', 'যাব বিচাৰিছোঁ' আদি অসমীয়া মান্য ৰূপ নহয়। হ'ব লাগে — খাবলৈ বিচাৰিছোঁ/খাব খুজিছোঁ নাইবা যাবলৈ বিচাৰিছোঁ/যাব খুজিছোঁ।

☛ বিসৰ্গ (ঃ) আৰু ক'লন (:) একে বস্তু নহয় যদিও কম্পিউটাৰ্ ছফ্‌টৱেয়াৰৰ বিসংগতিৰ ফলত দুয়োটাৰ প্ৰয়োগ-ক্ষেত্ৰ একাকাৰ হৈ পৰিছে। তথাপি পাণ্ডুলিপিত দুয়োটা মুদ্ৰাক্ষৰ-উপাদানৰ পাৰ্থক্য ৰক্ষা কৰি চলা উচিত।

☛ 'লগত' আৰু 'সৈতে' শব্দ দুটা সমাৰ্থক নহয়। প্ৰয়োগ-ক্ষেত্ৰৰ পাৰ্থক্য মন কৰক— (ক) ৰজাৰ লগত মন্ত্ৰী গৈছে। (খ) মন্ত্ৰীৰ সৈতে ৰজা গৈছে।

☛ 'পাছত' আৰু 'পিছত' শব্দ দুটাৰো সূক্ষ্ম পাৰ্থক্য আছে— সময়ৰ ব্যৱধান বুজাবলৈ 'পাছত' (অলপ পাছত আহিবা) আৰু স্থানৰ ব্যৱধান বুজাবলৈ 'পিছত' শব্দৰ ব্যৱহাৰ (মোৰ পিছত বহাঁ) বিধেয়।

☛ আনুষ্ঠানিক সিদ্ধান্তৰ প্ৰতি সন্মান জনাই প্ৰতিজন লেখকে ৰেফ্‌যুক্ত দ্বিত্ব বৰ্জন কৰাটো একান্ত কাম্য। অৰ্থাৎ 'পৰ্ব্বত', 'নিৰ্ম্মাণ', 'বৰ্ত্তমান' আদিৰ পৰিৱৰ্তে 'পৰ্বত', 'নিৰ্মাণ' আৰু 'বৰ্তমান' লিখা উচিত। অধিকাংশ লেখকে এই নীতি মানি নচলাৰ ফলত অসমীয়া ভাষাৰ লিখিত ৰূপত সমৰূপতা প্ৰতিষ্ঠা কৰাটো অতিশয় কষ্টকৰ হৈছে।

☛ 'উপৰি', 'তথাপি' আদি সংস্কৃত মূলৰ শব্দ 'উপৰিও', 'তথাপিও' ৰূপত লিখা অনুচিত।

☛ 'আগবাঢ়্', 'বোধকৰোঁ' আদি শব্দবোৰ একো নিয়মতে সিদ্ধ হ'ব নোৱাৰে। বাক্যত পদসমূহ পৃথকে লিখাটোৱেই গৃহীত নীতি। এতেকে 'আগ বাঢ়্', 'বোধ কৰোঁ' : এই ধৰণে ব্যৱধান ৰাখি লিখিব লাগে।

☛ পুংলিংগবাচক শব্দৰ একবচনবোধক অনুসৰ্গ ৰূপে 'গৰাকী' অতি বিৰলভাৱেই ব্যৱহৃত হয় (যেনে— ৰাষ্ট্ৰপতিগৰাকী, উপাচাৰ্যগৰাকী)। সাধাৰণ ক্ষেত্ৰত এনে প্ৰয়োগ অনুচিত (যেনে— দুগৰাকী যুৱক, দুগৰাকী চালক)।

☛ ইংৰাজী শব্দৰ লিপ্যন্তৰণ কৰোঁতে 'S' ধ্বনিক প্ৰতিনিধিত্ব কৰিবলৈ অসমীয়া বৰ্ণমালাৰ 'ছ' বৰ্ণ ব্যৱহাৰ কৰা বাঞ্ছনীয়। সেয়ে নহ'লে আনুষ্ঠানিক সিদ্ধান্তৰ উলংঘন হয়।

☛ Proton, Protein, Radio আদি শব্দৰ লিপ্যন্তৰণ কৰোঁতে 'প্ৰোটন্' 'প্ৰোটিন্', 'ৰেডিও' লিখাৰ পৰিৱৰ্তে প্ৰ'টন্, প্ৰ'টিন্ আৰু ৰেডিঅ' লিখা উচিত।

- ইংৰাজী '-tion' ধ্বনি অসমীয়া বৰ্ণমালাৰে প্ৰকাশ কৰিলে '-শ্যন'ৰ পৰিবৰ্তে 'শ্বন্' লিখা বাঞ্ছনীয়। যেনে— ষ্টেশ্যন্ নিলিখি ষ্টেশ্বন্ লিখিব লাগে।
- ঘৰুৱা অসমীয়া শব্দৰ বহুবচনবোধৰ উপশব্দ ৰূপে 'সমূহ' ব্যৱহাৰ কৰিব নালাগে। যেনে— 'ল'ৰাসমূহ', 'আসোঁৱাহসমূহ' নিলিখি ল'ৰাবোৰ, আসোঁৱাহবিলাক লিখিলেহে শুৱনি হয়।
- বিদেশী শব্দত ঋ-কাৰৰ প্ৰয়োগ নিষিদ্ধ। যেনে— বৃটেইন্, খৃষ্টাব্দ, আফ্ৰিকা আৰু পৃণ্টাৰ্ শব্দকেইটা অশুদ্ধ। এইবোৰ হ'ব লাগে যথাক্ৰমে ব্ৰিটেইন্, খ্ৰীষ্টাব্দ, আফ্ৰিকা আৰু প্ৰিণ্টাৰ।
- নঞৰ্থক প্ৰসংগত 'যথেষ্ট', 'বেছ' আদি শব্দ প্ৰয়োগ কৰা অনুচিত। যেনে— 'যথেষ্ট অনুন্নত' বা 'বেছ পিছ পৰা' নিলিখি 'বহু পৰিমাণে অনুন্নত' বা 'অনেক পিছ পৰা' লিখা উচিত।
- একবচনবোধক বা বহুবচনবোধক অনুসৰ্গ অৰ্থাৎ উপশব্দবোৰ মূল শব্দৰ লগ লগাই লিখিব লাগে। যেনে— মানুহবোৰ, কুকুৰমখা, পৰ্বতবিলাক, নৈখন, জুৰিটো ইত্যাদি।
- শব্দ বা বাক্যাংশৰ ক্ষেত্ৰত গুটীয়া উদ্ধৃতি-চিহ্ন (দুয়োফালে একোটাকৈ কমা) ব্যৱহাৰ কৰিব লাগে। যেনে— 'প্ৰুফ্-ৰীডিং'। এটা সম্পূৰ্ণ বাক্যৰ দুয়ো মূৰেহে যুৰীয়া উদ্ধৃতি-চিহ্ন ব্যৱহাৰ কৰিব লাগে। যেনে— তেওঁ ক'লে— "এই পাঠ্যক্ৰমৰ ঋণ মই জীৱনত শুজিব নোৱাৰোঁ।"
- 'মই নহয়', 'তুমি নহয়' আদি প্ৰকাশভংগী অসমীয়া ব্যাকৰণ-অনুযায়ী নহয়। হ'ব লাগে- -'মই নহওঁ' আৰু 'তুমি নোহোৱা'।
- 'মনে মনে', 'লাহে লাহে', 'তলে তলে' আদি সদৃশ শব্দবোৰ দুবাৰ লেথাৰিকৈ ব্যৱহৃত হ'লে এনে যুৰীয়া শব্দবোৰৰ মাজত হাইফেন্ ব্যৱহাৰ কৰিব নালাগে: এয়া এক আনুষ্ঠানিক সিদ্ধান্ত। এনে যুৰীয়া শব্দবোৰৰ মাজত সাধাৰণ ব্যৱধান ৰাখিলেই যথেষ্ট।
- অসমীয়া মুদ্ৰাক্ষৰ-উপাদান হিচাপে শব্দৰ আৰম্ভণিতে ব্যৱহাৰ কৰা আৰু মাজত ব্যৱহাৰ কৰা দুডালকৈ এ-কাৰ আৰু ঐ-কাৰ আছে (ে/ে আৰু ৈ/ৈ)। এই পাৰ্থক্য আৰ্হি-পাঠকসকলে মন কৰিব লাগে।
- 'ৰূপে' প্ৰত্যয়টো বিশেষণ পদৰ পিছত বহিলে দুয়োটা লগ লগাই লিখিব লাগে যেনে— স্বাভাৱিকৰূপে, সুন্দৰৰূপে)। বিশেষ্য পদৰ পিছত বহিলে দুয়োটাৰ মাজত ব্যৱধান ৰাখি লিখিব লাগে (যেনে—মন্ত্ৰী ৰূপে, সম্পাদক ৰূপে)।
- অতিৰিক্ত শব্দৰ প্ৰয়োগ পৰিহাৰ্য— 'শতকৰা ৯০ শতাংশ', 'পুনৰ দোহাৰিছোঁ, ইত্যাদি। হয় শতকৰা ৯০, নতুবা ৯০ শতাংশ'। সেইদৰে দোহৰাৰ অৰ্থই পুনৰ কোৱা বা উল্লেখ কৰা, এতেকে 'পুনৰ' শব্দ এই ক্ষেত্ৰত অপ্ৰয়োজনীয়।
- স্ত্ৰী-লিংগবাচক শব্দৰ যথাযথ প্ৰয়োগ হ'ব লাগে। যেনে— 'সাহিত্যিকা' শব্দটো য'ত ব্যৱহাৰ কৰিব পাৰি, তেনে স্থলত 'মহিলা সাহিত্যিক' লিখাৰ প্ৰয়োজন নাই।
- যিবোৰ ধাৰণা দিবলৈ পৰ্যাপ্ত অসমীয়া শব্দ আছে, তেনে ক্ষেত্ৰত বিদেশী শব্দৰ প্ৰয়োগ কৰি নিজ ভাষাটোৰ অন্যায় কৰা অনুচিত। উদাহৰণ স্বৰূপে ইংৰাজী Dropsy (এবিধ

ৰোগ) বুজোৱা শব্দ অসমীয়া অভিধানত কমেও পাঁচটা আছে---শোথ, শোব, জলন্ধৰ, উদৰী আৰু জলোদৰী। তথাপি অসমীয়া বাতৰি-কাকতবোৰে 'ড্ৰপ্‌ছি' শব্দটোহে লিখা পৰিলক্ষিত হ'ল।

- 'অপসংস্কৃতি' শব্দটো অনেকে ভুল বুলি ক'ব খোজে। 'অপদেৱতা' শব্দ এটা আছে যেতিয়া 'অপসংস্কৃতি' বোধ কৰোঁ তেনেই অশুদ্ধ নহয়। সেয়ে হ'লেও 'অপসংস্কৃতি'ৰ পৰিৱৰ্তে 'প্ৰতিসংস্কৃতি' লিখিলে অধিক অৰ্থৱহ হয়।
- 'সি যি কি নহওক', 'যি কি নহওক', 'যাই কি নহওক': এই তিনিওটা বাক্যাংশই অশুদ্ধ। হ'ব লাগে— 'সি যি নহওক'।
- একেটা বাক্যতে দুবাৰ 'হেঁতেন' অনুসৰ্গৰ প্ৰয়োগ কৰিলে শুনিবলৈ অশুৱলা হয় বুলি মই ভাবোঁ। "মই যদি তাক মৰম কৰিলোঁহেঁতেন, সিও মোক শ্ৰদ্ধা কৰিলেহেঁতেন।" এই বাক্যটো এনেকৈ লিখিলেহে অধিক শুৱলা হয়— "মই তাক মৰম কৰা হ'লে সিও মোক শ্ৰদ্ধা কৰিলেহেঁতেন।"
- 'বক্তব্য ৰখা'টো অসমীয়া প্ৰকাশভংগী মতে তেনেই অশুদ্ধ। হ'ব লাগে— 'বক্তব্য দাঙি ধৰা' বা 'বক্তব্য আগ বঢ়োৱা'।
- আনুষ্ঠানিক সিদ্ধান্ত অনুযায়ী 'আদৰণি', 'আৰম্ভণি', 'বাছনি' আদি শব্দ বিশেষ্য। ইবোৰৰ বিশেষণ ৰূপ যথাক্ৰমে 'আদৰণী', 'আৰম্ভণী', বাছনী ইত্যাদি (যেনে — আদৰণী সভা, আৰম্ভণী গীত, বাছনী পৰীক্ষা)।

❑ সুমন্ত চলিহা

***

---

টোকা : উক্ত পৰামৰ্শাৱলীত উল্লেখ থকা 'আনুষ্ঠানিক সিদ্ধান্ত'ই অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয়, আদি জাতীয় প্ৰতিষ্ঠানসমূহে সময়ে সময়ে এককভাৱে বা যৌথভাৱে গ্ৰহণ কৰা আখৰ-জোঁটনি, লিপ্যন্তৰণ আদি বিষয়ৰ সিদ্ধান্তসমূহকে নিৰ্দেশ কৰিছে — লেখক।

দ্বিতীয় খণ্ড

# অসমৰ সাংবাদিকতা ঃ উপলব্ধি আৰু পৰামৰ্শ

## (ক)

### অসমত সাংবাদিকতাৰ পৰিৱেশ আৰু কিছু উপলব্ধি

সাংবাদিকতাক ইতিহাসৰ প্ৰথম খচৰা বুলি কোৱা হয়। বৰ্তমান সময়ত প্ৰকাশিত সকলো বাতৰি বা ঘটনাই ইতিহাসত ঠাই নাপালেও এই কথা নিশ্চিত যেঁ, সমসাময়িক বুৰঞ্জী প্ৰণয়নত প্ৰকাশিত বাতৰিসমূহৰ ওপৰতেই ভিত্তি কৰা হ'ব। এই সন্দৰ্ভতে অসমৰ সাংবাদিক আৰু সাংবাদিকতাৰ বিষয়ে পুনৰ বিৱেচনা কৰিব লগা হৈছে। তাকে কৰাৰ আগতে আমি বিগত দুটা দশকৰ ঘটনাৱলী আৰু আঞ্চলিক ভাষা আৰু স্থানীয়ভাৱে প্ৰকশিত ইংৰাজী কাকতৰ সমকালিন ভাষ্যকাৰসকলৰ কাৰ্যকলাপৰ ওপৰত আলোকপাত কৰি চাওঁ।

এই কথা সকলোৰে জ্ঞাত যে, ১৯৮০ দশকলৈকে অসমত মাত্ৰ আধা ডজনমান দৈনিক আৰু প্ৰায় সমানসংখ্যক সাপ্তাহিক কাকতহে প্ৰচলন আছিল। 'দি আসাম ট্ৰিবিউন' মানেই এই অঞ্চলৰ একমাত্ৰ উল্লেখযোগ্য ইংৰাজী বাতৰিকাকত আছিল। উজনি অসমত 'দৈনিক জনমভূমি' আৰু নামনিত 'দৈনিক অসমে'ই আছিল জনপ্ৰিয় কাকত। সেয়ে সাংবাদিক বৃত্তিৰ লগত জড়িত লোকৰ সংখ্যাও সেই সময়ত নগণ্য আছিল। বহু ক্ষেত্ৰত আমাৰ পূৰ্বসুৰীসকলে সাংবাদিকতাক বৃত্তি হিচাপে লোৱাতকৈ সমাজসেৱা হিচাপেহে গ্ৰহণ কৰিছিল। আনকি কাকতৰ মালিকসকলেও ব্যাৱসায়িক লাভালাভতকৈ জনসেৱাৰ উদ্দেশ্যেহে কাকত প্ৰকাশ কৰিছিল।

শিক্ষিতৰ হাৰ বাঢ়ি অহাৰ পৰিপ্ৰেক্ষিতত, গ্ৰাহকৰ সংখ্যা বাঢ়ি অহাৰ ফলত আশীৰ দশকৰ আগ আৰু মাজভাগত অসমৰ বাতৰিকাকতসমূহৰো ব্যাপক পৰিৱৰ্তন হ'ল। এই পৰিৱৰ্তন প্ৰধানকৈ দুটা কাৰণত হ'ল। সেই সময়ত হোৱা বিদেশী বহিষ্কৰণ আন্দোলনৰ পৰিপ্ৰেক্ষিতত খৰতকীয়াকৈ আৰু সাহসেৰে বাতৰি পৰিৱেশন কৰিব লগা হৈছিল। সেই একে সময়তে ভাৰতবৰ্ষই ভোগবাদৰ যুগত প্ৰৱেশ কৰে। বহুতো ন-ন কোম্পানিয়ে তেওঁলোকৰ উৎপাদিত সামগ্ৰীসমূহৰ বিজ্ঞাপনৰ বাবে নতুন পথৰ সন্ধান কৰে। সময় আৰু পৰিস্থিতিৰ আহ্বানত আশীৰ দশকৰ প্ৰথম আৰু মধ্য

ভাগত অসমত স্থানীয় আৰু ইংৰাজী ভাষাত নতুন নতুন কাকত প্ৰকাশ হ'বলৈ ধৰিলে।

আশীৰ দশকত কাকতৰ সংখ্যা হঠাতে বৃদ্ধি পোৱাৰ বাবে দুটা কথা হ'ল— প্ৰথম ইয়াৰ ফলত খবৰ সংগ্ৰহ কৰি পাঠকে বুজিব পৰাকৈ পৰিৱেশন কৰিব পৰা এচামৰ নতুন কৰ্ম সংস্থানৰ বাট ওলাল। দ্বিতীয়তে ই সমাজখনৰ সামূহিক চিন্তাধাৰাৰ পৰিৱৰ্তন ঘটালে। আশী দশকৰ প্ৰথম ভাগত অসমৰ সামগ্ৰিক অশান্ত পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত বাতৰিকাকতৰ প্ৰচলনৰ হাৰ বৃদ্ধি পালে, লগে লগে বহুতৰ বাবে নতুন কৰ্ম সংস্থানৰ বাট মুকলি কৰিলে। যেতিয়ালৈকে ৰাজ্যখনত ঘটি থকা ঘটনাবিলাকে বাতৰিকাকতৰ প্ৰচলনত প্ৰভাৱ পেলাই আছিল তেতিয়ালৈকে সকলো ঠিকেই আছিল, কিন্তু সমস্যা সৃষ্টি হ'ল সেই দশকটো শেষ হোৱাৰ পাছত।

১৯৯০ দশকত প্ৰৱেশ কৰাৰ লগে-লগে আন্দোলন, ধৰ্ণা আৰু হত্যাৰ বাতৰিবিলাক পুৰণা যেন লগা হ'ল আৰু বাৰম্বাৰ একে ধৰণৰ ঘটনা প্ৰকাশ হৈ থকাৰ বাবে বাতৰিৰ আকৰ্ষণ কমি গ'ল। পাঠকক আকৰ্ষণীয় আৰু সংবেদনশীল বাতৰি যোগান ধৰাটো কাকতৰ মালিক আৰু সম্পাদকসকলৰ বাবে কঠিন হৈ পৰিল। পাঠকৰ সংখ্যা আৰু বিজ্ঞাপনৰ ক্ষেত্ৰত কাকতসমূহৰ মাজত হোৱা প্ৰতিদ্বন্দ্বিতাত টিকি থাকিবলৈ কিছুমান কাকতে অৰ্ধসত্য আৰু কেতিয়াবা সম্পূৰ্ণ ভিত্তিহীন বাতৰিও পৰিৱেশন কৰিবলৈ ধৰিলে যিটো সাংবাদিকতাৰ নীতিৰ পৰিপন্থী, এই পশ্চাদপটতে সাম্প্ৰতিক অসমৰ সংবাদসেৱা আৰু ইয়াৰ গুৰুত্ব সম্পৰ্কে আলোচনা কৰোঁ।

আশীৰ দশকত দুই-তিনিখন কাকতৰ বাবেই যথেষ্টসংখ্যক প্ৰশিক্ষণপ্ৰাপ্ত, অভিজ্ঞ মানুহৰ অভাৱ আছিল। তাৰ পাছতেই বাঢ়নি পানীৰ দৰে কাকতৰ সংখ্যা বাঢ়ি আহিবলৈ ধৰিলে, ফলত অভিজ্ঞ লোকৰ অভাৱ ঘটিল। সম্পূৰ্ণ সেৱাৰ মনোভাবৰপৰা আঁতৰি আহি লাহে লাহে ব্যাৱসায়িক ভিত্তিত কাকতৰ প্ৰকাশ হ'বলৈ ধৰিলে। ফলস্বৰূপে সাংবাদিকতাৰ কোনো অভিজ্ঞতা আহৰণ নকৰা বা কোনো ধৰণৰ প্ৰশিক্ষণ নোলোৱা বহু লোকেই সংবাদজগতত শিৰোমণি হৈ পৰিল। কোনো কোনো ক্ষেত্ৰত এজন সংবাদিকে সম্পাদকৰ দৰে গুৰুদায়িত্ব পালন কৰিব লগা হ'ল। বৰ্তমানৰ কেন্দ্ৰীয় মন্ত্ৰী অৰুণ শ্বোৰী এসময়ত 'ইণ্ডিয়ান এক্সপেছ' কাকতৰ সাংবাদিক আছিল; কিন্তু তেখেতৰ সাংবাদিকতাৰ পশ্চাদপদ নাছিল। তেখেতে সংবাদিক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ আগতে বিশ্ববেংকত কাম কৰিছিল। কাকতত কাম কৰাৰ অভিজ্ঞতাৰ অভাৱত মাহে মাহে ঘটনাৰ পূৰ্বানুমান কৰাত বিফল হৈছিল যদিও তেখেতে অনুসন্ধানমূলক সাংবাদিকতাত নতুন দিগন্তৰ সূচনা কৰিলে । এইটো ক'লে অতিৰঞ্জিত নহ'ব যে শ্বোৰীয়েই ভাৰতত অনুসন্ধানমূলক সাংবাদিকতা যুগৰ বাটকটীয়া। বৰ্তমান অসমত অনুসন্ধানমূলক সাংবাদিকতাৰ নামত কিছুমান একেবাৰে ভিত্তিহীন বাতৰি, কিছু

অৰ্ধসত্য ঘটনাৰে অলংকৃত কৰি প্ৰকাশ কৰি কোনো ব্যক্তি বা অনুষ্ঠান-প্ৰতিষ্ঠানক নিন্দা বা কুৎসা ৰটনা কৰা হৈছে। সেয়ে, প্ৰকৃততে বৰ্তমান অসমত সাংবাদিকৰ দায়িত্ব আৰু কৰ্তব্য কি ?

ইয়াৰ উত্তৰটো স্ব-বৰ্ণিত। এক অলিখিত নিয়ম মতে সাংবাদিকে সমাজত ঘটি থকা ঘটনাবিলাকৰ শুদ্ধ প্ৰতিফলন ঘটাব লাগিব। তাকে কৰিবলৈ যাওঁতে সাংবাদিকসকলে মূল উদ্দেশ্যৰ প্ৰতি উদাসীন হ'লে নহ'ব। সাধাৰণতে সমাজ সংস্কাৰৰ প্ৰতি বেছিকৈ দৃষ্টি নিক্ষেপ কৰোঁতে সাংবাদিকসকলে নিৰপেক্ষ আৰু প্ৰৰোচনাহীন বাতৰি পৰিৱেশন কৰা মূল উদ্দেশ্যৰপৰা বিচলিত হয়। গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভৰ প্ৰতিনিধি হিচাপে সাংবাদিকসকল পাঠক-সমাজৰ ওচৰত দায়বদ্ধ থাকিবই লাগিব। পাঠকেই আমাৰ মালিক আৰু শাসক। ভাৰতীয় ভোটাৰৰ দৰেই ভাৰতীয় পাঠকসকলো মূৰ্খ নহয়। তেওঁলোকে সহজেই ছলনা, অসত্য আৰু অৰ্ধসত্য বুজি পায়। কোনো এজনে কোৱাৰ দৰে, "তুমি সকলো মানুহকে কেতিয়াবা মূৰ্খ সজাব পাৰিবা; কিন্তু সকলো মানুহক সকলো সময়তে মূৰ্খ সজাব নোৱাৰা।"

বৰ্তমান অসমত সকলো দিশতে অনিশ্চয়তা আৰু হতাশাই চানি ধৰাৰ পৰিপ্ৰেক্ষিতত সাংবাদিকসকলে মানুহৰ মনোজগতক আগুৰি থকা খং আৰু হতাশাৰ ডাঠ ক'লা ডাৱৰত কিছু আশাৰ ৰেঙণি পেলাবলৈ যত্ন কৰা উচিত। সাংবাদিকসকলে অহৰহ সমাজৰ আন্ধাৰ দিশবোৰকে দেখুৱাই থকাৰ বিপৰীতে গঠনমূলক আৰু ধনাত্মক বাতৰিও পৰিৱেশন কৰিব লাগে। কিন্তু আমি অন্যায় আৰু দুৰ্নীতি আৰু স্বজনপ্ৰীতিৰ প্ৰতি উদাসীন হ'লেও নহ'ব। তাকে একে সময়তে গঠনমূলক আৰু কৃতিত্বৰ বাতৰিৰে এইবিলাক বাতৰিৰ সমতা ৰক্ষা কৰিব লাগিব। সেয়ে সাংবাদিকসকলে সাধাৰণতে উদাসীন হৈ থকা কিছুমান বিষয়ত গভীৰভাৱে দৃষ্টি নিক্ষেপ কৰিব লাগিব।

এইখিনিতে এটা সৰু উদাহৰণ দিব খুজিছোঁ । ১৯৯৮ চনত এদিন মই আমাৰ সহকৰ্মী, ফটোগ্ৰাফাৰজনৰ সৈতে নামনি অসমৰ বান অধ্যুষিত অঞ্চল এটা ভ্ৰমণ কৰিবলৈ যাবলৈ ওলাওঁতেই নলবাৰীত হোৱা গণ হত্যাৰ খবৰ ফোনযোগে পালোঁ। লগে লগে আমি ঘটনাস্থলীলৈ ঢাপলি মেলিলোঁ। এটা দশক ধৰি এনে ধৰণৰ হত্যাৰ বাতৰি পৰিৱেশন কৰি কৰি অভ্যস্ত হোৱা আমি আধা ডজন সাংবাদিকে এখন টাটা চুমো লৈ ঘটনাস্থলীলৈ অতি বিৰক্তিৰে যাত্ৰা কৰিলোঁ। আমাৰ কাৰণে ৰাজ্যখনত ঘটি থকা হাঁহাকাৰ অৱস্থাৰ ই এক প্ৰতিফলন। গাড়ীৰ ভিতৰত পৰিৱেশ বিমৰ্ষ আছিল।

দুঘণ্টাৰ পাছতে আমি ঘটনাস্থলীত উপস্থিত হৈ চি আৰ পি এফৰ জোৱান এজনে দেখুৱাই দিয়া এটা ঘৰত সোমালোঁগৈ। হত্যাকাণ্ড সংঘটিত হোৱা কোঠাটোলৈ সোমাই যাওঁতে সচৰাচৰ হোৱা মোৰ বিদ্ৰূপাত্মক মনোভাববোৰ তৎক্ষণাৎ নাইকিয়া হৈ

গ'ল। কাৰণ এটা মৰম লগা প্ৰায় চাৰি বছৰীয়া ল'ৰাই এটা পুতলা লৈ তাত খেলি আছিল সেই ধ্বংসাত্মৰ অৱস্থাকো আওকাণ কৰি। গাঁওখনক কঁপাই যোৱা এই গণহত্যাত এটা পৰিয়ালৰ একমাত্ৰ বাচি থাকিল এই ল'ৰাটো। হত্যাকাৰীহঁতে অক হত্যা নকৰি এৰি থৈ গ'লেও সি তাৰ মাক-বাপেক, আইতাক আৰু খুৰাকক তাৰ সমুখতে হত্যা কৰা দেখিবলৈ পালে আৰু ওচৰ-চুবুৰীয়া আহি নোপোৱালৈকে মৃতদেহকেইটাৰ মাজতে দুঘণ্টা সময় পাৰ কৰিলে।

তাৰ ভাগ্যত ঘটা মহাদুৰ্যোগৰ বিষয়ে বুজি পোৱাৰ বয়স তাৰ হোৱাই নাছিল। পাঁচ বা দহ বছৰৰ পাছত যেতিয়া সি ডাঙৰ হ'ব, তেতিয়া সেই নিশাৰ ঘটনাসমূহ তাৰ মানসপটত ঘনে-ঘনে ভাহি উঠিব। আমি প্ৰয়োজনীয় তথ্য সংগ্ৰহ কৰি গুৱাহাটীলৈ ঘূৰি অহাৰ পাছতো সেই চিন্তাটোৱে মোৰ মনত বাৰে বাৰে আঘাত কৰি থাকিল।

ঘৰলৈ ঘূৰি অহাৰ পাছত মোৰ সৰু ল'ৰাটো মোৰ কোলাত উঠিবলৈ দৌৰি আহিল। মোৰ ল'ৰাটোৰ বয়স উল্লিখিত ল'ৰাটোৰ সৈতে সমান হোৱা বাবে মোৰ মনত ৰাতিপুৱাৰ ঘটনাটো ভাহি উঠি মনটো ভাৰাক্ৰান্ত কৰি তুলিলে। বিদ্ৰোহ আৰু সন্ত্ৰাসৰ প্ৰভাৱ যিকোনো প্ৰকাৰেই হওক আমাৰ সকলোৰে ওপৰত পৰে। কিন্তু সন্দেহাতীতভাৱে ৰাষ্ট্ৰ আৰু ৰাষ্ট্ৰদ্ৰোহীৰ সংঘাতৰ আটাইতকৈ ডাঙৰ প্ৰভাৱ এই নিষ্পাপ শিশুটোৰ ওপৰত পৰিল।

উত্তৰ-পূৰ্বাঞ্চলত ঘটি থকা এই অশান্ত অৱস্থাই বিভিন্নজনৰ ওপৰত ভিন্ন ধৰণৰ প্ৰভাৱ পেলাইছে। ব্যৱসায়ীসকলে আইন-শংখলাৰ অৱনতিৰ দোহাই দি ব্যৱসায় কমি গৈছে বুলি সদায় বিলাপ কৰি থকা দেখা যায়। প্ৰশাসকসকলে কোনটো দলৰ প্ৰতি কেনে ব্যৱস্থা গ্ৰহণ কৰিব দোধোৰ-মোধোৰ অৱস্থাত পৰিছে। সাংবাদিকসকল সুখী—যিহেতু তেওঁলোকৰ সদায় কিবা নহয় কিবা এটা লিখিবলৈ ওলাই আছে। কিন্তু আমি কোনেও যোৱা দশকত অসমত জন্ম গ্ৰহণ কৰা ল'ৰা-ছোৱালীবিলাকৰ দুৰ্দশাৰ কথা চিন্তা কৰা নাই। কিছুদিনৰ আগতে মোৰ এজন সাংবাদিক বন্ধুৱে এটা চিন্তনীয় উদাহৰণ দাঙি ধৰিছিল। সাহিত্যৰ লগত জড়িত এজন সন্মানীয় ব্যক্তিৰ নাতিয়েকে টেলিভিছনৰ বাতৰিত দেখিলে যে মাদাৰ টেৰেছাৰ মৃত্যু হৈছে । সেই কণমানি ছোৱালীজনীৰ প্ৰথম প্ৰশ্ন আছিল—"মাদাৰ টেৰেছাক কোনে হত্যা কৰিলে?" যেতিয়া ককাকে তাইক মাদাৰ টেৰেছাৰ স্বাভাৱিকতে মৃত্যু হৈছে বুলি বুজালে, তেতিয়া তাই কোনোপধ্যেই বিশ্বাস নকৰে। "বোমা বিস্ফোৰণত চাৰিজন নিহত, ছজন আহত," "আক্ৰমণত সাতজন নিহত," "সেনাৰ গুলীত চাৰিজন উগ্ৰপন্থী নিহত" জাতীয় বাতৰি প্ৰতিদিনে পাই অভ্যস্ত হৈ থকা ছোৱালীজনীয়ে মানুহৰ যে স্বাভাৱিকতে মৃত্যু হয় সেই কথা গ্ৰহণ কৰিব পৰা নাই।

শিশুৰ দুৰ্বল মনৰপৰা সন্ত্ৰাসৰ প্ৰভাৱ ইয়াতকৈ ডাঙৰ উদাহৰণ আৰু কি হ'ব পাৰে ? অসমত যোৱা এটা দশক ধৰি চলি থকা ঘটনাসমূহে বাঢ়ি অহা শিশুবিলাকৰ মনত বিভিন্ন ধৰণে প্ৰভাৱ পেলাইছে। কিছুদিনৰ আগতে নগাঁৱত উক্ত বিষয়ত হোৱা এখন কৰ্মশালাত এজন অংশগ্ৰহণকাৰীয়ে এটা চিন্তা উদ্ৰেককাৰী উদাহৰণ আগ বঢ়াইছিল— দহ বছৰীয়া এজন ছাত্ৰই পৰীক্ষাত এটাও প্ৰশ্নৰ উত্তৰ নিলিখিলে। যেতিয়া শিক্ষকে কাৰণ সুধিলে তেতিয়া সি মুখ ওন্দোলাই বহীখনত কিবা এটা লিখি জমা দিলে তাকে কৰি সেই দহ বছৰীয়া ছাত্ৰজনে ক'লে যে এটা বিদ্ৰোহী সংগঠনৰ সদস্য হ'বলৈ সুযোগ পাইছে, সেয়ে শিক্ষকে এনে প্ৰশ্ন কৰাৰ স্পৰ্ধা দেখুওৱাত তেওঁ আচৰিত হৈছে—ঘটনাটোৱে হাঁহিৰ খোৰাক যোগালেও এইটো ঠিক যে বৰ্তমান অসমৰ শিশুবিলাক এটা অস্বাভাৱিক পৰিৱেশত ডাঙৰ হৈছে।

তেওঁলোকে বন্দুকৰ ছাঁত আৰু গুলীৰ সন্ত্ৰাসৰ মাজত জীয়াই আছে যিটো তেওঁলোকৰ মানসিক উৎকৰ্ষৰ বাবে সুস্থ বাতাবৰণ নহয় বুলি এজন নিৰক্ষৰ লোকেও ক'ব। প্ৰখ্যাত সাংবাদিক নিখিল চক্ৰৱৰ্তীয়ে কোৱাৰ দৰে— "স্বাধীনতা আৰু সমতা, বন্ধুত্বৰ বান্ধোন আৰু হাঁহি— শিশুৰ জন্মস্বত্ব। এই স্বভাৱজাত গুণৰাজীৰ বিপৰীতে আমি বয়স্কসকলে উদাহৰণেৰে তেওঁলোকক গঠনমূলক চিন্তা-চৰ্চা নকৰিবলৈ ভয় আৰু ঘৃণা কৰিবলৈ আৰু কৌশলেৰে সত্য আৰু পৰিশ্ৰম এৰাই চলিবলৈ শিকাইছোঁ। আমি কিছুমান শিশুক অৱজ্ঞা কৰোঁ, দেহ আৰু মনত প্ৰাথমিক পুষ্টিৰপৰা বঞ্চিত কৰোঁ, মজদুৰ হিচাপে নিয়োগ কৰি শোষণ কৰোঁ আৰু পণ্য হিচাপেও ব্যৱহাৰ কৰোঁ। এই ধৰণৰ ব্যৱহাৰ চকুৰ আগত দেখিও সমাজৰ ব্যক্তিসকলে মুক হৈ চাই আছে।" তেওঁ অসম আৰু অন্য সন্ত্ৰাস জৰ্জৰিত উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ পৰিস্থিতিৰ বিষয়ে ক'ব পাৰিলেহেঁতেন।

বিশেষজ্ঞসকলে সন্ত্ৰাস জৰ্জৰিত পৰিস্থিতিয়ে শিশুৰ মনত পেলোৱা প্ৰভাৱৰ বিষয়ে বহুতো কথাই ক'ব পাৰিব; কিন্তু কৰ্মৰত সাংবাদিক হিচাপে মই মোৰ ব্যক্তিগত অভিজ্ঞতাৰপৰা ক'ব পাৰোঁ যে— আমাৰ খুব কম সংখ্যকেহে এটা বিশেষ ঘটনাৰ তাৎক্ষণিক বাতৰি সংগ্ৰহৰ ওপৰত গুৰুত্ব দিওঁ, কিন্তু আমি ইয়াৰ অন্তৰ্নিহিত সত্যটো এৰাই চলোঁ।

এই ক্ষেত্ৰত মই নিজেও দোষৰপৰা মুক্ত নহয়। ১৯৯৬ চনৰ মে-জুনত আমি দুজন সাংবাদিকে সাম্প্ৰদায়িক সংঘৰ্ষ জৰ্জৰিত কোকৰাঝাৰ ভ্ৰমণ কৰিছিলোঁ। সেই সময়ত আমি যুগুটোৱা বাতৰিসমূহত হিংসাত্মক ঘটনা, ঘৰ-জ্বলোৱা ঘটনা আদি আৰু প্ৰশাসনে গ্ৰহণ কৰা বিভিন্ন ব্যৱস্থাৰ বৰ্ণনা আছিল। ইয়াৰ ছমাহৰ পাছত যেতিয়া আমি পুনৰ তালৈ গৈছিলোঁ, তেতিয়া অস্থায়ী আশ্ৰয় শিবিৰত থকা শিশুবিলাকৰ দুৰ্দশা দেখা পাইছিলোঁ। জীৱন ধাৰণৰ বাবে প্ৰয়োজনীয় খাদ্য, স্বাস্থ্যসন্মত পৰিৱেশৰ

অভাৱৰ উপৰি প্ৰধানকৈ সেই শিবিৰবিলাকত শিক্ষাৰ সুবিধাৰ অভাৱে আমাক মনোকষ্ট দিছিল। শিবিৰ বাসিন্দাসকলে অস্থায়ীভাৱে প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰিছিল যদিও স্পষ্টভাৱেই সেয়া পৰ্যাপ্ত নহয়। আমি ঘূৰি আহি সেই দুখ লগা অৱস্থাৰ বৰ্ণনা কৰি প্ৰতিবেদন প্ৰস্তুত কৰিছিলোঁ, কিন্তু সেয়া বিশেষ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততহে। সাধাৰণতে তেনে প্ৰতিবেদন লিখা নহয়। যোৱা একাধিক দশকৰপৰা হোৱা তেনে ধৰণৰ গণহত্যাত কিমান মানুহ মৰিল, সন্ত্ৰাসৰ কাৰণ আদিৰ বিষয়েহে বিস্তৃতভাৱে বৰ্ণনা কৰা হয়। আমাৰ পেছাগত শিক্ষা সম্ভৱতঃ অসম্পূৰ্ণ হৈ আছে। যোৱা ডিছেম্বৰ মাহত গুৱাহাটীত অনুষ্ঠিত এখন কৰ্মশালাত আমি আমাৰ এই অক্ষমতাৰ বাবে সচেতন হৈছিলোঁ। উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰপৰা অহা অংশগ্ৰহণকাৰীসকলৰ প্ৰায় সকলোৱেই এই বিষয়ত একমত হৈছিল যে—তেওঁলোকে সন্ত্ৰাসৰ ফলত উদ্ভৱ হোৱা এনে পৰিস্থিতিৰ প্ৰতি সাধাৰণতেই বেছি গুৰুত্ব নিদিয়ে। উদাহৰণ স্বৰূপে, আমি বেছিভাগেই আইনতঃ শিশুৰ সংজ্ঞা নাজানো। বহলভাৱে আমি সদায় ১৮ বছৰৰ তলৰ সকলোকে শিশু বুলি ভাবোঁ যদিও এই কৰ্মশালাতহে আমি জানিব পাৰিলোঁ যে—ভাৰতবৰ্ষত প্ৰচলিত বেলেগ বেলেগ আইনগত শিশুৰ আইনগত বয়সসীমা ভিন্ন হয়।

শেহতীয়াভাৱে লাহে লাহে হ'লেও এই ধাৰাটো সলনি হৈ আহিছে। আমি সমাজৰ দায়িত্বশীল সদস্য হিচাপে আমি কাকতৰ মানুহখিনিয়ে লাহে লাহে উপলব্ধি কৰি আহিছোঁ যে শিশুবিলাকে ভোগ কৰা দুৰ্গতিৰ বিষয়ে যিমান পাৰি বেছিকৈ প্ৰচাৰ কৰি নীতি নিৰ্ধাৰক, সুৰক্ষা বাহিনী আৰু লগতে গোটেই সমাজখনকে সচেতন কৰি তোলা উচিত। অতীতত ঘটা ঘটনাবোৰলৈ পশ্চাদলোকন কৰিলে আমি দেখোঁ যে সংঘৰ্ষৰ ঘটনাবোৰত আটাইতকৈ বেছি ক্ষতিগ্ৰস্ত হয় শিশুবিলাক, কাৰণ সিহঁত সমাজৰ আটাইতকৈ দুৰ্বলতম সদস্য। এনে ঘটনাই প্ৰত্যক্ষভাৱে সিহঁতৰ দৈনন্দিন কাম-কাজত বাধা জন্মায়। উদাহৰণ স্বৰূপে, স্কুলৰ সূচী খেলি মেলি হোৱাৰ বাবে লৰালৰিকৈ পাঠ্যক্ৰম শেষ কৰিবলগীয়া হয়। তেওঁলোকে দৈনন্দিন খেলা-ধূলাৰপৰা বঞ্চিত হয়। তদুপৰি এনে সংঘৰ্ষৰ প্ৰভাৱত শিশুৰ মনোজগতত ভয়ৰ সঞ্চাৰ হয় আৰু ই তেওঁলোকৰ স্বাভাৱিক মানসিক উৎকৰ্ষত প্ৰভাৱ পেলাব।

এইখিনিতে আন এটা উদাহৰণ দিওঁ—মই আৰু মোৰ বন্ধু তথা সহকৰ্মী এজনে উজনি অসমত ক্ষুদ্ৰ চাহ খেতিয়কসকলে আহৰণ কৰা সফলতাৰ বাতৰি পৰিৱেশন কৰিছিলোঁ, ফলত এই বিষয়ে সকলোৱে জানিব পাৰিলে। অৱশেষত এটা গঠনমূলক কাম কৰা হ'ল। কোনো ঘটনাৰ ইতিবাচক দিশটো প্ৰকাশ কৰিলে জনসাধাৰণে তেওঁক সুঁৱৰি থাকে । বৰ্তমান অসমত সাংবাদিকসকলৰ কৰ্তব্য হ'ব বস্তুনিষ্ঠ বাতৰি পৰিৱেশন কৰাৰ লগতে সু-প্ৰচেষ্টাবোৰৰ প্ৰতি সহানুভূতিশীলো হ'ব লাগিব।

তেতিয়াহে আমি অবাটে যোৱা কিছুমান সাংবাদিকৰ অপকৰ্মৰ বাবে কৰা সমাজৰ ব্যংগ, বিদ্ৰূপৰ বিপৰীতে মূৰ তুলি থিয় দি থাকিব পাৰিম।

**(মূল : নিটিন এ গোখলে)**

(**অনুবাদক :** শৈলেন গোস্বামী)

**(খ)**

## ইতিবাচক দৃষ্টিভংগীৰ সত্যানুসন্ধানী যুঁজ

সাংবাদিকতাৰ আদৰ্শ কেনে হোৱা উচিত সেই সম্পৰ্কে গভীৰ চিন্তা-চৰ্চা আমাৰ মাজত কমেই হয়। ইয়াৰ কাৰণ এইটো নহয় যে আমাৰ মাজত এই প্ৰশ্নটো জৰুৰীভাৱে উদয় হোৱা নাই নাইবা আদৰ্শহীনতাই আমাক অতিষ্ঠ কৰি তোলা নাই। বৰঞ্চ সৰ্বাধিক আদৰ্শহীনতাই আমাক চিন্তান্বিত আৰু দিশহাৰা কৰি তুলিছে। সুদীৰ্ঘ কাল কাকত সম্পাদনা কৰাৰ পাছতো মই নিজকে নিজে প্ৰশ্ন কৰিছোঁ ঃ আমাৰ গতিপথ ঠিকেই আছেনে ?

প্ৰশ্নটো মই মাতৃভাষাৰ কাকতবোৰৰ ক্ষেত্ৰতে বিশেষভাৱে সীমাবদ্ধ ৰাখিছোঁ, যদিও সাধাৰণভাৱে এই সময়ত প্ৰায় সকলো ভাষাৰে সংবাদপত্ৰৰ এইটো মৌলিক প্ৰশ্ন।

আৰম্ভণিতে এইটো স্পষ্ট কৰি দিয়া ভাল যে গণ-উৎপাদন হিচাপে বাতৰিকাকত এক পুঁজিতান্ত্ৰিক ব্যৱসায়। কিন্তু ব্যৱসায় হ'লেও ই অন্য ভোগ্য পণ্য—চেনি, মিঠাতেল, কাপোৰ, জোতাৰ দৰে নহয়। সাধাৰণ তথ্য-পাতি আৰু খবৰ সৰবৰাহ কৰাৰপৰা আৰম্ভ কৰি উৎপাদন বিজ্ঞান আৰু প্ৰযুক্তি, সমাজ, সংস্কৃতি, ভাষা আৰু ৰাজনীতিকে ধৰি মানৱ জীৱনৰ সকলো প্ৰসংগকে সংবাদ মাধ্যমে সামৰি লয়। স্বাভাৱিকতে মানৱ জীৱনৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ জীৱনৰ সকলো দিশৰ ওপৰতে সংবাদপত্ৰই প্ৰভাৱ বিস্তাৰ কৰে। প্ৰতিষ্ঠিত সমাজ ব্যৱস্থা আৰু চিন্তাধাৰাক জীয়াই ৰাখিবৰ বাবে যিদৰে সংবাদপত্ৰসমূহে কাম কৰিব পাৰে, ঠিক সেইদৰে মানৱ সমাজ আৰু সভ্যতা-সাংস্কৃতিৰ ভৱিষ্যত নিৰ্মাণ কৰিবৰ বাবেও সংবাদপত্ৰসমূহে কাম কৰিব পাৰে। ছপা মাধ্যমেই নহয়, ইলেক্ট্ৰনিকছ মাধ্যমসমূহো এইবোৰ প্ৰশ্নত একে চৰিত্ৰবিশিষ্ট ব্যৱসায়।

ব্যৱসায় হোৱা বাবেই—অন্য পণ্যৰ ক্ষেত্ৰত যিদৰে ভোগবাদৰ প্ৰাধান্যই আমাক জৰ্জৰিত কৰে, ঠিক একেদৰেই, সংবাদমাধ্যমসমূহৰ ক্ষেত্ৰতো ইয়াৰ প্ৰাধান্যই সাম্প্ৰতিক কালত আমাক অতি ভীষণভাৱে জৰ্জৰিত কৰে। আমাৰ নিজৰেই বৌদ্ধিক উৎপাদনে গৰল আৰু অমৃত দুয়োটা ৰূপতে আমাক প্ৰভাৱিত কৰা বাবেই আমি এতিয়া গৰল ভাগৰ প্ৰতি সাৱধান হ'ব লগা হৈছে।

সংবাদ মাধ্যমত গৰল ভাগ হ'ল নেতিবাচক উৎপাদন, ই সস্তীয়া ভোগ্য-পণ্য। মছলাযুক্ত বাতৰি, যৌনতা সৰ্বস্ব সৃষ্টি, বিকৃত ৰুচিৰ প্ৰাধান্যৰে অপুষ্ট চিন্তাধাৰা—

যিবোৰে পণ্য ৰূপত মানুহক সন্তুষ্টীয়া পৰিতৃপ্তি প্ৰদান কৰে, আলোড়িত কৰে আৰু বজাৰৰ পণ্য হিচাপে মুনাফা বৃদ্ধিত সহায় কৰে—সেইবিলাকেৰেই যেতিয়া ধন ঘটিব পাৰি তেতিয়া মানৱ সমাজৰ কল্যাণৰ প্ৰশ্নটো গৌণ হৈ পৰে। ব্যাৱসায়িক মুনাফাৰ প্ৰশটোহে সৰ্বাগ্ৰ গণ্য হৈ পৰে। ভোগ্য-সাম্যবাদৰ এইটো গৰলেই বৰ্তমান আমাৰ মূল সমস্যা। ই নিচাযুক্ত দ্ৰব্যৰ দৰে আমাক দৈহিক আৰু মানসিকভাৱে ব্যৱহৃত হ'বলগীয়া অস্ত্ৰপাট বৰ্তমান ব্যৱহাৰ হৈছে বৃত্তাসুৰৰ হাতৰপৰা তন্ত্ৰ-মন্ত্ৰ হিচাপে। ই হৈ পৰিছে আমি নিজেই উৎপাদন কৰা নিজৰ বিৰুদ্ধে ব্যৱহাৰ হ'ব পৰা (বা হোৱা ঘাতক অস্ত্ৰ)।

পোনপটীয়াভাৱে আমাৰ প্ৰশ্নটো হ'ল ঃ আপুনি মছলাযুক্ত বাতৰি, যৌন-সৰ্বস্বতা আৰু বিকৃত ৰুচিৰ (হত্যালিপ্সা আৰু ধৰ্ষকামিতা তথা মানৱী নৈতিকতাৰ ধ্বংসসাধন ইত্যাদি) পক্ষে নে বিপক্ষে ? যদি আপোনাৰ পক্ষে, তেন্তে আমাৰ ক'বলগীয়া একো নাই। সেইবোৰকে কৰি যাওক— যেতিয়ালৈকে আকাণ্ঠ বিষত জৰ্জৰিত হৈ আপুনি আৰু আপোনাৰ সমাজখন সম্পূৰ্ণ ধ্বংস নহয়।

যদিহে আপোনাৰ বিপক্ষে, তেন্তে আমি মত বিনিময় কৰিব পাৰোঁ। কাৰণ মানৱ সমাজৰ অতীজৰ সভ্যতা-সংস্কৃতিৰ মৰ্যাদা, বৰ্তমানৰ মানৱীয় ৰুচি আৰু সভ্যতাৰ মান তথা ভৱিষ্যতৰ সুস্থিৰ সমাজ এখনৰ ভোট বহলোৱাবৰ বাবে আপুনিহে কাম কৰিব পাৰে। সত্য, বিজ্ঞান আৰু সুস্থ মানৱীয় ৰুচিৰ আপোনাৰ পক্ষে। আপোনাৰ এই দৃষ্টিভংগীকে আমি ইতিবাচক বুলি অভিহিত কৰিছোঁ।

## মছলাযুক্ত বাতৰিৰ প্ৰাধান্য কিয় ?

প্ৰশ্নটো যিদৰে সহজবোধ্য— উত্তৰো সেইদৰে সহজবোধ্য। মছলাযুক্ত নহ'লে বোলে বাতৰিকাকত নচলে। গতিকে বাতৰিকাকত চলাবৰ বাবে বাতৰিকাকতৰ পৃষ্ঠাই পৃষ্ঠাই কেৱল চাঞ্চল্যকৰ কথা নানা ৰহণ সানি ভৰাই দিয়া হয়। সত্য মৰি ভূত হৈ যায়। তাৰে ওপৰত গজি ৰহণ সনা অসত্যৰ বিষ-বৃক্ষ বাতৰিটো চাঞ্চল্যকৰ কৰিবৰ বাবে মিছা কথাৰ আশ্ৰয় লোৱাটো সাধাৰণ কথা। সত্য যদি তিলটোহে তাক কৰা হ'ল তালটোলৈ ৰূপান্তৰিত। শব্দবোৰ ব্যৱহাৰ কৰা হ'ল উত্তেজনা আৰু চাঞ্চল্য বৃদ্ধি কৰিবৰ বাবে, ৰহস্য বঢ়াবৰ বাবে। উদাহৰণ স্বৰূপে, ধৰি লওক ঘটনাটো আছিল কূটাঘাতমূলক— বোমাত দলং বিধ্বস্তৰ ঘটনা। সংবাদদাতা আৰু সম্পাদকে ভাবিলে যে এই ঘটনাকে চাঞ্চল্যকৰ আৰু ৰহস্যাবৃত্ত কৰিব লাগিব। সংবাদদাতাজনে তিলটোকে তালটো কৰি লিখিলে এইদৰে—যোৱা নিশা তিলৈজানৰ সমীপস্থ টীয়ক নদীৰ দলংখন সন্ত্ৰাসবাদৰ বোমাত চূৰ্ণীকৃত হৈ উৰি গ'ল। বোমা বিস্ফোৰণৰ সময়ত ওপৰেদি পাৰ হোৱা বাছখন বিস্ফোৰণত চূৰ্ণীকৃত হ'ল। কিমান লোক হতাহত হ'ল তাৰ সীমা-সংখ্যা নাই। মৃতদেহৰ

নাৰী-ভুৰুক, হাত-ভৰি আদি দলঙৰ ওচৰৰ বাঁহগছ আৰু অন্যান্য গছত ওলমি থকা দেখা গৈছে। ঘটনাটো কৰ্তব্যৰত সেনা আৰু আৰক্ষীৰ দল এটা দলংখনৰ নিচেই কাষতে থাকোঁতেই সংঘটিত হয়। ঘটনাটোৰ অন্তৰালত দুৰ্ধৰ্ষ সন্ত্ৰাসবাদী জড়িত থকা বুলি অনুমান কৰা হৈছে। প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ মতে বোমা বিস্ফোৰণৰ আগদিনা তিলৈজানৰপৰা দহ-বাৰ কিল'মিটাৰ দূৰৈত ব্ৰহ্মপুত্ৰৰ চাপৰি অঞ্চলত সন্ত্ৰাসবাদীৰ এটা দল দেখা গৈছিল। তেওঁলোকৰ হাতত এ.কে-৪৭ আছিল। তেওঁলোকক আই-এছ-আইৰ লগত সম্পৰ্ক থকা সন্ত্ৰাসবাদী বুলি সন্দেহ কৰা হৈছে। এতিয়ালৈকে শাসক দলৰ কোনো মন্ত্ৰী-বিধায়ক ঘটনাস্থলীত উপস্থিত হোৱা নাই বুলিও জনা গৈছে।

সম্পাদকে চাঞ্চল্য বঢ়াবৰ বাবে আৰু দুই-এটা শব্দ জোৰা দিলে। আনকি ভীষণতা বঢ়াবৰ বাবে যোগ দিলে যে বোমাৰ শব্দ পঞ্চাছ কিল'মিটাৰ দূৰৰ গাঁও অঞ্চলতো শুনা গৈছিল। তেনে কোনো ঘটনা নোহোৱাকৈ লিখিলে যে সেনা আৰু আৰক্ষীৰ তালচীৰ ফলত বিস্ফোৰণ থলীৰ আশে-পাশে অত্যাচাৰ কৰা হৈছে। বুঢ়া-মেঠাৰ ওপৰতো অত্যাচাৰ কৰা হৈছে। আনকি নামঘৰৰ মণিকূটৰ ভিতৰতো তালাচী চলোৱা হৈছে। গোঁফৰ তলত হাঁহি মাৰি বাতৰিটোৰ শিৰোনামা দিয়া হ'ল —পুলিছৰ চকুৰ আগতে বোমাত উটি গ'ল দলং! তিলটোকে তালটো কৰা বাতৰিটোৰ শ্ৰষ্টাসকলে ধ্বংস কাৰ্যটো বেয়া নাপায়। বাতৰিটোত সেইটো স্পষ্ট হ'ল। পুলিছ আৰু শাসক দলৰ বাতৰি দিওঁতা আৰু সম্পাদক বিৰোধী সেইটোও স্পষ্ট। কিন্তু সত্যক নিধন কৰা বাবে যে বাতৰিকাকতখনৰ নিৰ্ভৰযোগ্যতা হ্ৰাস পালে সেইটো ভাবি চোৱা নহ'ল। এইটো নিত্য নৈমিত্তিক ঘটনা।

এখন দৈনিক কাকতৰ বৰ বৰ হৰফত এবাৰ এটা বাতৰি ওলাল। বাতৰিটোত লিখা হ'ল যে আলফাই ৰকেটেৰে আক্ৰমণ কৰে মুখ্যমন্ত্ৰীৰ বাসভৱন। পাহাৰ অঞ্চলৰপৰা মুখ্যমন্ত্ৰীৰ বাসভৱন উদেশ্যে নিক্ষেপ কৰা ৰকেটৰ জ্বলন্ত অগ্নিশিখাৰ চাক্ষুষ বিৱৰণ ওলাল। চাক্ষুষ বিৱৰণ ওলাল মুখ্যমন্ত্ৰীৰ বাসভৱনৰ কাষতে পোৱা বিস্ফোৰণ নোহোৱা বোমাৰ। সম্পূৰ্ণ মিছা কথা এটাৰে বাতৰিটো পৰিৱেশন কৰাৰ পাছত, সকলো কথা মিছা বুলি প্ৰত্যায়িত হোৱাৰ পাছতো কিন্তু কাকতখনে কোনো শুধৰণি দিয়া দেখা নগ'ল।

ৰাজনৈতিক ক্ষেত্ৰত পক্ষপাতদুষ্ট বাতৰি পৰিৱেশন কৰাটো স্বাৰ্থজড়িত (নিঃসন্দেহ শ্ৰেণী স্বাৰ্থজড়িত) কাকতৰ লক্ষণ। সত্য তথ্য পৰিৱেশনৰ সলনি এনেবোৰ কাকতৰ সদায় প্ৰতিষ্ঠিত দল তথা চৰকাৰৰ পক্ষে সোণালী চিত্ৰ অংকন কৰা হয়। এনে ধৰণৰ অসত্য সংবাদ পৰিৱেশনৰ উদাহৰণ দাঙি ধৰিছিল কমিউনিষ্ট ৰাষ্ট্ৰযন্ত্ৰ বিধ্বস্ত হোৱাৰ আগদিনালৈকে 'প্ৰাভদা' নামৰ কাকতখনে। যিদিনা ছোভিয়েট ৰাষ্ট্ৰ-যন্ত্ৰ ধ্বংসৰ গহ্বৰত পতিত হৈছিল সেইদিনাও যদি কমিউনিষ্ট ব্যৱস্থাটোৰ অন্তৰ্নিহিত ভ্ৰান্তিবোৰ চকুত পৰা নাছিল—তেতিয়া প্ৰকৃত ক্ষতি কাৰ হৈছিল ? অসত্য তথ্য আৰু বিশ্লেষণেৰে কেতিয়াও এটা ভুল পথে যোৱা ব্যৱস্থাক ৰক্ষা কৰিব নোৱাৰি। দলীয় স্বাৰ্থজড়িত এনে কাকত-পত্ৰত

দেখা যায় যে এগুণ সফলতাক শতগুণ কৰা হয় আৰু ভ্ৰান্তি তথা দুৰ্নীতিবোৰক ঢাকি ৰখাৰ প্ৰয়াস কৰা হয়।

একে ধৰণৰ প্ৰক্ৰিয়া এটা আমি অসম আন্দোলন আৰু তাৰ পাছত ১৯৮৫ চনৰপৰা গঠিত অ.গ.প. চৰকাৰৰ শাসন কালত দেখা পাইছিলোঁ। আন্দোলনটোৰ ভ্ৰান্তি আৰু নেতিবাচক দিশবোৰ সময়ত দেখুৱাই নিদিয়াৰ ফলত আন্দোলনটোৰ লগত জড়িত দল আৰু সংগঠনবিলাকৰ দৃষ্টিভ্ৰম দূৰ নহ'ল। আনকি চৰকাৰৰ গাদীত প্ৰথম অ.গ.প. দল বহোঁতেও প্ৰকৃত তথ্য পৰিৱেশন আৰু সত্য বিশ্লেষণেৰে দল আৰু চৰকাৰক সুস্থ পথ প্ৰদৰ্শনৰ ঠাইত এক ধৰণৰ প্ৰশস্তিবাদ আৰু অন্ধ-আচৰণে সমগ্ৰ ৰাজ্যখনৰে ক্ষতি কৰিলে।

একে ধৰণৰ ঘটনা আমি সন্ত্ৰাস জৰ্জৰিত, নিষ্পেষিত আৰু অহৰহ প্ৰৱঞ্চিত ৰাজ্যখনৰ অৰ্থনীতি, সমাজ আৰু সংস্কৃতিৰ বিভিন্ন বা-বাতৰিৰ ক্ষেত্ৰত আজিকোপতি দেখি আহিছোঁ। ব্যক্তি-হিংসা, সন্ত্ৰাস, হত্যাৰ ক্ষেত্ৰত সঠিকভাৱে পটভূমি আৰু ফলাফলৰ তথ্য দাঙি নধৰাৰ ফলত ৰাজ্যখনৰ পৰিস্থিতি ৰসাতলে গৈছে। প্ৰতিষ্ঠিত চৰকাৰ, প্ৰতিষ্ঠিত আন্দোলন তথা প্ৰতিষ্ঠিত প্ৰগতিশীল শ্ৰেণী, দল আৰু পৰিয়ালৰ প্ৰতি আনুগত্যই তিলটোক তাল কৰা, এগুণ সফলতাক দহগুণ কৰাৰ প্ৰৱণতা এটা যিদৰে সৃষ্টি কৰে, ঠিক সেইদৰে দুৰ্নীতি আৰু ব্যৰ্থতাক ঢাকি ৰখাৰ ক্ষেত্ৰতো কাৰচাজি কৰে।

মছলাযুক্ত বাতৰি পৰিৱেশনৰ আনটো ক্ষেত্ৰ হ'ল যৌনতা। যৌনতা হ'ল বাণিজ্যিক স্বাৰ্থান্বেষী শ্ৰেণীৰ আফিং। এইবিধ ব্যৱসায় সামগ্ৰী থাকিলে যিকোনো মনোৰঞ্জনধৰ্মী আলোচনী, সংবাদপত্ৰ আজিকালি চলি যায়। গতিকে আজিকালি প্ৰায় সকলো মাধ্যমতে নাৰীৰ সৌন্দৰ্য আৰু যৌনজীৱনক লৈ ব্যৱসায় কৰাটো পৰিলক্ষিত হৈছে। যৌন জীৱনৰ স্বাভাৱিক মানৱীয় বিকাশ আমাৰ কাম্য; কিন্তু ইয়াৰ বিকৃত আমাৰ বাবে অভিশাপস্বৰূপ। যৌন জীৱনৰ নগ্নতা বিক্ৰী এতিয়া পশ্চিমীয়া সমাজ আৰু সভ্যতাৰ জীয়াই থকাৰ পাথেয় হৈ পৰিছে। তাকেই অনুকৰণ কৰিছে আমাৰ কৃষ্টিপ্ৰেমীসকলে বুজন ভাগে। ছিনেমা আৰু সাহিত্যত তাৰ প্ৰভাৱ বাঢ়িছে। তাৰেই এচমকা বহুৰঙী চকুত ছাট মৰা পোহৰে আমাৰ সংবাদ মাধ্যমসমূহ গ্ৰাস কৰিছে।

বিকৃত ৰুচি বিকাশৰ ক্ষেত্ৰত আটাইতকৈ বেছি প্ৰভাৱ বিস্তাৰ কৰিছে ধৰ্ষণ, লোমহৰ্ষক হত্যাকাণ্ড উপস্থাপনে। সমাজ মনস্তত্ত্ব বিষয়ে সঠিক বিশ্লেষণ-জ্ঞান নথকা লোকসকলে এই কথা ভাবি নাচায় যে অতি চাঞ্চল্যকৰ আৰু আকৰ্ষণীয়ভাৱে ধৰ্ষণ আৰু জনক্য হত্যাকাণ্ডৰ কথা প্ৰচাৰ কৰিলে সোঁচৰা ৰোগৰ দৰে তাৰ বিস্তৃতি হয়। ধৰ্ষণকাৰী আৰু হত্যাকাৰী হিচাপে অভিযুক্তসকলৰ বিৱৰণ আৰু যৌন আৰু বীৰ ৰসৰ বিকৃতীকৰণে চেমনীয়া, যুৱসমাজৰ উপৰি সমাজৰ সকলো শ্ৰেণীৰ লোকৰে ৰুচি বিকৃত কৰে আৰু তেনে ঘটনাৰ বিস্তৃতি ঘটায়। এনেবোৰ ক্ষেত্ৰত সেয়ে চাঞ্চল্যৰ বিস্তৃতি ঘটোৱাতকৈ, তেনে গৰিহণাযোগ্য বাতৰিৰ ক্ষেত্ৰত জনসাধাৰণৰ প্ৰতিক্ৰিয়া আৰু মতামতে প্ৰাধান্য

পোৱা প্ৰয়োজন। হত্যাকাণ্ডৰ ক্ষেত্ৰত ঘাটকৰ ভাল গুণবিলাক দেখুৱাবৰ বাবে, প্ৰত্যক্ষ বা পৰোক্ষ সহানুভূতি সৃষ্টিৰ বাবে কাম কৰাটো নিন্দনীয়, গৰ্হিত আৰু তেনে কাৰ্যৰপৰা সদায় সংবাদপত্ৰ আৰু অন্য মাধ্যমসমূহ আঁতৰি থকা উচিত।

## প্ৰকৃত অনুসন্ধানমূলক সংবাদসেৱা

ইতিবাচক দৃষ্টি কি ? ইতিবাচক দৃষ্টিভংগী হ'ল মূলতঃ মানুহৰ সমাজ আৰু সভ্যতা, অৰ্থনীতি, বিজ্ঞান আৰু প্ৰযুক্তি ভাষা আৰু সংস্কৃতিৰ সৰ্বতোমুখী বিকাশৰ বাবে উপযোগী দৃষ্টিভংগী । এনে দৃষ্টিভংগী গঢ় লোৱাত সহায় কৰিব পাৰে কেৱল প্ৰকৃত অনুসন্ধানে। প্ৰকৃত অনুসন্ধানমূলক সংবাদসেৱা হ'ল সত্য প্ৰতিষ্ঠাৰ একমাত্ৰ নিৰ্ভৰযোগ্য পথ।

আমাৰ সংবাদ মাধ্যমসমূহৰ এতিয়া প্ৰাথমিক কৰ্তব্যই হ'ল প্ৰকৃত অনুসন্ধানত গুৰুত্ব দিয়া। প্ৰকৃত অনুসন্ধান মানে এইটো নুবুজাই যে আপুনি দেৱালৰ এটা পাৰে পোহৰত যিটো ঘটিছে তাৰহে সংবাদ দিব, আনটো ফালৰ সংবাদ নিদিব। প্ৰকৃততে পোহৰ নপৰা ফালটোত যিবোৰ ঘটি আছে সেইবোৰৰ সংবাদো প্ৰকৃত অনুসন্ধানৰ জৰিয়তে প্ৰস্তুত কৰা প্ৰয়োজন।

আমাৰ বেছিভাগৰে অনুসন্ধান কেৱল চৰকাৰী পক্ষ, চৰকাৰী মাল আৰু সভাৰ কক্ষই কঁপাই থকা পোহৰ, মাদকতা ধন আৰু মূৰত। মহল আৰু কক্ষৰ চকুত ছাট মৰা পোহৰে যিবোৰ স্থানত নাই সেই স্থানত থকা পয়সত্তৰ কোটি মানুহৰ সংবাদ প্ৰায়েই অৱহেলিত হয়। প্ৰকৃত অনুসন্ধানে দেৱালৰ সিপাৰৰ অৱহেলিত অন্ধকাৰ দিশটোৰো পোহৰ পেলায়।

প্ৰকৃত অনুসন্ধানে আমাক সত্যৰ বহুমাত্ৰিক, বহুমুখি পোহৰৰ পথলৈ লৈ যায়।-- য'ত বিৰাজ কৰে বিজ্ঞান আৰু সত্যৰ প্ৰতিষ্ঠাৰ বাবে নিৰ্মোহ নিৰপেক্ষতা। দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰপৰা দূৰত কেমেৰা, টেপ-ৰেকৰ্ডাৰ আৰু কলমে এনে এক নিৰপেক্ষতাই সকলো স্বাৰ্থৰ দম্ভকে কোনো উচ্চ-বাচ্য নকৰাকৈ নতশিৰ কৰিব পাৰে।

ইতিবাচক সাংবাদিকতা প্ৰকৃত অনুসন্ধানভিত্তিক আৰু প্ৰকৃত বহুমাত্ৰিক, বহুমুখি মানৱ-সভ্যতাৰ প্ৰয়োজনৰ স্বীকৃতি-স্বৰূপ সঠিক দৃষ্টিভংগীৰ পাৰিৱাৰিক। এনে সাংবাদিকতাই পয়সত্তৰ কোটি মানুহক অৱহেলা কৰি মাত্ৰ পাঁচিছ কোটিক গুৰুত্ব নিদিয়ে। কৃষি, শিল্প, সাহিত্য, সংস্কৃতি, বাণিজ্য, ৰাজনীতি সকলোৰে গুৰুত্ব উপযুক্তভাৱে, নিৰপেক্ষভাৱে দিয়ে। এগৰাকী প্ৰখ্যাত সাহিত্যিকৰ মৃত্যুৰ বাতৰিকাকতৰ চকুত সজাই দি, এটা ধৰ্ষণৰ বাতৰিয়ে প্ৰথম শিৰোনামাৰ বাতৰি ৰখাটো সুসাংবাদিকতাতটো নায়েই, সুৰুচিৰ পৰিচয়কো নহয়। নেতিবাচক দৃষ্টিভংগীৰ প্ৰভাৱে আমাক তেনে এক পথ গ্ৰহণৰ বাবে উদ্বুদ্ধ কৰিছে নেকি— বৰ্তমান এই কথাটো ভালদৰে ভাবি চোৱাৰ সময়।

বলিয়া কুকুৰে মানুহ কামুৰিলে বাতৰি নহ'ব; কিন্তু মানুহে কুকুৰ কামুৰিলেহে বাতৰি হ'ব — কথাটো তেনে ধৰণৰ যান্ত্ৰিক বিভাজন শ্ৰেণীৰ হ'ব নালাগে। ই এক নেতিবাচক

চিন্তা প্ৰসূত বিকৃতি। কৃষি, শিল্প, বাণিজ্য, কৃষ্টি সাহিত্য, সংস্কৃতিৰ সকলো কথা সুন্দৰভাৱে প্ৰকাশ পোৱাটোহে প্ৰকৃত প্ৰয়োজন। কেৱল মুখৰোচক আৰু চাঞ্চল্যকৰখিনিক গুৰুত্ব দিয়াৰ ফলত এই প্ৰকৃত সত্যখিনি ভালদৰে প্ৰতিভাত হোৱা নাই। আমাৰ দায়িত্ব আৰু কৰ্তব্য হ'ল ভ্ৰান্তিক দূৰ কৰা—সত্যক ভৰিৰ ওপৰত থিয় কৰি উন্নত শিৰে পোহৰৰ অভিমুখে যাবৰ বাবে প্ৰশস্ত পথ নিৰ্মাণ কৰা। আমাৰ আশা এই আহ্বানে প্ৰতিষ্ঠা লভিব পাৰিব সৎ, মহৎ, বুদ্ধিনিষ্ঠা সাংবাদিকসকলৰ মনৰ মাজত। তেহে আমি সত্য-সন্ধানী সংবাদপত্ৰ পাম। যি সমাজ আৰু সভ্যতাৰ সঠিক গতিপথ নিৰ্দেশ কৰিব।

**(যতীন্দ্ৰ কুমাৰ বৰগোহাঞি)**

**(গ)**

**মফচলীয় সাংবাদিকতাৰ গুৰুত্ব আৰু স্বৰূপ**

সাংবাদিকতা বুলি ক'লে গাঁৱলীয়া চহৰীয়াৰ পাৰ্থক্য নাই। কোনো সাংবাদিক বৃত্তিধাৰী অৰ্থাৎ পেছা; নিয়মিত দৰমহাৰ লগতে সা-সুবিধা পায়। কোনোজনৰ নিচা; বৃত্তিধাৰীৰ দৰে দা-দৰমহা নাপায়। কেৱল মাননি পায়। উদ্দেশ্য দুয়োৰে ক্ষেত্ৰত একেই। সত্যনিষ্ঠ বাতৰি সংগ্ৰহ আৰু প্ৰেৰণ। বাতৰিকাকত গোষ্ঠীয়ে যেতিয়া সকলোৰে ক্ষেত্ৰত একেই নিয়ম প্ৰযোজ্য কৰিব তেতিয়াই বৃত্তি বা মাননিৰ তফাৎ নাইকিয়া হৈ পৰিব। আজিৰ সাংবাদিকতা দুই ধৰণৰ। বাতৰিকাকত গোষ্ঠীৰ সৈতে প্ৰত্যক্ষভাৱে জড়িত বৃত্তিধাৰী সাংবাদিক আৰু সেৱাৰ মনোভাবেৰে পৰোক্ষভাৱে আগ বাঢ়ি অহা আন এচাম অংশকালীন সাংবাদিক, যাক মফচল সাংবাদিক বুলি আখ্যা দিয়া হৈছে।

**মফচলীয় সাংবাদিকতাৰ অৰ্থ ঃ** বাতৰিৰ বাবে গুৰুত্বপূৰ্ণ বুলি ভবা এখন নগৰৰ কাষৰীয়া ঠাইকেই মফচল বুলি কোৱা হয়। বাতৰিকাকত গোষ্ঠীয়ে নিজাকৈ নিৰ্ণয় কৰে, তেওঁলোকৰ উপযুক্ত মফচল কোনবোৰ। তেনে মফচল চিনাক্ত কৰি এগৰাকী সাংবাদিক সেই মফচলৰপৰা বাতৰি সংগ্ৰহ আৰু প্ৰেৰণৰ বাবে নিযুক্ত কৰে। এইজনেই মফচল সাংবাদিক। কোনোৱে বাতৰি যোগনীয়াৰ, নিজা বাতৰি দিওঁতা, সংবাদদাতা আখ্যা দিয়ে। প্ৰকৃততে এওঁ গ্ৰামাঞ্চলৰ অভাৱ-অভিযোগ, দুৰ্নীতিকে ধৰি বিভিন্ন সংবাদ পৰিৱেশন কৰে। মফচল সাংবাদিকৰ নিৰ্দিষ্ট এলেকাটোৰ ভৌগোলিক জ্ঞান থকাটো বাঞ্ছনীয়। এলেকাটোৰ জন-গাঁথনি, আৰ্থ-সামাজিক অৱস্থা, ৰাজনৈতিক, সাংস্কৃতিক, ধৰ্মীয়, কৃষি ব্যৱস্থা, শৈক্ষিক পৰিৱেশ আদিৰো সম্যক জ্ঞানৰ আৱশ্যক। মফচল সাংবাদিকৰ কৰ্মস্থলী গ্ৰামাঞ্চল, সৰু চহৰত । ৰাজ্য চৰকাৰেই হওক বা কেন্দ্ৰীয় চৰকাৰেই হওক , গ্ৰাম্য উন্নয়নত অধিক গুৰুত্ব দিয়াৰ লগে লগে মফচল সাংবাদিকৰ গুৰুত্ব বাঢ়িছে।

একোখন কাকত অধিক জনপ্ৰিয় কৰিবলৈ কাকত গোষ্ঠীয়ে মফচল সাংবাদিক নিয়োগ

কৰে। ডাঙৰ চহৰৰ দৰে সৰু চহৰ বা গ্ৰাম্যাঞ্চলতো অসংখ্য সমস্যা। এনে সমস্যা বা ঘটনা বাতৰিকাকতত প্ৰকাশ পোৱাটো বা চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰাটো স্থানীয় ৰাইজে বিচাৰে। লগে লগে অসমৰ গাঁৱে-ভূঞে আজিকালি অসংখ্য মফচল সাংবাদিক ওলাইছে।

প্ৰশ্ন হয় যে গুৱাহাটী চহৰত যদি মফচল সাংবাদিক নাই গুৱাহাটীৰ দৰে প্ৰায় একে ধৰণৰ যোৰহাট, ডিব্ৰুগড়, শিলচৰ, তেজপুৰ, নগাঁও, নলবাৰী, বৰপেটা, ধুবুৰী আদিৰ সাংবাদিকক মফচলীয় বুলি আখ্যা দিব পৰা যাবনে নাযায় ? কেৱল নিচা বা অংশকালীন সাংবাদিক মফচলীয় হ'বনে ? মফচলীয় এলেকাৰ সাংবাদিকগৰাকীক যদি ষ্টাফ ৰিপ'ৰ্টাৰৰ (বৃত্তিধাৰী) দৰে দা-দৰমহা, সা-সুবিধা দিয়ে তেন্তে তেওঁ মফচলীয় সাংবাদিক নহ'ব নেকি ? অসমৰ বিশেষকৈ কোনবোৰ চহৰ মফচল সেয়াও নিৰ্ধাৰণ আজিলৈকে হোৱা নাই।

**মফচল সাংবাদিকৰ কষ্ট, বিপদ আৰু গুৰুত্ব ঃ** মফচল সাংবাদিকে আজিও অংশকালীন সেৱাৰে গধুৰ দায়িত্ব পালন কৰি আহিছে। এইসকলৰ মাজত একাংশ স্কুল-কলেজৰ শিক্ষক, কিছু ব্যৱসায়ী, ঠিকাদাৰ আদি। সময় উলিয়াই কাককখনৰ বাবে সেৱা আগ বঢ়ায়। আজিকালি অৱশ্যে সম্পূৰ্ণ সেৱা আগ বঢ়োৱা কিছুসংখ্যক মফচল সাংবাদিকো আছে। একাংশ কাকত গোষ্ঠীয়ে সামান্য দৰমহা দি একাংশ শিক্ষিত নিবনুৱা যুৱকক নিয়োগৰ সুবিধা দিছে। এইসকলে বাতৰিকাকতৰ ওপৰত নিৰ্ভৰ কৰি জীৱন-নিৰ্বাহ কৰিব পৰা নাই। তথাপি আজিৰ নিবনুৱা সমস্যাৰ দিনত কিছুৱে বিশেষকৈ উঠি অহা ডেকা এচামে মফচলত সোমাই পৰিছে। কিছুমানে কেমেৰাও হাতত তুলি লৈছে। গ্ৰাম্যাঞ্চলৰ দুখ লগা ছবি তুলি কাকতত প্ৰকাশেৰে আত্মতুষ্টি লভে। এইসকলে বাতৰিৰ বাহিৰেও প্ৰবন্ধপাতি লিখি কিছু অৰ্থ উপাৰ্জন কৰে। বৰ্তমানলৈকে মফচলত সংবাদ সেৱা কৰি জীৱিকা উপাৰ্জন কৰাটো বিৰল হৈয়ে আছে। যি গতিৰে বাতৰিকাকতৰ সংখ্যা বাঢ়িছে মফচল, সাংবাদিকৰ সংখ্যা বাঢ়িছে, তালৈ চাই অদূৰ ভৱিষ্যতে ই জীৱিকা নিৰ্বাহৰ পথ হোৱাৰ সম্ভাৱনা প্ৰবল। জীৱিকাৰ তাড়নাত একাংশ মফচল সাংবাদিক একাধিক কাকতৰ সৈতে জড়িত। পালেকাৰ আয়োগে মফচল সাংবাদিকৰ মাননিৰ কথা উল্লেখ কৰিছে যদিও কাকত গোষ্ঠীসমূহে দিব পৰা নাই। সেই কাৰণেই মফচল সাংবাদিকৰ মাননি পূৰ্বৰ তুলনাত কিছু বৃদ্ধি পাইছে। অৱশ্যে ই এতিয়াও দুখ লগা অৱস্থাতে আছে। সকলো কাকতে মফচল সাংবাদিকক একে নিৰিখত মাননি দিয়া পৰিলক্ষিত হোৱা নাই। মাননিৰ প্ৰভেদে মফচল সাংবাদিকক মনোকষ্ট দি আহিছে। কিছু মফচল সাংবাদিকৰ একাংশক কাকত গোষ্ঠীয়ে কাকতৰ সংখ্যা বঢ়োৱা কামতো লগায়। আধুনিক প্ৰযুক্তি কৌশল বঢ়াৰ লগে লগে আজিকালি মফচল সাংবাদিকে তাঁৰবাৰ্তা, টেলেক্স আদিৰ সলনি ফেক্স, ই-মেইল, টেলিফোনযোগে বাতৰি পঠায়। কাকত গোষ্ঠীৰ অধিকাংশই

সাংবাদিকগৰাকীক 'বিয়েৰিং অথৰিটী' কাৰ্ড নিদিয়ে। গাঁঠিৰ ধন ভাঙি বাতৰি পঠাবলগীয়া হয়। সেই ধন পাওঁতেও পলম হয়। বহু মফচল সাংবাদিকে বিনামূলীয়াকৈ কাকতখনো নাপায়। বিভিন্ন কাকত গোষ্ঠীৰ এনে বৈষম্যমূলক আচৰণ চলি থকাৰ অভিযোগ সততে শুনা যায়।

বাতৰিৰ সত্যাসত্য নিৰূপণৰ বেলিকা চৰজমিন অনুসন্ধানত মফচল সাংবাদিকৰ দায়িত্ব বেছি। কিন্তু এই ক্ষেত্ৰত কাকত গোষ্ঠীৰপৰা আশানুৰূপ সঁহাৰি নাপায়। জৰুৰী বাতৰি এটা ক্ষিপ্ৰতাৰে পঠাবলৈ মফচল সাংবাদিকৰ অসুবিধা বহুত। বাতৰিটো থিতাতে সংগ্ৰহ কৰিবলৈ যান-বাহনৰ অসুবিধা। কেতিয়াবা ক্ষিপ্ৰতাৰে সংগ্ৰহ কৰা বাতৰি পঠাবলৈ গৈ দেখে টেলিফোন, ফেক্স সেৱা বিফল। বাতৰিটো কেতিয়াবা ক্ষিপ্ৰতাৰে সংগ্ৰহ কৰি পঠালেও কাকতখনৰ 'স্পেচ'ৰ (ঠাই) অভাৱ হয়। নপঠালে বা পঠাব নোৱাৰিলে পাছদিনা কাকত গোষ্ঠীৰপৰা কৰ্কথনা শুনিবলগীয়াও হয়। আজিকালিৰ বাতৰিকাকতবোৰ মফচল সাংবাদিকৰ ওপৰত অধিক নিৰ্ভৰশীল। মফচল সাংবাদিকে বাতৰিটো প্ৰকাশ পালে মনত আনন্দ পায়। গাঁওখনৰ ৰাইজেও বাতৰিটো দেখি পুলকিত হয়। ইয়েই মফচল সাংবাদিকৰ সামাজিক দায়বদ্ধতা।

মফচলীয় এলেকাতো নগৰীয়া জীৱনৰ দৰে সন্ত্ৰাসবাদ, যুৱ মানসিকতাৰ স্খলন, নিবনুৱা সমস্যা, আৰ্থিক অনাটন, বানপানী, শোষণ, অপহৰণ, নাৰী নিৰ্যাতন, ধৰ্ষণ, ড্ৰাগছ, বহুৰূপী দুষ্কৃতিকাৰী, ৰাজনৈতিক, ধৰ্মীয় সংঘাত আদিয়ে গা-কৰি উঠিছে। গ্ৰাম্য সমাজবোৰতো অবিশ্বাস, বিচ্ছিন্নতা আদি বৃদ্ধি পাইছে। এনেবোৰ জটিল সন্ধিক্ষণত মফচল সাংবাদিকৰ দায়িত্ব অপৰিসীম। সাংবাদিকে কেতিয়াবা ৰোষত পৰিবলগীয়া হয়। ৰক্ষণাবেক্ষণ নোপোৱাকৈ সাংবাদিকসকলে বাতৰি সংগ্ৰহ কৰে। কেতিয়াবা কাৰোবাৰ ৰোষত পৰি গ্ৰেপ্তাৰ হোৱা ঘটনাবোৰো আজিকালি হৈছে। আনহাতে সাংবাদিকে আক্ৰোশমূলক বাতৰি পৰিৱেশন কৰি আদালতৰ মজিয়াতো থিয় হ'ব লগা হৈছে। মফচলীয় বহু সাংবাদিকে নিজস্বভাৱে সেৱা কৰি অভিজ্ঞ, দক্ষ আৰু জনপ্ৰিয় হোৱাৰ বাবেই বাতৰিকাকতৰ সম্পাদনা কক্ষত প্ৰুফৰিডাৰ, উপ-সম্পাদক, ষ্টাফ-ৰিপ'ৰ্টাৰ আনকি সম্পাদকৰ পদৱীও অধিকাৰ কৰিছে। আজিকালি নিচাৰ ঠাই দখল কৰিছে ক্ৰমান্বয়ে অগ্ৰসৰ হোৱা পেছাৰ্লৈ। ইয়াৰ গুৰিতে কাকতবোৰৰ ব্যৱসায় মনোবৃত্তি, বিজ্ঞাপনৰ দাম বৃদ্ধি, গ্লেমাৰধৰ্মী সম্পাদক, ষ্টাফ ৰিপ'ৰ্টাৰৰ সংখ্যা বৃদ্ধিৰ লগে লগে কাকত গোষ্ঠীয়ে মফচল সাংবাদিক নিযুক্তিৰ ক্ষেত্ৰত কৰ্ম আৰু চতুৰতাকে অগ্ৰাধিকাৰ দিছে।

**মফচল সাংবাদিকৰ দৃষ্টিভংগী ঃ** মফচলীয় সাংবাদিকতাৰ নিৰপেক্ষতাৰ ক্ষেত্ৰত দৃষ্টিভংগীৰ গুৰুত্ব অপৰিসীম। নিৰপেক্ষতা অৱলম্বন কৰিবলৈ গৈ যাতে সমাজৰ স্বাৰ্থত আঘাত নাহানে তাৰ প্ৰতি সতৰ্ক হোৱা প্ৰয়োজন। এই ক্ষেত্ৰত আৱেগ-অনুভূতি

পৰিত্যাগ কৰাই ভাল। আৱেগ-অনুভূতিৰ বশৱৰ্তী হৈ কিছুমান বাতৰি পৰিৱেশন হোৱাৰ ফলতে আজি বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে। ইয়াৰ ফলত সমাজখনত বিশৃংখল পৰিৱেশে গঢ় লৈ উঠে । এনেবোৰ সমস্যাত সাংবাদিকৰ সমুখত ডাঙৰ অস্ত্ৰপাট হৈছে— কৌশলগতভাৱে বাতৰি পৰিৱেশন কৰা। বাক স্বাধীনতা আছে বুলিয়েই সাংবাদিকে আইন-কানুন নামানি যিহকে মন যায় তাৰে বাতৰি পৰিৱেশন কৰিব, সেইটো নহয়। সমাজ, জাতি, ৰাষ্ট্ৰৰ অনিষ্ট হ'ব পৰা বা আইন ভংগকাৰী বাতৰি পৰিহাৰ কৰা উত্তম। কাৰো পক্ষ নোলোৱাকৈ সত্য বাতৰি পৰিৱেশন— এয়া আন্তৰ্জাতিক মৌলিক নীতিৰ নিৰ্দেশনা। গতিকে সাংবাদিকগৰাকী এগৰাকী সুস্থ-সবল নিৰপেক্ষ পৰ্যালোচক হোৱা দৰকাৰ। ঘটনা এটাৰ উৎসৰ নাম-স্থান উল্লেখ কৰি সত্যাসত্য বাতৰিটো পৰিৱেশন কৰিব লাগে। কিছুমান ঘটনাৰ ক্ষেত্ৰত যদি গোপনীয়তা ৰক্ষাৰ প্ৰয়োজন হয় সাংবাদিকে সেয়া কৰা উচিত।

সাংবাদিক কিয় নিৰপেক্ষ হ'ব লাগে ? ব্যক্তিগতভাৱে কোনো দলীয় ৰাজনীতিয়েই হওক বা ধৰ্মীয় আনুগত্য থকাই হওক সেই ব্যক্তিগত আনুগত্য পৰিহাৰ কৰি বাতৰি পৰিৱেশন কৰিব লাগে।

গ্ৰাম্য সাংবাদিকতাতো সংবাদ-চেতনা মূল সম্পদ। ভুল খবৰ ওলাই অসতৰ্ক, অজ্ঞতা আৰু কেতিয়াবা জানি-শুনি ভুল কৰাৰ বাবে। মফচলীয় এলেকাটোৰ সাংবাদিকগৰাকী জাগ্ৰত প্ৰহৰী; তেওঁলোকে বাতৰি পৰিৱেশনত কিছুমান নীতি-নিষ্ঠা মানি চলা প্ৰয়োজন, যেনে- জনসাধাৰণৰ স্বাৰ্থজড়িত বাতৰি পৰিৱেশন কৰোঁতে পক্ষপাতহীন আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে। সহজ-সৰল মাৰ্জিত ভাষাৰে বাতৰিৰ উপস্থাপন আকৰ্ষণীয় কৰিলে পাঠকে আমোদ পায়। জনসাধাৰণক ভুল পথে পৰিচালিত কৰা ব্যতৰিৰপৰা সাংবাদিক বিৰত থাকিব লাগে। এনে নীতি-নিয়ম মানি নচলি বাতৰি পৰিৱেশন কৰিলে বাতৰিকাকতৰ মৰ্যাদা হানি হয়। কাকতৰ মানদণ্ড কমি যায় আৰু পঢ়ুৱৈয়ে বিশ্বাসযোগ্যতা হেৰুৱায়। মানদণ্ড আৰু বিশ্বাসযোগ্যতা বাতৰিকাকতৰ মূল সম্পদ ইয়াৰ প্ৰতি সাংবাদিকসকল লগতে কাকত গোষ্ঠীও সতৰ্ক হোৱা দৰকাৰ।

কিছুমান সাংবাদিকে মিছা বাতৰি বা ৰৌটোকে টৌ কৰি, বাতৰি জানি-শুনি প্ৰচাৰ কৰে। এইবোৰকে চাঞ্চল্যকৰ বাতৰি বুলি কোৱা হয়। বাতৰিকাকতৰ বিক্ৰী সংখ্যা বঢ়াবলৈ বা কাকতখন জনপ্ৰিয় কৰিবলৈ এনে কৰে। উৰা বাতৰিৰ অপপ্ৰচাৰেও সমাজত বহু প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। বিভ্ৰান্তিমূলক বাতৰি পঢ়িও পঢ়ুৱৈ তথা জনসাধাৰণ দিশহাৰা হয়, সাংবাদিকতা সেৱা বিচ্যুৎ হয়।

সংবাদপত্ৰ গণতন্ত্ৰৰ জাগ্ৰত পহৰী। মফচল সাংবাদিকো ৰাইজৰ এজন জাগ্ৰত প্ৰহৰী। ৰাইজৰ সুখ-দুখৰ খবৰ পৰিৱেশন কৰি প্ৰকৃত গণতান্ত্ৰিক পথৰ সন্ধেদ দি

নিৰপেক্ষভাৱে গণতান্ত্ৰিক আদৰ্শৰ প্ৰতি ৰাইজক সচেতন কৰা মফচল সাংবাদিকৰ দায়িত্ব। একেটা বাতৰি শুদ্ধ পথেদি পৰিৱেশন কৰিব নোৱাৰিলে ভুল-ভ্ৰান্তিৰ বাবে জনসাধাৰণ বিপথে পৰিচালিত হয়। এই ক্ষেত্ৰত সাংবাদিকগৰাকীৰ দায়িত্ব গধুৰ। তেওঁৰ থাকিব লাগিব সাহস, দৃঢ়তা আৰু বিচক্ষণতা।

চৰকাৰী জনসংযোগ বা বিভিন্ন ব্যক্তিগত, দলীয়, ঔদ্যোগিক, সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ সাংবাদিক মেলৰ বাতৰি পৰিৱেশনত সাংবাদিকৰ নিজস্ব দৃষ্টিভংগীৰ প্ৰয়োজন হয়। প্ৰয়োজন সাপেক্ষে বাতৰি মেলৰ উদ্দেশ্য বা মূল বিষয়-বস্তুৰ সমৰ্থনত দাণ্ডি ধৰা অভিযোগ আদি বা যাৰ বিৰুদ্ধে ব্যক্ত কৰিছে তাৰ বক্তব্য বা মন্তব্য প্ৰকাশ কৰিলে বাতৰিটোৰ নিৰপেক্ষতা দুগুণ চৰে।

**কেইটামান লক্ষণীয় দিশঃ** কিছুদিন আগলৈকে অভিযোগ আছিল যে গ্ৰাম্যাঞ্চলৰ বাতৰি যথাযথভাৱে পৰিৱেশন নহয়। অথচ বৃহৎ সংখ্যকেই অসমৰ গাঁৱত বাস কৰা লোক। গাঁৱৰ মানুহে বাতৰিকাকত পঢ়িবলৈ সুবিধা নাপায়। ইয়াৰ মুখ্য কাৰণ যাতায়াত, পৰিবহণ ব্যৱস্থাৰ দুখ লগা অৱস্থা। কিছু কাকত প্ৰতিষ্ঠানে সোনকালে কাকতখন গাঁৱলৈ পঠাবলৈ যোৰহাট, ডিব্ৰুগড়, লখিমপুৰ আদি ঠাই বাছি কাকত ছপা কৰে। সেই স্থানতে একেখন কাকত দুবাৰ ছপা হওঁতে অৰ্থাৎ দুঠাইৰ দুটা সংস্কৰণত কিছুমান ঠাইৰ বাতৰি এখনত প্ৰকাশ কৰা আনখনত নকৰা বিষয়টো পঢ়ুৱৈক বিপাঙত পেলায়।

মফচল সাংবাদিকতাৰ বিভিন্ন সমস্যা, কৰ্তব্য, দায়িত্ব আদিৰ বাবে সংগঠিত ৰূপত ৰাজ্যিক, জিলা, আঞ্চলিক ভিত্তিত সংস্থা তথা সমিতি আছে। কৰ্মশালা, প্ৰশিক্ষণ আদিৰে সাংবাদিকসকলক দায়িত্ববোধৰ প্ৰতি সজাগ কৰা হৈছে। আজি এচাম মফচল সাংবাদিক দুৰ্নীতিতো লিপ্ত হোৱাৰ বাতৰি প্ৰকাশ পাইছে। আনহাতে এচাম সাংবাদিক কোনো ৰাজনৈতিক দল বা সংগঠনৰ বুলিও অভিযোগ উঠে। নানান কৌশলেৰে ধন উপাৰ্জনৰ বেলিকা একাংশ সাংবাদিক জড়িত বুলি অভিযোগ শুনা যায়। অংশকালীনভাৱে নিয়োজিত সাংবাদিকসকললৈ কাকত গোষ্ঠীবোৰে পালেকাৰ, বাছাৱট আদি আয়োগে দিয়া পাৰিতোষিকৰ কথা চিন্তা কৰিবৰ হ'ল। মফচল সাংবাদিকক কাকত গোষ্ঠীবোৰে উপযুক্ত স্বীকৃতি আৰু নিযুক্তিপত্ৰ দিব লাগে। চিনাক্তকৰণ পত্ৰ, বিয়েৰিং অথৰিটী নাথাকিলে সাংবাদিকে বাতৰি সংগ্ৰহত সমস্যা পায়ে থাকিব।

মফচল সাংবাদিকে অপূৰ্ব বাতৰি পৰিৱেশন কৰি বিভিন্ন বঁটা লাভ কৰাটো আনন্দৰ বিষয়। কেইটামান বাতৰিকাকত গোষ্ঠীয়ে সাংবাদিকক বঁটাৰে সন্মানিত কৰিছে; ই প্ৰশংসনীয় পদক্ষেপ। অনুসন্ধানমূলক বাতৰি, পৰিৱেশ, পৰ্যটন, মাতৃ-শিশু সম্পৰ্কীয় বাতৰি পৰিৱেশনৰ ক্ষেত্ৰতে বঁটা প্ৰদান কৰি কাকত গোষ্ঠীয়ে বাতৰি তথা সাংবাদিকক উৎসাহিত কৰাটো গৌৰৱৰ কথা। এনে স্বীকৃতিয়ে সাংবাদিকক আত্মতুষ্টি প্ৰদান কৰে। চৰকাৰেও

মফচলীয় সাংবাদিকক বঁটা প্ৰদান, ভ্ৰমণৰ সুবিধা আদিৰে উৎসাহিত কৰিব পাৰে।

মফচলীয় সাংবাদিক নিৰাপত্তাহীনতাতো ভোগে। কোনো স্পৰ্শকাতৰ বাতৰি প্ৰকাশ পালে বাতৰিটো পৰিৱেশন কৰা মফচলীয় সাংবাদিকগৰাকী সহজে চিনাক্ত হয়। এনে নিৰাপত্তাহীনতাৰ কবলত পৰি স্পৰ্শকাতৰ, সত্য বাতৰি পৰিৱেশন কৰাৰপৰা বহুত সাংবাদিক বিৰত থাকিবলগীয়া পৰিস্থিতিও নোহোৱাকৈ থকা নাই।

মফচলীয় সাংবাদিকে প্ৰায়ে অভিযোগ কৰে যে তেওঁলোকৰ বাতৰি নিয়মীয়াকৈ প্ৰকাশ নাপায়। অৱশ্যে সময়ৰ বাতৰি সময়মতে, চমু, পৰিষ্কাৰ, শুদ্ধকৈ লিখা বাতৰিয়ে অগ্ৰাধিকাৰ পায়। পক্ষপাতিত্ব মূলকভাৱে কোনো ঠাইৰ বাতৰিয়ে অগ্ৰাধিকাৰ পায় বুলিও মফচলীয় সাংবাদিকে অভিযোগ কৰে। এইবোৰ আজিৰ দিনৰ জ্বলন্ত সমস্যা। কেতিয়াবা মফচলীয় সাংবাদিক হতাশগ্ৰস্ত হয়, যেতিয়া সম্পাদনা কক্ষত সাংবাদিকগৰাকীয়ে প্ৰেৰণ কৰা বাতৰিটোৱে গুৰুত্ব নাপায়। সম্পাদনাৰ নামত বাতৰি বিকৃত কৰা, যোগ্য বাতৰি প্ৰথম পৃষ্ঠাত স্থান নিদিয়া আদিৰ বিষয়বোৰে মফচলীয় সাংবাদিকক হতাশ কৰে। আনহাতে একেখন কাকত গোষ্ঠীয়ে একে ঠাইৰে একাধিক সাংবাদিক নিযুক্ত কৰিলে সমস্যাটো জটিল হৈ পৰে। উক্ত স্থানত নিযুক্ত প্ৰত্যেকজন সাংবাদিকে একেদিনাই পৃথক পৃথক একাধিক বাতৰি সংগ্ৰহ কৰোঁতে যথেষ্ট কষ্ট হয়। ফলস্বৰূপে সেইসকল সাংবাদিকৰ কোনোজনেই নিজে সন্তুষ্ট হ'ব পৰাকৈ সেৱা আগ বঢ়াব নোৱাৰে।

কেতিয়াবা মফচল সাংবাদিক থকা সত্ত্বেও কাকত গোষ্ঠীয়ে ষ্টাফ ৰিপ'ৰ্টাৰ পঠাই বাতৰি পৰিৱেশন কৰোৱালেও মফচল সাংবাদিকসকল হতাশ হৈ পৰে।

## অসমৰ প্ৰথম মফচলীয় দৈনিক কাকতখন

অসমৰ প্ৰথম দৈনিক বাতৰিকাকতখন— 'দৈনিক বাতৰি'। যোৰহাটৰপৰা প্ৰায় ১৩ কিল'মিটাৰ দক্ষিণৰ জালুকনিবাৰীৰ শোচনীয় যোগাযোগ ব্যৱস্থাৰ মফচলীয় এলেকাৰপৰা ওলোৱা প্ৰথম দৈনিক কাকত। ইয়াৰ সম্পাদক বাগ্মীবৰ নীলমণি ফুকনক সেই হিচাপে দৈনিক কাকতৰ প্ৰথম মফচল সম্পাদক ৰূপে আখ্যা দিব পাৰি। আনহাতে 'অৰুনোদই' কাকতৰ স্থানীয় বাতৰি সংগ্ৰহ কাৰোঁতা পণ্ডিত খেতেকেশ্বৰ শৰ্মাক অসমৰ প্ৰথম মফচল সাংবাদিক হিচাপে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই কৈ গৈছে।

## উপসংহাৰ

অসমত দৈনিক, তিনিদিনীয়া, সাপ্তাহিককে ধৰি ভিন্নধৰ্মী বাতৰিকাকত বহু বৃদ্ধি পালে। অসমত আনুমানিক ২ হাজাৰৰো অধিক মফচল সাংবাদিক আছে। এইটো ঠিক যে অসমত সংবাদপত্ৰৰ সংখ্যা দিনে দিনে বৃদ্ধি পালেও ইয়াৰ চাহিদা পূৰাব

পৰাকৈ উপযুক্ত মফচলীয় সাংবাদিকৰ অভাৱ অনুভূত হয়। বৃত্তিগত দিশটোত গুৰুত্ব নিদিয়াই ইয়াৰ কাৰণ। সংবাদপত্ৰবোৰৰ মাজত সম্প্ৰতি তীব্ৰ প্ৰতিযোগিতা চলিছে। একাংশ সংবাদপত্ৰই চৰকাৰৰ সমালোচনাত লিপ্ত হোৱাৰ বিপৰীতে আন একাংশই চৰকাৰৰ বন্দনাত পঞ্চমুখ হোৱাও পৰিলক্ষিত হয়। সংবাদপত্ৰ কিছুমানে বিশ্বাসযোগ্যতাও হেৰুৱাইছে; বৃত্তিগত মান আৰু নেতৃত্বৰো অভাৱ ঘটাইছে। সাংবাদিক আৰু সংবাদপত্ৰৰ বাবে এক সামগ্ৰিক আৰু সম্পূৰ্ণ আচৰণ-বিধিৰ অতি প্ৰয়োজন হৈছে আজিৰ সাংবাদিকতাত। ইয়ে মফচলীয় সাংবাদিকক জীৱিকাৰ নিৰাপত্তা প্ৰদান কৰিব।

**(গোপাল হাজৰিকা)**

**(ঘ)**

## সংবাদ পৰিৱেশনত ল'বলগীয়া সাৱধানতা সম্বন্ধে কিঞ্চিৎ

১৯৭৯ চনত হোৱা ছাত্ৰ আন্দোলনৰ পাছৰপৰাই অসমত সংবাদপত্ৰৰ ৩টা বিস্ফোৰণ হয়। কিছুদিনৰ আগতে জনসংযোগ বিভাগত খবৰ লওঁতে গম পাইছিলোঁ কেৱল গুৱাহাটীৰপৰাই ২৪ খন দৈনিক কাগজ প্ৰকাশ কৰিছিল। মই তেতিয়াই ৩টা সন্দেহ প্ৰকাশ কৰিছিলোঁ যে ইমানবোৰ কাগজত প্ৰচাৰ অসমত সম্ভৱ নহয়। তাৰে কিছুমান বন্ধ হ'বলৈ বাধ্য। এতিয়া গম পাইছোঁ যে চাৰিখন ইংৰাজী দৈনিক বন্ধ হৈছে। বাকী চলি থকাকেইখনৰ কেইবাখনৰো অৱস্থা ভাল নহয়, অৱশ্যে সদ্যহতে বন্ধ হোৱাৰ কোনো ভয় নাই। অসমীয়া কাগজকেখন চলি আছে কিন্তু সাংবাদিকতাৰ মানহে বৰ নিম্নস্তৰলৈ গৈছে ? এখন কাগজ বন্ধ হোৱা মানে বহু লোকৰ চাকৰি নাইকিয়া হোৱা। কাগজত প্ৰবন্ধ লেখিলে আজিকালি মাননি পোৱা কথা বৰ বেছিকৈ নহ'লেও কাগজৰ অৱস্থা হিচাপে যি পাৰে দিয়ে। ই বৰ শুভ লক্ষণ। আগতে প্ৰবন্ধটো প্ৰকাশ কৰাতকৈ যথেষ্ট অনুগ্ৰহ কৰা যেনহে আছিল। নতুন নতুন লিখকৰ প্ৰবন্ধ প্ৰকাশ কৰা প্ৰথাটো প্ৰায় নাছিলেই। আজিকালি কিন্তু নতুন নতুন লেখকক উদ্‌গনি দিয়া হয়। বহুতো ভাল ভাল লেখক ওলাইছে। কষ্ট কৰে। বৰ ভাল আৰু উৎসাহিত হ'বলগীয়া কথা। আমাৰ ইয়াত কেৱল খবৰ কাগজ বা আলোচনীত প্ৰবন্ধ লেখি জীৱিকা নিৰ্বাহ কৰাৰ অৱস্থা অতি সহজ হৈ উঠা নাই যদিও, ধীৰে ধীৰে সিও সম্ভৱ হৈ উঠিব বুলি আশা কৰিব পাৰি।

খবৰ কাগজ আৰু সাংবাদিকৰ কামটো পহৰাদাৰৰ নিচিনা। চৰকাৰ আৰু প্ৰশাসনে বিধান সভাই অনুমোদন কৰাৰ দৰে কামবোৰ আৰু চৰকাৰী খৰচবোৰ কৰিছেনে নাই, তাৰ অপব্যৱহাৰ হৈছে নেকি আদি বিষয়ৰ প্ৰতি চকু দিয়া আৰু

ৰাইজক জনোৱা। কামটো বৰ উজু নহয়। এই কাম কৰোঁতে প্ৰশাসন আৰু ৰাজনৈতিক নেতাৰ কবলত পৰাৰ সম্ভাৱনা অধিক। ৰাজনৈতিক নেতাসকলে বিচাৰে যে সাংবাদিক আৰু কাগজবোৰে তেওঁলোকৰ জয়গান গাওক; তাৰ কাৰণে সংশ্লিষ্ট নেতাসকলে তেওঁলোকক সদায় হাতত ৰাখিবলৈ বিচাৰে। তাকে কৰিব নোৱাৰিলে ভয়-ভীতি দেখুৱায়। আগেয়ে চৰকাৰে বিজ্ঞাপন দি বা তাৰ লোভ দেখুৱাই কাগজবোৰক হাতৰ মুঠিত ৰাখিবলৈ বিচাৰিছিল। তাকে কৰিব নোৱাৰিলে বিজ্ঞাপন বন্ধ কৰি উপাৰ্জন নাইকিয়া কৰি কাগজবোৰক চৰকাৰৰ পক্ষ কৰিবলৈ হেঁচা প্ৰয়োগ কৰিছিল। দুই-চাৰি মন্ত্ৰী-বিধায়কে নিজৰ ভাবমূৰ্তি নিকা বুলি প্ৰমাণ-পত্ৰ ল'বলৈ সংবাদদাতাসকলক নিজৰ হাতত ৰাখে। তাকে কৰিব নোৱাৰিলে কাগজখন আৰু সংবাদদাতাক তেওঁলোকৰ অনুগ্ৰহত চলা লোকৰ হতুৱাই অপদস্থ কৰায়। এইটো কিন্তু নতুন কৌশল। সাংবাদিকক শাৰীৰিকভাৱে অপদস্থ কৰাৰ ধৰণৰ বহু ঘটনা ইতিমধ্যে ঘটি গৈছে।

দাৰ্শনিক প্লেটোৱে তেওঁৰ ৰিপাব্লিক গ্ৰন্থত এখন ৰাষ্ট্ৰৰ পাঁচটা বিশেষ গুণ থাকিব লাগে বুলি কৈছে। সেইকেইটা হৈছে— ১) জ্ঞান ২) সাহস ৩) সৰলতা ৪) ন্যায় আৰু ৫) সত্যতা। এই পাঁচটা সাংবাদিকতাৰো ভেটি। সাংবাদিকতাৰ মূল কাম হৈছে সত্য অন্বেষণ আৰু সভ্যতা বিস্তাৰ, তিনিটা কথা আমি জনা উচিত যে সাংবাদিকতা আজিৰ দিনত ৩টা ব্যৱসায়হে। উপাৰ্জন নহ'লে ইয়াৰ কৰ্মচাৰীক বেতন দিব নোৱাৰে আৰু সাংবাদিকতা বাচি নাথাকে। কিন্তু এই ব্যৱসায়ত ৰাজহুৱা স্বাৰ্থ জড়িত। সেই স্বাৰ্থ ৰক্ষা নহ'লে সাংবাদিকতাও বাচি থাকিব নোৱাৰে।

প্ৰেছৰ স্বাধীনতা আছে। সেই স্বাধীনতা আমাৰ সংবিধানতে সন্নিৱিষ্ট কৰা আছে। স্বাধীনতা মানে প্ৰেছৰ দায়িত্বও আছে। বাতৰি এটা লিখি কাৰো আত্মসম্মানত বা ৰাজহুৱা ভাবমূৰ্তি নষ্ট কৰিব নোৱাৰে। সেইটো কৰিলে সংবাদপত্ৰ আৰু সাংবাদিকৰ বিৰুদ্ধে কেইবাপ্ৰকাৰে ব্যৱস্থা লোৱাৰ আইনো আছে। এটা হ'ল আদালতত মান-হানিৰ মোকৰ্দমা, বিধানসভাৰ সদস্যৰ বিৰুদ্ধে হ'লে বিশেষাধিকাৰ ভংগৰ অভিযোগ প্ৰেছে কোনো ব্যক্তিৰ বিৰুদ্ধে মিছা কথা লিখি তেওঁৰ ভাবমূৰ্তি বিনষ্ট কৰা বুলি প্ৰেছ কাউন্সিলৰ ওচৰত সংশ্লিষ্ট পক্ষই অভিযোগ কৰিব পাৰে। প্ৰেছ কাউন্সিলে কিন্তু সাৱধানবাণী শুনোৱা, বাতৰিকাকতত শুধৰণি প্ৰকাশ কৰা, তিৰস্কাৰ কৰা আদি ব্যৱস্থাহে ল'ব পাৰে। অৰ্থাৎ কোনো শাস্তিমূলক ব্যৱস্থা হ'ব নোৱাৰে। আৰু এটা কথা আছে, যাক ইংৰাজীত কেননছ অব জাৰ্নেলিজিম অৰ্থাৎ সাংবাদিকতাৰ নীতি বুলি কোৱা হয়। তাৰ দুটা নীতি হ'ল— সত্যতা সম্পূৰ্ণৰূপে বিবেচনা নকৰাকৈ কোনো বাতৰি প্ৰকাশ কৰিব নালাগে। কাৰো মনত আঘাত দিব পৰা বাতৰি লিখিব লগা হ'লে অত্যন্ত মাৰ্জিত ভাষাৰে লেখিব লাগিব। সন্দেহ থাকিলে বাতৰি প্ৰকাশ কৰাটো সাময়িকভাৱে বন্ধ কৰি যথাযথ প্ৰমাণ নোপোৱা পৰ্যন্ত প্ৰকাশ কৰিব নালাগে।

এটা কথা অসমৰ ক্ষেত্ৰত অভাৱ সদায়ে বিশেষভাৱে অনুভূত হয়। অসমৰ সাংবাদিকসকলক দিবলগীয়া প্ৰশিক্ষণ দিয়া নহয়। বহুতে আকৌ নিজে বহু জনা বুলি ভাবি প্ৰশিক্ষণৰ আৱশ্যকতাবোধ নকৰে; সেইটো কিন্তু ভুল। মানুহৰ শিক্ষাৰ কোনো অন্ত নাই। সকলো বয়সতে মানুহে কিছু শিকিবলগীয়া থাকে। বহু বাতৰিত দেখা যায় ৰিপ'ৰ্টাৰজনে ব্যক্তিগত ধাৰণাকে ৰাজহুৱা অভিমত বুলি প্ৰকাশ কৰিব খোজে। আৰু কাৰোবাৰ প্ৰতি বিদ্বেষ ভাব থাকিলে আওপকীয়াকৈ প্ৰকাশ কৰে। অলপ পঢ়িয়েই সেইটো বুজিব পাৰি। এনে নকৰিবলৈ সম্পাদকেই পৰামৰ্শ দিব পাৰে।

ওপৰত কৈ অহা 'কেনন'কেইটা এনে ধৰণৰ—১) সততা ২) সত্যতা ৩) নিখুঁত ৪) নিস্বাৰ্থ ৫) সৎ বিচাৰ আৰু ৬) নিয়াৰি। এইকেইটা সাংবাদিক আৰু সাংবাদিকসকলে মানি চলিবলৈ আইনে বাধ্য কৰিব বুলি নাভাবি তেওঁলোকে নিজে পালন কৰা উচিত।

সাংবাদিকৰ চাকৰিৰ নিৰাপত্তা আগতে নাছিল আৰু আজিও নাই। বিশিষ্ট সাংবাদিক কুলদীপ নায়াৰ, খুশৱন্ত সিঙৰ দৰে সাংবাদিককো চাকৰিৰপৰা আঁতৰাই পঠোৱা হৈছিল। কেতিয়াবা আঁতৰাই পঠাব নোৱাৰি বাতৰিকাকতকে বন্ধ কৰি দিয়াৰ উদাহৰণো নথকা নহয়। এতিয়া স্বত্বাধিকাৰসকলেও সম্পাদক হোৱাৰ এটা ঢং হৈছে। অৱশ্যে আগতেও যে এনেকুৱা প্ৰথা নাছিল, এনে নহয়। ইয়াৰ কিন্তু ভাল-বেয়া দুয়োটা দিশ আছে।

**(নৱেশ ৰাজখোৱা)**

**(৬)**

## ছপা মাধ্যমৰ ভৱিষ্যত ঃ ক্ষুদ্ৰ বাতৰিকাকত

গাঁও আৰু সৰু সৰু নগৰ-চহৰৰপৰা প্ৰকাশিত বাতৰিকাকতসমূহৰ ভৱিষ্যত কি ? বৰ্তমান যুগৰ বৃহৎ বৃহৎ প্ৰতিষ্ঠানৰপৰা প্ৰকাশিত বাতৰিকাকত আৰু দূৰদৰ্শনৰ বিভিন্ন চেনেলবিলাকৰ লগত হোৱা প্ৰতিযোগিতাত এই কাকতবিলাকে তেওঁলোকৰ অস্তিত্ব অটুট ৰাখিব পাৰিবনে ? বিজ্ঞাপনেৰে সমৃদ্ধ ইলেক্ট্ৰনিক মাধ্যম, ব্যক্তিগত আৰু বিভিন্ন কোম্পানিৰ টিভি চেনেলসমূহে বিস্তাৰ কৰা প্ৰভাৱৰ প্ৰতি লক্ষ্য কৰিলে ছপা মাধ্যমৰ, বিশেষকৈ দেশৰ ! কে-কোণে আৰু গ্ৰাম্যাঞ্চলত প্ৰচলিত কাকতসমূহৰ ভৱিষ্যত সম্পৰ্কে চিন্তাৰ উদ্ৰেক হয়। কিন্তু প্ৰকৃত সত্য সেইটো নহয়। মাৰ্কিন যুক্তৰাষ্ট্ৰস্থিত এটা ব্যক্তিগত মত গৱেষণা প্ৰতিষ্ঠানে চলোৱা অধ্যয়নৰপৰা এই সিদ্ধান্তত উপনীত হৈছে যে—ইলেক্ট্ৰনিক মাধ্যমসমূহে বিজ্ঞাপনৰ জৰিয়তে আশ্চৰ্যজনক ৰাজহ সংগ্ৰহ কৰিলেও ছপা মাধ্যমত ই সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে।

দেশ বা ৰাজ্যৰ ৰাজধানী বা মহানগৰসমূহৰপৰা প্ৰকাশিত বৃহৎ প্ৰতিষ্ঠানৰ কাকতসমূহে ইলেক্ট্ৰনিক মাধ্যমৰ বিস্তাৰৰ পৰিপ্ৰেক্ষিততো ভালদৰেই চলি থকাটো লক্ষ্য কৰা হৈছে। অৱশ্যে এই প্ৰবন্ধত জিলা সদৰ আৰু গ্ৰাম্যাঞ্চলৰপৰা প্ৰকাশিত ক্ষুদ্ৰ কাকতসমূহৰ সমস্যা আদিৰ বিষয়েহে আলোচনা কৰা হৈছে।

ক্ষুদ্ৰ কাকতসমূহেও সহজে অস্তিত্ব ৰক্ষাৰ মুখ্য সমস্যাটো সমাধান কৰিব পাৰে যদিহে তেওঁলোকে স্থানীয় লোকৰ ৰুচি অনুযায়ী প্ৰবন্ধ আদিত গুৰুত্ব দিব পাৰে। স্থানীয় লোকৰ বিবাহ, মৃত্যু, স্থানীয়ভাৱে আয়োজিত সভা, অনুষ্ঠান আদিৰ বাতৰি সৰহকৈ প্ৰকাশ কৰিলে পাঠকৰ আকৰ্ষণ বাঢ়ে আৰু কাকতৰ প্ৰচলনো বাঢ়ে। যথেষ্ট ঠাই আগুৰি তেনে বাতৰি—বিশেষকৈ বিবাহ আদিৰ দৰা, কইনা আৰু দুয়োপক্ষৰে পিতৃ-মাতৃৰ নাম প্ৰকাশ কৰিব পাৰে। এনে বাতৰিয়ে পাঠকক দুই ধৰণে উপকৃত কৰে। প্ৰথমে বিষয়টোৰ এটা ছপা তথ্য থাকি যায়, দ্বিতীয়তে বিষয়টো বহুলভাৱে প্ৰচাৰিত হয়।

কেৰেলাত স্থানীয় ভাষাৰ কাকতসমূহে এই নীতি প্ৰয়োগ কৰি যথেষ্টসংখ্যক পাঠক গোটাই লাভজনকভাৱে কাকত চলাই থাকিব পাৰিছে।

ইউৰোপৰ বল্কান অঞ্চলত অৱস্থিত যুগোশ্ল'ভিয়াত মাৰ্চেল জোচিপ ব্ৰজ টিটোৰ নেতৃত্বাধীন ফেডাৰেল পিপুলছ ৰিপাব্লিকৰ শাসন কালত ৰাজ্যিক আৰু জিলাভিত্তিক কাকতসমূহে বিয়াৰ বাতৰিৰে কাকতৰ যথেষ্ট স্থান ভৰাই পেলাইছিল। তাৰ পাছতে স্থানীয়ভাৱে হোৱা সভা আদিৰ বাতৰিৰ বাবে মিতব্যয়ী ভাবেহে স্থান ব্যৱহাৰ কৰা হৈছিল। এনে ধৰণৰ বাতৰিবোৰত কেৱল সভাখনৰ উদ্দেশ্যে সভাপতি আৰু বক্তাসকলৰ নামহে উল্লেখ কৰা হৈছিল। এনে ধৰণৰ উল্লেখে স্থানৰ মিতব্যয়িতাৰ লগতে আমনিদায়ক পুনৰাবৃত্তিৰ সমস্যা নাইকিয়া কৰে।

জিলাৰ সদৰ আৰু গ্ৰাম্যাঞ্চলৰপৰা প্ৰকাশিত কাকতৰ সংখ্যা যথেষ্ট বেছি। প্ৰেছ ৰেজিষ্ট্ৰাৰ ফৰ ইণ্ডিয়াৰ বাৰ্ষিক প্ৰতিবেদনত দেশৰ বিভিন্ন প্ৰান্তৰপৰা প্ৰকাশিত কাকতৰ তথ্যসমূহ পোৱা যায়। বৰ্ধিত কাকতৰ সংখ্যাই কাকতৰ প্ৰচলন আৰু পাঠক বৃদ্ধিকে সূচায়। এনে কাকতৰ প্ৰচলন মাত্ৰ কেইশমানৰপৰা কেইহাজাৰমান পৰ্যন্ত হ'ব পাৰে। ডাঙৰ কাকতৰ তুলনাত এই সংখ্যা তেনেই কম। যিবিলাক ৰাজ্যত ডাঙৰ কাকতবিলাকে ক্ষুদ্ৰ কাকতৰ ওপৰত আধিপত্য বিস্তাৰ কৰে তেনেস্থলত ক্ষুদ্ৰ কাকতবিলাকে বৰ্তি থাকিবলৈ বা প্ৰগতিৰ পথত আগুৱাবলৈ যথেষ্ট কষ্টৰ সন্মুখীন হ'ব লগাত পৰে। আনহাতে য'ত কেৱল ক্ষুদ্ৰ আৰু মধ্যমীয়া কাকতৰহে প্ৰচলন আছে তাত সেইবিলাক কাকতৰ মাজতে প্ৰচলন সংখ্যা বঢ়োৱাৰ প্ৰতিযোগিতা হয়। তেনে প্ৰতিযোগিতাত নতুন নতুন কাকতেও ভাগ লয়।

গ্ৰাম্যাঞ্চলৰপৰা প্ৰকাশিত ক্ষুদ্ৰ কাকতসমূহৰ প্ৰচলন, পাঠক আৰু সন্নিবিষ্ট বিষয়বস্তু ডাঙৰ কাকতকৈ সুকীয়া ধৰণৰ হয়। তেওঁলোকে গ্ৰাম্যাঞ্চলৰ পাঠকৰ ৰুচি অনুযায়ী

বিষয়বস্তু বাছি ল'ব লগা হয়। তদুপৰি স্থানীয় আৰু দাঁতি-কাষৰীয়া অঞ্চলৰ বাতৰিৰ লগতে দেশৰ সাধাৰণ বাতৰিতো বিশেষ গুৰুত্ব দিব লাগিব, কাৰণ এনে কাকতৰ বহুতো পাঠক দেশৰ সাধাৰণ বাতৰিৰ প্ৰতিও আগ্ৰহশীল। এনে উপায়েৰেই ক্ষুদ্ৰ কাকতসমূহে কঠিন প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলৈ সুবিধা পায়। এনে কাকতসমূহৰ মুখ্য উদ্দেশ্য স্থানীয় আৰু দাঁতি-কাষৰীয়া অঞ্চলৰ বাতৰি পৰিৱেশন কৰাহে। সেয়ে দেশ-বিদেশৰ সাধাৰণ বাতৰিসমূহ সংক্ষিপ্ত ৰূপতহে প্ৰকাশ কৰে। প্ৰচলন, পাঠকৰ সংখ্যা আৰু বিজ্ঞাপনপৰা সংগ্ৰহ হোৱা অৰ্থৰ ক্ষেত্ৰত ডাঙৰ কাকতৰপৰা অহৰহ ভাবুকি পাই থকা সত্ত্বেও সেই বিশেষ অঞ্চলটোৰ বা ইয়াৰ দাঁতি-কাষৰীয়া অঞ্চলৰ স্থানীয় হোৱাৰ গুণতে বাচি থাকিবলৈ সুবিধা পায়। সেই সুবিধাৰ গুণতে তেওঁলোকে বিভিন্ন প্ৰত্যাহ্বান আৰু অসুবিধাৰ মুখামুখি হ'ব পাৰে। ইয়াৰপৰা এই সিদ্ধান্ত ল'ব পাৰি যে—ক্ষুদ্ৰ আৰু গ্ৰাম্য বাতৰিকাকতসমূহে তেওঁলোকৰ কাকতৰ প্ৰচলন সংখ্যা আৰু সামৰি লোৱা অঞ্চল—আনকি ডাঙৰ কাকতৰ প্ৰভাৱত থকা অঞ্চলতো—বৃদ্ধি কৰিব পাৰে। ক্ষুদ্ৰ কাকতসমূহে ডাঙৰ কাকতসমূহৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিও পাঠকৰ বিশ্বাসভাজন হ'ব পাৰে তথা মৰম বুটলিব পাৰে।

**(অমিত কুমাৰ নাগ)**

**(অনুবাদক : শৈলেন গোস্বামী)**

## (চ)

## প্ৰিণ্ট মিডিয়া আৰু প্ৰযুক্তি

*Printing is a window through which we can see the modern world.*

জন গুটেনবাৰ্গে ১৪৫৫ খ্ৰিষ্টাব্দত মভেবল টাইপ প্ৰিণ্টিং আৰম্ভ কৰাৰ লগে লগে পৃথিৱীত এক নতুন প্ৰযুক্তিৰ আবিৰ্ভাৱ ঘটিল। সেয়া হ'ল প্ৰিণ্টিং টেকন'লজি বা প্ৰিণ্টিং মিডিয়া। এই বিপ্লৱৰ পূৰ্ণ প্ৰাপ্তি ঘটিল এলই ছেনিফিল্ডাৰদ্বাৰা আবিষ্কৃত লিথুগ্ৰাফিৰ যোগেদি। এই লিথুগ্ৰাফিয়েই হ'লগৈ আজিৰ যুগত ছপা প্ৰযুক্তিৰ প্লেনগ্ৰাফি বা অফছেট প্ৰিণ্টিং।

এলই ছেনিফিল্ডাৰৰ এই প্ৰযুক্তি আবিষ্কাৰৰ লগত এটা অতি সূক্ষ্ম ৰহস্যময় ঘটনা জড়িত আছিল। এদিনাখন ছেনিফিল্ডাৰৰ মাকে তেওঁক ধোবাৰ হিচাপ এটা লিখি থ'বলৈ কৈছিল। ছেনিফিল্ডাৰৰ হাতত তেতিয়া কাগজ কলম নাছিল। তেওঁ ততাতৈয়াকৈ হিচাপটো শিল এছটাত লিখি থ'লে। কিছুদিন পিছত তেওঁ এটা আচৰিত ঘটনা প্ৰত্যক্ষ কৰিলে। তেওঁ দেখিলে যে তেওঁ লিখা আখৰকেইটা শিলৰ পৰা মচি পেলাব খুজিও তেওঁ বিফল হৈছে। এই ঘটনাটোৱে ছেনিফিল্ডাৰক এক নতুন দিগন্তলৈ লৈ গ'ল। পিছলৈ তেওঁ

শিলত ছবি এখন ওলোটাকৈ আঁকি কাগজত ছাপ দি প্রতিচ্ছবিটো প্রতিফলিত কৰিলে। এনেদৰে ছেনিফিল্ডাৰে যথেষ্ট উৎসাহেৰে তেওঁৰ কৰ্মৰাজি আগুৱাই লৈ যায়। ইয়াৰ পিছতে ছেনিফিল্ডাৰে এটা প্ৰাকৃতিক সত্য আৱিষ্কাৰ কৰিলে। water repels grease and grease repels water এই মতাদৰ্শই হৈছে Basic principle of offset printing। পিছলৈ এই সূত্ৰৰ ভিত্তিতে শিলৰ পৰিৱৰ্তে এলুমিনিয়াম প্লেট ব্যৱহাৰ কৰা হ'ল।

ছেনিফিল্ডাৰে ছপাশালৰ ইমানখিনি আৱিষ্কাৰ কৰাৰ পিছতে জাৰ্মানি, অষ্ট্ৰেলিয়া, আমেৰিকা, ইংলগুত পেটেণ্ট ৰাইট প্ৰাপ্তি হ'ল। ছেনিফিল্ডাৰৰদ্বাৰা আৱিষ্কৃত এই সূত্ৰৰ আধাৰতে ১৯০৫ চনত ইৰা ৰুবেলে আমেৰিকাত আজিৰ অফছেট টেকনল'জিৰ প্ৰসাৰণ ঘটায়।

প্ৰিণ্টিং মিডিয়াক তিনিটা মুখ্য ভাগত ভগোৱা হয়। (১) প্ৰি-প্ৰেছ (২) প্ৰেছ (৩) প'ষ্ট প্ৰেছ।

আমাৰ আলোচনাৰ বিষয়বস্তু এতিয়া প্ৰি-প্ৰেছ আৰু প্ৰেছ। প্ৰি-প্ৰেছত প্ৰছেচিং, ডি. টি. পি আৰু গ্ৰাফিক লে-আউট কৰা হয়। গ্ৰাফিক লে-আউট হ'ল সাংবাদিকৰ বাবে দৰকাৰী বিষয়। কাকতৰ পৃষ্ঠাবিলাক বিজ্ঞানসন্মতভাৱে শুদ্ধ হোৱাটোকে প্ৰকৃত লে-আউট হোৱা বুলি কোৱা হয়। এই কাম আজি কিছু বছৰৰ আগলৈকে গ্ৰাফিক আৰ্টিষ্টৰহে কাম আছিল যদিও এতিয়া এই কামৰ দায়িত্ব সম্পূৰ্ণ সাংবাদিকৰ ওপৰত ন্যস্ত হৈ পৰিছে। এই কামৰ বাবে 'পেজ-মেকাৰ' আৰু 'কোৱাক এক্সপ্ৰেছ' হৈছে উপযুক্ত ছফ্টৱেৰ। ইয়াৰ পিছতে ফটো আৰু কালাৰ কনচেপ্ট এটা অতিকৈ প্ৰয়োজনীয় বিষয়। কালাৰ বুলিবলৈ প্ৰিণ্ট মিডিয়া ইণ্ডাষ্ট্ৰীত এখন বহল ক্ষেত্ৰ। সাধাৰণভাৱে ক'বলৈ হ'লে এখন ফটো স্কেন কৰা অৰ্থাৎ 'কনটিনিৱাছ' টনৰ পৰা 'হাফ টন' (AM or FM স্কীনৰদ্বাৰা) কৰা, আৰু ফল হিচাপে পিছত হৈ পৰে কিছু সংখ্যক গ্ৰাফিক্‌ছৰ মিশ্ৰণ। এই গ্ৰাফিক্‌ছবোৰ হ'ল বিট্ মেপ আকৌ বিট মেপ হ'ল পিক্সেলৰ মিশ্ৰণ। প্ৰত্যেক পিক্সেলৰ বেলেগ বেলেগ মাত্ৰা থাকে। পিক্সেলবিলাক চাৰিচুকীয়া আৰু ই সদায় কাষৰ পিক্সেলৰ লগত লাগি থাকে। গ্ৰাফিক্সবিলাক একো একোটা ভেক্টৰ আৰু অংকৰ সূত্ৰৰ আধাৰত লাইন আৰু ডটেৰে নিৰ্মিত। আকৌ ই RIP (raster image processor)ৰদ্বাৰা পিক্সেল প্ৰস্তুত কৰে। সৰু আকাৰৰ এখন ফটো ডাঙৰ আকাৰলৈ পৰিৱৰ্তিত কৰিলে কেতিয়াবা যথাযথ ৰিজলুছ্যনৰ অভাৱত ফটোখন ফাটি যোৱা পৰিলক্ষিত হয়। এনে ধৰণৰ ঘটনা প্ৰায়ে দেখা যায় ইণ্টাৰনেটৰপৰা গ্ৰহণ কৰা ফটোৰ ক্ষেত্ৰত। আগতে কোৱা হৈছে যে এই পিক্সেলেই হ'ল কোনো স্কেন বা ডিজিটেল ফটো বা গ্ৰাফিকৰ বুনিয়াদী ষ্ট্ৰাকচাৰ। ফণ্ট বা আখৰ হৈছে একোটা ভেক্টৰ গ্ৰাফিক। ইয়াৰ বিভিন্ন ৰূপক সজোৱা হয়। ইংৰাজী বা আন ইউৰোপীয় ভাষাৰ বিভিন্ন ধৰণৰ ফণ্ট তৈয়াৰ হৈছে। কিন্তু আমাৰ অসমীয়া বা

বাংলা ফণ্ট সীমিত। অৱশ্যে আমাৰ ভাষাৰ ফণ্টৰ কেলিগ্ৰাফিৰো কিছু কঠিনতা নথকা নহয়। যিকোনো ফণ্ট বা ইমেজৰ আউটপুটৰ মানদণ্ড নিৰ্ভৰ কৰে ৰিজলুছনৰ ওপৰত, ৰিজলুছন হৈছে কিমান সংখ্যক পিক্সেল বা ডট প্ৰতি বৰ্গ ইঞ্চিত আছে। ডি টি পি বাৰশ বা চৌবিছ শ ৰিজলুছনলৈকে প্ৰিণ্টত পোৱা যায়। কিন্তু 'ইমেজ চেটাৰ' বা চি টি পিত তিনি হেজাৰতকৈও অধিক ৰিজলুছন পোৱা যায়। ৰিজলুছন বাঢ়ি যোৱা মানেই প্ৰিণ্টিঙত ফটোখনৰ পুংখানুপুংখ বা পৰিষ্কাৰকৈ বৃদ্ধি পোৱা।

কালাৰ বুলি কোৱাৰ লগে লগে প্ৰিণ্ট মিডিয়াত এটা কথা জড়িত হৈ থাকে, সেয়া হ'ল Y M C K অৰ্থাৎ য়েল্ল, মেজেণ্টা, চাইন আৰু ব্লেক। ফটো বা ইমেজ এটা প্ৰাথমিকভাৱে R G. B (Red, Green, Blue)ত পোৱা যায়। সেয়া প্ৰছেচিঙৰ জৰিয়তে Y M C K ত পৃথক কৰি লোৱাকে কালাৰ চেপাৰেছন বুলি কোৱা হয়। এই Y M C K শতাংশ ভিত্তিত মিশ্ৰণ কৰি পৃথিৱীত দেখা প্ৰায়বিলাক ছপা ৰং প্ৰস্তুত কৰা হয়। কিন্তু সাধাৰণভাৱে ফটোখনক ছফ্‌টৱেৰৰ জৰিয়তে (ফটো চপ) বহুতো কালাৰ কাৰেকছন আৰু কনট্ৰাষ্ট আনিব পাৰি। এনে কৰিলে ফটোখনৰ মানদণ্ড উন্নত হয়। ডিজিটেল কেমেৰাৰ ফটো কম্পিউটাৰত প্ৰেৰণ কৰাৰ পিছত এই পদ্ধতিৰদ্বাৰা মানদণ্ড উন্নত কৰিব পাৰি। অৱশ্যে এই ক্ষেত্ৰত স্কেনাৰ আৰু ব্যৱহাৰ হোৱা মনিটৰৰ কেলিবাৰেছন হোৱা দৰকাৰ। তেনেহলে প্ৰকৃত প্ৰতিবিম্ব উন্নত মানত পোৱা যায়।

প্ৰিণ্টাৰৰপৰা লোৱা বা ইমেজ চেটাৰৰপৰা ওলোৱা ফিল্ম পঠোৱা হয় প্লেট ছিষ্টেমলৈ, য'ত লাইট চেনচিটিভ প্ৰলেপ থকা এল্যুমিনিয়াম প্লেটত ইমেজ তৈয়াৰ কৰা হয়। তাৰ পিচতেই মেছিনলৈ প্ৰেৰিত হয় এই প্লেট। ছপা মেছিনত মানদণ্ড ৰক্ষা কৰাটোও অতীব প্ৰয়োজনীয়। নিউজ পেপাৰ উদ্যোগত ব্যৱহাৰ হয় ৰেব অফছেট মেছিন। যিহেতু কাগজৰ ৰিল বা ৰেব ব্যৱহাৰ হয় সেয়েহে ইয়াক ৰেব অফছেট্ বোলা হয়। বৰ্তমান নতুন প্ৰযুক্তিৰদ্বাৰা নিৰ্মিত এনে মেছিনবিলাকে প্ৰতি ঘণ্টাত যোল্ল হাজাৰৰপৰা পঁইষষ্ঠি হাজাৰৰো অধিক কাকত ছপা কৰি উলিয়াবৰ ক্ষমতা আছে। সৰ্বভাৰতীয় স্তৰৰ বাতৰি কাকতবিলাকৰ সাপ্তাহিক পৰিপূৰিকাবিলাক ছপা কৰা মেছিনটো আৰু উন্নত মানৰ প্ৰযুক্তিৰে প্ৰস্তুত কৰা 'হিট-চেট' মেছিন। এই প্ৰযুক্তিত অতি উজ্জ্বল কাগজত ছপাব পৰা ব্যৱস্থা থাকে, আৰু ছপাৰ লগে লগে কাকতসমূহ এটা হিট চেম্বাৰৰ মাজেৰে পাৰ কৰি ক্ষন্তেকৰ ভিতৰতে শুকোৱাৰ ব্যৱস্থা কৰা হয়। তাৰ ঠিক পিছতে ছপা কৰা কাকতৰ ওপৰত এটা ছিলিকনৰ প্ৰলেপ দিয়া হয়। তেনে কৰিলে কাকতখনৰ ছপাৰ মানদণ্ডৰো বহু পৰিমাণে উন্নত হয়। অসম বা উত্তৰ-পূৰ্বাঞ্চলত এনে ব্যৱস্থা থকা ছপা মেছিন এতিয়ালৈকে অহা নাই। কিয়নো এনে মেচিনৰ মূল্য আৰম্ভ হয় প্ৰায় সাত কোটি টকাৰপৰা। ১৯৮৫ চনত CPC (কম্পিউটাৰাইজ প্ৰিণ্ট কণ্ট্ৰ'ল) আৱিষ্কাৰ হোৱাৰ লগে লগে ছপা মাধ্যমত আন এটা বৈপ্লৱিক পৰিৱৰ্তন আহিল। এতিয়া C T P অৰ্থাৎ কম্পিউটাৰ টু প্লেট আৰু কম্পিউটাৰ টু প্ৰেছ মেছিন আৱিষ্কাৰ হোৱাৰ লগে লগে বিদেশৰ বাতৰি কাকতবিলাকৰ

ৰূপেই সলনি হৈ গ'ল, হৈ পৰিল ডিজিটেল প্ৰিণ্টৰ যুগ। "কেৰট্ - 74" হৈছে এই প্ৰযুক্তিৰ প্ৰথম ছপা মেছিন। য'ত ব্যৱহাৰ কৰা হয় এক বিশেষভাৱে তৈয়াৰ কৰা ডিজিটেলি চাৰ্জযুক্ত চিয়াহী।

বাতৰি কাকতৰ মুঠ ব্যয়ৰ প্ৰায় ৮০ শতাংশ দৈনিক ব্যয় হয় নিউজ প্ৰিণ্টৰ বাবেই। ভাৰতবৰ্ষত পোৱা নিউজ প্ৰিণ্টসমূহক দুটা ভাগত বিভক্ত কৰিব পাৰি। প্ৰথমবিধ হ'ল স্থানীয়ভাৱে প্ৰস্তুত কৰা আৰু দ্বিতীয়বিধ হ'ল বিদেশৰপৰা আমদানি কৰা। প্ৰায়বিলাক ভাৰতীয় নিউজপ্ৰিণ্ট প্ৰস্তুত কৰা উদ্যোগবিলাকে ৰি-চাইক্লিং পদ্ধতিৰে কাগজ প্ৰস্তুত কৰে। পাল্প বা আমদানিকৃত অব্যৱহৃত কাগজ (imported waste paper) থাকে খুব কম শতাংশ। সচৰাচৰ ৪৮ জি এছ্ এম বা ৪৫ জি এছ্ এম নিউজপ্ৰিণ্ট বাতৰি কাকতত ব্যৱহাৰ হয়। জি এছ্ এম হ'ল প্ৰতি বৰ্গমিটাৰত এক গ্ৰাম। ই প্ৰধানকৈ ঘনত্বক বুজায়। এতিয়া প্ৰায়বিলাক কাকত সাতাইছ ইঞ্চি বা ত্ৰিছ ইঞ্চি কৰা হৈছে। ২০০০ চনলৈকে কাকতসমূহৰ আকাৰ আছিল ৩২ ইঞ্চি।

যোগাযোগ ব্যৱস্থা বাতৰি কাকতৰ এটা অতি গুৰুত্বপূৰ্ণ বিভাগ। বাতৰি এটা গ্ৰহণ কৰিবলৈ বা ফটো এখন পঠাবলৈ বহু ধৰণৰ কাৰিকৰী কৌশল ব্যৱহাৰ কৰা হয়। ইয়াৰ ভিতৰত ফোন, ফেক্স, ডাটা লাইন, হট লাইন, ভইচ লাইন, ভিছেট, ইণ্টাৰনেট আদিয়েই প্ৰধান। ভিছেট (very small apparture terminal)ৰ বাদে বাকী মিডিয়া সম্পৰ্কে আমাৰ প্ৰায় সংখ্যক মানুহৰে কিছু নহয় কিছু জ্ঞান আছে। ভিছেট হ'ল সম্পূৰ্ণ ৱায়াৰলেছ ছিষ্টেম, ছেটেলাইটৰ জৰিয়তে পঠিয়াব পৰা বা গ্ৰহণ কৰিব পৰা ব্যৱস্থা। পাঁচবিধ সামগ্ৰী লগ হৈ ই সম্পূৰ্ণ হয়। এণ্টেনা, আৰ এফ টি, ছেটেলাইট মডেম, ৰাউটাৰ আৰু কেব্‌ল। ইয়াত ডামা (DAMA) বা পামা (PAMA) ব্যৱস্থা থাকে। একেলগে দুখন বা ততোধিক স্থানৰপৰা বাতৰিকাকত প্ৰকাশ কৰিবলৈ এই কাৰিকৰী কৌশল ব্যৱহাৰ কৰা হয়। অৱশ্যে ভাৰতবৰ্ষত ৪ তাঁৰযুক্ত মডেম ব্যৱস্থাও এই কাৰ্যত ব্যৱহাৰ কৰি সফলতা অৰ্জন কৰিছে। **(প্ৰণৱ কুমাৰ তালুকদাৰ)**

**(ছ)**

## তথ্য প্ৰযুক্তি, ইণ্টাৰনেট আৰু সংবাদ মাধ্যম

**গণতন্ত্ৰৰ অতন্দ্ৰ প্ৰহৰীস্বৰূপ সংবাদ মাধ্যমে এখন সুস্থ সমাজ গঢ়াত যে এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিব পাৰে তাত কাৰো দ্বিমত নাই। সংবাদ মাধ্যমৰ সুস্থ প্ৰতিযোগিতামূলক বাতাবৰণে সমাজখনক এজন শুদ্ধ পথ-প্ৰদৰ্শনকাৰীৰূপে শান্তি-সমৃদ্ধি আৰু প্ৰগতিৰ পথত আগুৱাই লৈ যায়। বিভিন্ন সময়ত বিভিন্ন দেশ অথবা**

জাতিৰ উত্থান-পতনৰ ক্ষেত্ৰত সংবাদপত্ৰই গ্ৰহণ কৰা ভূমিকাৰ কথা ইতিহাসৰ পাতে পাতে পোৱা যায়।

সময়ৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই সংবাদ মাধ্যমে বিভিন্ন সময়ত বিভিন্ন পদ্ধতিৰে সংবাদ পৰিৱেশন কৰি কোনো এখন দেশ অথবা কোনো এটা জাতিৰ সৰ্বাংগীন বিকাশত অৰিহণা যোগাই আহিছে। এই ক্ষেত্ৰত, শেহতীয়াকৈ আমাৰ সততে চকুত পৰা এটা উদাহৰণ হৈছে সংবাদমাধ্যমসমূহে বাতৰি যোগান আৰু পৰিৱেশনৰ বাবে তথ্য প্ৰযুক্তিৰ অন্যতম অৱদান ইণ্টাৰনেটৰ সহায় লোৱাটো। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে, সংবাদ মাধ্যম বোলোঁতে ইয়াত আমি বাতৰিকাকত, আলোচনী, ৰেডিঅ' অথবা টিভিৰ নিউজ চেনেল আদি সকলো ক্ষেত্ৰকে সামৰি লৈছোঁ।

আজিৰ যুগক তথ্য-প্ৰযুক্তিৰ যুগ বুলি সততে অভিহিত কৰা হয়। পিছে, কিনো এই তথ্য-প্ৰযুক্তি? ইংৰাজীৰ Data শব্দটোৰ সমাৰ্থক অসমীয়া শব্দ হৈছে 'তথ্য'। আনহাতে, Informationঅৰ সমাৰ্থক অসমীয়া শব্দ হৈছে 'সংবাদ'। উক্ত শব্দ দুটাৰ মাজত তাত্ত্বিকভাৱে কিছু পাৰ্থক্য আছে। data-ৰ অৰ্থ থাকিবও পাৰে নাথাকিবও পাৰে; কিন্তু information হ'বলৈ হ'লে ই নিৰ্দিষ্ট অৰ্থ বহন কৰিবই লাগিব। এনেদৰেও ক'ব পাৰি যে, এক বা একাধিক data লগ লাগি অৰ্থপূৰ্ণ ভাব প্ৰকাশ কৰিলে ই হ'ব information বা খবৰ। উদাহৰণ স্বৰূপে, 'এক', 'চৰাই', 'কিতাপ'—এইবিলাক একো একোটা data। কিন্তু 'এটা চৰাই' অথবা 'এখন কিতাপ' বুলি ক'লে ই হ'ব information।

আকৌ, এজনৰ বাবে যিটো information, সেইটো আন এজনৰ বাবে data-হে হ'ব পাৰে। কেনেকৈ? কথাটো এনেদৰে চিন্তা কৰক—ধৰক আপুনি কাৰ্যালয়ত বহি আছে নতুবা ঘৰৰ ভিতৰত আছে; তেনে অৱস্থাত যদি আপোনাৰ কাণত গাড়ীৰ হৰ্নৰ শব্দ এটা পৰে তেন্তে ই আপোনাৰ কামত একো ব্যাঘাত নজন্মায় আৰু শব্দটো আপোনাৰ একো কামত নালাগে। আপোনাৰ বাবে শব্দটো অৰ্থহীন আৰু ই এক data-ৰ বাদে আন একো নহয়। কিন্তু, ঠিক সেই একেখিনি সময়তে আপুনি যদি ৰাস্তাত থাকে আৰু হৰ্ণটো আপোনাৰ পিছফালে বাজে তেন্তে ই হ'ব আপোনাৰ বাবে এক information আৰু আপুনি ইয়াক বুজি উঠি ৰাস্তাৰ কাষলৈ যাব। ঠিক সেইদৰে, পথ নিৰ্দেশনা সম্পৰ্কীয় সাংকেতিক ফলকসমূহ গাড়ী চালক এজনৰ বাবে information হ'ব যদিও একেখন গাড়ীতে গৈ থকা সাধাৰণ যাত্ৰী এজনৰ বাবে ই হ'ব data।

আমাৰ চাৰিওফালে বায়ু আছে বাবেই আমি ইয়াক গুৰুত্ব নিদিওঁ; কিন্তু সেই বায়ুৰপৰাই যেতিয়া অ'ক্সিজেন ছিলিণ্ডাৰ এটা ভৰ্তি কৰা হয় তেন্তে সেইটো মুমূৰ্ষ ৰোগী তথা তেওঁৰ পৰিয়ালবৰ্গৰ বাবে কিমান গুৰুত্বপূৰ্ণ হ'ব পাৰে ভাবকচোন!

ঠিক সেইদৰে, আমাৰ কেউফালে তথ্য বা খবৰে ভৰি আছে ; তেনেস্থলত ইয়াক লৈ ইমান হৈ-চৈ কৰাৰ প্ৰয়োজনেইবা কি? প্ৰয়োজন এইবাবেই যে, data তেতিয়ালৈকেহে গুৰুত্বহীন যেতিয়ালৈকে ইয়াক এক অৰ্থপূৰ্ণৰূপ দি উপযুক্তজনৰ কাষলৈ লৈ যোৱা নহয়।

ওপৰত উল্লিখিত, উপযুক্তজনৰ কাষলৈ লৈ যোৱাৰ কথা, ইয়েই হৈছে তথ্য-প্ৰযুক্তিবিদ্যাৰ প্ৰাৰম্ভিক ধাৰণা। কোনো তথ্যক উপযুক্তজনৰ কাষলৈ লৈ যাবলৈ যিখিনি কাৰিকৰী ব্যৱস্থাৰ প্ৰয়োজন হয়, সহজভাৱে ক'বলৈ গ'লে সেয়াই তথ্য-প্ৰযুক্তি ব্যৱস্থা। এয়া টেলিফোনযোগেও হ'ব পাৰে, ইণ্টাৰনেটযোগেও হ'ব পাৰে অথবা অন্যান্য মাধ্যমৰ যোগেদিও হ'ব পাৰে। অতীতত দুখন গাঁৱৰ মাজত বাৰ্তা আদান-প্ৰদান কৰিবলৈ হ'লে আদিম মানৱে পাহাৰৰ ওখ টিঙৰপৰা বেলেগ বেলেগ ধৰণে ঢোল বা ডবা বজাইছিল, বাৰ্তাবাহক পঠাইছিল, পাৰ চৰাইৰ যোগে চিঠি-পত্ৰ আদান-প্ৰদান কৰিছিল ইত্যাদি ইত্যাদি। সভ্যতাৰ অগ্ৰগতিৰ লগে লগে ডাক-তাঁৰ ব্যৱস্থাই এইবিলাকৰ ঠাই অধিকাৰ কৰিলে। তাঁৰ ব্যৱস্থাৰ ভিতৰত টেলিগ্ৰাফ, টেলিগ্ৰাম আৰু টেলিফোনে যোগাযোগৰ ক্ষেত্ৰখনলৈ যুগান্তকাৰী পৰিৱৰ্তন আনিলে। ক্ৰমান্বয়ে মানুহৰ data বা informationঅৰ চাহিদা বৃদ্ধি পাবলৈ ধৰিলে। এই বৰ্ধিত চাহিদাৰ লগত ফেৰ মাৰিব পৰাকৈ আগমন ঘটিল ইণ্টাৰনেট নামৰ কম্পিউটাৰ যোগাযোগ ব্যৱস্থাৰ। আৰু সূচনা হ'ল তথ্য-প্ৰযুক্তিৰ যুগ। ইণ্টাৰনেটে যোগাযোগ ব্যৱস্থাক এক নতুন মাত্ৰা প্ৰদান কৰিলে। সমগ্ৰ বিশ্বৰ লাখ লাখ কম্পিউটাৰ আৰু ইবিলাকত সঞ্চিত তথ্যৰাজি সংযোজিত হৈ সৃষ্টি কৰিলে তথ্যৰ এক মহাসমুদ্ৰ; জ্ঞানৰ বিস্ফোৰণ। এই তথ্যৰ সাগৰৰপৰা নিচেই কম সময়ৰ ভিতৰতে বিচৰা তথ্যটো সহজে লাভ কৰিব পৰা ব্যৱস্থাই ইয়াক দিনক দিনে জনপ্ৰিয় কৰি তুলিছে।

আমোদজনক কথাটো হৈছে, মানৱ সমাজে ইতিহাসে ঢুকি পোৱা কালৰেপৰা যিমানবিলাক তথ্যৰ আদান-প্ৰদান কৰিছে, তাৰ ৭৫ শতাংশই বিগত ৩০ বছৰৰ ভিতৰত সম্পাদিত হৈছে। এয়া তথ্য-প্ৰযুক্তিৰ কাৰ্যকাৰিতাৰ এক উদাহৰণ।

বিজ্ঞানীসকল এটা কথাত একমত যে, তথ্যৰ আদান-প্ৰদান যিমানে ক্ষিপ্ৰ আৰু উপযুক্ত ধৰণে সম্পাদিত হ'ব সমাজৰ উন্নতিও সিমানে খৰতকীয়া হ'ব। তথ্যৰ এই অপৰিসীম গুৰুত্বৰ বাবেই বৰ্তমান কালত ইয়াক কেন্দ্ৰ কৰি এনে এক বৃহৎ ব্যৱসায় গঢ়ি উঠিছে যাৰ বাৰ্ষিক লেন-দেনৰ পৰিমাণ বিশ্বৰ আন সকলোবিলাক ক্ষেত্ৰতকৈ অধিক। বৰ্তমান কালত বিশ্বৰ শিক্ষা, বিজ্ঞান, চিকিৎসা, অৰ্থনীতি, ৰাজনীতি, সাহিত্য-সংস্কৃতি আদি প্ৰায় সকলো দিশতে অপৰিসীম গুৰুত্ব অৰ্জন কৰিবলৈ সক্ষম হোৱা তথ্য-প্ৰযুক্তি ব্যৱস্থাই মানৱ সমাজলৈ যি আমূল পৰিৱৰ্তন আনিলে তাৰ তুলনা বিশ্ব ইতিহাসত বিচাৰি পোৱা নাযায়।

শেহতীয়াকৈ যুগৰ পৰিৱৰ্তনৰ সৈতে খাপ খুৱাই সংবাদ মাধ্যমেও নিজক অত্যাধুনিক ৰূপত সজাই তুলিছে। আৰু ঠিক এইখিনিৰ পৰাই আৰম্ভ হৈছে e-সংবাদ মাধ্যমৰ কথা।

পূৰ্বৰ দৰে সংবাদ মাধ্যমৰ 'বাহী' খবৰতে সন্তুষ্ট থকাৰ দিন অথবা মানুহ এতিয়া আৰু নাই। আজিৰ মানুহক খবৰ লাগে আজিৰ ... এতিয়াৰ ... সম্ভৱস্থলত এই মুহূৰ্তৰ ...! ব্যস্ত তথা উচ্চাকাংক্ষী মানুহৰ এই হাবিয়াস পূৰণ কৰিবলৈকে বিশ্বৰ আগশাৰীৰ বিভিন্ন সংবাদ গোষ্ঠীসমূহে সহায় লৈছে ইণ্টাৰনেট নামৰ ব্যৱস্থাটোৰ। ইণ্টাৰনেটে নিচেই কম সময়ৰ ভিতৰতে সংবাদ আহৰণ আৰু পৰিৱেশন কাৰ্য সম্ভৱ কৰি তোলাৰ ফলত সংবাদ মাধ্যমৰ গুৰুত্ব দিনক দিনে বাঢ়িবলৈ ধৰিছে। এই অত্যাধুনিক ব্যৱস্থাৰ উপযুক্ত প্ৰয়োগৰদ্বাৰা ইতিমধ্যে বিশ্বৰ আগশাৰীৰ সংবাদ গোষ্ঠীসমূহে নিতে নতুন চমক সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

এইক্ষেত্ৰত আটাইতকৈ সুবিধাজনক কথাটো হৈছে যে ইণ্টাৰনেটৰ যোগে বিশ্বৰ আগশাৰীৰ সংবাদ গোষ্ঠীসমূহে যিখিনি সা-সুবিধা লাভ কৰিবলৈ সক্ষম হয় প্ৰায় একেখিনি সা-সুবিধাকে সাধাৰণ কম্পিউটাৰ এটা আৰু ইণ্টাৰনেট সংযোগ ব্যৱস্থাৰদ্বাৰা যিকোনো স্থানৰপৰা যিকোনো এজন ব্যক্তিয়ে আহৰণ কৰিব পাৰে। অৱশ্যে ইয়াৰ বাবে ব্যৱহাৰকাৰীজনৰ কম্পিউটাৰ আৰু ইণ্টাৰনেট সম্পৰ্কে ন্যূনতম জ্ঞান থকাটো দৰকাৰ।

এতিয়া কথা হৈছে, সংবাদ মাধ্যমেনো ইণ্টাৰনেটক কেনেদৰে ব্যৱহাৰ কৰিছে? একেবাৰে সহজ উদাহৰণ এটাৰ দ্বাৰা কথাটো বিবেচনা কৰা হওক। ধৰা হ'ল, স্থানীয় সংবাদদাতা এজনে প্ৰাথমিক উৎসৰপৰা গুৰুত্বপূৰ্ণ বাতৰি এটা সংগ্ৰহ কৰিলে আৰু এই খবৰটো ফটোসহ পাছদিনাৰ কাকতত প্ৰকাশ পাব লাগে। তেনে ক্ষেত্ৰত তেওঁ সহায় ল'ব পাৰে ই-মেইলৰ। এই ব্যৱস্থাৰদ্বাৰা মুহূৰ্তৰ ভিতৰতে আৰু নিচেই সামান্য খৰচৰ বিনিময়ত বাতৰিটো বিশ্বৰ যিকোনো স্থানলৈ পঠাব পাৰে। ইয়াৰ বাবে ব্যৱহাৰকাৰীজনে ই-মেইলৰ সুবিধা প্ৰদান কৰা যিকোনো এটা ৱেবছাইটত পঞ্জীভুক্ত কৰি নিজৰ একাউণ্ট এটা খুলিব লাগে। এনে এটা একাউণ্টৰদ্বাৰা ব্যৱহাৰকাৰীজনে নিজৰ ই-মেইল ঠিকনা এটাৰ গৰাকী হোৱাৰ লগতে ই-মেইল পঠাব আৰু পাব পাৰে। বিনামূলীয়াকৈ ই-মেইলৰ সুবিধা প্ৰদান কৰা এনে কেইটামান উল্লেখযোগ্য ৱেবছাইট হৈছে –

www.yahoo.com     www.gmail.com

www.rediffmail.com     www.sify.com

www.sancharnet.in ইত্যাদি।

দ্বিতীয়তে, সংবাদ গোষ্ঠীসমূহে গৌণ উৎসৰপৰা খবৰ সংগ্ৰহ কৰিবৰ বাবে বিভিন্ন ৱেবছাইটৰ সহায় লয়। এনে সুবিধা প্ৰদান কৰা অজস্ৰ ৱেবছাইটৰপৰা বিশ্বৰ

বিভিন্ন স্থানত সংঘটিত শেহতীয়া ঘটনাৰ বা-বাতৰি আহৰণ কৰিব পৰা যায়। এনে ধৰণৰ কেইটামান উল্লেখযোগ্য ৱেবছাইট হৈছে –

www.news.google.com
www.zeenews.com
www.sify.com/news
www.rediff.com/r/r/ne1
www.news.bbc.co.uk
www.in.news.yahoo.com
www.ddinews.gov.in
www.allindianewspapers.com
www.indianexpress.com
www.ptinews.com
www.presscouncil.nic.in
www.123india.com/news_and_media ইত্যাদি।

উল্লিখিত ৱেবছাইটসমূহৰপৰা যিকোনো ব্যক্তিয়ে যিকোনো সময়তে বিশ্বৰ কোনো স্থানত সংঘটিত শেহতীয়া গুৰুত্বপূৰ্ণ বা-বাতৰি সংগ্ৰহ কৰিব পাৰে। ইয়াৰ উপৰি কেৱল কোনো এটা বিষয় সম্পৰ্কীয় বাতৰি পৰিৱেশন কৰা ৱেবছাইটো আছে। উদাহৰণ স্বৰূপে, কেৱল খেলৰ বা-বাতৰিৰ বাবে নিৰ্ভৰযোগ্য কেইটামান ৱেবছাইট হৈছে—

www.espnstar.com
www.zeenews.com
www.sify.com/sports
www.in.yahoo.com/sports.html
www.rediff.com/sports
www.playjournal.net
www.sports.indiatimes.com
www.news.webindia123.com/news
www rediff.com/newshound/sports.html
www.headlinesindia.com/sports ইত্যাদি।

ঠিক সেইদৰে, ব্যৱসায়-বাণিজ্যৰ শেহতীয়া খা-খবৰ লাভ কৰিব পৰা কেইটামান উল্লেখযোগ্য ৱেবছাইট হৈছে—

www.sify.com/finance
www.financialexpress.com
www.domain-b.com
www.domainb.com
www.business-standard.com
www.livemint.com
www.thehindubusinessline.com
www.economictimes.indiatimes.com
www.hindustantimes.com/sectionpage/business
www.business.headlinesindia.com ইত্যাদি।

আকৌ, ছিনেমা, সংগীত, চিত্ৰ তাৰকা, সংগীত শিল্পী আদি বিভিন্ন মনোৰঞ্জন সম্পৰ্কীয় বা-বাতৰি লাভ কৰিব পৰা গুৰুত্বপূৰ্ণ ৱেবছাইট কেইটামান হৈছে –

www.mtv.com/news
www.indiatimes.com
www.topnews.in/light
www.latimes.com/entertainment
www.bollywood.com
www.screenindia.com

www.in.news.yahoo.com/entertainment.html
www.rediff.com/newshound/entertainment.html
www.news.aol.com/entertainment

এইখিনিতে এটা বিশেষ ৱেবছাইট সম্পৰ্কে উল্লেখ কৰাটো যুগুত হ'ব। সংবাদ পৰিৱেশনৰ বাবে কেতিয়াবা প্ৰয়োজন হয় বহুবিলাক নিৰ্ভৰযোগ্য তথ্য। হাতৰ কাষতে পোৱাকৈ শেহতীয়া বিশ্বকোষখন থাকিলে ভালেই। অন্যথা, আমি সহায় ল'ব পাৰোঁ এখন বিনামূলীয়া অন্‌লাইন বিশ্বকোষৰ; যাৰ নাম হৈছে – Wikipedia। আৰু ইয়াৰ URL (Uniform Resource Locator) হৈছে – www.wikipedia.org।

Wikipedia বৰ্তমান বিশ্বৰ দহটা প্ৰধান ভাষাত উপলব্ধ। উল্লেখযোগ্য যে, এই অন্‌লাইন বিশ্বকোষখনৰ Home Page-ত সমসাময়িক ঘটনাৰাজিৰ লগত সংগতি ৰাখি আকৰ্ষণীয়কৈ বাতৰিও পৰিৱেশন কৰা হয়। এই Home Page-টোৰ Search boxঅত বিচৰা বিষয় সম্পৰ্কে এটা বা একাধিক শব্দ লিখি enter মাৰিলে মুহূৰ্তৰ ভিতৰতে সেই সম্পৰ্কীয় লেখাটো পঢ়িবলৈ পোৱা যাব। বিহুৰ পৰা বাৰ্গমেনলৈ, মাজুলীৰপৰা মনেক'লৈ, ঢেঁকীৰপৰা বেঁকীলৈ, দৰিকণাৰপৰা পিৰান্‌হালৈ, লাচিতৰপৰা লাস্কিলৈ কি সন্নিবিষ্ট হোৱা নাই ইয়াত! তাৰ উপৰি প্ৰতিটো লেখাত সোমাই আছে অসংখ্য link। এই link বিলাকত click কৰিও সেই সম্পৰ্কীয় টোকাটো বা লেখাটো থাউকতে চাই ল'ব পৰা যায়।

এনে বহুবিলাক সা-সুবিধাৰ বাবেই আজিৰ তাৰিখত Wikipedia-ৰ জনপ্ৰিয়তা গগনচুম্বী। এই গগনচুম্বী জনপ্ৰিয়তাৰ ভেটিতে গঢ় লৈ উঠিছে Wiktionary, Wikinews, Wikiquote, Wikibooks, Wikiversity আদিৰ দৰে অলেখ সৰু-বৰ ৱেবছাইটে। ইহঁত প্ৰতিটোৱেই স্বয়ং সম্পূৰ্ণ আৰু বিভিন্ন দিশৰ বিভিন্ন গুণেৰে সমৃদ্ধ। সংবাদ মাধ্যমৰ লোকসকলে এই ৱেবছাইটসমূহৰ লগত সততে যোগাযোগ ৰক্ষা কৰি চলে।

সৰ্বোপৰি, ইণ্টাৰনেটৰ যোগে যিকোনো বিষয়ৰ খবৰ-বাতৰি সংগ্ৰহ কৰিবলৈ যেতিয়া কোনো ৱেবছাইটৰ নাম জনা নাথাকে অথবা বিচৰা বাতৰিটো বা তথ্যটো ক'ত পোৱা যাব সেই সম্পৰ্কে কোনো ধাৰণা নাথাকে, তেতিয়া সহায় লোৱা হয় কিছুমান বিশেষ ধৰণৰ ৱেবছাইটৰ; যাক কোৱা হয় চাৰ্চ ইঞ্জিন। চাৰ্চ ইঞ্জিন হৈছে বিশেষভাৱে প্ৰস্তুত কৰা এনে এটা ৱেবছাইট যি আন সকলোবিলাক ৱেবছাইটৰ নাম-ঠিকনাৰ লগতে ইবিলাকত থকা তথ্যৰাজিৰো খা-খবৰ ৰাখে। আমাক প্ৰয়োজন হোৱা যিকোনো এটা বিষয় ক'ত পাব সেই বিষয়ে জানিবলৈ চাৰ্চ ইঞ্জিন যোগে সন্ধান কৰিলে মুহূৰ্তৰ ভিতৰতে সেই সম্পৰ্কীয় ৱেবছাইটৰ নাম-

ঠিকনা আৰু ইবিলাকত সন্নিৱিষ্ট তথ্য সম্পৰ্কীয় এটি চমুটোকা দেখিবলৈ পোৱা যাব। ইয়াৰে আটাইতকৈ সুনিৰ্দিষ্ট যেন লগা টোকা সন্নিৱিষ্ট ছাইটৰ নামটোত ক্লিক কৰিলেই নিৰ্দিষ্ট ছাইটটো খোল খাব; য'ৰপৰা প্ৰয়োজনীয় তথ্য আহৰণ কৰিব পৰা যায়।

বৰ্তমান এনে ধৰণৰ চাৰ্চ ইঞ্জিন ভালেকেইটা আছে যদিও ইবিলাকৰ ভিতৰত আটাইতকৈ জনপ্ৰিয় চাৰ্চ ইঞ্জিনটো হৈছে Google। বহু ক্ষেত্ৰত, Google মানেই যেন চাৰ্চ ইঞ্জিন! Googleঅৰ ব্যৱহাৰ সহজ-সৰল হোৱা বাবে আৰু ইয়াৰ নিৰ্ভৰযোগ্য ফলাফলৰ বাবে বৰ্তমান বিশ্বত Googleএ ইয়াৰ প্ৰতিদ্বন্দী চাৰ্চ ইঞ্জিনসমূহক চেৰ পেলাই যাব পাৰিছে। Googleঅৰ সম্পূৰ্ণ ঠিকনাটো হৈছে - www.google.com।

Googleঅৰ দৰে জনপ্ৰিয় নহ'লেও আন কেইটামান নিৰ্ভৰযোগ্য চাৰ্চ ইঞ্জিন হৈছে -

www.lycos.com
www.islouth.com
www.khoj.com
www.freefind.com
www.dogpile.com
www.ask.com
www.search.yahoo.com
www.msnsearch.com
www.altavista.com
www.webcrawler.com
www.kartoo.com
www.metacrawler.com
www.mamma.com ইত্যাদি।

এই চাৰ্চ ইঞ্জিনসমূহৰ বলতে বলিয়ান হৈ আজি আমি মুহূৰ্তৰ ভিতৰতে বিচৰা তথ্য লাভ কৰিব পাৰোঁ। চাৰ্চ ইঞ্জিনসমূহে অমৃত মন্থন কৰাৰ দৰে বিচাৰি উলিয়ায় তথ্যৰ মহাসমুদ্ৰৰপৰা লাগতিয়াল তথ্যটো! সংবাদ মাধ্যমৰ সৈতে জড়িতসকলৰ বাবে অত্যন্ত প্ৰয়োজনীয় আৰু গুৰুত্বপূৰ্ণ এই ৱেবছাইটটো নিতৌ ব্যৱহাৰ কৰিবলৈ অভ্যাস কৰা উচিত।

বৰ্তমান কালত বিশ্বৰ আগশাৰীৰ প্ৰায়বিলাক বাতৰিকাকত গোষ্ঠীয়েই তেওঁলোকৰ কাকতৰ ইণ্টাৰনেট সংস্কৰণ বা চমুকৈ ই-সংস্কৰণ প্ৰকাশ কৰে। ইয়াৰ ফলত বিশ্বৰ যিকোনো স্থানৰপৰা ইণ্টাৰনেটযোগে এই কাকতসমূহৰ খবৰ-বাতৰি পঢ়িব পৰা যায়।

এই ই-সংবাদপত্ৰসমূহৰপৰা যে কেৱল খবৰ আহৰণহে কৰিব পৰা যায় তেনে নহয়; ইয়াৰ লগতে এই ছাইটসমূহলৈ খবৰ পঠাব পৰাও যায়; তাৰ উপৰি এই খবৰসমূহ অধিকাংশ ক্ষেত্ৰতে শেহতীয়া তথ্যেৰে পুষ্ট আৰু দৃষ্টিনন্দন তথা প্ৰণালীবদ্ধভাৱে সজ্জিত। এনে ধৰণৰ কিছুমান ৱেবছাইটে আকৌ বিনামূলীয়াকৈ ই-মেইল, ই-শ্বপিং, ই-কাৰ্ড আদিৰ সুবিধাও প্ৰদান কৰে। বিশ্বৰ আগশাৰীৰ এনে

কেইটামান ছাইট হৈছে -

www.dawn.com
www.nytimes.com
www.newspaperdirect.com
www.onlinenewspapers.com
www.hinduonnet.com
www.timesofindia.com
www.hindustantimes.com
www.indiatimes.com

ইত্যাদি। উল্লেখযোগ্য যে, বৰ্তমান কালত বিশ্বৰ প্ৰায়বিলাক সংবাদগোষ্ঠীয়েই তেওঁলোকৰ ই-সংস্কৰণ প্ৰকাশ কৰি উলিওৱাৰ পৰিপ্ৰেক্ষিতত এই তালিকাখন অতি দীঘল হোৱাৰ ভয়ত কেইটামান ছাইটৰ নামহে ইয়াত উল্লেখ কৰা হৈছে।

ইংৰাজী ভাষাৰ উপৰিও আঞ্চলিক ভাষাতো এই ৱেবছাইটসমূহৰ খবৰ-বাতৰি পঢ়িব পৰা যায়। এনে ক্ষেত্ৰত www.naidunia.com নামৰ ছাইটটোৰ কথা বিশেষভাৱে উল্লেখযোগ্য। যিহেতু, এয়া হৈছে ইণ্টাৰনেটযোগে আৰম্ভ কৰা প্ৰথমটো হিন্দী সংবাদৰ ৱেবছাইট।

ভাৰতবৰ্ষৰ অন্যান্য ভাষাৰ দৰেই আমাৰ অসমৰ সংবাদ গোষ্ঠীসমূহো বহি নাথাকি উন্নত মানৰ কেইটামান নিউজ ছাইট প্ৰস্তুত কৰি উলিয়াইছে। ইয়াৰ ভিতৰত উল্লেখযোগ্য কেইটামান ছাইট হৈছে -

www.assamtribune.com
www.glpublication.com
www.pratidinassam.com
www.ajionnet.com
www.assamiyakhabar.com

সংবাদপত্ৰৰ ই-সংস্কৰণৰ আটাইতকৈ সুবিধাজনক কথাটো হৈছে— একেবাৰে শেহতীয়া তথ্য লাভ আৰু ইবিলাক কেৱল আখৰ আৰু ছবিতে সীমাবদ্ধ নাথাকি দৃশ্য-শ্ৰাব্য ৰূপতো উপভোগ কৰিব পৰা ব্যৱস্থা। লগতে বিশ্বৰ যিকোনো স্থানৰ খবৰ-বাতৰি হাজাৰ হাজাৰ কিলমিটাৰ দূৰৰপৰাও মুহূৰ্ততে আহৰণ কৰিব পৰা যায়। এইদৰে বৃত্তিগত কাৰণত জন্মভূমিৰপৰা দূৰত থকা লোকেই হওক অথবা বিদেশৰ খবৰ-বাতৰি আহৰণ কৰা সংবাদসেৱীয়েই হওক উভয়েই কেইবাপ্ৰকাৰে উপকৃত হ'ব পাৰিছে। এই কথা অনস্বীকাৰ্য যে বৰ্তমান কালত কেৱল পঢ়ুৱৈসকলেই নহয়, বহু ক্ষেত্ৰত স্বয়ং সংবাদ গোষ্ঠীসমূহো বাতৰিৰ বাবে বিভিন্ন নিউজ ছাইটৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয়।

সংবাদপত্ৰৰ ইণ্টাৰনেট সংস্কৰণৰ আকৰ্ষণীয় তথা শেহতীয়া উপস্থাপন আৰু অন্যান্য সা-সুবিধাৰ পৰিপ্ৰেক্ষিতত কিছুদিনৰ আগলৈকে দেশ-বিদেশৰ খবৰ-বাতৰিৰ প্ৰতি সামান্যতমো আগ্ৰহ নেদেখুওৱা লোকো ইয়াৰ প্ৰতি আকৰ্ষিত হ'বলৈ ধৰিছে। এয়া নিশ্চিতভাৱে ই-সংবাদৰ এক উল্লেখযোগ্য সফলতা।

প্ৰযুক্তিবিদ্যাৰ হাতত হাত ধৰি সংবাদ মাধ্যমে আজি এনে এক পৰ্যায়লৈ গতি কৰিছে য'ত তথ্য-প্ৰযুক্তি, ইণ্টাৰনেট আৰু সংবাদ মাধ্যমৰ ত্ৰিবেণী সংগম ঘটিছে। তথ্য-প্ৰযুক্তি আৰু ইণ্টাৰনেটৰ অবিহনে আজিৰ সংবাদ মাধ্যম আধৰুৱা। বৰ্তমানৰ আৰু অদূৰ ভৱিষ্যতৰ সংবাদ মাধ্যমৰ বিকাশত তথ্য-প্ৰযুক্তি আৰু ইণ্টাৰনেটে পালন কৰা ভূমিকা এক কথাত অদ্বিতীয়; অতুলনীয়।

☐দেৱজ্যোতি বৰা

(জ)

## ভাৰতৰ বিজ্ঞান চৰ্চাত বিজ্ঞান সাংবাদিকতা

এই কথা সকলোৰে বিদিত যে বিজ্ঞানৰ ধনাত্মক আৰু ঋণাত্মক দুয়োটা দিশেই আছে। আজিৰ পৃথিৱীখনত বিজ্ঞান প্ৰযুক্তিবিদ্যাই প্ৰগতিৰ ধ্বজা ধৰিছে। বিজ্ঞান বা বিজ্ঞানৰ অৱদানক লৈ যদিহে ঋণাত্মক দিশৰ অপ্ৰয়োজনীয় চৰ্চাৰে সংঘাত সৃষ্টি কৰা হয়, তেতিয়া মানৱ জাতিৰ প্ৰগতি বিনষ্ট হোৱাটো ধ্ৰুৱপ। যদিহে শুদ্ধভাৱে বিজ্ঞানক তথ্যযুক্তভাৱে মানৱ সমাজৰ মাজত পৰিৱেশন কৰি পৰিচিত কৰাব পৰা যায়, তেতিয়াহে বিজ্ঞান সম্পৰ্কে মানৱ সমাজ সচেতন হ'ব আৰু ইয়াৰ ধনাত্মক দিশৰ ফছলবোৰৰ প্ৰতি মানুহ আগ্ৰহী হ'ব, এইখিনিতেই প্ৰচাৰ মাধ্যমৰ দায়িত্ব আৰু গুৰুত্বৰ কথা আহি পৰে। বিজ্ঞান সম্পৰ্কীয় শেহতীয়া তথ্যপূৰ্ণ বা-বাতৰি, লেখনী আদিৰে প্ৰচাৰ মাধ্যমে বিজ্ঞান আৰু সমাজৰ মাজত মধ্যস্থতাকাৰীৰ ভূমিকা লোৱাটো প্ৰয়োজনীয়।

সত্য নিৰ্ভৰ তথ্যক ছপা মাধ্যম, ইলেক্ট্ৰনিক মাধ্যম বা অন্য মাধ্যমৰ জৰিয়তে সাৱলীল ৰূপত প্ৰচাৰৰ লগত বিজ্ঞান সাংবাদিকতাৰ গুৰুত্ব আছে। বিজ্ঞানৰ শেহতীয়া আৱিষ্কাৰ, নীতি আৰু সামাজিক চেতনাক সংবাদ মাধ্যমে জনসাধাৰণৰ মাজত বিলাই দিয়ে। বিজ্ঞান যেতিয়া সাংবাদিকতাৰ মূল বিষয়ক্ষেত্ৰ হৈ পৰে তেতিয়াই ই হয় বিজ্ঞান সাংবাদিকতা। বিজ্ঞান সাংবাদিকতাৰ বাবে বিভিন্ন মাধ্যমৰ সহায় ল'ব পাৰি, যেনে--

ক) ছপা-মাধ্যম--- সংবাদপত্ৰ, আলোচনী, পুস্তিকা, হাত-পুথি আদিৰ জৰিয়তে।

খ) দৃশ্য-শ্ৰাব্য মাধ্যম--- ৰেডিঅ', টেলিভিছন, ছিনেমা, তথ্য-চিত্ৰ আদিৰ জৰিয়তে।

গ) ইলেক্ট্ৰনিক মাধ্যম— ইণ্টাৰনেট, চি-ডি ৰ'ম, মাল্টি মিডিয়া আদিৰ জৰিয়তে।

ঘ) অন্যান্য থলুৱা মাধ্যম--- পুতলা নাচ, বাটৰ নাট, প্ৰদৰ্শনী, আলোচনাচক্ৰ আদিৰ জৰিয়তে।

ছপা মাধ্যমে পাঠকক কেৱল খবৰ-বাতৰিয়েই নিদিয়ে, তাৰ বিশ্লেষণো কৰে। পাঠকৰ দৃষ্টিভংগীও প্ৰকাশ কৰাৰ সুবিধা দিয়াৰ বাবে ই হৈ পৰে অধিক জনমুখী। ভাৰতবৰ্ষত ১৪ বছৰৰ ওপৰৰ ৬০ শতাংশ নাগৰিক ছপা মাধ্যমৰ সংবাদ নিৰ্ভৰ বুলি এটা সমীক্ষাত কোৱা হৈছে। সেয়ে বিজ্ঞানৰ প্ৰসাৰ তথা প্ৰচাৰত এই ছপা মাধ্যমৰ গুৰুত্ব অসীম।

বিজ্ঞানৰ জয়যাত্ৰাৰ চাবি-কাঠি প্ৰচাৰত। কিয়নো বৈজ্ঞানিক বাৰ্তা আৰু বিজ্ঞানৰ ধাৰণাসমূহ সাধাৰণ মানুহৰ মাজলৈ আনিব নোৱাৰিলে সমাজখন বিজ্ঞানৰ নতুন ক্ষেত্ৰ আৰু আৱিষ্কাৰৰ লগত পৰিচিত হ'ব নোৱাৰিব। এই পৰিচিত জ্ঞানৰ অন্বেষণে সমাজক ক্ষুধা, অনাটন, দুৰ্যোগ, অন্ধবিশ্বাস আদি সামাজিক ব্যাধিৰ বিৰুদ্ধে যুঁজৰ শক্তি দিব পাৰিব।

ভাৰতীয় সমাজখন বিজ্ঞানমুখী হোৱাৰ ইতিহাস বহু পুৰণি। ভাৰতবৰ্ষত বিজ্ঞান সম্বন্ধীয় বাতৰি প্ৰচাৰৰ আৰম্ভণি ১৭৮৮ চনৰপৰা আৰম্ভ হয় বুলি ক'ব পাৰি। তেতিয়াৰ কলিকতাৰ 'এছিয়াটিক ছ'ছাইটি' নামৰ সংস্থা এটাই প্ৰকাশ কৰা 'এছিয়াটিক জাৰ্নাল' নামৰ পুস্তিকাখনিয়েই যতদূৰ সম্ভৱ ভাৰতবৰ্ষৰ প্ৰথমখন প্ৰকাশিত বিজ্ঞান পুস্তিকা। তাৰ পাছৰপৰাই বিজ্ঞান প্ৰচাৰে ভাৰতবৰ্ষত এক দীঘলীয়া পৰিক্ৰমা অতিক্ৰম কৰি আহিছে।

ভাৰতবৰ্ষত ১৮ শতিকাৰ শেষভাগত আৰম্ভ হোৱা বিজ্ঞান সাহিত্যই প্ৰকৃত গতি লাভ কৰিছিল, কিন্তু ১৯ শতিকাৰ আদি ভাগতহে। এই সময়ছোৱাত প্ৰাচীন বিজ্ঞান-সাহিত্য আৰু বিকাশৰ বিভিন্ন পাঠ্যপুথিয়ে ভাৰতবৰ্ষত বিভিন্ন ভাষাত প্ৰকাশ আৰু প্ৰচাৰৰ মুখ দেখে। বিজ্ঞান সাংবাদিকতাৰ ক্ষেত্ৰত ১৮১৮ চনত হুগলীৰপৰা প্ৰকাশ হোৱা 'দিগ্‌দৰ্শন' নামৰ মাহেকীয়া আলোচনীত প্ৰকাশিত বিজ্ঞান লেখনীসমূহ মাইলৰ খুঁটি হৈ ৰ'ব। এই আলোচনীখন হিন্দী, বেংগলী, ইংৰাজী তিনিওটা ভাষাতে প্ৰকাশিত হৈছিল। আলোচনীখনত বিজ্ঞানৰ ধাৰণাসমূহ প্ৰকাশৰ লগতে উৰন্ত বেলুন, ভাপ-নাও আদিৰ বৰ্ণনামূলক লেখনীৰে বিজ্ঞান সাংবাদিকতাৰ যেঁহুজালি ঘটিছিল। তাৰ পাছত ক্ৰমান্বয়ে বিভিন্ন ভাষাত বিভিন্ন ঠাইত অন্যান্য পুস্তিকা, আলোচনী আদিয়ে বিজ্ঞানৰ তথ্য, খবৰ আদি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে। বিভিন্ন ভাৰতীয় ভাষাত বিজ্ঞান সংবাদে এনেদৰে প্ৰচাৰৰ সুবিধা লাভ কৰাত বিজ্ঞান জনপ্ৰিয়কৰণ আৰু বিজ্ঞান সচেতনতাৰ এক পদক্ষেপৰূপে এইবোৰ চিহ্নিত হৈ পৰিল।

স্বাধীনোত্তৰ কালত বিজ্ঞান প্ৰচাৰ আৰু বিজ্ঞান জনপ্ৰিয়কৰণৰ ক্ষেত্ৰত চৰকাৰীভাৱেও ভাৰতবৰ্ষত বিভিন্ন কাৰ্য ব্যৱস্থা লোৱা হৈছিল। ১৯৫৮ চনত ৰাষ্ট্ৰীয় বিজ্ঞান নীতিৰ প্ৰণয়নে ভাৰতবৰ্ষত বিজ্ঞান প্ৰচাৰৰ ক্ষেত্ৰত এক সহযোগী ভূমিকা ল'লে।

বৰ্তমান ভাৰতবৰ্ষৰ সকলোবোৰ ভাষাতে জনপ্ৰিয় বিজ্ঞান আলোচনী প্ৰকাশ হৈছে। তথ্যবিপ্লৱৰ প্ৰসাৰে মুহূৰ্ততে বিশ্বৰ যিকোনো স্থানৰ বিজ্ঞান সম্বন্ধীয় তথ্য

হাততে পোৱাৰ সুবিধা কৰি দিছে। বাতৰিকাকত বা সংবাদপত্ৰত অনিয়মীয়াকৈ হ'লেও বিজ্ঞানৰ বাতৰি বা বিজ্ঞান লেখনী ভূমুকি মাৰে। জনসাধাৰণক বিজ্ঞানৰ প্ৰকৃত আৰু চিৰন্তন সৌন্দৰ্য উপভোগৰ সুবিধা দিব পৰাকৈ সংবাদপত্ৰই বিজ্ঞান প্ৰচাৰত গুৰুত্ব দিবই লাগিব। এই ক্ষেত্ৰত অৱশ্যে দুটা পক্ষৰ দায়িত্ব আহি পৰে। প্ৰথমতে, বিজ্ঞান লেখক বা সাংবাদিকে বিজ্ঞানৰ শেহতীয়া খবৰ-বাতৰি বিভিন্ন ভাষাৰ মাধ্যমেৰে যুগুত কৰি দিব লাগিব। দ্বিতীয়তে, সংবাদপত্ৰই জনসাধাৰণৰ শৈক্ষিক আৰু বৌদ্ধিক বিকাশৰ বাবে এইবোৰ প্ৰকাশ কৰিব লাগিব। লেখক-সাংবাদিকসকলে বিজ্ঞানৰ শেহতীয়া খবৰ-বাতৰি সহজ-সৰলকৈ সাৱলীল ৰূপত সংগ্ৰহ কৰি দিব পাৰিলে পাঠকৰ মাজত বিজ্ঞান জনপ্ৰিয় হোৱাত সহায় হয়। তদুপৰি, কোনো বৈজ্ঞানিক আৱিষ্কাৰৰ নেপথ্য কাহিনী আদি সংবাদপত্ৰই সৰলকৈ প্ৰকাশ তথা পৰিৱেশন কৰিলে ই পাঠকক পৰ্যৱেক্ষণ, নিৰীক্ষণ, বিশ্লেষণ আদিৰ প্ৰয়োজনীয়তা অনুভৱ কৰিবলৈ শিকাব পাৰে। তথ্য প্ৰযুক্তিৰ যুগটোত পাঠকে তথ্যসমৃদ্ধ, বিশ্লেষণাত্মক আৰু ধনাত্মক প্ৰভাৱযুক্ত লেখনী অধিক পছন্দ কৰে। লগতে সংশ্লিষ্ট বিষয়ৰ পৰিসংখ্যা, ছবি, আলোকচিত্ৰ আদিৰ সংযোজনে পাঠকক বিষয়ৰ প্ৰতি অধিক আকৃষ্ট কৰি তোলে।

যোৱাটো শতিকাৰ মাজভাগমানলৈকে ভাৰতবৰ্ষৰ সংবাদপত্ৰত বিজ্ঞানৰ প্ৰৱেশ ভালদৰে ঘটা নাছিল। বিশ্ব বিয়পি পৰা ৰাজনীতিৰ খবৰ পৰিৱেশনতেই সংবাদপত্ৰসমূহ ব্যস্ত আছিল। তাৰ পাছত সংবাদপত্ৰত গুৰুত্বপূৰ্ণ স্থান দখল কৰিলে অৰ্থনীতিৰ খবৰে। মানুহৰ আগ্ৰহ বাঢ়ি আহিবলৈ ধৰিলে অৰ্থনৈতিক সমস্যাৰ প্ৰতি। অৰ্থনৈতিক সমস্যাৰ প্ৰতি মানুহৰ বৰ্ধিত আগ্ৰহেই সংবাদপত্ৰৰ বুকুলৈ বিজ্ঞানক আদৰি আনিলে, অৰ্থনৈতিক উন্নয়নৰ বাবে উদ্যোগ আৰু কৃষিক্ষেত্ৰত বিজ্ঞানৰ আহিলাৰ প্ৰয়োগ হোৱাত বিজ্ঞানৰ গুৰুত্ব প্ৰতিফলিত হ'বলৈ ধৰিলে। এনেদৰে লাহে লাহে বিজ্ঞানে সংবাদৰ ৰূপ পাবলৈ আৰম্ভ কৰিলে। ১৯৪৮ চনত 'নবন ভাৰত টাইমছ' নামৰ হিন্দী বাতৰিকাকতখনে প্ৰথম বিজ্ঞান শিতান আৰম্ভ কৰি ভাৰতবৰ্ষত বিজ্ঞান চৰ্চাৰ এক নতুন পৰিৱেশ আৰম্ভ কৰে। কিন্তু তাৰ পাছতো প্ৰায়বোৰ ৰাষ্ট্ৰীয় তথা আঞ্চলিক ভাষাৰ বাতৰিকাকতত বিজ্ঞানৰ শিতান একোটা পাঠকে নিয়মীয়াকৈ নোপোৱাটো দুৰ্ভাগ্যজনক। মাত্ৰ বছা বছা কেইখনমান বাতৰিকাকত বা আলোচনীয়েহে (বিজ্ঞান আলোচনীৰ বাদে) নিয়মীয়া ৰূপত বিজ্ঞান বা বিজ্ঞানৰ বা-বাতৰি প্ৰকাশ কৰি অহাটো পৰিলক্ষিত হয়। ভাৰতবৰ্ষৰ দৰে এখন দেশত, য'ত গৰিষ্ঠসংখ্যক জনসাধাৰণ বিজ্ঞানৰ সাধাৰণ ধাৰণাৰ সম্পৰ্কে সম্পূৰ্ণ অজ্ঞ, সংবাদ মাধ্যমত এনে এৰা-ধৰা বিজ্ঞান চৰ্চা একেবাৰে যথেষ্ট নহয়। বাতৰিকাকত বা আলোচনীবোৰে সুকীয়াকৈ কোনো বিজ্ঞান সাংবাদিক বা বিজ্ঞান শিতানৰ বাবে

উপ-সম্পাদকক স্থায়ীভাৱে মকৰল নকৰাটোৱেও সংবাদপত্ৰত বিজ্ঞান চৰ্চাৰ প্ৰতিকূল পৰিৱেশৰ কাৰক হৈ পৰিছে। সংবাদপত্ৰ একোখনত স্থায়ীভাৱে এজন বিজ্ঞান-সংবাদদাতা থকাটো নিশ্চিত হ'ব লাগে। ভাৰতবৰ্ষত বিজ্ঞান সাংবাদিকতাই, বিশেষকৈ আঞ্চলিক ভাষাবোৰত পৰিসৰ লাভ নকৰাৰ ইও এটা প্ৰধান কাৰণ। ৰাজনৈতিক বা সামাজিক বিষয়বোৰৰ ওপৰত বাতৰিকাকতত যেনেদৰে বিতৰ্ক হয়, তেনেদৰে বিজ্ঞানৰ বিষয়ৰো বিতৰ্কৰ সূত্ৰপাত হ'ব লাগে।

যিহেতু অন্যান্য প্ৰচাৰ মাধ্যমৰ তুলনাত ছপামাধ্যমে পাঠকৰ জীৱন গভীৰভাৱে স্পৰ্শ কৰিব পাৰে, সেয়ে সংবাদপত্ৰই বিজ্ঞান প্ৰচাৰত এক নীতি সৰ্বস্ব ধাৰণা ল'ব লাগে। ছপা-মাধ্যমৰ পাঠকৰ ৰুচি কেতিয়াও বিজ্ঞানৰ উচ্চ ধ্যান-ধাৰণাৰ তত্ত্বৰ প্ৰতি নহয়, বিজ্ঞানৰ অগ্ৰগতি আৰু অৱদানৰ প্ৰতিহে অধিক হয। ভাৰতবৰ্ষৰ বিভিন্ন ভাষাত প্ৰকাশ পোৱা সংবাদপত্ৰসমূহে বিজ্ঞান লেখনীসমূহ বহু সময়ত ইংৰাজী মূলৰপৰা আহৰণ কৰিব লগা হয়। বৈজ্ঞানিক প্ৰতিশব্দৰ অভাৱত বহু ক্ষেত্ৰত অনুবাদ কৰা বিজ্ঞান লেখনী পাঠকক বিজ্ঞানৰ চৰ্চা কৰিব পৰা খোৰাক মুঠেই যোগাব নোৱাৰে। সাংবাদিকসকলক বিজ্ঞান সাংবাদিকতাৰ প্ৰশিক্ষণ দি বিজ্ঞান-সাংবাদিকতাৰ মাত্ৰা বঢ়োৱাৰ চিন্তা-চৰ্চা কৰাটোও এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ।

চাৰিওফালে সংঘটিত হোৱা পৰিৱৰ্তনবোৰৰ লগত জনসাধাৰণ একাত্ম হ'বই লাগিব, এই পৰিৱৰ্তনবোৰৰ আদি বিজ্ঞানৰ জয়ধ্বজা। পৰিৱৰ্তনেই যিহেতু সমকালীন সমাজৰ চিৰন্তন নীতি, এই পৰিৱৰ্তনৰ হেতু বিচাৰিবলৈ জনসাধাৰণ উৎসুক হ'বই। বিজ্ঞান চৰ্চাৰ ক্ষেত্ৰতো পাঠকৰ মনত চেতনা জাগ্ৰত কৰিব পৰাকৈ সংবাদপত্ৰ বা অন্যান্য প্ৰচাৰ মাধ্যমে গুৰুত্ব দিবই লাগিব। অন্যথা বিজ্ঞান সভ্যতাৰ প্ৰগতিত ক্ষতি হোৱাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি, লগতে ইয়াৰ ফলশ্ৰুতিয়ে বিজ্ঞান জনমুখী হোৱাত হেঙাৰ সৃষ্টি কৰিব।

(সুৰজিৎ চলিহা)

(ঝ)

## অসমীয়া ভাষাৰ সমৰূপ আখৰ-জোঁটনি আৰু ইয়াৰ নিৰ্ণায়ক কাৰকসমূহৰ বিষয়ে এটি টোকা

বিশ্বৰ প্ৰতিটো বহুলব্যৱহৃত ভাষাৰ একাধিক কথ্য ৰূপ আছে। সেয়ে হ'লেও তেনে প্ৰতিটো ভাষাৰ মান্য অৰ্থাৎ লিখিত ৰূপ এটাতকৈ অধিক হোৱা অনুচিত। অৱশ্যে ইংৰাজীৰ দৰে বিশ্বব্যাপি ভাষাৰ ক্ষেত্ৰত মূল ৰূপৰ উপৰি আমেৰিকান ইংৰাজী বা কানাডিয়ান ইংৰাজী আদি ৰূপ সেই সেই দেশত গৃহীত তথা স্বীকৃত হৈছে। কিন্তু

একোটা ইংৰাজী ভাষাৰে একাধিক লিখিত ৰূপ মানি লোৱা হৈছে যদিও ভাষাটোৰ আধাৰ-স্বৰূপ গ্ৰন্থ তিনিখনৰদ্বাৰা উক্ত ৰূপসমূহ নিয়ন্ত্ৰিত হৈছে। এইখিনিতে উল্লেখযোগ্য যে প্ৰতিটো উন্নত ভাষাৰ আধাৰ-স্বৰূপ গ্ৰন্থকেইখন হৈছে— ব্যাকৰণ, অভিধান আৰু ব্যৱহাৰবিধি (usage)। অসমীয়া ভাষাৰ ক্ষেত্ৰতো ইয়াৰ মান্য ৰূপটো ৰক্ষা কৰি চলিবলৈ উল্লিখিত তিনিবিধ গ্ৰন্থ অত্যাৱশ্যকীয়। কিন্তু এই পৰ্যন্ত আমাৰ ভাষাত এখন পূৰ্ণাংগ ব্যৱহাৰ-বিধি প্ৰকাশ হৈ নোলোৱাত ভাষাটোৰ ব্যৱহাৰকৰ্তাসকল অনেক অসুবিধাৰ সম্মুখীন হোৱা দেখা গৈছে। তদুপৰি অসমীয়া ভাষাত এটা সমৰূপ (uniform) আখৰ-জোঁটনি প্ৰতিষ্ঠা কৰাটোও এতিয়ালৈকে সম্ভৱপৰ হৈ উঠা নাই। যাৰ ফলত ভাষাটোৰ প্ৰয়োগৰ ক্ষেত্ৰত বিসংগতি বৃদ্ধি হৈছে আৰু সৰ্বস্তৰৰ লেখক ভাষাৰ শুদ্ধি-অশুদ্ধিৰ বিষয়ত সততে বিভ্ৰান্ত হোৱা দেখা গৈছে। অসমীয়া ভাষাৰ লেখকসকলৰ লগতে ভাষাটোকো এনে সংকটৰপৰা উদ্ধাৰ কৰিবৰ অৰ্থে এক সুচিন্তিত কৰ্মব্যৱস্থা গ্ৰহণ কৰাটো জৰুৰী হৈ উঠিছে।

পৃথিৱীৰ প্ৰতিটো উন্নত ভাষাৰ আনুষ্ঠানিক আখৰ-জোঁটনিৰ প্ৰতি সেই ভাষা ব্যৱহাৰকাৰী লোকসকলে আনুগত্য প্ৰকাশ কৰাটো এক স্বীকৃত প্ৰথাত পৰিণত হৈছে। এনে ভাষাসমূহৰ মান্য ৰূপৰ প্ৰয়োগ সৰ্বত্ৰ নিশ্চিত কৰিবলৈ একো একোটা অভিভাৱকস্বৰূপ সংগঠনৰ আৱশ্যক হয়। নিজ নিজ ভাষাৰ ক্ষেত্ৰত কোনটো ৰূপ শুদ্ধ আৰু কোনটো অশুদ্ধ, সেই বিষয়ত চূড়ান্ত মত দিব পৰা কৰ্তৃত্ব উক্ত অভিভাৱকস্বৰূপ সংগঠনৰ ওপৰতে ন্যস্ত হয়। ভাষাটোৰ আধাৰস্বৰূপ গ্ৰন্থ তিনিখন আৰু ইতিমধ্যে নিৰ্ধাৰিত সমৰূপ আখৰ-জোঁটনিৰ ভিত্তিত ভাষাৰ অভিভাৱকস্বৰূপ সংগঠনে আৱশ্যক হয়। নিজ নিজ ভাষাৰ ক্ষেত্ৰত কোনটো ৰূপ শুদ্ধ আৰু কোনটো অশুদ্ধ, সেই বিষয়ত চূড়ান্ত মত দিব পৰা কৰ্তৃত্ব উক্ত অভিভাৱকস্বৰূপ সংগঠনৰ ওপৰতে ন্যস্ত হয়। ভাষাটোৰ আধাৰস্বৰূপ গ্ৰন্থ তিনিখন আৰু ইতিমধ্যে নিৰ্ধাৰিত সমৰূপ আখৰ-জোঁটনিৰ ভিত্তিত ভাষাৰ অভিভাৱকস্বৰূপ সংগঠনে ইয়াৰ মান্য ৰূপৰ অভিভাৱকত্ব কৰাটো সম্ভৱপৰ হয়। কিন্তু যি ভাষাত প্ৰকাশিত অভিধান আৰু ব্যাকৰণসমূহৰ আখৰ-জোঁটনিত ঐক্যমত নাথাকে, তেনে এটা ভাষাত সমৰূপ আখৰ-জোঁটনি প্ৰতিষ্ঠা কৰাটো কেনে দুৰূহ কাৰ্য হ'ব, সেয়া সহজেই অনুমেয়। এনে বিভ্ৰান্তিকৰ পৰিস্থিতিত একোটা ভাষাৰ অভিভাৱকস্বৰূপ সংগঠনৰ মৌলিক কৰ্তব্য হোৱা উচিত— আনুষ্ঠানিকভাৱে স্বীকৃত আখৰ-জোঁটনিৰ প্ৰয়োগ সৰ্বত্ৰ ব্যাধ্যতামূলক কৰাটো। যদি এনে এক জাতীয় কৰ্তব্যৰ ক্ষেত্ৰত অভিভাৱকস্বৰূপ সংগঠনে শিথিলতা প্ৰদৰ্শন কৰে, তেনেহ'লে সেই ভাষাৰ সুসংহত ৰূপ আশা কৰাটোও হৈ উঠে অমূলক।

সৌভাগ্যৰ বিষয় যে অসম সাহিত্য সভাৰ ৰূপত অসমীয়া ভাষাই ইয়াৰ

অভিভাৱকৰূপী সংগঠনটো বিচাৰি পাইছে। এই ক্ষেত্ৰত অসম সাহিত্য সভা অবিসম্বাদী, অৰ্থাৎ ভাষাটোৰ অভিভাৱক হিচাপে সাহিত্য সভাক প্ৰতিজন অসমীয়াভাষী লোকে স্বীকাৰ কৰি লৈছে। ভাষাটোৰ পক্ষে দ্বিতীয়টো সৌভাগ্যসূচক কথা হ'ল— বিগত শতাব্দীৰ সত্তৰৰ দশকৰ আগ ভাগতে ৰাজ্যৰ প্ৰমুখ শিক্ষাসম্বন্ধী প্ৰতিষ্ঠান/ সংগঠনসমূহৰ প্ৰতিনিধিৰ প্ৰত্যক্ষ সহযোগত গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুত সমন্বয় সমিতি নামৰ নিকায়ে মূলতঃ প্ৰাক্স্নাতক আৰু স্নাতক মহলাৰ বাবে অসমীয়া পাঠ্যপুথি প্ৰস্তুতকৰণ নিমিত্তে এক সমৰূপ আখৰ-জোঁটনি যুগুতাই উলিয়াইছিল। বহু পৰিমাণে সংহত এক আনুষ্ঠানিক আখৰ-জোঁটনিৰ ভিত্তিত প্ৰণীত হোৱা হেতু উল্লিখিত কলেজীয়া পাঠ্যপুথিসমূহ ভাষাটোৰ এটি মান্য ৰূপ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত এক বলিষ্ঠ পদক্ষেপ ৰূপে পৰিগণিত হৈছিল। কিন্তু ইমানখিনি অগ্ৰগতি সত্ত্বেও অসমীয়া ভাষাৰ সমৰূপ আখৰ-জোঁটনি প্ৰৱৰ্তনৰ ইতিবাচক প্ৰক্ৰিয়াটোৰ গুৰুত্ব অসমৰ অনেক গণ্য-মান্য প্ৰতিষ্ঠান তথা ব্যক্তিয়ে অনুধাৱন কৰিবলৈ সমৰ্থ নহ'ল। অসম প্ৰকাশন পৰিষদৰ দৰে ৰাজহুৱা প্ৰতিষ্ঠানৰদ্বাৰা প্ৰকাশিত গ্ৰন্থসমূহৰ ক্ষেত্ৰত উক্ত আখৰ-জোঁটনি অনুসৰণ কৰা দেখা নগ'ল। ৰাজ্যৰ বাতৰিকাকত প্ৰকাশক গোষ্ঠীসমূহেও এনে এক গুৰুত্বপূৰ্ণ প্ৰয়াসৰ তাৎপৰ্য উপলব্ধি কৰিবলৈ অপাৰগ হ'ল। তাতকৈয়ো গুৰুতৰ বিপৰ্যয ঘটিল, যেতিয়া অসম প্ৰকাশন পৰিষদৰদ্বাৰা প্ৰকাশিত 'আধুনিক অসমীয়া অভিধান'ত আনুষ্ঠানিক আখৰ-জোঁটনিৰ লগত সংগতি নথকা এক আচহুৱা আখৰ-জোঁটনি দাঙি ধৰা হ'ল। এনেদৰে অসমীয়া ভাষাৰ ক্ষেত্ৰত আনুষ্ঠানিক আখৰ-জোঁটনি এপিনে গ'ল, ব্যক্তি-বিশেষৰদ্বাৰা উদ্ভাৱিত পৰম্পৰাবিৰুদ্ধ আখৰ-জোঁটনিয়ে তাৰ ঠিক বিপৰীত দিশে বাট বুলিলে। এই বিৰোধৰ কুপ্ৰভাৱ ভোগ কৰিলে অসমীয়া ভাষাই আৰু গভীৰ বিভ্ৰান্তিৰ সন্মুখীন হ'ল বিশেষভাৱে অসমীয়া লেখকসকল। উক্ত বিসংগতিৰ পৰ্যৱেক্ষণ কৰি আমি এক দিশ পালোঁ যে আখৰ-জোঁটনিৰ ক্ষেত্ৰত ব্যক্তি-বিশেষৰ মত অনুসৰণ কৰাটো কেতিয়াও নিৰাপদ পদ্ধতি হ'ব নোৱাৰে (সেই ব্যক্তি যিমানেই নমস্য পণ্ডিত নহওক কিয়)। ইয়াৰ বিপৰীতে ভাষাটোৰ অভিভাৱকস্বৰূপ সংগঠনে স্বীকৃতি প্ৰদান কৰা আখৰ-জোঁটনি গ্ৰহণ কৰাটোহে বিশ্বব্যাপী গৃহীত পদ্ধতি ৰূপে পৰিগণিত হৈছে।

অসমীয়া ভাষাৰ অভিভাৱক-স্বৰূপ সংগঠন অসম সাহিত্য সভাই আৰম্ভণিতে গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰদ্বাৰা প্ৰণীত আখৰ-জোঁটনি পদ্ধতিক স্বীকৃতি প্ৰদান কৰিছে যদিও এই আখৰ-জোঁটনিৰ ভিত্তিত সংকলিত প্ৰথম অভিধান 'আধুনিক অসমীয়া শব্দকোষ' ১৯৯১ চনতহে প্ৰকাশ পায়। মন কৰিবলগীয়া যে এই পৰ্যন্ত আনুষ্ঠানিক আখৰ-জোঁটনিৰ লগত সংগতি থকা এইখনেই একমাত্ৰ

অসমীয়া অভিধান। কিন্তু এটা ভাষাৰ আখৰ-জোঁটনি এনে এটা বিষয় নহয়, যাক একেটা বাক্যতে কৈ শেষ কৰিব পাৰি। এখন অভিধানেও আখৰ-জোঁটনিৰ বৈশিষ্ট্যমূলক দিশসমূহ উদাহৰণ হিচাপেহে দাঙি ধৰে, ইবোৰৰ ব্যাখ্যা কৰাটো অভিধানৰ পৰিসৰৰ ভিতৰত ৰখাটো বাধ্যতামূলক নহয়। এনেবোৰ বৈশিষ্ট্যৰ ব্যাখ্যা কৰিবলৈ এখন পৃথক গ্ৰন্থৰ আৱশ্যক হয়। ইয়াকে ভাষাৰ ব্যৱহাৰবিধি (usage) বুলি কোৱা হয়। এটা ভাষাৰ সুসংহত আখৰ-জোঁটনি-পদ্ধতি এটা গঢ়ি তুলিবলৈ হ'লে সেই ভাষাৰ ব্যাকৰণ, অভিধান আৰু ব্যৱহাৰ-বিধিৰ মাজত এক স্বাভাৱিক সংহতি স্থাপন কৰাটো অপৰিহাৰ্য। অসমীয়া ভাষাত প্ৰণালীবদ্ধভাৱে এনে সংহতি স্থাপন কৰাৰ আঁচনি একমাত্ৰ 'ইনষ্টিটিউট অৱ প্ৰুফ ৰীডিং এণ্ড্ এ'ডিটিং' [I.P.R.E.] নামৰ প্ৰতিষ্ঠানেহে প্ৰস্তুত কৰি উলিয়াইছে।

ইনষ্টিটিউট অব্ প্ৰুফ ৰিডিং এণ্ড এডিটিং অসম সাহিত্য সভাৰদ্বাৰা স্বীকৃত এটি শিক্ষাসদী (academic) প্ৰতিষ্ঠান। ইয়াৰ প্ৰথম উদ্দেশ্য হৈছে ৰাজ্যত এচাম অৰ্হতাসম্পন্ন অৰ্হিপাঠক আৰু সম্পাদক তৈয়াৰ কৰি অসমীয়া ভাষাৰ এক সমৰূপ আখৰ-জোঁটনি সৰ্বত্ৰ প্ৰতিষ্ঠা কৰা। তাৰ লগে লগে ৰাজ্যৰ মুদ্ৰণ-উদ্যোগক এক সৌষ্ঠৱ প্ৰদান কৰাৰ উপৰি অব্যৱহৃত হৈ ৰোৱা বিপুল মানৱ-সম্পদৰ একাংশৰ সদ্ব্যৱহাৰ নিশ্চিত কৰা I.P.R.E. ৰ আন দুটা ঘোষিত উদ্দেশ্য।

এইখিনিতে উল্লেখ কৰাটো প্ৰাসংগিক হ'ব যে I.P.R.E.এ যি সমৰূপ আখৰ-জোঁটনি প্ৰতিষ্ঠাৰ পোষকতা কৰি আহিছে, তাৰ মূল আধাৰ গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুত সমন্বয় সমিতিৰদ্বাৰা প্ৰণীত আৰু অসম সাহিত্যা সভাৰদ্বাৰা অনুমোদিত আখৰ-জোঁটনি। অৱশ্যে উক্ত আখৰ-জোঁটনি পদ্ধতিতো অতি সীমিত সংখ্যক সংশোধনীৰ প্ৰয়োজন অনুভূত নোহোৱাকৈ থকা নাই। কিন্তু এনে সংশোধনীসমূহো উপযুক্ত মঞ্চত গৃহীত নোহোৱা পৰ্যন্ত পূৰ্বৰ ৰূপকে মান্যতা প্ৰদান কৰাটো সুবিবেচনাৰ পৰিচায়ক হ'ব। কিয়নো, নীতিগতভাৱে একোটা ভাষাৰ আনুষ্ঠানিক আখৰ-জোঁটনি সংশোধন কৰাৰ কৰ্তৃত্ব ব্যক্তি-বিশেষৰতো নায়েই, I.P.R.E.ৰ দৰে সীমিত পৰিসৰৰ প্ৰতিষ্ঠানৰো এই মুহূৰ্তত নাই। সেয়ে হ'লেও যৌক্তিক সংহতি ৰক্ষাৰ স্বাৰ্থত সম্ভাব্য সংশোধনীৰ পৰামৰ্শ আগ বঢ়োৱাৰ অধিকাৰ প্ৰতিজন ব্যক্তিৰে আছে।

আনুষ্ঠানিক আখৰ-জোঁটনি আৰু এটা ভাষাৰ অভিধান তথা ব্যাকৰণৰ মাজৰ ঘনিষ্ঠ সম্বন্ধৰ বিষয়ে ইতিমধ্যে উল্লেখ কৰা হৈছে। কিন্তু অসমীয়া ভাষাৰ ক্ষেত্ৰত এই সম্বন্ধৰ শিথিলতা সততে অনুভূত হয়। ভাষাৰ পৰিৱৰ্তনশীল চৰিত্ৰটোক স্বীকাৰ কৰি লোৱাৰ অনীহাই এনে হোৱাৰ মূল কাৰণ। উদাহৰণ সহকাৰে ক'বলৈ গ'লে ১৯০০ চনৰ আগে-পাছে মুদ্ৰণ সম্পূৰ্ণ হোৱা হেমকোষৰ প্ৰথম সংস্কৰণটো ২০০০ চনৰ

অসমীয়া ভাষাৰ দৰ্পণস্বৰূপ হোৱাটো তেনেই অসম্ভৱ কথা। উক্ত শতিকাজোৰা কালছোৱাত ভাষাটোৰ যি পৰিৱৰ্তন সাধিত হৈছে, তাক হেমকোষৰ পৰৱৰ্তী সংস্কৰণসমূহৰ সম্পাদকসকলে যথোচিত গুৰুত্ব প্ৰদান কৰা পৰিলক্ষিত হোৱা নাই। ইয়াৰ বিপৰীতে প্ৰাতিষ্ঠানিক প্ৰচেষ্টাৰে প্ৰকাশিত চন্দ্ৰকান্ত অভিধানৰ প্ৰথম আৰু দ্বিতীয় সংস্কৰণ দুটাত সমকালীন অসমীয়া ভাষাৰ ৰূপ লিপিবদ্ধ হোৱাৰ লক্ষণ ফুটি উঠিছিল। প্ৰকৃতপক্ষে চন্দ্ৰকান্ত অভিধানৰ দ্বিতীয় সংস্কৰণক আধাৰ ৰূপে লৈয়েই সত্তৰৰ দশকৰ প্ৰথম ভাগত আৰম্ভ হোৱা আনুষ্ঠানিক আখৰ-জোঁটনি প্ৰণয়নৰ দ্বিতীয় বলিষ্ঠ প্ৰক্ৰিয়াটোৰ সূচনা হৈছিল। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে চন্দ্ৰকান্ত অভিধানৰ তৃতীয় সংস্কৰণ প্ৰণয়নৰ বেলিকা ইয়াৰ সম্পাদনাৰ নীতি আনুষ্ঠানিক আখৰ-জোঁটনিৰপৰা বহুদূৰ আঁতৰি গ'ল। ইয়াৰ ফলতে অসমীয়া ভাষাত এক সমৰূপ আখৰ-জোঁটনি প্ৰতিষ্ঠা কৰাৰ প্ৰক্ৰিয়াটো উদ্বেগজনকভাৱে ক্ষতিগ্ৰস্ত হৈছিল।

অসমীয়া ভাষাৰ ব্যাকৰণসমূহৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। সত্যনাথ বৰাৰ দ্বাৰা প্ৰণীত বহল ব্যাকৰণৰ সময়ৰপৰা আমাৰ ভাষাটো বহুদূৰ আগুৱাই আহিল। সমকালীন অসমীয়া ভাষাৰ অনেক বৈশিষ্ট্য বহল ব্যাকৰণে সামৰি লোৱা নাই বা লোৱাটো তাত্ত্বিকভাৱেই অসম্ভৱ। ভাষাতত্ত্বই বা ভাষাবিজ্ঞানে স্বীকাৰ কৰি লোৱা এইখিনি কথাকে অসমৰ মানুহে অজ্ঞাত কাৰণত মানি ল'ব নোৱৰাৰ ফলতো অসমীয়া ভাষাৰ স্বাভাৱিক পৰিৱৰ্তনখিনিক সংজ্ঞাবদ্ধ ৰূপ দিয়াটো কঠিন বিষয় হৈ পৰিছে।

হেমকোষ আৰু বহল ব্যাকৰণে যে অসমীয়া ভাষাক এক সুদৃঢ় ভিত্তি প্ৰদান কৰি গৈছে, সেই সত্যটো মানি লৈয়ো ভাষাটোৰ ওপৰত পৰা আন কেইবাটাও অৰ্বাচীন কাৰকৰ প্ৰভাৱ স্বীকাৰ কৰিবলৈ আমি আটায়ে বাধ্য। এনে ধৰণৰ কেইটামান কাৰক হৈছে---(১) পাৰিভাষিক শব্দাৱলীৰ সংযোজন (২) বিদেশী শব্দৰ লিপ্যন্তৰণ (৩) সাংবাদিকতাৰ প্ৰসাৰ আৰু (৪) আনুষ্ঠানিক সিদ্ধান্ত-গ্ৰহণ-প্ৰক্ৰিয়াৰ সূচনা। তদুপৰি একোটা ভাষাৰ শব্দসমূহৰ বৰ্ণবিন্যাস নিৰ্ধাৰণ কৰা কাৰকসমূহৰ ক্ষেত্ৰত এক পৰিৱৰ্তন লক্ষণীয় হৈ উঠিছে। হেমচন্দ্ৰ বৰুৱাই এনে কাৰকসমূহৰ বিষয়ে ক'বলৈ গৈ ব্যুৎপত্তি আৰু উচ্চাৰণৰ লগতে বিজ্ঞজনে গ্ৰহণ কৰা আখৰ-জোঁটনিকো আন এক নিৰ্ণায়ক কাৰকৰূপে ঘোষণা কৰি গৈছে। কিন্তু আজিৰ বিবেচনাৰে তথাকথিত বিজ্ঞজনৰ আখৰ-জোঁটনি কেনে বিপজ্জনক হৈ উঠিব পাৰে, সেই কথা ওপৰত বৰ্ণাই অহা হৈছে। কিয়নো 'বিজ্ঞজন'ৰ কোনো স্পষ্ট সংজ্ঞা নাই আৰু একাধিক বিজ্ঞ ব্যক্তিয়ে অনুসৰণ কৰা দুই বা ততোধিক আখৰ-জোঁটনিৰ মাজত সংঘাত উপস্থিত হ'লে কি পন্থা অৱলম্বন কৰা হ'ব, তাৰ নিৰ্দেশ হেমচন্দ্ৰ বৰুৱাই দি যোৱা নাই। এতেকে সাম্প্ৰতিক কালত 'বিজ্ঞজন'ৰ স্থান প্ৰদান কৰা উচিত 'আনুষ্ঠানিক সিদ্ধান্ত' নামৰ এক অৰ্বাচীন কাৰকক। যেতিয়া কোনো বিষয়ত সংঘাত অথবা বিৰোধ উপস্থিত

হ'ব, তেতিয়াই ভাষাৰ অভিভাৱকস্বৰূপ প্ৰতিষ্ঠানে গঠন কৰি দিয়া বিশেষজ্ঞমণ্ডলীয়েহে সকলো দিশ চালি-জাৰি চাই এক সমাধান উদ্ভাৱন কৰি উলিয়াব। ইয়েই হ'ব উক্ত বিষয়ৰ সন্দৰ্ভত অবিসম্বাদী সিদ্ধান্ত। আখৰ-জোঁটনিৰ বিবাদ দূৰীকৰণৰ এইটোৱেই বৰ্তমান যুগত বিশ্বৰ সৰ্বত্ৰ গৃহীত নীতি। হেমচন্দ্ৰ বৰুৱাই পোষকতা কৰা আৰ্ষ প্ৰয়োগৰ ৰীতি সমকালীন ভাষাতাত্ত্বিক ক্ষেত্ৰত প্ৰায় অচল। ইংৰাজী ভাষাতো শ্বেক্সপীয়েৰৰ অননুকৰণীয় ৰচনা-ৰীতিক আধুনিক ইংৰাজী ভাষাৰ ৰূপ নিৰ্ধাৰণকাৰী কাৰক হিচাপে গ্ৰহণ কৰা হোৱা নাই। অৱশ্যে শব্দৰ আখৰ-জোঁটনি নিৰ্ধাৰণৰ বেলিকা সুদীৰ্ঘ পৰম্পৰাও অন্যতম কাৰক ৰূপে স্বীকৃত হৈছে। চাবলৈ গ'লে এই পৰম্পৰা আন একো নহয় --- ই একোটা ভাষাৰ অভিধানসমূহৰ সাধাৰণ ঐকমত্য (general consessus)।

(সুমন্ত চলিহা)

(ঞ)

## আপুনিও হ'ব পাৰে এজন সাংবাদিক

কেৱল সাংবাদিক অৰ্থাৎ বাতৰিকাকতৰ সৈতে প্ৰত্যক্ষ বা পৰোক্ষভাবে জড়িত সকলেই যে সংবাদ যোগান বা পৰিৱেশন কৰিব পাৰে এনে নহয়। আপোনাৰ এলেকা বা আপোনাৰ চকুত আগত ঘটা ঘটনাৰ বিষয়ে, সংবাদ-ৰীতিৰ সৈতে সংগতি ৰাখি কাগজৰ এপিঠিত, শাৰীৰ মাজত নিৰ্দিষ্ট ব্যৱধান ৰাখি পৰিপাটিকৈ সম্পাদকলৈ সম্বোধন কৰি এখন চিঠিৰে সৈতে সংবাদ পঠিয়াব পাৰে। বৰ্তমান অসমৰপৰা অসমীয়া, ইংৰাজী, হিন্দী, বঙালী ভাষাত প্ৰায় ২০ খন দৈনিক কাকতৰ উপৰিও সাপ্তাহিক, পষেকীয়া, মাহেকীয়া কাকত আলোচনী প্ৰকাশ পাই আহিছে। এইবিলাকৰ সৈতে যোগাযোগ কৰি আপুনি এজন সাংবাদিক হ'ব পাৰে।

প্ৰথমে আপুনি কোনো এখন কাকতৰ 'স্থানীয় সাংবাদিক' হিচাপে এই কাম আৰম্ভ কৰিব পাৰে। নতুবা নিজাববীয়াকৈ বা মুক্তভাৱে এনে এক বৃত্তি গ্ৰহণ কৰিব পাৰে। সাংবাদিকতা বৃত্তিৰ বাবে ব্যক্তিগৰাকী পৰ্যাপ্ত শিক্ষাগত অৰ্হতা, দক্ষতা থকাৰ উপৰিও থাকিব লাগে সততা। একোটা অঞ্চলত ভালেমান অভাৱ-অভিযোগ বা সমস্যা থাকে। এইবোৰৰ বিষয়ে তথ্যভিত্তিক বিশ্লেষণেৰে সৈতে সংবাদপত্ৰলৈ লেখনী পঠালে গুৰুত্ব বুজিলে বা প্ৰকাশৰ উপযোগী হ'লে প্ৰকাশ কৰিবই। প্ৰথমে নিজকে প্ৰতিষ্ঠা কৰিবলৈ হ'লে কিছু ত্যাগ কৰিব লাগিব। অৰ্থাৎ বিনা পাৰিশ্ৰমিকেৰে এই কাম নিয়াৰিকৈ কৰিবলৈ সাজু থাকিব লাগিব। এনেদৰে কিছুমান কাম কৰাৰ পিছত যি অভিজ্ঞতা আৰু অৰ্হতা লাভ কৰিব সেয়াই হ'ব এই বৃত্তিৰ ভৱিষ্যত নিৰ্মাণৰ আধাৰস্বৰূপ। এয়া কৰাৰ উপৰি বিভিন্ন বিষয়ৰ

ওপৰত আলোচনা কৰি কোনো প্ৰবন্ধ বা সম্পাদকলৈ চিঠি লিখি আপোনাৰ লেখাৰ পৰিচয় সংবাদ জগতত প্ৰকাশ পালে নিজকে সেই দিশত প্ৰতিষ্ঠা কৰাত সুবিধা হয়।

যিসকলৰ ইংৰাজী, বঙালী বা হিন্দী ভাষাত লিখাৰ দক্ষতা থাকে তেওঁলোকে অসমৰ বিভিন্ন ক্ষেত্ৰৰ বা-বাতৰি, সমস্যাৱলী আদিৰ বিষয়ে লিখি অসমৰ বাহিৰৰ কাকতলৈও পঠিয়াব পাৰে। উপযুক্ত, অৰ্হতাসম্পন্ন সাংবাদিকক অসমৰ বাহিৰৰ কাকত, সংবাদ-সংস্থাই স্থানীয় বা বিশেষ সংবাদদাতা হিচাপে নিযুক্তি দিয়ে। এনে কাকতবোৰে ইয়াৰ বিনিময়ত সমুচিত মাননি দিয়ে। অন্যহাতে সাংবাদিকতা বৃত্তিত কেৱল এটা বিষয়ৰ ওপৰতেই লিখি সীমাবদ্ধ থাকিব লাগিব সেয়া নহয়। কাৰণ ইয়াৰ উপৰি খেল সংবাদ, সাধাৰণ সংবাদ, ৰাজনৈতিক বিষয়, সাংস্কৃতিক সংবাদ আদিৰ ওপৰতো নিজস্ব লেখনী আগবঢ়াই এই বৃত্তিত সেৱা আগবঢ়াব পাৰি। আজিকালি এনেবোৰ লেখাৰ পৰা সমুচিত মাননি দিয়াৰ ব্যৱস্থা আছে।

এনে কামৰ প্ৰতি যিসকল আগ্ৰহী তেওঁলোকৰ দেশ-বিদেশৰ সমসাময়িক ঘটনাৱলীৰ ওপৰত সম্যক ধাৰণা তথা অধ্যয়নশীল হ'ব লাগিব। যি বিষয়ৰ ওপৰত সাম্যক ধাৰণা থকাৰ উপৰি তথা অধ্যয়নশীল হ'ব লাগিব। যি বিষয়ৰ ওপৰত লিখিব সেই বিষয়ে নিখুঁত তথ্য-পাতি, তাৰ পটভূমি আৰু ভৱিষ্যত সম্পৰ্কে কিছু জ্ঞান থকাৰ লগতে প্ৰয়োজন সাপেক্ষে ইয়াক জনাব পাৰিব লাগিব। অৱশ্যে যিকোনো বিষয়ৰ লেখনী আগবঢ়োৱাৰ ক্ষেত্ৰত কিছু কথা লক্ষ্য কৰিব লাগিব। ক্ষতিকাৰক বিতৰ্ক থকা বিষয়, সমাজ, গোষ্ঠী, সম্প্ৰদায় তথা ধৰ্মীয় অনুভূতিক আঘাত কৰা, ইচ্ছাকৃতভাৱে মিছা ৰূপত মানহানি, অতিৰঞ্জন বা মনেসজা ঘটনা, ঘটনাস্থলীলৈ নোযোৱাকৈ সংবাদ পৰিৱেশন কৰা আদি সাংবাদিকতাৰ পৰিপন্থী কাম-কাজৰপৰা আঁতৰি থাকে, এনে কামত নিয়োজিত হোৱাৰ বাবে কাম কৰিব লাগে, নহ'লে এই বৃত্তিলৈ আগ বঢ়াই ভাল।

সংবাদপত্ৰ এখন সমাজ তথা এখন দেশৰ প্ৰতিবিম্ব স্বৰূপ। দেশ-বিদেশৰ ঘটনা প্ৰৱাহ, যিবিলাকে জনসাধাৰণ আৰু পাঠক-সমাজক আকৰ্ষিত কৰি ৰাখে সেয়াকে প্ৰকাশ কৰা হয়। এই বৃত্তি বৰ্তমান সংবাদপত্ৰকে মুখ্য কৰি বিভিন্ন মাধ্যমৰ যোগেদি পৰিৱেশিত হয়। অন্যান্য মাধ্যম হৈছে ৰেডিঅ', টেলিভিছন আৰু তথ্যচিত্ৰ আদি। তথ্য-প্ৰযুক্তিৰ বিকাশৰ লগে লগে এই মাধ্যমবোৰলৈ ব্যাপক পৰিৱৰ্তন আৰু প্ৰসাৰতা আহিছে। আনহাতে বিভিন্ন ক্ষেত্ৰত বিভিন্ন ধৰণৰ কামৰ ভাগ অনুসৰি সাংবাদিকতাৰো নতুন নতুন ক্ষেত্ৰলৈ সম্প্ৰসাৰিত হৈছে। ফটো জাৰ্নেলিষ্ট, ফেছন জাৰ্নেলিষ্ট, এগ্ৰিকালচাৰ জৰ্নেলিষ্ট আদি বিষয়ৰ সাংবাদিকৰ কাম কৰাৰ পথ ওলাই আহিছে আৰু সেইমতে ই জনপ্ৰিয়তা লাভ কৰিছে।

(স.স.)

## (ট)

## ড° ভবেন্দ্ৰনাথ শইকীয়াৰ 'শেষপৃষ্ঠা'ৰ নিৰ্বাচিত অংশ

**দুঃসংবাদ**

ৰাইজৰ বাবে ক্ষতিকৰ দুঃসংবাদ এটা প্ৰচাৰ হ'লে ৰাইজে দুখ পাব লাগে। কিন্তু বৰ্তমানে দেশখনৰ বহুসংখ্যক লোকৰ দেশপ্ৰেম আৰু সাংস্কৃতিক মানসিকতা এনে এক তৰল পৰ্যায়ত আছে যে ক্ষতিকৰ দুঃসংবাদকো তেখেতসকলে মুখৰোচক চৰ্চাৰ উপাদান হিচাপে গ্ৰহণ কৰে। সেই কাৰণে, প্ৰচাৰ-মাধ্যমৰ বহু-চৰ্চিত দায়ি-দায়িত্বসমূহৰ লগতে এনে এটা প্ৰচেষ্টা সদায় থাকিব লাগে যাতে সেইসকল লোকৰ সেই মানসিকতাক অযথা উৎসাহিত কৰা নহয়; বৰঞ্চ তেখেতসকলৰ ৰুচিক যাতে ধীৰে-ধীৰে সুৰুচিলৈ পৰিৱৰ্তিত কৰিৰ্ব পৰা যায়...।

"ভুল বাতৰি ওলাইছে যদি এটা প্ৰতিবাদ-টোকা প্ৰকাশৰ বাবে পঠাই দিয়া। এখন সাংবাদিক মেল পাতা।"--- এনে ধৰণৰ ঘটনাত এইটোৱেই 'ফৰ্মুলা।' 'কিন্তু আমাৰ প্ৰশ্নটো হৈছে--- কি কাৰণত আমি এই ফৰ্মুলাত ব্যস্ত হ'ব লাগে ?' আমাৰ মানসিকতা, চিন্তা, দৃষ্টিভংগী, কাৰ্যপন্থা, দেশপ্ৰেম আদিৰ লগত এই প্ৰশ্নটো জড়িত হৈ আছে। সেইটোহে মূল কথা। এটা দুঃসংবাদ লৈ আমাৰ মানুহে যিমান আলোচনা কৰে, তাৰ শুধৰণী সংবাদটো লৈ সিমান কৰেনে ? ১২/১২/৮৭

**কল্যাণকামী সংবাদসেৱা**

ৰাজনৈতিক নেতাসকলে, বিশেষকৈ ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰৰ মুধাফুটা লোকসকলে সভাই-সমিতিয়ে দিয়ে বক্তৃতা, লিখি পঠোৱা বাণী আদিৰ এনে কিছুমান বাক্য কাকতত গুৰুত্বসহকাৰে প্ৰচাৰ কৰা হয়--- যিবোৰৰ কোনো বিশেষত্ব বা নতুনত্ব নাই। সেইবোৰ কথা সৌ ভিতৰুৱা গাঁও অঞ্চলৰ সৰু সৰু সভাত সেই গাঁৱৰে বক্তা এজনেও কয়; বাটে-ঘাটে সাধাৰণভাৱে চিন্তা কৰিব পৰা মানুহেও কয়। সেই কাৰণে সেইবোৰ কথাই পাছত সৰ্বসাধাৰণৰ মাজত আলোচনা-বিলোচনা-প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে। "ৰাষ্ট্ৰ উন্নয়নৰ কাৰণে কৃষকসকলৰ উন্নয়ন অপৰিহাৰ্য"--- অমুক । এই অমুক যদি "ৰাষ্ট্ৰপতি বা প্ৰধানমন্ত্ৰী হয়, তেনেহ'লে বাক্যটো বাতৰিকাকতৰ হেডলাইন হৈ যাব পাৰে; কিন্তু বাক্যটো দেশখনৰ হাজাৰ-হাজাৰ মানুহে কৈয়েই থাকে। এনে অৱস্থা হোৱাৰ ফলতে বহু বাণী, বহু হেডলাইন, বহু বক্তব্য গুৰুত্বহীন হৈ পৰিছে। অন্ততঃ বুদ্ধি-বৃত্তি থকা বহু লোকে--- "ক'ব লাগে কৈছে, ছপাব লাগে ছপাইছে"--- এনে এক নিৰাসক্ত, নিৰ্বিকাৰ ভাবেৰে সেইবোৰ একাষৰীয়াকৈ থৈছে। এনে অৱস্থাৰ ফলতে গুৰুত্ব পাবলগীয়া কিছুমান কথা গুৰুত্ব নোপোৱাৰ অসুবিধাত পৰিছে।

... চিন্তা কৰিলে এটা ডাঙৰ বিষয়ৰ মুখামুখি হ'ব লাগে। বিষয়টো হ'ল--- প্ৰচাৰ মাধ্যমৰ নিৰ্ভৰযোগ্যতা, বিশ্বাসযোগ্যতা, ক্ৰেডিবিলিটি বহু হাজাৰ শ্ৰোতাই শুনা এটা গীত দহজন সমালোচকক সমালোচনা কৰিবলৈ দিয়া হওক, আৰু তেওঁলোকে লিখা সমালোচনাৰ কথাখিনি সেই হাজাৰ-হাজাৰ লোকক পঢ়িবলৈ দিয়া হওক। সেই দহজনৰ কথাৰ মাজত কিছুমান মিল থাকিব পাৰে, নাথাকিবও পাৰে। হাজাৰ-হাজাৰ শ্ৰোতাৰ কিছুমানৰ লগত তেওঁলোকৰ কাৰোবাৰ কথা মিলিব, কিছুমান কথা অইন কাৰোবাৰ লগত মিলিব। সময় যোৱাৰ লগে লগে কোনোবা এজন সমালোচকৰ মন্তব্য-বক্তব্য অধিকাংশ ছিৰিয়াছ, সুৰুচিসম্পন্ন শ্ৰোতাৰ গ্ৰহণযোগ্য হৈ আহিব, আৰু তেৱেঁই এজন নিৰ্ভৰযোগ্য সমালোচক হিচাপে স্বীকৃতি লভিব। এইটো এটা বৰ গুৰুত্বপূৰ্ণ প্ৰক্ৰিয়া। এই প্ৰক্ৰিয়াৰ মাজেৰে এজন নিৰ্ভৰযোগ্য সমালোচক হ'ব পৰাটো বৰ কৃতিত্বৰ কথা। কালক্ৰমত তেওঁৰ কথাৰ ওপৰত মানুহে গুৰুত্ব দিয়ে। আনকি তেওঁৰ মতামতে সৰ্বসাধাৰণৰ মতামতক শুদ্ধভাৱে প্ৰভাৱিতও কৰে। ইয়াৰ বিপৰীত প্ৰক্ৰিয়াটো হ'ল---মতামত ব্যক্ত কৰি গৈ থকাৰ লগে লগে বহু সমালোচক সৰু হৈ গৈ থাকে। তেওঁৰ মতামতক মানুহে গুৰুত্ব নিদিয়া হয়, শ্ৰদ্ধা নকৰা হয়। মানুহে তেওঁৰ বিচাৰ-বুদ্ধি, প্ৰতিভা, জ্ঞান আৰু সততাক সন্দেহ কৰে, অগ্ৰাহ্য কৰে, অমান্য কৰে। তেওঁৰ কলম—যদি জীয়াই থাকে–ক্ৰেডিবিলিটি নোহোৱা কলম হিচাপে জীয়াই থাকে।

কিন্তু যেতিয়া হাজাৰ-হাজাৰ মানুহক তেওঁলোকে নুশুনা, নেদেখা কিবা এটাৰ বিষয়ে খবৰ দিবলগীয়া হয়। তেতিয়া অৱস্থাটো অধিক গুৰুত্বপূৰ্ণ হয়. এফালৰপৰা চাবলৈ গ'লে এই অৱস্থাটো অধিক গুৰুত্বপূৰ্ণ হয়। এফালৰপৰা চাবলৈ হ'লে এই কামটো স্কুলীয়া ল'ৰা-ছোৱালীৰ কাৰণে পাঠ্যপুথি ৰচনা আৰু বিতৰণ কৰাৰ সমানেই গুৰুত্বপূৰ্ণ । এই কামটোৰো মূল উদ্দেশ্য শুদ্ধ তথ্য-পাতি, শুদ্ধ সংবাদেৰে জনসাধাৰণক সচেতন, শিক্ষিত আৰু জ্ঞানী কৰা। এই প্ৰক্ৰিয়াটোত একোজন সাংবাদিকৰ, একোজন সম্পাদকৰ, একোখন কাকত-আলোচনীৰ বিশ্বাসযোগ্যতা আৰু নিৰ্ভৰযোগ্যতাৰ প্ৰতিষ্ঠা, বৃদ্ধি, মৃত্যু—যিকোনো এটা হ'ব পাৰে; আৰু তাতোকৈ ডাঙৰ কথা---তেওঁলোকৰ বা কাকতখনৰ দেশ আৰু ৰাইজৰ মংগলৰ ক্ষেত্ৰত প্ৰকৃত দৃষ্টিভংগী কি, সেইটোও ধীৰে-ধীৰে জনমানসত পৰিস্ফুট হয়। একোটা অস্বাস্থ্যকৰ সংবাদ প্ৰকাশিত হোৱাৰ পাছত মামলা-মোকৰ্দমা কৰি আহত পক্ষই আইনগত জয়লাভ কৰাটো সৰু কথা, কিন্তু সেই সংবাদটোৱে যে ইতিমধ্যে হাজাৰ-হাজাৰ মানুহৰ মানসিক স্বাস্থ্য নষ্ট কৰিলেই, সেইটোহে ডাঙৰ কথা।

বৰ্তমান সময়ৰ অসমৰ ৰাজনীতি আৰু সমাজনীতিত (গতিকে ৰাইজৰ মাজত) এক হতাশাময় দুৰ্যোগৰ সৃষ্টি হৈছে । এইখিনি সময়ত কেনেকুৱা চৰিত্ৰৰ সংবাদৰ

ওপৰত গুৰুত্ব দি ৰাইজৰ সেৱা কৰিলে ৰাইজৰ, জাতিটোৰ, ৰাজ্যখনৰ আটাইতকৈ বেছি লাভ হ'ব, আটাইতকৈ কম ক্ষতি হ'ব, সেইটো বৰ সাৱধানে বিচাৰ কৰিবলগীয়া হৈছে। ২৬/১২/৮৮

**যুৱক লেখক, যুৱক পাঠক**

মাতৃভাষাৰ বাহিৰে অন্যান্য ভাষা আয়ত্ত কৰি সেইবোৰ ভাষাৰ কিতাপ-আলোচনীৰ গধুৰ বিষয়বোৰ অধ্যয়ন কৰিব পৰাটো ভাল ঘটনা; কিন্তু যদি ভাষা আয়ত্ত কৰাৰ ক্ষেত্ৰত দেখা দিয়া দুৰ্বলতাৰ বাবে সেই ঘটনাটো নঘটে ? এই সম্ভাৱনাটো স্বীকাৰ কৰি ল'লে আমাৰ সমুখত অৱলম্বন হিচাপে থাকে অসমীয়া কিতাপ-আলোচনী।

অসমীয়া কিতাপ-আলোচনীৰ ক্ষেত্ৰতো, গধুৰ বিষয়বস্তুৰ দিশৰপৰা দুৰ্বলতা আছে; কিন্তু তাতোকৈ ডাঙৰ প্ৰশ্নটো হৈছে— বৰ্তমানৰ যুৱক-যুৱতীসকলৰ পঢ়াৰ অভ্যাসটো কেনেকুৱা ? দেখা যায়,--- সাধাৰণতে এওঁলোকৰ দৈনিক বাতৰি-কাকত আৰু আলোচনীবোৰৰ লগত সম্পৰ্ক বেছি। যদি সেয়ে হয়, তেনেহ'লে ক'ব পাৰি — বৰ্তমানৰ যুৱক- যুৱতী চামক, অৰ্থাৎ এটা পুৰুষক, অৰ্থাৎ জাতিটোৰ ভৱিষ্যতৰ এটা অংশক বৰ্তমানৰ অসমীয়া বাতৰিকাকত আৰু আলোচনীবোৰে প্ৰভূত পৰিমাণে প্ৰভাৱান্বিত কৰিব। এই প্ৰভাৱটো কেনেকৈ সুফলদায়ক কৰিব পাৰি, সেইটো এটা গুৰুত্বপূৰ্ণ বিষয়।

বৰ্তমানে অসমীয়া ভাষাত কেইবাখনো নতুন বাতৰিকাকত আৰু আলোচনীৰ জন্ম হৈছে। অহা কিছুদিনৰ ভিতৰত আৰু কেইখনমান প্ৰকাশ কৰাৰ প্ৰস্তুতি চলিছে। এই কাকত- আলোচনীসমূহৰ গুৰি যেয়েই নধৰক, এটা কথা ঠিক যে এইবোৰৰ লগত কৰ্মী আৰু সংবাদসেৱী হিচাপে যথেষ্ট সংখ্যক যুৱক-যুৱতীয়েই জড়িত হ'ব। অৰ্থাৎ, বৰ্তমানৰ যুৱক-যুৱতীসকলক পঢ়া আৰু চিন্তা কৰাৰ সমল যোগান দিয়াৰ দায়িত্বও ঘাইকৈ এচাম যুৱক-যুৱতীৰ হাততে ন্যস্ত হ'ব। ১৯৮৯ চনৰ বছৰটোত মুঠতে কিমান যুৱক-যুৱতীয়ে এই দায়িত্ব বহন কৰিবলৈ ল'ব, সেই সংখ্যাটো অসমৰ কাকত-আলোচনীৰ ইতিহাসৰ কাৰণে উল্লেখযোগ্য হোৱাৰ সম্ভাৱনা আছে।

বিশ্ববিদ্যালয়ৰ সংবাদসেৱা বিভাগত শিক্ষা, অভিজ্ঞ সংবাদসেৱীসকলৰপৰা পোৱা শিক্ষা, ব্যক্তিগত উদ্যমৰ ফলত লাভ কৰা জ্ঞান;—এইবোৰৰ জৰিয়তেই আজি এচাম যুৱক-যুৱতীয়ে নিজকে কাকত-আলোচনীৰ, অৰ্থাৎ জাতিটোৰ সেৱাত আত্মনিয়োগ কৰিব পৰাৰ আত্মবিশ্বাস অৰ্জন কৰিছে। যিবোৰ গুণ আৰু দক্ষতাই এজন কৰ্মীক এখন মানসম্পন্ন কাকতৰ অংশ কৰি তোলে, বা কৰ্মীজনৰ যিবোৰ গুণ আৰু দক্ষতাই কাকতখনক মানসম্পন্ন কৰি তোলে, সেইবোৰ গুণ আৰু দক্ষতাক

আৰম্ভণিতে কেৱল আত্মবিশ্বাসেই সামৰিব নোৱাৰিব পাৰে; কিন্তু যিহেতু ৰাজ্যখনত ইমান সংখ্যক গুণী আৰু দক্ষতাসম্পন্ন সংবাদসেৱী প্ৰস্তুত হৈ থকা নাছিল, গতিকে এওঁলোকেই এতিয়া নিষ্ঠা, সততা আৰু পৰিশ্ৰমেৰে লাহে-লাহে সেই গুণ আৰু দক্ষতাৰ অধিকাৰী হ'বলৈ চেষ্টা কৰিব লাগিব।

বৰ্তমানে অসমৰ বজাৰলৈ অহা অন্য ভাষাৰ কিছুমান কাকত-আলোচনীৰ লগত অসমীয়া কাকত-আলোচনীৰ তুলনা কৰাত বহুতো অসুবিধা আছে। আজি ডিব্ৰুগড়ত এটা ঘটনা ঘটিল; কেইঘণ্টামানৰ ভিতৰতে গুৱাহাটীৰ এখন কাকতৰ লেখক কেমেৰামেন আদি ঘটনাস্থলীত উপস্থিত হ'লগৈ; অক্লান্ত পৰিশ্ৰম কৰি, সংশ্লিষ্ট সকলোৰে লগতে কথা পাতি সমাজ আৰু সত্যৰ প্ৰতি দৃষ্টি ৰাখি তেওঁ ঘটনাটোৰ কথা সবিস্তাৰে লিখি উলিয়াই কাকতখনত অনতিপলমে প্ৰকাশ কৰিলে; — এইবিলাক কামৰ বাবে ভালেমান বস্তুৰ প্ৰয়োজন; — যেনে— টকা-পইচা, গাড়ী, কৰ্মীজনৰ গুণ, দক্ষতা আদি। কিন্তু টকা-পইচা-গাড়ী আদিৰ অভাৱতকৈ যদি কৰ্মীজনৰ গুণ আৰু দক্ষতাৰহে অভাৱ হয়, তেতিয়া আমি গুৱাহাটীৰ মানুহে গুৱাহাটীৰে ঘটনা দিল্লীৰপৰা ওলোৱা কাকত-আলোচনীত কেতিয়াবা বেছি ভালকৈ পঢ়িবলৈ পাওঁ।

হাজাৰ-হাজাৰ যুৱক যুৱতীক কি পঢ়িবলৈ দিব, কেনেকৈ তেওঁলোকক এক শুভ ভৱিষ্যত গঢ়াৰ অংশীদাৰ কৰি তুলিব, এই চিন্তা এই নতুন কৰ্মীসকলৰ বাবে প্ৰধান চিন্তা হোৱা উচিত। এই চিন্তা অনুসৰি কাম কৰিবলৈ হ'লে তেওঁলোকৰ নিজৰে এটা প্ৰধান কাম হ'ব--- অধ্যয়ন। এক অধ্যয়নপুষ্ট সুন্দৰ, সংস্কৃত মনেৰেহে তেওঁলোকে আনলৈ পঢ়িব লগা বস্তু আগুৱাই দিব পাৰিব। যুৱ নেতাৰ ভুলতকৈ যুৱ লেখক, যুৱ সাংবাদিকৰ ভুল বেছি ক্ষতিকৰ হ'ব। ২৪/২/৮৯

**সততাৰ আদালত**

ৰাজনৈতিক দলবোৰে পৰস্পৰক সমালোচনা কৰি কোৱা কথাবোৰ আমি ঘাইকৈ কাকত-আলোচনীতে পঢ়িবলৈ পাওঁ। এই কাকত আলোচনীবোৰো গণতন্ত্ৰৰ অতি গুৰুত্বপূৰ্ণ উপাদান। এইবোৰৰ স্বাধীনতা বা মুক্ত অৱস্থাৰ ওপৰত বাহিৰা শক্তিয়ে হাত দিয়া ব্যৱস্থাৰ ঘোৰ বিৰোধিতা কৰা হয়; আৰু তেনে কৰাৰ যুক্তি আছে। কিন্তু লক্ষ্য কৰিবলগীয়া কথা, ৰাজনৈতিক দলবোৰৰ ইটোৱে সিটোক সমালোচনা কৰাৰ নিচিনাকৈ কাকত-আলোচনীৰ ইখনে-সিখনক সমালোচনা নকৰে। ভিতৰি-ভিতৰি মতৰ অমিল থাকিলেও, এখন কাকতে আন এখনক মুকলিভাৱে সমালোচনা নকৰে, আক্ৰমণ নকৰে। কাকতসমূহৰ স্বাধীনতাত হাত দিয়া নহয়, তেওঁলোকে নিজৰ ভিতৰতো ৰাজহুৱাভাৱে পৰস্পৰক সমালোচনা নকৰে--- এনে অৱস্থাত মনলৈ প্ৰশ্ন আহে--- জনসাধাৰণক, চৰকাৰক, ৰাজনৈতিক দলক নিয়ন্ত্ৰণ কৰা এই অতি

প্ৰয়োজনীয়, অতি শক্তিশালী উপাদানটোক নিয়ন্ত্ৰণ কৰে কোনে? আদালতক যেনেকৈ ৰাষ্ট্ৰীয়, সামাজিক বা ব্যক্তিগত জীৱনৰ শেষ অৱলম্বন হিচাপে গ্ৰহণ কৰাত অসুবিধা আছে, প্ৰেছ কাউন্সিলৰ নিচিনা প্ৰতিষ্ঠানসমূহকো সংবাদ জগতৰ ন্যায়ৰ বাবে শেষ অৱলম্বন হিচাপে গ্ৰহণ কৰাত অসুবিধা আছে। গতিকে, সভ্যতা, সংস্কৃতি, জ্ঞান, সততা আদিৰ আশ্ৰয়ত, আদালতৰ আশ্ৰয় নোলোৱাকৈ নিৰ্ভীকভাৱে, শান্তিৰে জীৱন যাপন কৰিব পৰাটো মানুহৰ বাবে যেনেকৈ শ্ৰেয়, কাকত-আলোচনীৰ বাবেও সেইবোৰৰ আশ্ৰয়ত,"প্ৰেছ-আদালত"ৰ বাহিৰত নিৰ্ভীকভাৱে শান্তিৰে থাকিব পৰাটো শ্ৰেয়; বৰঞ্চ কাকত-আলোচনীৰ ক্ষেত্ৰত এই দিশলৈ অধিক লক্ষ্য ৰখাটো প্ৰয়োজনীয়,--- কাৰণ এজন মানুহে, এটা দলে বা এখন চৰকাৰে ভুল বা দোষ কৰিলে কাকত-আলোচনীয়ে লিখা-মেলা কৰি সেইবোৰক শুদ্ধ পথ দেখুওৱা বা নিয়ন্ত্ৰণ কৰা বা সহায় কৰাৰ ব্যৱস্থা আছে, কিন্তু এখন কাকত বা আলোচনীয়ে ভুল বা দোষ কৰিলে অইনবোৰ কাকত-আলোচনীয়ে তেনে কৰাৰ ব্যৱস্থা নাই। ... কাকত-আলোচনীয়ে পালন কৰিবলগীয়া মহান দায়িত্বটো সেইবোৰৰ লগত জড়িত থকা মানুহখিনিৰ সভ্যতা, সংস্কৃতি, জ্ঞান, সততা আদিৰ ওপৰতে পৰে। কিন্তু কথা হ'ল, আমি যেতিয়া চাৰিওফালে দুৰ্নীতিৰ পয়োভৰৰ কথা স্বীকাৰ কৰোঁ, প্ৰায় সকলো বিভাগতে অসৎ, দুৰ্নীতিগ্ৰস্ত; অযোগ্য মানুহৰ পয়োভৰৰ কথা স্বীকাৰ কৰোঁ, তেনে অৱস্থাত কেৱল কাকত-আলোচনীৰ লগতে সৎ, দুৰ্নীতিমুক্ত, যোগ্য মানুহবোৰ জড়িত হ'লহি বুলি কেনেকৈ বিশ্বাস কৰোঁ? বৰঞ্চ দেশৰ সাধাৰণ অৱস্থাটোৱেই প্ৰায় সকলোতে ব্যাপ্ত হৈ পৰিছে বুলি ভবাৰ প্ৰৱণতাটোৱেই প্ৰশ্ৰয় পোৱাটো স্বাভাৱিক।

তথাপি, এনে পৰিৱেশতো, কাকত-আলোচনীৰ লগত জড়িত লোকৰ সদগুণৰ ওপৰত ভৰসা কৰাৰ বাহিৰে নিৰীহ জনসাধাৰণৰ অইন উপায় নাই। কাকত-আলোচনীৰ লগত জড়িত মানুহে যি লিখে সেয়া ছপা হয়; তেওঁৰ ভুল হ'ব পাৰে; কিন্তু তেওঁৰ ভুলে যাতে ব্যক্তি, সমাজ আৰু ৰাষ্ট্ৰক অন্যায়ভাৱে ক্ষতিগস্ত নকৰে তালৈ চকু দিব পৰা ক্ষমতা তেওঁ আহৰণ কৰিব পাৰিব লাগে। তেওঁৰ ভুল সততাৰ আদালতত ক্ষমাৰ যোগ্য হ'ব লাগে। ২৮/১১/৮৯

## বিশ্বাসী বন্ধু

নিৰপেক্ষ দৃষ্টিভংগীৰে, শুদ্ধ বাতৰি পৰিৱেশন কৰাটো যে বাতৰিকাকতৰ কৰ্তব্য, সেইটো বাতৰিকাকতৰ বাবে লিখিবলৈ কলম লোৱা আটাইতকৈ কনিষ্ঠ মানুহজনৰ কাৰণেও অ-আ-ক-খ- ৰ নিচিনা কথা। বৰ্তমান অৱস্থাত সাধাৰণ মানুহে কোনটো শক্তিক সমৰ্থন কৰিছে, সেইটোতকৈ বাতৰিকাকতৰ বাবে লিখা কোনজন মানুহে কোনটো শক্তিক সমৰ্থন কৰিছে, সেইটোহে ডাঙৰ কথা হৈছে। ... বাতৰিকাকতৰ মানুহখিনি সততা আৰু সত্যৰ কান্ধত উঠি থকা জগতৰ মানুহ হোৱা উচিত।

ঘটনাস্থলীৰপৰা দূৰৰ সাধাৰণ মানুহখিনিৰ হাতলৈ বাতৰিকাকতখন বিশ্বাসী বন্ধু বা শ্ৰদ্ধেয় গুৰুজনৰ নিচিনা হৈ আহে। গতিকে, যেতিয়া স্বাৰ্থপৰ শক্তিবোৰে সাধাৰণ মানুহক বিভ্ৰান্ত কৰিছে, তেনেস্থলত বাতৰিকাকতৰ মানুহখিনিয়ে শুদ্ধপথ দেখুওৱাৰ ক্ষেত্ৰত নেতৃত্ব গ্ৰহণ কৰাৰ মহান চেষ্টা এটা কৰিব লাগে। ভাবাবেগত এটা জাতি চিৰদিন উটি-ভাহি থাকিব নোৱাৰে। ...আমি কিমান সংযতভাৱে, কিমান গভীৰভাৱে একোটা পৰিস্থিতি অধ্যয়ন কৰিব লাগে, আৰু সেই অধ্যয়নৰ ফলস্বৰূপে কেনে আচৰণ কৰিব লাগে। সেই কালছোৱাত কোন বাতৰিকাকতে কাক 'মূৰত তুলি লৈ' দুষ্ট আৰু নষ্ট কৰিলে সেই বিষয়ে বহু কথা পাছত অসমীয়া মানুহে পাতিছে। বৰ্তমানৰ সংকট সময়ৰ কথাও পাছত যাতে তেনেকৈ পাতিবলগীয়া নহয়, সেই বিষয়ে এতিয়াই আমি সচেতন হ'ব লাগে। 'জধে-মধে' 'মনে সজা' কামবোৰ সকলোৰে বাবে অকৰ্তব্য; বাতৰিকাকতৰ কাৰণে বেছি অকৰ্তব্য। 'বন্ধ'বোৰৰ যেনেকৈ প্ৰভাৱ হোৱাটো হ'ল, ধৰ্ষণ আৰু অত্যাচাৰবো তেনেকৈয়ে প্ৰতিক্ৰিয়া নোহোৱা হোৱাটো বিপদৰ কথা হ'ব। বাতৰিকাকতে জধে-মধে গৰখীয়া ল'ৰাক বাঘ ওলোৱাৰ খবৰ দি থাকিলে তেনে বিপদ চাপি অহাটো সহজ হ'ব।

স্বাৰ্থপৰ শক্তিবোৰে যেতিয়া সাধাৰণ মানুহক নিজ-নিজ ভুল বাটলৈ নিয়াৰ বাবে বাতৰিকাকত ব্যৱহাৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে, তেতিয়া নিস্বাৰ্থভাৱে শুদ্ধ নেতৃত্ব বহন কৰাৰ দায়িত্বটোও বাতৰিকাকতৰ ওপৰত বেছিকৈ পৰে।

১২-১২/৯০

## আধা আন্ধাৰ কোঠাৰ আনন্দ

যুব শক্তিৰ অভ্যুত্থানৰ ফলত সম্প্ৰতি পৰিস্থিতিৰ পৰিৱৰ্তন ঘটিছে। এনে অৱস্থাত আমি যুৱ সমাজৰ শিক্ষা, জ্ঞান আৰু মানসিক সংস্কৃতিৰ ওপৰত গুৰুত্ব দিব লাগিব। এই প্ৰসংগত এই যুৱ-সমাজখনৰো এটা বিশেষ অংশই অধিক গুৰুত্ব দাবী কৰে। সেইটো হ'ল—বাতৰিকাকতৰ লগত সংবাদদাতা বা লেখক হিচাপে জড়িত থকা আৰু সম্পাদনাৰ মেজত কাম কৰা যুৱকৰ অংশটো। বৰ্তমানে অসমৰ বাতৰিকাকতৰ ক্ষেত্ৰত এনে যুৱকৰ সংখ্যাটো বেছ ডাঙৰ। এওঁলোকৰ ওপৰত অধিক গুৰুত্ব দিয়াৰ কাৰণ হ'ল—এওঁলোকে লিখা বা এওঁলোকৰ হাতৰ মাজেদি যোৱা লেখাই ৰাজ্যখনৰ বহু মানুহক আলোচনাৰ সমল যোগায়। অসংখ্য সাধাৰণ মানুহে বাতৰিকাকত একোখনৰ বাহিৰে আন একো পঢ়াৰ সুবিধা নাপায়, বা নপঢ়ে। গতিকে বাতৰিকাকতৰ কিছুমান কথায়েই তেওঁলোকৰ মনৰ আধা-আন্ধাৰ কোঠাটো সৰু কৰিব পাৰে, ডাঙৰো কৰিব পাৰে। প্ৰত্যেকটো বিষয়ৰ অন্ধকাৰ, দোষযুক্ত স্কুতিকৰ দিশবোৰৰপৰা আনন্দ-উত্তেজনা লাভ কৰা মানুহৰ সংখ্যা কমোৱাৰ বাবে যি প্ৰচেষ্টাৰ প্ৰয়োজন,

এই যুৱ-সংবাদসেৱীসকলে সেই প্ৰচেষ্টাৰ গুৰি ধৰিব পাৰে। তাৰ বাবে কম বয়সতে, কেৱল শিক্ষা, জ্ঞান আৰু সংস্কৃতিৰ জৰিয়তে, তেওঁলোক দায়িত্বশীল অনুসন্ধানকাৰী আৰু প্ৰতিবেদক হোৱাটো প্ৰয়োজনীয়। ৮/৪/৯৭

**বন্ধৰ বিৰুদ্ধে নিষ্প্ৰদীপ !**

বাতৰিকাকত, আলোচনী আদিৰ চিঠি-পত্ৰৰ শিতানত প্ৰকাশ হোৱা সাধাৰণ অখ্যাত লোকৰ কিছুমান কথা কেতিয়াবা বৰ বিখ্যাত কাকতৰ সম্পাদকীয় বা বিখ্যাত ব্যক্তিৰ উক্তিৰ সমানে বা তাতোকৈ বেছিহে গুৰুত্বপূৰ্ণ হোৱা দেখা যায়। সেইবোৰ কথাৰ আঁত ধৰি আলোচনা কৰাটো বাঞ্ছনীয়। তাকে কৰিলে এজনৰ মতৰ আশ্ৰয় লৈ এটা জনমত সৃষ্টি কৰাটো সম্ভৱ হ'ব পাৰে। আৰু নকৰিলে একোটা গুৰুত্বপূৰ্ণ আলোচ্য বিষয় 'সম্পাদকলৈ চিঠি'ৰ গতানুগতিক চৰিত্ৰৰ মাজত লুপ্ত হ'বলৈ এৰি দিয়া হয়।...

... সংবাদ মাধ্যমৰ কাম হ'ল---সত্য সংবাদ পৰিৱেশন কৰা, সংবাদ লুকুৱাই নৰখা, নিৰপেক্ষতা অৱলম্বন কৰা ইত্যাদি। এইবোৰ কথা শুদ্ধ বুলি জনাৰ পাছতো,-- কিছুমান অযুক্তিকৰ কামত বাধা প্ৰদান কৰিবলৈ সংবাদ-মাধ্যমে একগোট হৈ, জাতিটোক ৰক্ষা কৰাৰ বাবে শক্তিশালী কৰি গঢ়ি তোলাৰ বাবে,— কিছুমান সিদ্ধান্ত লোৱাটো সম্ভৱনে ? সংগঠনৰ জোৰ নাই, কেৱল বাতৰিকাকতৰ বিবৃতিৰ যোগেদিয়েই অসম বন্ধ কৃতকাৰ্য কৰি তোলা হৈছে,—অন্ততঃ এই অৱস্থাটোৰ কথা সংবাদ মাধ্যমৰ নেতাসকলে যুদ্ধক্ষেত্ৰৰ আগশাৰীৰ সৈন্য হিচাপেই আলোচনা কৰা উচিত।

১১/১২/৯৬

**কলম পৰিচালনা কৰা সংস্কৃতি**

এগৰাকী মানুহৰ মনত কষ্ট নিদিয়াকৈও যি ভাষাৰে এটা কাম সম্পন্ন কৰিব পাৰি, একে ফল পাব পাৰি, মই সেই ভাষা ব্যৱহাৰ কৰাৰ পক্ষপাতী। একোখন কাকত-আলোচনীৰ পৃষ্ঠাবোৰ পৰিচিত-অপৰিচিত বহু লোকৰ বাবে স্নেহ-শ্ৰদ্ধা-সৌহাৰ্দ-সদ্ভাৱ বিনিময়ৰ মঞ্চৰ নিচিনা হ'ব পাৰে; আৰু সেইবোৰক তেনেকৈয়ে গঢ়ি তুলিব পাৰিলে ভাল। তাৰ বিপৰীতে, সেইবোৰ অপ্ৰীতি-অসূয়া বিয়পোৱাৰ উৎস হ'লে মালিক-সম্পাদক-লেখক-পাঠক কাৰো লাভ নহয়। মানুহৰ কল্যাণ আৰু সমাজ-সংস্কৃতিৰ কল্যাণৰ স্বাৰ্থত কেতিয়াবা কোনোবা সংগঠন, প্ৰতিষ্ঠান, চৰকাৰ, ব্যক্তি আদিক 'কঠোৰ সমালোচনা' কৰাৰ প্ৰয়োজন হ'ব পাৰে; কিন্তু কঠোৰ ভাষাৰো এক নিজস্ব সৌন্দৰ্য আৰু শক্তি আছে। কঠোৰ ভাষা আৰু অশালীন, অমাৰ্জিত, অহেতুক উগ্ৰ ভাষাৰ মাজত পাৰ্থক্য আছে। যুক্তিপূৰ্ণ কথা কটিয়াই নিয়া সভ্য কঠোৰ ভাষাই উদ্দিষ্ট সংগঠন, প্ৰতিষ্ঠান, চৰকাৰ, ব্যক্তি আদিক সহায় কৰে। লেখক-সমালোচকসকলৰ মন যেতিয়া প্ৰকৃত কল্যাণকামী, সত্যসন্ধানী, যুক্তিনিৰ্ভৰ আৰু তথ্যনিৰ্ভৰ হয়, তেওঁলোকৰ প্ৰকাশভংগী

যেতিয়া সাংস্কৃতিক মন এটাৰ নিয়ন্ত্ৰণত থাকে, তেতিয়া তেওঁলোকৰ কলমৰ আগলৈ অশালীন, অশোভনীয় কথা অহাৰ সম্ভাৱনা প্ৰায় নাথাকেই।

কিন্তু বহু পাঠক আৰু লেখকে, অন্ততঃ জীৱনৰ এছোৱা সময়ত, উত্তাপ উত্তেজনা ভাল পায়। ইয়াৰ ফলস্বৰূপেই কিছুমান লেখাত অহেতুক 'খোঁচা-বিন্ধা'ৰ পয়োভৰ দেখা যায়। অসমত যোৱা কুৰিটামান বছৰত গুৰুত্বপূৰ্ণ ৰাজনৈতিক আৰু সামাজিক ঘটনা বহুটো ঘটিছে; যুৱশক্তিৰ উল্লেখযোগ্য উত্থান ঘটিছে, আৰু সুদীৰ্ঘ কাল এচাম যুৱকে উগ্ৰপন্থা গ্ৰহণ কৰাৰ ফলত সমগ্ৰ ৰাজ্যতে বহুতো উগ্ৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে। এইবোৰে লাহে লাহে বহু লোকৰ বিচাৰ-বিবেচনা, ভাষা, প্ৰকাশভংগী আদিৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰিছে। প্ৰতিদিনে হত্যা-লুণ্ঠন, অন্যায়-অধৰ্মৰ বাতৰিৰে পৰিপুষ্ট হৈ থকা যুৱক এজনৰ মুখৰ আৰু কলমৰ ভাষাই উগ্ৰ ৰূপ লোৱাৰ সম্ভাৱনা বাঢ়িছে। ছপা আখৰৰ অসমীয়া সংবাদ-মাধ্যমটোত বৰ্তমানে যুৱশক্তিৰ গুৰুত্বপূৰ্ণ প্ৰভাৱ আছে। কাকত-আলোচনীৰ ক্ৰমবৰ্ধমান সংখ্যাটোৱেও যুৱশক্তিৰ প্ৰাধান্যৰ সপক্ষে কাম কৰিছে। এইবোৰ অস্বাভাৱিক কথা নহয়। কিন্তু লক্ষ্য কৰিবলগীয়া কথা হৈছে,— উগ্ৰপন্থীয়ে কৰা বন্দুকৰ ব্যৱহাৰ আৰু তেওঁলোকৰ বয়সৰে সংবাদসেৱীসকলে কৰা কলমৰ ব্যৱহাৰৰ মাজত এটা বিৰাট পাৰ্থক্য থকাটো বৰ প্ৰয়োজনীয়। কোনো অৱস্থাতে সংবাদসেৱীৰ কলমে অবিবেচক, নিষ্ঠুৰ, নাবালক উগ্ৰপন্থীৰ বন্দুকৰ নিচিনাকৈ কাম কৰিব নালাগে। অন্যায়-অধৰ্মৰ বিৰুদ্ধে কঠোৰ ভাষাৰে, যুক্তিনিৰ্ভৰ-তথ্যনিৰ্ভৰ কথাৰে যুদ্ধ কৰাৰ লগে-লগে সাধাৰণ মানুহৰ মনৰ সাংস্কৃতিক উন্নয়ন আৰু সুৰুচিৰ হকে কাম কৰি, এচাম যুৱক-যুৱতী অসমীয়া জাতিটোৰ উপকাৰী সংবাদসেৱী হিচাপে সমুখলৈ ওলাই অহাটো প্ৰয়োজনীয় হৈছে। তেওঁলোকৰ বাবে প্ৰয়োজনীয় গুণ হ'ল উদাৰতা, অমায়িকতা, নিৰপেক্ষতা, সততা, নিষ্ঠা, অধ্যয়ন আৰু সঠিক বিশ্লেষণৰ ক্ষমতা, শুদ্ধ তথ্য যোগাৰৰ বাবে পৰিশ্ৰম কৰাৰ ক্ষমতা,-- ইত্যাদি ইত্যাদি। বহুতেই বহুত সমালোচনা-প্ৰবন্ধ লিখি আছে; কিন্তু তেওঁলোকৰ কোনে এদিন শ্ৰদ্ধেয় আসন গ্ৰহণ কৰিবগৈ পাৰিব ? যাৰ লেখাৰ সুবিচাৰ-সুবুদ্ধিৰ অধিকাৰী, নিৰপেক্ষ দৃষ্টিভংগীৰ, ৰসগ্ৰাহী পাঠকৰ অধিকাংশই স্বীকৃতি দিব তেওঁলোকক। এই ঘটনা তেওঁলোকৰ দীৰ্ঘকালীন সাধনাৰ জৰিয়তেহে, সম্ভৱ হ'ব; সাময়িক উষ্মা-উত্তেজনাৰ জৰিয়তে নহ'ব ? ২৩/৬/৯৮

**শুদ্ধ পথ প্ৰদৰ্শনৰ প্ৰতিযোগিতা**

যিখিনি অসমীয়া মানুহৰ চিন্তা-ভাবনা, ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ লগত অসমৰ সাম্প্ৰতিক জটিল সমস্যাসমূহ প্ৰত্যক্ষভাৱে জড়িত সেইখিনি মানুহে সংবাদ, মতামত আদিৰ বাবে ঘাইকৈ অসমীয়া কাকতৰ ওপৰত নিৰ্ভৰ কৰে। আন ধৰণে ক'বলৈ গ'লে, সেইখিনি মানুহৰ চিন্তা-ভাবনা, ক্ৰিয়া-প্ৰতিক্ৰিয়া ঘাইকৈ অসমীয়া কাকতে নিয়ন্ত্ৰণ কৰে। অসমীয়া কাকতৰ সংখ্যা বঢ়াৰ লগে-লগে এইখিনি মানুহক গ্ৰাহক হিচাপে

পাবলৈ কিছুমান কাকতৰ মাজত ক্ষতিকৰ প্ৰতিযোগিতা চলিছে নেকি, এই কথাটো বিচাৰ কৰিবলগীয়া হৈছে। যিহেতু অসমীয়া জাতিটো এক ভয়াবহ সংকটৰ গৰাহত পৰিছে, যিহেতু জাতিটোৰ ভৱিষ্যত গভীৰভাৱে বিপদাপন্ন হৈছে, সেই কাৰণে অসমীয়া কাকতকেইখনে উত্তাপ সৃষ্টি প্ৰতিযোগিতাৰ পৰিৱৰ্তে সঠিক পথৰ সন্ধান দি জাতিটোক সহায় কৰিবলৈ একগোট হোৱাটোহে প্ৰয়োজনীয় হৈছে। জাতিৰ কল্যাণৰ কথা ভাবি আজি অসমীয়া কাকতৰ সম্পাদকসকলে এটা সংস্থাৰ সৃষ্টি কৰি এখন মঞ্চত লগ লাগিব নোৱাৰেনে ? সেই মঞ্চত সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ সা-সুবিধা মালিকপক্ষৰ নীতি আদিৰ কথাও আলোচনা কৰা হওক, কিন্তু তেখেতসকলে ঘাইকৈ অসমীয়া পাঠকসকলক শুদ্ধ পথৰ সন্ধান দিয়াৰ পদ্ধতিটোৰ বিষয়ে আলোচনা কৰক--- এইটো এটা ডাঙৰ কাম হ'ব বুলি আমাৰ বিশ্বাস। ৩০/৭/৯৮

**সংবাদসেৱাৰ নিজৰ বিধান**

... বন্ধ অসমৰ কাৰণে অতি অপকাৰী বস্তু বুলি আজি হাজাৰজনে মুক্তকণ্ঠে ঘোষণা কৰিছে। সেই ফালৰপৰা চাবলৈ গ'লে যিকোনো দল বা সংগঠনে ঘোষণা কৰা বন্ধৰ খবৰেই কোনো কাকতে ছপাব নালাগে। মূলতঃ বাতৰিকাকতত প্ৰকাশ পোৱা বাতৰিৰ জোৰতে যেতিয়া বন্ধবোৰ পালন কৰা হৈ আছে, তেনেস্থলত বাতৰি কাকতে তেনে খবৰ নছপাই অসমখনক সহায় কৰিব পাৰে। কিন্তু সংবাদসেৱাৰ ধৰ্মৰ ফালৰপৰা এইটো যুক্তিপূৰ্ণ কথা হ'লনে ? বোধকৰোঁ নহ'ল। কাৰণ বাতৰি বাতৰিয়েই। সেয়া প্ৰকাশ কৰাটোহে নিৰপেক্ষ সংবাদসেৱাৰ ধৰ্ম। বন্ধৰ অপকাৰৰপৰা অসমক বচাবলৈ বহু কথা ছপাবৰ কাৰণে প্ৰত্যেকখন কাকতে বহু ঠাই আছে। অপকাৰী বুলি পতিয়ন যোৱা বন্ধৰ আহ্বানৰ খবৰটো আপুনি সৰুকৈ ছপাই সেই সংখ্যাতে ডাঙৰকৈ সেই বন্ধৰ বিৰুদ্ধে সম্পাদকীয় লিখক; পূৰা এক পৃষ্ঠাত জনমত প্ৰকাশ কৰক, তেতিয়া সংবাদসেৱাৰ ধৰ্ম আৰু ৰাজ্যখনৰ মংগলৰ কাৰণে থকা সদিচ্ছা--- দুয়োটা সমানে প্ৰকট হয়। আৰু যদি আপুনি সেই একেটা খবৰকে প্ৰথম পৃষ্ঠাতে ডাঙৰ-ডাঙৰ আখৰেৰে আহল-বহলকৈ ছপায়, অন্য পৃষ্ঠাবোৰক সেই সম্পৰ্কে নিমাত কৰি ৰাখে, আৰু বন্ধৰ দিনটো যোৱাৰ পাছত আৰু বেছি আহল-বহলকৈ বন্ধ সফল হোৱাৰ খবৰ ছপায়, তেনেহ'লে আপোনাৰ এক সুকীয়া চৰিত্ৰ ধৰা পৰে। সংশ্লিষ্ট দল বা সংগঠনটোৰ প্ৰতি আপোনাৰ সহানুভূতি থাকিব পাৰে, বন্ধৰ কাৰণটোৰ প্ৰতি আপোনাৰ সমৰ্থন থাকিব পাৰে, আপুনি বন্ধ ভাল পোৱা মানুহ হ'ব পাৰে, ইত্যাদি। ... ১০/৭/৯৯

**ৰাইজৰ বাবে নিৰ্বাচন-যুদ্ধৰ সংবাদ**

... নিৰ্বাচনৰ সময়ত ৰাজ্যখনৰ গাঁৱে-ভূঞে, নগৰে-চহৰে সংবাদসেৱীসকল

অতি তৎপৰ হৈ উঠিব। এওঁলোকে সংগ্ৰহ কৰা বিচিত্ৰ সংবাদে বাতৰিকাকতৰ কাৰ্যালয়ৰ মেজ ওপচাই পেলাব। স্বাভাৱিকতে, এওঁলোকৰ প্ৰায় প্ৰত্যেকেই গুৰুত্বপূৰ্ণ, আমোদজনক খবৰ, 'পাৰ্শ্বজ্যোতি' আদি সংগ্ৰহ কৰাৰ এক অঘোষিত প্ৰতিযোগিতাত,--- জ্ঞাতে বা অজ্ঞাতে,--- অৱতীৰ্ণ হ'ব। এওঁলোকৰ ব্যক্তিগত দৃষ্টিভংগী, মানসিকতা, সংবাদসেৱাৰ জ্ঞান, ৰাইজৰ কল্যাণৰ কথা এওঁলোকে কেনেকৈ আৰু কিমান চিন্তা কৰে,--- এইবোৰৰ ওপৰত এওঁলোকৰদ্বাৰা সংগৃহীত খবৰৰ চৰিত্ৰ, আৰু সেই খবৰ পৰিৱেশন কৰাৰ কায়দা-কৌশল-ভাষা আদি নিৰ্ভৰ কৰিব।

আপুনি জনা-বুজা, বিচাৰ-বুদ্ধি থকা, ৰাইজৰ পক্ষৰ মানুহ। কাক ভোট দিব সেইটো আপুনি নিজে ঠিক কৰিব; নিৰ্বাচনৰ দিনা ভোটটো দি আহিবগৈ। এই বিৰাট গণতান্ত্ৰিক প্ৰক্ৰিয়াটোৰ লগত সেইটোৱেই আপোনাৰ আটাইতকৈ সুন্দৰ সম্পৰ্ক। কিন্তু আপোনাৰ পক্ষৰে হাজাৰ-হাজাৰ সাধাৰণ মানুহে নিৰ্বাচনক সেইখন ৰূপত গ্ৰহণ নকৰে। ক'ত কি হৈছে? কোনে কি কৰিছে?--- এই ধৰণৰ ঔৎসুক্য নিৰসনৰ কাৰণে তেওঁলোকে এইখিনি দিনত আগতকৈ বেছিকৈ বাতৰি কাকতৰ কাষ চাপিব। এনে অৱস্থাত আমি চাব লাগে, যাতে ৰাইজৰ মনত তিক্ততা, কুটিলতা সঞ্চাৰ কৰা, ৰাইজৰ মন ভ্ৰষ্ট, অপৰিষ্কাৰ কৰা প্ৰক্ৰিয়াটোক অন্ততঃ বাতৰিকাকতে সহায় নকৰে। যথাযোগ্য ভাষা আৰু বৰ্ণনাৰে প্ৰয়োজনীয় সংবাদ ৰাইজে পাবই লাগিব; কিন্তু কোনবোৰ সংবাদ প্ৰয়োজনীয় নহয়। কোনবোৰ ভাষা আৰু বৰ্ণনা যথাযোগ্য নহয়, সেইটো সঠিকভাৱে নিৰূপণ কৰি, সেইমতে কাকত প্ৰকাশ কৰাটো ৰাইজৰ মানসিক স্বাস্থ্যৰ বাবে মংগলজনক কাম। অন্যায়ৰ বিৰুদ্ধে ৰাইজক সজাগ-সচেতন-উদ্বুদ্ধ কৰাটো এক কথা, আৰু অন্যায়ভাৱে তেওঁলোকৰ মন কুটিল, অপৰিষ্কাৰ, কলুষিত কৰাটো অন্য এক কথা।

নিৰ্বাচনৰ বতৰত বাতৰিকাকতে আনকি কোনো এটা দল বা সংগঠনৰ পক্ষও ল'ব পাৰে। কিয় নোৱাৰিব ? কিন্তু গুৰুত্বপূৰ্ণ কথা হ'ল,--- দল বা সংগঠনটোৱে নিৰ্বাচনৰ সভা এখনত মুখৰে যেনে আচৰণ কৰিব, তেওঁলোকক সমৰ্থন কৰা কাকতখনে আখৰেৰে তেনে আচৰণ কৰা উচিত নহয়। নেতাপক্ষৰ চৰিত্ৰই এনেকুৱা যে বিপক্ষক অশালীন ভাষাৰে গালি-শপনি পাৰিলেও সি বিপক্ষক আহত নকৰে। গঁড়ৰ ছালৰ লগত নেতাপক্ষৰ মনৰ গভীৰ সম্পৰ্ক। কিন্তু বাতৰিকাকতক ঘাইকৈ ৰাইজৰ পক্ষৰ বস্তু বুলি জ্ঞান কৰা হয়। ইয়াত ছপা হোৱা অশালীন ভাষাৰ কথাই জনসাধাৰণক আহত কৰে। জনসাধাৰণৰ সন্তানৰ মন লেতেৰা কৰে।

আৰু এটা লক্ষ্য কৰিবলগীয়া কথা: অসমৰ নিৰ্বাচনৰ সময়ত, অসমীয়া ৰাইজৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ বাতৰিকাকতকেইখনৰ ভূমিকা অন্য ভাষাৰ কাকততকৈ বহু বেছি গুৰুত্বপূৰ্ণ।

১০/৩/২০০১

## সাংবাদিকতা বিষয়ৰ ওপৰত বিভিন্নজনৰ উল্লেখনীয় মন্তব্য

### ☞ ভুল হ'ব পাৰে, খেদ প্ৰকাশ কৰক

বাতৰিকাকতে কেতিয়াবা ভুল কৰিলে সেয়া খেদ প্ৰকাশ কৰা উচিত, লাগিলে সেয়া ৪৯ বছৰৰ পিছতেই হওক।

উদাহৰণ স্বৰূপে, ধৰি লোৱা হ'ল বাতৰিকাকতৰ সংস্কৃতি নামানি, অনুসন্ধান নকৰি মাত্ৰ কাৰোবাৰ প্ৰৰোচনাতে চৰিত্ৰহনন আৰু চাঞ্চল্যৰ সৃষ্টি কৰিবলৈ অপৈনত সাংবাদিক এজনে যুগুতাই দিয়া বাতৰি এটা প্ৰথম পৃষ্ঠাতে প্ৰকাশিত হৈ গ'ল। ধৰি লোৱা হ'ল যে চৰকাৰৰ অনুৰোধত জনমুখী আঁচনি এখন চলাই নি অশেষ ত্যাগ কৰা লোক এজনক তাৰ পাছতো আত্মপক্ষ সমৰ্থনৰ সুযোগ দিয়া নহ'ল। ধৰি ল'লোঁ যে তাৰ পাছত এদিন বাতৰিকাকতখনৰ ওচৰত সকলো কথা পৰিষ্কাৰ হৈ পৰিল। বাতৰিকাকতখনে লগে লগে প্ৰথম পৃষ্ঠাতে ক্ষমা প্ৰাৰ্থনা জনাব লাগে।

### ☞ মন্তব্য আৰু বাতৰি মিহলি নকৰিব

অসমৰ প্ৰায়বোৰ বাতৰিকাকতে কৰাৰ দৰে আশা কৰোঁ--- 'বাতৰি আৰু মন্তব্যৰ মিশ্ৰণ' প্ৰকাশ নকৰি মন্তব্যবোৰ সম্পাদকীয় পৃষ্ঠাতে সীমাবদ্ধ কৰি ৰাখিব। আন এটা প্ৰয়োজনীয় কথা হ'ল--- নিৰ্দিষ্ট শ্ৰেণীৰ বাতৰিবোৰ নিৰ্দিষ্ট পৃষ্ঠাত প্ৰকাশ কৰাটো, যাতে জ্ঞানপীঠ বঁটা আৰু সোণকুৰিহা গাঁৱৰ বহাগী বিদায়ৰ সাহিত্য প্ৰতিযোগিতাৰ বাতৰি একে পৃষ্ঠাতে নোলায়।

### ☞ অভিধান আৰু ব্যাকৰণ অনুসৰণ কৰক

খুছৱন্ত সিঙে আগতে 'ইলাষ্ট্ৰেটেড উইকলি অব্ ইণ্ডিয়া'ত প্ৰকাশ কৰাৰ দৰে সপক্ষে লেখা চিঠিবোৰৰ লগতে কাকতখনৰ বিপক্ষে লেখা চিঠিবোৰ প্ৰকাশ কৰাৰ বাবে অনুৰোধ জনালোঁ। এনে সৌহাৰ্দ্যই বাতৰিকাকতক বহু ওপৰলৈ তুলিব।

কাকতখনক অভিধান আৰু ব্যাকৰণৰ ওপৰত অধিক নিৰ্ভৰশীল হ'বলৈ আৰু ওলোটা বাক্যৰ ব্যৱহাৰ কমাই, জোৰ দিবলৈ কাচিৎহে তেনে বাক্য ব্যৱহাৰ কৰিবলৈ অনুৰোধ জনালোঁ।

বাতৰিকাকত এখন হাতত ল'লে গৌৰৱ কৰিব পৰা আৰু ক্ষমতা আৰু সভ্যতাত বিশ্বাস কৰিব পৰা মৰ্যাদা সদায় অটুট থাকিব লাগে।

(দৈনিক জনমভূমিৰ গুৱাহাটী সংস্কৰণ উপলক্ষে প্ৰকাশিত পৰিপূৰিকাৰপৰা উদ্ধৃত)

(ড° দীনেশ চন্দ্ৰ গোস্বামী)
বিজ্ঞানী তথা বিশিষ্ট লেখক

☞ **সংবাদপত্ৰ আৰু প্ৰশিক্ষণ**

... সাংবাদিকতা বৃত্তিটোৰ ক্ষেত্ৰত আন এটা অতি গুৰুত্বপূৰ্ণ দিশ আমাৰ ইয়াত অৱহেলিত হৈ থকা দেখা যায়। সেইটো হৈছে সাংবাদিক নিযোগৰ সময়ত তেওঁৰ মানৰ বিচাৰ। সাংবাদিক হিচাপে নিযুক্তি দিয়া ব্যক্তি একোজনৰ শিক্ষাগত অৰ্হতা, ভাষা-জ্ঞান, চৰিত্ৰৰ নিৰ্মলতা, নিৰপেক্ষতা আদি দিশবোৰ গুৰুত্ব সহকাৰে পৰীক্ষা কৰি চাব লাগে। ভালদৰে বিচাৰিলে প্ৰতিটো অঞ্চলতে সাংবাদিকতা বৃত্তিটো সৎভাৱে কৰি যাব পৰা উপযুক্ত ব্যক্তিৰ অভাৱ নহ'ব। পিছে দুৰ্ভাগ্যবশতঃ বেছিভাগ ঠাইতে অনুপযুক্ত লোকৰ হাততহে এই কাম অৰ্পণ কৰা হৈছে। ফলত সংশ্লিষ্ট কাকতৰ মান আৰু পাঠকৰ ৰুচি দুয়োটাই ক্ষতিগ্ৰস্ত হৈ পৰিছে বুলি আমি অনুভৱ কৰিছোঁ। এই ক্ষেত্ৰত সংবাদ-মাধ্যমসমূহৰ কৰ্তৃপক্ষৰ দায়িত্ব সৰ্বাধিক। তেখেতসকলে প্ৰতিটো অঞ্চলৰ ইচ্ছুক উপযুক্ত ব্যক্তিসকলক প্ৰথমে নিৰ্বাচিত কৰি পাছত প্ৰশিক্ষণৰ ব্যৱস্থা কৰাব লাগে। নিৰ্দিষ্ট পাঠ্যক্ৰমত শিক্ষা লোৱা চিকিৎসাবিজ্ঞানৰ স্নাতক, আইনৰ স্নাতক বা প্ৰশাসনিক পদৰ বাবে নিৰ্বাচিত হোৱা উচ্চ শিক্ষিত ব্যক্তিসকলেও যিক্ষেত্ৰত পুনৰ প্ৰশিক্ষণৰ অন্ততহে প্ৰায়োগিক কৰ্মক্ষেত্ৰখনলৈ ওলাই যোৱাৰ যোগ্যতা অৰ্জন কৰিব পাৰে, তেনে ক্ষেত্ৰত কোনো ধৰণৰ বিশেষ পাঠ্যক্ৰমত (সাংবাদিকতাৰ) শিক্ষা গ্ৰহণ নকৰা একোজন ব্যক্তিক প্ৰশিক্ষণ আদি নিদিয়াকৈ সাংবাদিক হিচাপে কাম কৰিবলৈ দিলে সুফল নোপোৱাটোৱেই স্বাভাৱিক।

(প্ৰান্তিকৰ ১-১৫ ছেপ্টেম্বৰ, ১৯৯৭সংখ্যাৰপৰা উদ্ধৃত।) **(ড° হেমন্ত কুমাৰ গোস্বামী)**

☞ সাংবাদিকসকলে ধৈৰ্যসহকাৰে সত্যনিষ্ঠ বাতৰি পৰিৱেশন কৰিব লাগে। চাঞ্চল্যকৰ বাতৰি পৰিৱেশন কৰাৰপৰা সাংবাদিকসকল বিৰত থকা উচিত। ... বৰ্তমানৰ সমাজ পৰিৱৰ্তনত সাংবাদিকৰ দায়বদ্ধতা অপৰিসীম। গণতান্ত্ৰিক দেশ এখনত স্ব-বিকাশৰ বাবে প্ৰতিগৰাকী দায়িত্বশীল ব্যক্তিৰ লগতে প্ৰত্যেকগৰাকী সাংবাদিকে নিষ্ঠাসহকাৰে নিজৰ দায়িত্ব পালন কৰা উচিত।

(বৰপেটাত সংবাদসেৱাৰ কৰ্মশালাত দিয়া বক্তব্যৰ একাংশ) **(ড° ক্ষীৰেণ ৰায়)**

০৮ জানুৱাৰি, ২০০৩ মুখ্য-সম্পাদক, 'অসমীয়া খবৰ'।

☞ **সংবাদপত্ৰই সামাজিক চৰ্চা নিৰ্ণয় কৰে আৰু গঢ় দিয়ে। সংবাদপত্ৰই ক্ষমতা আৰু ভ্ৰষ্টাচাৰ দাঙি ধৰিলেও চাৰ্বাকবাদ আৰু দোষ খোঁচৰা চৰিত্ৰ পৰিত্যাগ কৰিব লাগিব। দায়বদ্ধ সাংবাদিকতাৰ চাৰিসীমাৰ ভিতৰত থাকিও সংবাদপত্ৰই স্বচ্ছতা আৰু দায়বদ্ধতা নিশ্চিত কৰিব পাৰে। অঞ্চলটোত ঘটি থকা সক-ডাঙৰ বহু ইতিবাচক কথা প্ৰচাৰ কৰি অঞ্চলটোৰ সাফল্যত অৰিহণা যোগাব পাৰে। ই উত্তৰ পূৰ্বাঞ্চলক ভাৰতৰ বাকী অংশত ব্যাখ্যা কৰি দেখুৱাব পাৰিব লাগিব আৰু সেইদৰে দেশখনৰ অন্যান্য অংশৰ কথা এই অঞ্চলত প্ৰচাৰ কৰিব লাগিব।**

**(গুৱাহাটী কমল কুমাৰী ৰাষ্ট্ৰীয় বঁটা প্ৰদান অনুষ্ঠানত দিয়া- (বি. জি. ভাৰ্গিছ)**

**-বক্তৃতাৰপৰা উদ্ধৃত, ১৮ এপ্ৰিল, ২০০৩) প্ৰখ্যাত মেগছেছে বঁটা বিজয়ী সাংবাদিক।**

☞ সংবাদৰ ভাষা হ'ব লাগে মৃদু সাহিত্যগন্ধী। ফৰাছী সুগন্ধীৰ দৰে। সংবাদক জলাঞ্জলি নিদিয়াকৈ ভাষাৰ গদা বেছি ঘূৰালেও সংবাদ নষ্ট হয়...। বিশ্বাসযোগ্যতা থাকিব লাগিব, তথাকথিত নিৰপেক্ষতাৰপৰা মুক্ত হ'ব লাগিব আৰু সম্পূৰ্ণ দায়বদ্ধতা থাকিব লাগিব। তেতিয়াহে সংবাদপত্ৰৰ চৰিত্ৰ ৰক্ষা হ'ব। বাতৰিকাকতৰ ধৰ্ম হোৱা উচিত সঁচা তথ্য প্ৰদান কৰা, মিথ্যাচাৰৰপৰা বাতৰিকাকত বিৰত থকা উচিত, সত্য তথ্য পৰিৱেশন সেইখিনিলৈকেহে মোৰ নিৰপেক্ষতা থাকিব। মতামতৰ ক্ষেত্ৰত নহয়।

(উত্তৰ-পূব গ্ৰন্থমেলা, ২০০২ৰ এক আলোচনাচক্ৰত দিয়া
বক্তব্যৰপৰা উদ্ধৃত, ৩ ডিছেম্বৰ, ২০০২) **(আশোক দাসগুপ্ত)**

সম্পাদক 'আজকাল'।

☞ সংবাদপত্ৰসমূহৰপৰা আমি কেনে ধৰণৰ সেৱা বিচাৰোঁ ? দেশ আৰু মানুহৰ ক্ষতি সাধন কৰিব পৰা সামাজিক-সাংস্কৃতিক আৰু নৈতিক মূল্যবোধ নষ্ট কৰিব পৰা ঘটনাবোৰৰ সম্পৰ্কে জনসাধাৰণক সতৰ্ক কৰি তোলাটো বিচাৰোঁ। প্ৰয়োজনবোধে জন-প্ৰতিৰোধ গঢ়িব পৰাকৈ জনমত গঠনত সহায় কৰাটো আমি বিচাৰোঁ। আমি ঘৰৰ চৌহদৰপৰা বিশ্বব্ৰহ্মাণ্ডলৈকে ঘটা বিভিন্ন ঘটনা বা বিষয়ৰ খবৰ পাবলৈ বিচাৰোঁ, আমি বিচাৰোঁ আমাৰ সমাজ জীৱনত মানুহে সৰু-বৰ 'ভাল' কামবোৰৰ প্ৰচাৰ, যাতে তাৰ প্ৰভাৱ সমাজ জীৱনত পৰে আৰু মানুহে ভাল কাম কৰাৰ বাবে অনুপ্ৰেৰণা লাভ কৰিব পাৰে। মনত ৰাখিব লাগিব-হিংসা, ঘৃণা আৰু অপৰাধৰ খবৰ যিমান বেছিকৈ প্ৰচাৰ কৰিব, সমাজত তাৰ প্ৰভাৱো সিমানেই বেছিকৈ পৰিব। নগ্নতা কিমান বেয়া, সেই কথা পতিয়ন নিয়াবলৈ নগ্ন ছবি এখন প্ৰচাৰ কৰাৰ প্ৰয়োজনীয়তাৰ সপক্ষে যুক্তি দৰ্শোৱাসকলে নগ্নতাক মাধ্যম কৰি সমাজৰ বাবে ক্ষতিকৰ ব্যৱসায় কৰিব খুজিছে, সেই কথা কোনো বুধিয়ক মানুহক এতিয়া শিকাই দিব নালাগে।

(সাংবাদিক সন্থাৰ অধিৱেশনত দিয়া ভাষণৰপৰা উদ্ধৃত
উৎস, দৈনিক জনমভূমি) **(ড° নগেন শইকীয়া)**

**☞ প্ৰদূষিত সংবাদ মাধ্যম**

... সংবিধানৰ চতুৰ্থ স্তম্ভ হিচাপে বিশেষ মৰ্যাদা লাভ কৰা সঠিক মাধ্যমৰ প্ৰতি জনসাধাৰণৰ বিশ্বাস কমি যোৱাৰ মূলতে এচাম সাংবাদিকৰ কিছুমান অসাধু কাৰ্যকলাপ আৰু অবৈজ্ঞানিক মনোভাব বুলিয়েই অনুমান কৰিব পাৰি। প্ৰতিজন সাংবাদিকৰে সমাজখনৰ প্ৰতি এক দায়বদ্ধতা থাকে আৰু সেই দায়বদ্ধতা অনুভৱ কৰিব নোৱৰা সাংবাদিকসকলে সমাজখনৰ ক্ষতি কৰাৰ সম্ভাৱনাই সৰহ। অসত্য একপক্ষীয় বাতৰি কিছুমানৰ পৰিৱেশনে যে কেৱল বাতৰিকাকত এখনৰ বিশ্বাসযোগ্যতা হ্ৰাস কৰে

তেনেকুৱা নহয়, ই সমাজ এখনৰো বিস্তৰ ক্ষতি সাধন কৰে। গতিকে বাতৰি পৰিৱেশন কৰোঁতে সদায় বিশেষ সতৰ্কতা অৱলম্বন কৰা উচিত। সাধাৰণতে যিবোৰ উৎসৰপৰা তথ্য সংগ্ৰহ কৰা হয়, সেই উৎসবোৰেও কেতিয়াবা সাংবাদিকসকলক প্ৰতাৰণা কৰিব পাৰে।

('প্ৰান্তিক'ৰ পত্ৰালাপৰপৰা সংগৃহীত, ২৬/০২/৯৭) **(নয়ন পল্লৱ শৰ্মা)**

☞ এটা সময় আছিল বাতৰিকাকত আৰু আলোচনীয়ে অভিধানৰ কাম কৰিছিল। সকলো কাকতৰে ভাষাৰ বিশুদ্ধতা আৰু আখৰ-জোঁটনিত ঐক্যৰূপ আছিল। আজি অসমৰ চুকে-কোণে শিক্ষা আৰু জ্ঞান-জগতৰ লগত সম্বন্ধ ৰখাৰ মাধ্যম স্বৰূপে কাকতসমূহৰ প্ৰচাৰ বাঢ়িছে। কিন্তু কোনো এখন কাকতৰে ভাষাৰ এটা নিটোল ঐক্যৰূপ নাই। অসমীয়া ভাষাৰ ভৱিষ্যত বাতৰিকাকতসমূহৰ ওপৰত অধিকাংশ ন্যস্ত। এই সামাজিক দায়িত্ব পালনত আমাৰ বাতৰিকাকতসমূহে আনুষ্ঠানিকভাৱে Style Manual যুগুত কৰি ল'ব পাৰে।

(তথ্য-উৎস 'প্ৰজ্ঞা', যোৰহাট গ্ৰন্থমেলা, ১৯৯৫ৰ স্মৃতিগ্ৰন্থ) **(ড° বসন্ত কুমাৰ গোস্বামী)**

☞ গণতন্ত্ৰত সাংবাদিকৰ ভূমিকা হ'ল ব্যক্তিস্বাৰ্থৰ বিৰোধিতা কৰা। তেওঁলোকে সমাজ আৰু জনগণৰ স্বাৰ্থৰ বাবে কাম কৰি যায়। ব্যক্তিস্বাৰ্থক প্ৰশ্ৰয় দিয়াতো দূৰৰে কথা বৰং তেওঁলোকে ব্যক্তি স্বাৰ্থৰ ওপৰত কঠোৰ আঘাতহে হানে। আনকি ৰাইজৰ স্বাৰ্থ প্ৰকৃত ৰাইজৰ স্বাৰ্থ নহ'লে সাংবাদিকে ৰাইজ বা সমাজৰ বিৰোধিতা কৰিবলৈ ভয় নকৰে। অৱশ্যে সাংবাদিকসকলে ব্যক্তি স্বাধীনতাক সমৰ্থন কৰে। অৰ্থাৎ তেওঁলোকে ব্যক্তিস্বাধীনতাৰ হে পূজাৰী, ব্যক্তি স্বাৰ্থৰ নহয়।

(উৎস, সংবাদ সাহিত্যৰ এচেৰেঙা গ্ৰন্থৰ উদ্ধৃত) **(সতীশ চন্দ্ৰ চৌধুৰী)**

☞ এখন কাকতৰ সঞ্জীৱনী বা মূল চালিকা শক্তি হ'ল— সেই কাকতখনৰ সাংবাদিকসকল। সেয়ে, এই দৃষ্টিকোণৰপৰা ক'বলৈ গ'লে, গণতন্ত্ৰক সুস্থ ৰূপত গঢ় দিয়াত সংবাদপত্ৰৰ গুৰু দায়িত্বৰ কথা যদি কোৱা হয় আৰু এই দায়িত্ব যদি অপৰিহাৰ্য বুলি ধৰা হয়, তেন্তে সংবাদপত্ৰই সেই দায়িত্ব পালন কৰিবলৈ হ'লে সুস্থ সাংবাদিকতাৰো একান্ত আৱশ্যক।

(উৎস, দৈনিক জনমভূমি ২৬ ডিচেম্বৰ, ২০০২ চন।) **(দেৱৰাজ)**

☞ অতীত আৰু বৰ্তমানৰ বাতৰিকাকতৰ প্ৰসংগত বাৰ্তাৰিকাকতৰ প্ৰকাশ ভংগীতো নতুনত্ব অহা কথাষাৰ সঁচা। সমাজখনলৈ যেতিয়া নতুনত্ব আহিছে বাতৰিকাকতলৈ নাহিব কিয় ? কিন্তু সাংবাদিকে যদি বাতৰিকাকতৰ গইনা লৈ দুৰ্নীতি

বা অনীতিত লিপ্ত হয়--- তেনেহ'লে সেয়া আমাৰ বাবে মংগলজনক কথা হ'ব নোৱাৰে। এই ক্ষেত্ৰতে বাতৰিকাকত কৰ্তৃপক্ষ কঠোৰ হ'ব লাগিব।

(উৎস, দৈনিক জনমভূমি।) **(কেশৱ শইকীয়া)**

☞ সম্পাদকীয় লিখিবৰ কাৰণে একোখন দৈনিক বাতৰিকাকতত কেইবাজনো মানুহ থাকিব লাগিব, একোজনে জানিবলগীয়া এটা বিষয় খুব ভালকৈ আৰু ইবিলাক বিষয়ৰ কাম চলাব পৰাকৈ। তাৰ উপৰি থাকিব লাগিব এটা ভাল লাইব্ৰেৰি আৰু সেইটো এনে ধৰণেৰে ৰাখিব লাগিব যাতে লাগ বুলিলে পাঁচ মিনিটৰ ভিতৰত একোটা বিষয়ৰ গোটেইখিনি নথি পাব পাৰি।

(উৎস,'দৈনিক অসম' কাকতৰ সোণালী জয়ন্তী অভিনন্দন-সংখ্যা, ২১ ডিছেম্বৰ, ১৯৮৮ চন) **(লক্ষ্মীনাথ ফুকন)** প্ৰতিষ্ঠাপক সম্পাদক, 'অসম ট্ৰিবিউন'।

☞ সংবাদ লেখা এটা কলা। কাকতৰ ঠাই কম, কম ঠাইত বেছি তথ্য প্ৰকাশ কৰা ইয়াৰ ঘাই লক্ষ্য। সেইবাবে দীঘল শব্দৰ ঠাইত চুটি শব্দ, দীঘল বাক্যৰ ঠাইত চুটি বাক্য, দীঘল অনুচ্ছেদৰ ঠাইত চুটি অনুচ্ছেদ বাতৰিকাকতৰ বাবে স্বৰ্গৰ আৰ্শীবাদ স্বৰূপ।

(উৎস,'সংবাদ সাহিত্যৰ এচেৰেঙা' গ্ৰন্থৰপৰা) **(ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য)**

☞ ... গ্ৰহণযোগ্যতাই হ'ল সংবাদপত্ৰৰ মূল সম্পদ। সংবাদপত্ৰ নিৰপেক্ষ হোৱাৰ চৰিত্ৰৰ হ'লেহে সকলোৱে গ্ৰহণ কৰি ল'ব। সংবাদপত্ৰ নিৰপেক্ষ হোৱাৰ উপৰি ইয়াত মানুহৰ মূল সমস্যাৰ কথা থাকিব লাগিব, জনসাধাৰণক সদায় সজাগ কৰি ৰাখিব লাগিব, প্ৰকৃত সত্যপথৰ সন্ধান ৰাইজক দিব লাগিব, গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰাখিব লাগিব আৰু সাম্প্ৰদায়িকতাৰ উৰ্ধ্বত থাকিব লাগিব।

(উৎস,'সংবাদ সাহিত্যৰ এচেৰেঙা' গ্ৰন্থৰপৰা) **(উপেন্দ্ৰ বৰকটকী)**

☞ **সংবাদসেৱা— শিশুসেৱা**

... জনজীৱনৰ প্ৰত্যেকখন ক্ষেত্ৰ দুৰ্নীতিয়ে ঢাকি পেলোৱা অৱস্থাত সংবাদ মাধ্যমৰ ক্ষেত্ৰখন বিচ্ছিন্ন বা insulate হৈ থাকে কেনেকৈ ? দেশখনৰ দুৰ্নীতি পৰায়ণ মানুহবোৰে পি.ডব্লিউ.ডি., টেক্স, ফৰেষ্ট, ছাপ্লাই, পুলিছ আদি বিভাগত সোমাব আৰু সংবাদসেৱা বিভাগলৈ কেৱল দুৰ্নীতিমুক্ত মানুহখিনিহে আহিব,--- এনেকুৱা হ'ব নোৱাৰে,---কাৰণ এনে হোৱাৰ কাৰণে কোনো প্ৰণালী বা প্ৰক্ৰিয়া নাই। বৰঞ্চ এটা বেদনাদায়ক অৱস্থাই সংবাদসেৱা বিভাগক সহায় কৰে বুলিহে আপত্তি কৰা হয়। সেই অৱস্থাটো হ'ল: অইন সকলো বিভাগৰ দুৰ্নীতিৰ কথা ছপাবলৈ সংবাদপত্ৰ আছে; কিন্তু সংবাদসেৱা দুৰ্নীতিৰ কথা ছপাবলৈ একো নাই ! ...

দুৰ্নীতিৰ গৰাহত থাকি ৰচনা কৰা সংবাদ দেশৰ জনসাধাৰণক পঢ়িবলৈ দিয়া হ'ব,---এনে কাণ্ড কেনে ভয়ংকৰ তাৰ বৰ্ণনা দিয়া সহজ নহয়; তাতকৈ কাণ্ডটোক শিশুৰে খোৱা গাখীৰত বিহ মিহলোৱাৰ লগত তুলনা কৰা হয়।

১৬-৩১ আগষ্ট, ১৯৯৪ (সম্পাদকীয়, 'প্ৰান্তিক')

☞ দুজন পূৰ্ণকালীন সাংবাদিকক গ্ৰেপ্তাৰ কৰাত সকলো সাংবাদিকৰে মনত আঘাত লগাতো স্বাভাৱিক। কিন্তু কোনো লোক আইনৰ উৰ্ধ্বত নহয়। সাংবাদিক, শিক্ষক, ৰাজপত্ৰিত বিষয়া, ৰাজনৈতিক নেতা আদি সকলোৰে কাৰণে আইন একেই। দোষ কৰিলে তেওঁলোকক ধৰা হ'বই।

সাংবাদিকে ৰজাৰপৰা খৰিভাৰীলৈকে সকলোৰে লগত সদ্ভাব, মিলা-প্ৰীতি ৰাখিব লাগিব— ভিতৰুৱা খবৰ বাহিৰ কৰিবলৈ...।

(উৎস--- 'প্ৰান্তিক', ১৬-২৯ ফেব্ৰুৱাৰি, ১৯৯২) (বদন বৰুৱা)

☞ ...। সাংবাদিকসকলে তেজপিয়াৰ দৰে নিজৰ মত আৰু পক্ষ সলনি কৰি থাকে। তেওঁলোকে এনে এটা ধাৰণা দিব খোজে যেন তেওঁলোকৰ একোটা দাম আছে আৰু সেই দামটো তেওঁলোকৰ পদমৰ্যাদা বা তেওঁলোকে কি পৰিৱেশন কৰে তাৰ গুৰুত্বৰ অনুপাতে সলনি হৈ থাকে। (কুলদীপ নায়াৰ)

☞ আমি পাঠকসকলৰ বাবে অতি দুখেৰে জনাওঁ যে আমাৰ বাবে কাকত এতিয়া অশুভ বাৰ্তাবহনকাৰী মাধ্যমৰ দৰেহে হৈ পৰিছে। খবৰ মানে হৈ পৰিছে মত প্ৰচাৰ- নিউজ নহয়, ভিউজ। গতিকে আমি খবৰটো পঢ়ি তাৰ তাৎপৰ্য অনুধাৱন কৰাৰ আগতেই কাকতবোৰে তেওঁলোকৰ সেই খবৰৰ তাৎপৰ্য আমাৰ মগজুত সুমুৱাই দিয়াৰ চেষ্টা কৰে। আমাৰ নিজস্বতা বোধহয় কম, গতিকে বিশেষ ক্ৰিটিকোল নাচাই এইবোৰ কথাই পৰম সত্য বুলি আমি লগে লগে গ্ৰহণ কৰি পেলাওঁ।

(উৎস---'আজি' ২৪ ছেপ্টেম্বৰ, ২০০২) (নিৰুপমা বৰগোহাঞি)

☞ মই সংবাদসেৱী নহওঁ, সংবাদপত্ৰৰ গতিপ্ৰকৃতিৰ জ্ঞান মোৰ নাই। কিন্তু সমাজত সুস্থ আৰু বলিষ্ঠ জনমত গঠন কৰাত যিসমূহ সংবাদপত্ৰ সততে নিষ্ঠাবান তেওঁলোকৰ কথাবোৰ মই বৰ আগ্ৰহেৰে পঢ়োঁ।

(উৎস— 'দৈনিক জনমভূমি'ৰ গুৱাহাটী সংস্কৰণত উপলক্ষে প্ৰকাশিত পৰিপূৰিকাৰপৰা) ১৫ মাৰ্চ, ২০০১) (কেশৱ মহন্ত)

☞ এই বৃত্তিৰ কামবোৰ দায়িত্বসহকাৰে পালন কৰিবলৈ হ'লে যথেষ্ট পৰিমাণৰ সৎসাহস, আত্মপ্ৰত্যয়, কষ্ট-সহিষ্ণুতা, আলোক সন্ধানী জ্ঞানৰ অধিকাৰী আৰু সু-বিবেচক হোৱাৰ দৰকাৰ বুলি মই বিশ্বাস কৰোঁ। নানান প্ৰতিকূল পৰিৱেশৰ মাজতো খবৰ সংগ্ৰহ কৰি মাৰ্জিত অথচ নিটোল ৰূপ দিয়া বাতৰি, প্ৰতিবেদন আদি বাতৰিকাকত পৃষ্ঠাতে পঢ়ি নিজেই কেতিয়াবা ৰোমাঞ্চিত হৈ উঠোঁ।

(উৎস---'আমাৰ অসম' ৬ জানুৱাৰি, ১৯৯৮) (ৰাতুল ভট্টাচাৰ্য)

☞ বাতৰিকাকত হ'ল সমাজৰ পথ-প্ৰদৰ্শক আৰু দুৰ্নীতিৰ বিৰুদ্ধে অতন্দ্ৰ চোকা প্ৰহৰী। আকৌ বাতৰিকাকতেই হ'ল গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ। বাতৰিকাকতৰ লগত জড়িত ব্যক্তিসকল নিকা আৰু নৈতিক চৰিত্ৰৰে মহীয়ান হৈ বিতৰ্কৰপৰা দূৰত অৱস্থান কৰিব লাগে। এয়া হ'ল সাধাৰণ ধৰ্ম সংবাদপত্ৰ আৰু সাংবাদিকতাৰ। তেনে ক্ষেত্ৰত যদি বাতৰিকাকত নিজে বিতৰ্কিত সংবাদৰ সংবাদ হয় তেতিয়া তাৰ ধৰ্ম ভ্ৰষ্ট হ'ব।

(উৎস— 'আজি' ৪ মে, ২০০২) **(দীপক কুমাৰ গোস্বামী)**

☞ ... সংবাদ মাধ্যমত জড়িত ব্যক্তিসকলৰ মাজতেই এক বৌদ্ধিক আন্দোলনৰ প্ৰয়োজন হৈছে। অসমত বৰ্তমান সাংবাদিক আৰু সংবাদপত্ৰৰ পৰিমাণ বৃদ্ধি পাইছে যদিও গুণগত মান বৃদ্ধি পোৱা নাই। কিন্তু প্ৰয়োজন হৈছে গুণগত মানৰ বিকাশহে, পৰিমাণৰ বৃদ্ধি নহয়। ৰাজ্যখনৰ সকলো স্তৰতে সোমাই পৰা অৱক্ষয় অন্ততঃ সংবাদ মাধ্যমৰপৰা আঁতৰ কৰা অতি প্ৰয়োজন। কিয়নো সংবাদ মাধ্যমৰ সুস্থ বিকাশৰ ওপৰতেই ৰাজ্যখনৰ ভৱিষ্যতো বহু পৰিমাণে নিৰ্ভৰ কৰে।

(উৎস— 'আজি' ৪ মে, ২০০২) **(দেৱজিত ফুকন)**

☞ এগৰাকী সচেতন নাগৰিক হিচাপে মই অন্তৰেৰে উপলব্ধি কৰিছোঁ যে সাম্প্ৰতিক কালত সাংবাদিকতাৰ বাবে পৰিশীলন পাঠ্যক্ৰম (ৰিফ্ৰেচাৰ কৰ্ছ) অত্যন্ত প্ৰয়োজন হৈছে। দেশ আৰু সমাজৰ জীৱনধাৰাক শুদ্ধ পথেৰে পৰিচালিত কৰাত থকা সাংবাদিকৰ মহান দায়িত্বৰ কথা আজিৰ বেছিভাগ সাংবাদিকেই বুজি পোৱা নাই...। বেছিভাগ সংবাদপত্ৰতে ভুল বাতৰি, অতিৰঞ্জিত বাতৰি, উদ্দেশ্য প্ৰণোদিত বাতৰি ঠাহ খাই আছে।........

সাম্প্ৰতিক কালত একাংশ সাংবাদিকে দেখুওৱা চূড়ান্ত দায়িত্বজ্ঞানহীনতাই সাংবাদিকতাৰ প্ৰকৃতি সম্পৰ্কে থকা তেওঁলোকৰ অজ্ঞতাৰ কথাকে সূচায়। দিনৰ পিছত দিন ধৰি অতিৰঞ্জিত, মিছা আৰু কুৰুচিপূৰ্ণ সংবাদে আমাৰ সহনশীলতাৰ সীমা অতিক্ৰম কৰিছে। আমাৰ বোধেৰে একোটি পৰিশীলন পাঠ্যক্ৰমৰদ্বাৰা এচাম সাংবাদিকক পৰিশীলন কৰা উচিত, নহ'লে অদূৰ ভৱিষ্যতে অৱস্থা ভয়াৱহ হ'ব। নগৈ গড়গাঁৱৰ বাতৰি দিয়া কাৰ্য আৰু শান্ত পৰিৱেশৰ মাজত ফিৰিঙতি সিঁচিবলৈ কৰা প্ৰচেষ্টা ক্ষমাৰ অযোগ্য। সাংবাদিকসকলে সাংবাদিকতা বৃত্তিৰ মৰ্যাদা ৰাখিবলৈ শিকক।

উৎস— ('আমাৰ অসম' ৪ ডিচেম্বৰ, ২০০৩ৰ 'সম্পাদকলৈ চিঠি' শিতানৰপৰা উদ্ধৃত।) **(কৰবী ডেকা হাজৰিকা)** ডিব্ৰুগড়।

☞ বাতৰিকাকতৰ লগত জড়িত ব্যক্তিসকলে উপলব্ধি কৰিব লাগিব বাতৰিকাকত মানেই কেৱল ৰাজনীতিৰ ৰমৰমীয়া খবৰ, কোনো ব্যক্তিৰ ব্যক্তিগত বা সামাজিক জীৱনৰ কেলেংকাৰীৰ গৰম খবৰ নহয়। বাতৰিকাকত এখন সমাজৰ সকলো পৰ্যায়ৰ লোকৰ প্ৰতি এক দায়িত্ব আৰু দায়বদ্ধতা আছে। আটাইতকৈ বেছি দায়বদ্ধতা আছে আমাৰ উঠি অহা প্ৰজন্মৰ প্ৰতি, ভৱিষ্যতৰ জখলাত সফলতাৰে আৰোহণ কৰাৰ ক্ষেত্ৰত, নিজকে

একোজন সু-নাগৰিক হিচাবে প্ৰতিষ্ঠা কৰাৰ যাত্ৰাত উঠি অহা ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতীসকলৰ বাবে বাতৰিকাকতসমূহে এক অভিজ্ঞ সংগী বা গাইডৰ ভূমিকা পালন কৰিব পাৰে।

উৎস— (সদৌ অসম সাংবাদিক সন্থাৰ ৭ম দ্বি-বাৰ্ষিক নাজিৰা অধিৱেশন '০৪ৰ স্মৃতিগ্ৰন্থ 'সংবাদ-সুঁৰভি'ৰ প্ৰবন্ধৰপৰা উদ্ধৃত।) **(কাজল শইকীয়া)**

☞ আমি এইটোহে আশা কৰাটো বাস্তৱসন্মত হ'ব যে সংবাদপত্ৰৰ ক্ষমতাৰ সুবিধা লৈ যাতে কোনো সংবাদকৰ্মীয়ে দুৰ্নীতি কৰিব নোৱাৰে কিম্বা তৰুণ লেখকৰ ভাবগধুৰ আৰু নিখুঁত সৃষ্টিক পতনুৱা বুলি অস্বীকাৰ কৰিব নোৱাৰে।

উৎস—('দৈনিক জনসাধাৰণ' ১১ জানুৱাৰি '০৪ৰ সম্পাদকীয় পৃষ্ঠাৰপৰা উদ্ধৃত।) **(সুভাষ বৰ্মন)**

☞ গণতন্ত্ৰক শক্তিশালী কৰাৰ দায়িত্বত থকা বাতৰিকাকত নিজে শক্তিশালী হ'ব লাগিব। এই শক্তি আহৰণৰ ঘাই গুণ হ'ল সহনশীলতা, উদাৰ গণতান্ত্ৰিক মানৱীয় ভাবনা। নিজৰ দৰ্বলতা নুবুজিলে শক্তি আহৰণ অসম্ভৱ। নিষ্ঠা আৰু সততাৰে আগবাঢ়িব নোৱাৰিলে ভুলৰ সম্ভাৱনাই বেছি।

উৎস— ('দৈনিক জনমভূমি' ১১ জানুৱাৰি, ২০০৪ৰ সম্পাদকীয় পৃষ্ঠাৰ প্ৰবন্ধৰপৰা উদ্ধৃত।) **(হেমন্ত বৰ্মন)** সম্পাদক, দৈনিক জনমভূমি।

☞ বাতৰিকাকত এখন নিজৰ পাঠকৰ প্ৰতি দায়বদ্ধতা হোৱা উচিত। এই দায়বদ্ধতা পালন কৰোঁতে বাতকিকাকতখনে মনত ৰখা উচিত যে তেওঁলোকৰ অত্যুৎসাহে যাতে পাঠকক ভুল পথে পৰিচালিত নকৰে। বাতৰিকাকত এখন পাঠকৰ প্ৰতি দায়বদ্ধহে, পাঠকৰ মাতব্বৰ নহয়। গতিকে বাতৰিকাকত এখনে নিজৰ ৰাজনৈতিক অভীষ্ট সিদ্ধিৰ বাবে পাঠকক একপক্ষীয় প্ৰচাৰৰ দ্বাৰা বিভ্ৰান্ত কৰাটো অন্ততঃ সৎ সাংবাদিকতা বুলিব নোৱাৰি।

উৎস— ১ মে '০৪ **('দৈনিক জনসাধাৰণ'ৰ সম্পাদকীয়ৰপৰা)**

☞ সংবাদপত্ৰ আৰু সংবাদসেৱাক ৰাইজে গভীৰ শ্ৰদ্ধাৰে আজিও চাই আছে। এই শ্ৰদ্ধা অটুট ৰখাৰ দায়িত্ব সংবাদসেৱীসকলৰ। বাতৰি প্ৰেৰণ কৰি সমাজত আৱেগৰ বতাহ গৰম কৰা, Sensation সৃষ্টি কৰাই সংবাদসেৱীসকলৰ উদ্দেশ্য হ'ব নালাগে। অনাগত সমাজত অখণ্ড প্ৰভাব পেলাব পৰা একোটা বাতৰি প্ৰয়োজন সাপেক্ষে বৰ্জন কৰাই প্ৰয়োজন।

উৎস— (সদৌ অসম সাংবাদিক সন্থাৰ ৭ম দ্বি-বাৰ্ষিক নাজিৰা অধিৱেশন '০৪ৰ স্মৃতিগ্ৰন্থ 'সংবাদ-সুঁৰভি'ৰ প্ৰবন্ধৰপৰা উদ্ধৃত।) **(ডাঃ অজিত বৰুৱা)**

...বাতৰিকাকতত ওলোৱা লেখাবোৰ সাহিত্যিক গৱেষণাৰ বাবে নহয়, সেইবোৰ সৰ্বসাধাৰণৰ বাবে। গতিকে বাতৰিকাকতৰ ভাষা হোৱা উচিত সহজ-সৰল, দুৰ্বোধ্যতামুক্ত।

'দৈনিক জনমভূমি'ৰ ৩৫ বছৰত ভৰি দিয়া উপলক্ষে প্ৰকাশ পোৱা বিশেষ সংখ্যাৰপৰা উদ্ধৃত, ১ জুন ২০০৬ —ড° শিৱনাথ বৰ্মন

...সংবাদপত্ৰই সমাজিক চৰ্চা নিৰ্ণয় কৰে আৰু গঢ় দিয়ে। সংবাদপত্ৰই অক্ষমতা আৰু ভ্ৰষ্টাচাৰ দাঙি ধৰিলেও চাৰ্বাকবাদ আৰু দোষ খোঁচৰা চৰিত্ৰ পৰিত্যাগ কৰিব লাগিব। দায়বদ্ধ সাংবাদিকতাৰ চাৰিসীমাৰ ভিতৰত থাকিও সংবাদপত্ৰই স্বচ্ছতা আৰু দায়বদ্ধতা নিশ্চিত কৰিব পাৰে।

'গুৱাহাটীত কমলকুমাৰী ৰাষ্ট্ৰীয় বঁটা প্ৰদান অনুষ্ঠানত দিয়া ভাষণৰপৰা উদ্ধৃত।

—বি.জি. ভাৰ্গিজ
মেগছেছে বঁটা বিজয়ী সাংবাদিক

...সাংবাদিকতাৰ ভাষা হ'ব লাগে মৃদু আৰু সাহিত্যগন্ধী, ফৰাছী সুগন্ধীৰ দৰে। সংবাদক জলাঞ্জলি নিদিয়াকৈ ভাষাৰ গদা বেছি ঘূৰালেও সংবাদ নষ্ট হয়।...বাতৰিকাকতৰ ধৰ্ম হৈছে—সঁচা তথ্য প্ৰদান কৰা, মিথ্যাচাৰৰপৰা বিৰত থকা।

'উ.পূ. গ্ৰন্থমেলাত 'বাতৰিকাকত' সম্পৰ্কীয় আলোচনাত আগবঢ়োৱা বক্তব্যৰপৰা উদ্ধৃত, ৩ ডিছেম্বৰ, '০২।

—অশোক দাশগুপ্ত
সম্পাদক, 'আজকল'

একোজন সংবাদদাতাৰ বাবে নিৰপেক্ষতা, সত্যনিষ্ঠা, ভাষা-সাহিত্যৰ জ্ঞান, দায়বদ্ধতা, চাঞ্চল্য আৰু উত্তেজনা পৰিহাৰ কৰিব পৰা, সকলোৰে কথা শুনা, কিন্তু কাৰোদ্বাৰা প্ৰভাৱিত নোহোৱাৰ গুণ, সততা, নিষ্ঠা, সমাজচেতনা, জাতীয়তাবোধ, দেশপ্ৰেম, মানৱতাবাদ আদি মহান গুণবোৰ অপৰিহাৰ্য যদিও নৱীনচাম সাংবাদিকৰ বহুতৰে এনেবোৰ বিষয় দকৈ ভাবিবলৈ সময় নাই।

দৈনিক জনমভূমিৰ ২১ ফেব্ৰুৱাৰি, '০৩ সংখ্যাৰ প্ৰবন্ধৰপৰা উদ্ধৃত।

—প্ৰাঞ্জল ৰাজগুৰু

***

পৰিশিষ্ট

(ক)

# সাংবাদিকতাৰ শব্দ ভাণ্ডাৰ আৰু অৰ্থ

**এ বি চি (ABC):** ইয়াৰ অৰ্থ হৈছে অডিট ব্যুৰো অব চাৰ্কুলেছন। ই এটা কেন্দ্ৰীয় সংস্থা। ভাৰতৰ বিভিন্ন সংবাদ-পত্ৰ আৰু পত্ৰিকাৰ প্ৰচাৰ সংখ্যাৰ সত্যতা নিৰ্ধাৰণ তথা ইয়াক প্ৰচাৰ কৰাই এই সংস্থাৰ মূল দায়িত্ব। অডিট ব্যুৰো অব চাৰ্কুলেছনৰ ছমহীয়া প্ৰতিবেদন বা ৰিপ'টৰ ভিত্তিত বিভিন্ন পত্ৰ-পত্ৰিকাৰ বিজ্ঞাপন পোৱাৰ যোগ্যতা নিৰ্ধাৰিত হয়।

**এড (Ad) :** ইয়াৰ সম্পূৰ্ণ অৰ্থ হ'ল এডভাৰটাইজমেণ্ট (Advertisement) বা বিজ্ঞাপন। ইয়াক সংক্ষেপত এড বুলি কোৱা হয়।

**এড (Add):** ইয়াৰ অৰ্থ হ'ল এডিছন। অৰ্থাৎ সংযোজন। কোনো সংবাদৰ লগত আৰু খবৰ সংযোগ কৰাৰ ক্ষেত্ৰত এই সাংকেতিক শব্দ প্ৰয়োগ কৰা হয়।

**এডভান্স (Advance):** যিটো খবৰ ঘটাৰ পূৰ্বেই পোৱা যায় তাকেই সাংবাদিকতাৰ জগতত এডভান্স নামেৰে জনা যায়। গণতন্ত্ৰ দিৱস উপলক্ষে ৰাষ্ট্ৰপতিয়ে দিব লগা ভাষণৰ কপি সংবাদ মাধ্যমে আগতেই পাব পৰাৰ ব্যৱস্থা কৰা হয়।

**এগেট (Agate):** বিজ্ঞাপনত ব্যৱহৃত একক। এগেট মানে ৫ ১/২ পইণ্টৰ টাইপ ১৪ এগেট লাইন মানে এক কলম ইঞ্চি।

**এলাইনমেণ্ট (Allignment) :** সংবাদ পত্ৰৰ এটা কলম।

**এংগোল (Angle) :** কোনো খবৰৰ বিশেষ দৃষ্টিকোণক এংগোল বোলা হয়।

**এ এন পি এ (A.N.P.A.):** আমেৰিকান নিউজ পেপাৰ পাব্লিচাৰ্চ এছ'ছিয়েছন।

**এ পি(A.P.):** এছ'ছিয়েটেড পেছ। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বৃহত্তম সংবাদ সৰবৰাহকাৰী প্ৰতিষ্ঠান বা নিউজ এজেন্সি।

**এ পি এম ই (A.P.M.E.) :** এছ'ছিয়েটেড পেছ মেনেজিং এডিটৰছ।

**আৰ্টৱৰ্ক (Artwork) :** সংবাদ-পত্ৰত প্ৰকাশিত ছবি, ৰেখাচিত্ৰ, ফটো আদিৰ সু-সজ্জিত ৰূপদান। বিশেষকৈ বিজ্ঞাপনৰ ক্ষেত্ৰত ই বেছি প্ৰচলিত।

**এষ্টাৰিস্ক (Asterisk) :** তৰা (*) চিন। সংবাদ লেখাৰ সময়ত বাদ যোৱা অংশটি অন্য পৃষ্ঠালৈ নি লিখিলে এই সংকেত চিন ব্যৱহাৰ কৰি কোনো বাদ পৰা অংশ চোৱা-লেখা হোৱাৰ কথাটো বুজোৱা হয়।

**এচাইনমেণ্ট (Asignment) :** সাংবাদিকৰ দৈনন্দিন কামৰ দায়িত্বকে এচাইনমেণ্ট বোলা হয়।

**বেংক (Bank):** বহুতল বিশিষ্ট সংবাদ শিৰোনামাৰ একো একোটি তল। ইয়াক ডেক বুলিও কোৱা হয়।

**বেনাৰ (Banner) :** সংবাদ-পত্ৰৰ প্ৰথম পৃষ্ঠাৰ সকলো কলমক সামৰি সংবাদ শিৰোনামা দিলে তাক বেনাৰ বুলি কোৱা হয়। ইয়াক ষ্ট্ৰিমাৰ (Streamer) বুলিও কোৱা হয়।

**বিট(Beat):** সংবাদ সংগ্ৰহৰ বাবে বিশেষ গুৰুত্বপূৰ্ণ কাৰ্যালয় বা অঞ্চল। এই ঠাইসমূহত প্ৰত্যেক দিনেই খবৰ পোৱা যায়। প্ৰতিদিনেই ইয়ালৈ সাংবাদিক পঠিয়াব লাগে। পশ্চিমবংগৰ ৰাইটাৰ্স বিল্ডিং, গুৱাহাটীৰ দিছপুৰত থকা জনতা ভৱন বা সচিবালয় আদি। যিসকল সাংবাদিকে এই নিৰ্দিষ্ট কামখিনি

কৰি থাকে। তেওঁলোকক বিট ৰিপ'টাৰ বুলি কোৱা হয়। একান্ত নিজস্ব সংবাদক বিট বোলা হয়। এই ক্ষেত্ৰত অন্যান্য সাংবাদিকক তেনে সংবাদ সংগ্ৰহ কৰিব নোৱাৰাৰ বাবে পৰাজিত কৰা বুলি ধৰা হয়।

**বডি (Body):** সংবাদ শৰীৰ। অৰ্থাৎ শিৰোনামাৰপৰা ইন্ট্ৰো বা সূচনা। তাৰ পিছতেই আহে সংবাদৰ বিস্তাৰ।

**বক্স (Box):** চাৰিও দিশে লাইনেৰে বন্ধ কৰি কোনো গুৰুত্বপূৰ্ণ সংবাদ প্ৰকাশ কৰা। বাতৰিকাকতৰ যিকোনো বা উল্লেখযোগ্য পৃষ্ঠাত এনে কোনো বাতৰি পাঠকৰ দৃষ্টি আকৰ্ষণৰ বাবে এই পদ্ধতি ব্যৱহাৰ কৰা হয়।

**ব্লেক এণ্ড হোৱাইট (Black and White):** কেৱল কলা-বগা ছবি বা ছপা কৰিব লগা বিষয়।

**বিবিচি (BBC):** ব্ৰিটিছ্ ব্ৰডকাষ্টিং কৰ্পোৰেছন।

**বল্ড (Bold) বা BF(Bold Face) :** মোটা দাগৰ হৰফ। সম্পাদনা বিভাগত বহুল ব্যৱহৃত সাংকেতিক শব্দ।

**ব্লিড (Bleed):** সংবাদপত্ৰৰ একেবাৰে দাতিৰ অংশত বহুওৱা ছবি বা বিজ্ঞাপন।

**বুলডাগ (Bulldog):** কোনো সংবাদ-পত্ৰৰ প্ৰথম সংস্কৰণ।

**ব্লাৰ্ব (Blurb):** প্ৰচাৰমূলক উপাদান। কোনো কোনো সংবাদ বা উপ-সম্পাদকীয় প্ৰবন্ধ বা ফিচাৰৰ বিশেষ অংশৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণৰ বাবে ইয়াক মাজত ডাঙৰকৈ তুলি দিয়া হয়। ইয়াক ব্লাৰ্ব বোলা হয়।

**বয়ল ডাউন (Boil Down):** সংবাদক চমুকৈ লিখাৰ বাবে নিৰ্দেশ দিয়াকে বয়ল ডাউন বোলা হয়।

**বৰ্ডাৰ (Border):** কোনো সংবাদ বা বিজ্ঞাপনৰ মাৰ্জিন।

**ব্ৰেক (Break):** সংবাদ লিখিবলৈ আৰম্ভ কৰা সময়।

**বুলেটিন (Bulletin):** খুব ডাঙৰ খবৰৰ সংক্ষিপ্ত বাৰ্তা। ৰেডিঅ' বা টেলিভিছনৰ খবৰক বুলেটিন বুলি কোৱা হয়।

**বাই লাইন (Byline):** কোনো সংবাদ বা সমজাতীয় লেখা কেতিয়াবা কেতিয়াবা লেখকৰ নামসহ প্ৰকাশ কৰা। ইয়াক বাইলাইন বোলা হয়।

**ব্ৰিফ (Brief):** চমু পৰিসৰৰ খবৰ। কোনো খবৰৰ বিষয়ে ধ্যান-ধাৰণা তৈয়াৰ কৰি দিয়া বা সংবাদ সংগ্ৰহৰ পিছত সাংবাদিকৰপৰা সংক্ষিপ্ত ৰূপত শুনি লোৱাকে ব্ৰিফ বোলা হয়।

**ব্ৰডচিট (Broad Sheet):** বহুল পৰিসৰৰ সংবাদ-পত্ৰ। সৰু আকাৰৰ সংবাদ-পত্ৰক টেবলয়ড (Tabloid) বোলা হয়।

**কেপ্‌ছ (Caps):** ইংৰাজী ৰৰফলা বৰ্ণক চমুকৈ Caps বুলি কোৱা হয়।

**এল চি (LC):** ইংৰাজী সৰুফলাৰ বৰ্ণ বা আখৰ।

**কেপচন (Caption):** কোনো ফটো, ছবি বা কাৰ্টুনৰ পৰিচয়মূলক সংবাদ।

**ছেন্টাৰ স্প্ৰেড (Centre Spread):** সংবাদ-পত্ৰ বা পত্ৰিকাৰ ভিতৰৰ মুখামুখি দৃষ্টি-পৃষ্ঠা।

**কাৰব্ৰো (Carbro):** ৰঙীন ছবি।

**ক্লিন কপি (Clean Copy):** নিৰ্ভুল লেখা বা ভালকৈ সম্পাদিত লেখা।

**কপি (Copy):** যিকোনো লিখিত সংবাদকেই কপি বুলি কোৱা হয়।

**কপি ডেস্ক(Copy Desk):** সংবাদ সম্পাদনা বিভাগকেই কপি ডেস্ক বোলা হয়।

**কপি এডিটৰছ (Copy Editors):** ছাব-এডিটৰ বা খবৰ সম্পাদকৰ কপিক কপি এডিটৰ বুলি কোৱা হয়।

**কপি হোল্ডাৰ(Copy Holder):** কোনো সংবাদৰ প্ৰুফ বিডিঙৰ সময়ত এজনে মূল লেখাটি মিলাই চাব লাগে। আন এজনে প্ৰুফ শুধৰায়। যিজনে লেখা মিলাই চাই তেওঁক কোৱা হয় কপি হোল্ডাৰ।

**কৰেছপণ্ডেণ্ট (Correspondent)**: নগৰৰ বাহিৰত থকা কৰ্মৰত সাংবাদিক।
**ক্লিপিং (Clipping)**: সংবাদপত্ৰৰপৰা বিশেষ অংশ কাটি ৰখা অংশ; যাক সহায়ক ৰূপত হিচাপে কামত লগোৱা হয়।
**কেচলাইন(Catchline)**: সংবাদৰ পৰিচয়বাহী শব্দ বা বাক্য। সাংবাদিকসকলে খবৰটো প্ৰাথমিক পৰিচয়ৰ বাবে সংবাদৰ শীৰ্ষত এই শব্দ বা বাক্যবোৰ ব্যৱহাৰ কৰে।
**কভাৰ(Cover)**: সংবাদ সংগ্ৰহৰ কাৰিকৰী নাম কভাৰ।
**ক্ৰেডিট লাইন(Credit Line)**: কোনো ফটো, ছবি, কাৰ্টুন বা সংবাদ স্ৰষ্টাৰ পৰিচয়। ইয়াক মৰ্যাদা দানৰ প্ৰতীক হিচাপে ধৰা হয়।
**কাব(Cub)**: প্ৰশিক্ষণৰত সাংবাদিক।
**ক্ৰপ(Crop)**: কোনো এখন ফটোৰ কোনো এক অংশ বাদ দিয়া বা সৰু কৰা।
**ক্ৰচ হেড(Cross Head)**: সৰু মাপৰ আখৰৰ শিৰোনামা, যাক মূল শিৰোনামাৰ তলত অতিৰিক্ত শিৰোনামা হিচাপে ব্যৱহৃত হয়।
**কাট-অফ(Cut-Off)**: লাইন টানি দুটা কলমক বিভক্ত কৰা।
**কাৰ্টেন ৰেজাৰ (Curtain raiser)**: কোনো ঘোষিত বা পূৰ্ব নিৰ্ধাৰিত খবৰৰ আগতীয়া খবৰ।
**ডেটলাইন (Date lines)**: যি অঞ্চলৰপৰা সংবাদ পঠোৱা হৈছে সেই অঞ্চলৰ উল্লেখ। কেতিয়াবা অঞ্চলৰ নাম পিছত সংবাদ পঠোৱাৰ তাৰিখো উল্লেখ কৰা হয়। যেনে- *গুৱাহাটী, ১ নৱেম্বৰ: মুখ্যমন্ত্ৰীয়ে আজি...।*
**ডেডলাইন (Deadline)**: কোনো সংবাদপত্ৰৰ কোনো সংস্কৰণৰ বাবে সংবাদ গ্ৰহণৰ শেষ সময়। নিৰ্ধাৰিত সময়ৰ পিছত খুব ডাঙৰ খবৰ বা সংবাদৰ বাহিৰে আন খবৰ লোৱা নহয়।
**ডি/চি(D/C)**: ডবল কলমৰ সংবাদ বা ছবি বিজ্ঞাপন।
**ডেস্ক (Desk)**: উপ-সম্পাদকৰ বিভাগ বা বাৰ্তা বিভাগ।
**ডেস্ক মেন(Desk Man)**: বাৰ্তা বিভাগৰ দায়িত্বশীল সম্পাদক।
**ডোপ(Drop)**: কোনো খবৰৰ মাজত লুকাই থকা অন্তৰ্নিহিত সংবাদ বা অভ্যন্তৰৰ কাহিনী।
**ডামি(Dummy)**: সংবাদপত্ৰ বা পত্ৰিকাৰ পৃষ্ঠা সজোৱাৰ খচৰা। বাৰ্তা-সম্পাদকৰ এই খচৰাৰ ভিত্তিত সংবাদ পত্ৰৰ পৃষ্ঠা সজোৱা হয়।
**ড্ৰপ লেটাৰ (Drop Letter)**: কোনো ৰচনাৰ প্ৰথম লাইনৰ প্ৰথম আখৰটো কেতিয়াবা ডাঙৰ আকাৰত ছপা হয়। পাঠকৰ দৃষ্টি আকৰ্ষণ আৰু সংবাদসজ্জাৰ প্ৰয়োজনত ব্যৱহৃত এই সজ্জাক ড্ৰপ লেটাৰ বুলি কোৱা হয়।
**ডিউপ(Dupe)**: কোনো সংবাদৰ কাৰ্বন কপি।
**ডেক(Deck)**: শিৰোনামাৰ তল। এক বা একাধিক লাইন সজ্জিত শিৰোনামাৰ প্ৰতিটো তলক ডেক বোলা হয়।
**ডিচপ্লে এড (Display Ad)**: চিত্ৰ, ফটো বা ৰেখাচিত্ৰ সহকাৰে সজোৱা ডাঙৰ আকাৰৰ বিজ্ঞাপন।
**ড্ৰপ হেডলাইন(Drop Headline)**: এক প্ৰকাৰ শিৰোনামা। শিৰোনামাৰ প্ৰথম লাইনটো বাহিৰৰপৰা আৰম্ভ হয়। পিছৰ লাইনটো আৰম্ভ হয় বাহিৰৰপৰাই, কিন্তু প্ৰথম লাইনটোৰপৰা আঁতৰি আহি।
**ইয়াৰ্ছ (Ears)**: সংবাদপত্ৰৰ প্ৰথম পৃষ্ঠাৰ নামৰ দুয়োকাষে ফাঁক থকা ঠাই। সাধাৰণতে এই দুই ঠাইত বিজ্ঞাপন প্ৰকাশিত হয় যদিও পাশ্চাত্যত এই ঠাইত উল্লেখযোগ্য খবৰ বা সংস্কৰণৰ নাম আদি প্ৰকাশিত হয়। বৰ্তমান এই ধাৰা স্থানীয় কাকতসমূহতো প্ৰচলন কৰা হৈছে।
**এডিচন(Edition)**: সংবাদপত্ৰৰ সংশোধিত সংস্কৰণ।
**এডিট'ৰিয়েল(Editorial)**: সম্পাদকীয়। কোনো সমসাময়িক সংবাদৰ ওপৰত সম্পাদকৰ

মতামত। এই বিষয়ে সম্পাদকীয় পৃষ্ঠাত প্ৰকাশ হয়।

**ই.এম.(E.M):** টাইপৰ আকাৰ, চাইজ। সাধাৰণ ১/৬ বা ১২ পইন্ট জোখৰ টাইপক ই এম বা এম বুলি কোৱা হয়।

**ই.এন.(E.N):** ই এন বা এম-ৰ অৰ্ধাংশ জোখৰ।

**এমবাৰ্গো(Eambargo):** কোনো খবৰ, প্ৰবন্ধ, প্ৰতিবেদন বা ছবি প্ৰকাশৰ বাবে সময়, দিন, তাৰিখ বান্ধি দিয়া। ইয়াক মানি চলাতো বাধ্যতামূলক।

**এক্সক্লুচিভ(Exclusive):** এখন সংবাদপত্ৰৰ নিজস্ব খবৰ। যিটো আন কোনো সংবাদপত্ৰত প্ৰকাশ হোৱা নাই। খবৰটো চাঞ্চল্যকৰ হয়।

**ফাইল(File):** ফেক্স বা তাঁৰাবাৰ্তাৰ যোগেদি খবৰ পঠোৱা।

**ফিলাৰ(Filler):** ঠাই পূৰ কৰা। সংবাদপত্ৰৰ কোনো সৰু অংশক পৰিৱেশন হোৱা সৰু খবৰ।

**ফ্লেছ(Flash):** সংবাদ এজেন্সিত প্ৰয়োগ হোৱা সংকেত বিশেষ। খুব গুৰুত্বপূৰ্ণ খবৰ পঠিওৱাৰ সময়ত এজেন্সি বাৰ্তা সম্পাদকৰ দৃষ্টি আকৰ্ষণৰ বাবে অতি সংক্ষেপে মূল খবৰটো টেলিপ্ৰিণ্টাৰত পঠিয়াই দিয়া। সংবাদটোৰ ওপৰত FLASH শব্দটি লিখা হয়।

**ফলিঅ'(Folio):** পৃষ্ঠাসংখ্যা বা সংবাদপত্ৰৰ নামৰ ছপা অংশ।

**ফল'আপ(Follow up):** কোনো সমসাময়িক খবৰক অনুসৰণ কৰি সংগৃহীত কৰা নতুন খবৰ।

**ফ'ল্ড(Fold):** সংবাদপত্ৰ সাধাৰণতে দুভাগত ভাঁজ কৰা হয়। এই ভাঁজটোকেই কোৱা হয় ফ'ল্ড। ওপৰৰ অংশক আপাৰ ফ'ল্ড আৰু তলৰ অংশক ল'ৱাৰ ফ'ল্ড বুলি কোৱা হয়।

**ফণ্ট বা ফেচ্ (Font or Face):** টাইপৰ সন্মুখভাগৰ ষ্টাইল বা ধৰণ।

**ফ্লেগ (Flag):** প্ৰথম পৃষ্ঠাৰ ছপা সংবাদপত্ৰৰ নাম আৰু তাৰিখৰ অংশ।

**ফাজ(Fudge):** সংবাদপত্ৰৰ প্ৰথম বা শেষ পৃষ্ঠাৰ সৰ্বশেষ গুৰুত্বপূৰ্ণ খবৰৰ অংশ।

**ফিউচাৰস(Furures)'** ভৱিষ্যত খবৰ......

**গেলি প্ৰুফ(Gally Proof):** সংবাদপত্ৰৰ কলমৰ জোখত কম্প'জ কৰা সংবাদৰ কপি।

**গ্লসি(Glossy):** কাগজ অথবা ফটোৰ চকচকীয়া প্ৰিণ্ট।

**হাউছ ষ্টাইল(House Style):** সংবাদপত্ৰৰ নিজস্ব ৰচনা-ৰীতি।

**হেণ্ড আউট (Hand Out):** লিখিত প্ৰচাৰ-পত্ৰ। বিভিন্ন সংস্থাৰদ্বাৰা প্ৰচাৰৰ বাবে সংবাদ ৰূপত পৰিৱেশিত প্ৰচাৰ-পত্ৰ সংবাদপত্ৰলৈ পঠোৱা।

**হেড(Head):** শিৰোনামা।

**হাফষ্টিক (Half Stick):** আধা কলম।

**হ'ল্ড অভাৰ (Hold Over):** সংবাদপত্ৰৰ কোনো কপি ভৱিষ্যতে ছপাৰ বাবে সংগ্ৰহ কৰি ৰখা। ইয়াক Wait Order বা H.O. ও বোলা হয়।

**ইনডেণ্ট (Indent):** কোনো কলমৰ বাহিৰৰ মাৰ্জিনৰপৰা অলপ এৰি ব্যৱহাৰ কৰা অনুচ্ছেদ।

**ইনচাৰ্ট (Ensert):** কোনো খবৰৰ মাজত অন্য খবৰ সুমুৱাই দিয়া।

**ইটালিক্স (Italics):** এক প্ৰকাৰৰ সামান্য ভাঁজকৈ টাইপ কৰা বৰ্ণমালা।

**ইণ্ট্ৰো (Intro):** সংবাদৰ সূচনা; কোনো বাতৰি বা প্ৰতিবেদনৰ যিটো একেবাৰে আৰম্ভণি অংশ তাক ইণ্ট্ৰো বুলি কোৱা হয়।

**জাম্প(Jump):** এটা পৃষ্ঠাৰপৰা অন্য পৃষ্ঠালৈ সংবাদৰ ধাৰাবাহিকতা।

**জাম্প লাইন(Jump Line):** ধাৰাবাহিক খবৰৰ তলৰ ঠাইৰ শেষ হ'লে আন পৃষ্ঠালৈ যাব লগা নিৰ্দেশনা থকা, যেনে- <u>পিছৰ অংশ ৭ পৃষ্ঠাত চাওক।</u>

**জাম্প হেড(Jump Head):** ধাৰাবাহিক খবৰৰ সংক্ষিপ্ত শিৰোনামা।

কিল(Kill): কোনো খবৰ বাদ দিয়া।
নক্ ডাউন(Knock Down): প্ৰতিপক্ষ সংবাদপত্ৰৰ কোনো সংবাদ মিছা বুলি প্ৰমাণ কৰা।
লে্ আউট (Lay out): ছপা কৰাৰ পূৰ্বে পৃষ্ঠা সজোৱাৰ আৰ্হি, ৰূপৰেখা বা পৰিকল্পনা কৰা।
লিড(Lead): সংবাদপত্ৰৰ প্ৰধান খবৰ। কোনো সংবাদৰ দীৰ্ঘসূচনাকে' লিড বোলা হয়।
লেগমেন (Leagman): যি সাংবাদিকে মূলতঃ সংবাদ সংগ্ৰহ কৰিবৰ বাবে বিভিন্ন ঠাই ঘূৰে। নিৰ্দিষ্ট কোনো এলেকাত তেওঁৰ দায়িত্ব সীমাবদ্ধ নহয়।
লাইবেল (Libel): মানহানিজনিত মন্তব্য।
লেট নিউজ(Late News): বেছি পলমকৈ পোৱা খবৰ বা নিউজ।
লিডাৰ(Leader): সম্পাদকীয়।
লিফট(Lift): অন্য সংবাদপত্ৰ, পত্ৰিকা বা আলোচনীৰপৰা সংবাদ সংগ্ৰহ কৰা।
লগ'(Logo): কোনো সংস্থাৰ পৰিচয়সূচক সংকেত, চিহ্ন, প্ৰতীক বা বৰ্ণ।
লাইনেজ(Lineage): সংবাদৰ লাইন বা শাৰী গণনা কৰি সাংবাদিকক পাৰিশ্ৰমিক দিয়াৰ এক প্ৰকাৰ পূৰণা পদ্ধতি।
মেক্ আপ(Mack up): সংবাদপত্ৰ বা আলোচনীৰ পৃষ্ঠা সজ্জা।
মাৰ্ক আপ(Mark up): সংবাদৰ কোনো বিশেষ অংশৰ পৰিবৰ্তন বা পৰিবৰ্ধনৰ বাবে দিয়া চিন বিশেষ।
মাষ্ট হেড(Mast Heads): সংবাদপত্ৰৰ সম্পাদকীয় পৃষ্ঠাৰ পৰিচয়সূচক শব্দৰ অংশ। ভাৰতৰ সংবাদপত্ৰৰ প্ৰথম পৃষ্ঠাৰ পৰিচয় অংশকে মাষ্টহেড বোলা হয়।
মৰ্গ(Morgue): সংবাদ পাঠাগাৰ।
মাষ্ট(Must): নিশ্চিত প্ৰকাশিত হ'ব এনে খবৰৰ ক্ষেত্ৰত এই শব্দটি লেখা হৈ থাকে।
মেজাৰ(Measure): লাইন, কলম বা ছবিৰ জোখ।
নেমপ্লেট(Name Plate): সংবাদপত্ৰত প্ৰকাশিত সংবাদপত্ৰৰ নাম আৰু তাৰিখৰ অংশ।
নেগেটিভ(Negative): সংবাদ-পত্ৰ প্ৰকাশৰ আগতে তৈয়াৰ কৰা গৃহীত পৃষ্ঠাৰ ফটোগ্ৰাফ।
অবিট(Obit): মৃত্যু সংবাদৰ সমক্ষিপ্ত ৰূপ। কোনো বিশিষ্ট ব্যক্তিৰ মৃত্যু সংবাদৰ সৈতে তেওঁৰ সংক্ষিপ্ত জীৱনী প্ৰকাশ কৰা হয়। সাধাৰণতে এনে খ্যাতিসম্পন্ন ব্যক্তিৰ চমু জীৱনী ব্যক্তিজনৰ মৃত্যুৰ পূৰ্বেই লিখি সাজু কৰি থোৱা হয়।
অফছেট(Offset): আধুনিক ছপা পদ্ধতি বিশেষ। নিখুঁত ছপা আৰু ক্ষিপ্ৰগতিৰে কাম চলোৱা এই ব্যৱস্থাৰেই বৰ্তমানৰ অধিকাংশ বাতৰিকাকত, আলোচনী আৰু গ্ৰন্থ আদি ছপা কৰা হয়।
পিক্ আপ (Peak up): কোনো সংবাদৰ এক অংশ তুলি নি অন্য সংবাদৰ লগত লগ লগাই দিয়াৰ সাংকেতিক শব্দ।
পিস্ক(Pisk): ছবি বা ফটো।
প্ৰুফ (Proof ): লিখিত সংবাদ কম্পজ কৰাৰ পাছত ভুল সংশোধন কৰাৰ বাবে ৰখা ছপা অংশ।
প্ৰুফ ৰিডাৰ(Proof Reader): প্ৰুফ সংশোধন কৰা কৰ্মী।
পইন্ট(Point): ছপা টাইপৰ জোখ বা মাপ। সাধাৰণতে ৭২ পইন্টৰ টাইপৰ জোখ হয় ২ ইঞ্চি।
পাফ(Puff): প্ৰচাৰমূলক সংবাদ।
প্লেট(Plate): প্ৰেছৰ ছপাৰ কামত ব্যৱহৃত, ধাতুৰ ওপৰত ছপা খবৰৰ শ্বিট বিশেষ।
পেৰা(Para): অনুচ্ছেদ বা পেৰেগ্ৰাফৰ সংক্ষিপ্ত ৰূপ।
পজিটিভ (Positive): ছপাৰ বাবে ব্যৱহৃত একপ্ৰকাৰ ফটো প্ৰিন্ট।
পেষ্টিং(Posting): খবৰ কম্প'জ হৈ যোৱাৰ পিছত তাক বিশেষ জোখৰ ব'ৰ্ডৰ ওপৰত

লগাই দিয়া হয়। এই প্ৰক্ৰিয়াটোক পেষ্টিং বুলি কোৱা হয়। ইয়াৰ পাছতেই নিগেটিভ কপি আৰু প্লেট তৈয়াৰ কৰা হয়।

পি.আৰ.অ'(P.R.O.): পাব্লিক ৰিলেছন অফিছাৰ(Public Relation Officer)বা জনসংযোগ বিষয়া।

কোটছ(Quotes): কোনো বিবৃতিৰ আৰম্ভণিতে আৰু শেষত ব্যৱহৃত উৰ্দ্ধকমা।

কোৱাৰি(Query): সংবাদ সম্পৰ্কে সাংবাদিকৰ খা-খবৰ।

ৰিডাৰ(Reader): প্ৰুফ সংশোধনকাৰী।

ৰিৰাইট মেন(Rewrite Mans): গণ-মাধ্যমসমূহত যিবিলাকে বিভিন্ন খবৰক নতুন ৰূপত সজাই-পৰাই লিখে।

ৰেজিষ্টাৰ(Register): পৃষ্ঠা কলম আৰু লাইন সঠিক ভাৰসাম্যযুক্ত অংগ-সজ্জা আৰু দুই বা ততোধিক ৰঙৰ সঠিক সমন্বয় সাধন।

ৰিপ্লেট(Replate): নতুন সংস্কৰণ বা নতুন খবৰেৰে সমৃদ্ধ সংবাদ পৃষ্ঠাৰ পুনৰ প্লেট তৈয়াৰ কৰা।

ৰান অন(Run on): ক'ৰবাত লেখাৰ ধাৰাবাহিকতা ৰক্ষাৰ সাংকেতিক চিহ্ন।

ৰিটেইনাৰ(Retainer): নিৰ্দিষ্ট মাহেকীয়া অৰ্থৰ বিনিময়ত নিযুক্ত ফ্ৰিলান্স সংবাদদাতা।

ৰিটাচিং(Retouching): কোনো ফটো, ফটোৰ নিগেটিভ বা পজিটিভক লৈ পেইনৰ সহায়ত পৰিস্ফুট কৰি তোলা।

ৰয়টাৰ(Reuter): গ্ৰেট ব্ৰিটেইনত থকা বিশ্বৰ বৃহৎ সংবাদ সৰবৰাহকাৰী সংস্থা। জাৰ্মানিৰ পল জুলিয়াছৰদ্বাৰা ১৮৫১ চনতে প্ৰতিষ্ঠিতা এই 'ৰয়টাৰ' বৰ্তমানেও নিয়াৰিকে পৰিচালিত হৈ থকা অতি সুনাম থকা সংবাদ সংস্থা।

ৰান(Run): সংবাদপত্ৰ ছপাৰ সময়।

ৰিভাৰ্ছ(Reverse): সাধাৰণতে সংবাদৰ শিৰোনামাত, বিজ্ঞাপনত নতুবা বিশেষ কিছু লেখনীত পাঠকৰ দৃষ্টি বঢ়াবৰ বা বিষয়বস্তুৰ গুৰুত্ব বৃদ্ধি কৰিবলৈ এই বিশেষ ছপা আখৰসজ্জাৰ কৌশল। ক'লা অংশৰ মাজত বগা বৰ্ণ নতুবা বগা অংশৰ মাজত ক'লা ক'লা স্পষ্ট বৰ্ণ বিশেষ কায়দাৰে ফটফটীয়াকে প্ৰতিফলিত কৰা এক কৌশল।

ৰুল(Rull): সমান্তৰাল বা উলম্ব ৰেখা।

ৰকেট(Rocket): নিউজ ডেস্কৰপৰা সংবাদদাতালৈ জৰুৰী বাৰ্তা প্ৰেৰণ।

চিডিউল(Schedules): সংবাদ সংগ্ৰহৰ বাবে সংবাদদাতাৰ কাম বা সংবাদ শিৰোনামাৰ তালিকা।

স্কুপ(Scope): একান্তভাৱে কোনো সংবাদপত্ৰৰ নিজস্ব চাঞ্চল্যজনক খবৰ।

স্ক্ৰিন(Screen): ছবি বা শিৰোনামা সজোৱাৰ বিশেষ পদ্ধতি।

ষ্ট্ৰীংগাৰ(Stringer): ষ্টাফ ৰিপ'ৰ্টাৰসকলৰ সহযোগী সংবাদদাতা।

স্লেন্ট(Slant): সংবাদপত্ৰৰ নীতি অনুযায়ী খবৰৰ দৃষ্টিকোণ।

স্লীপ (Slip): বিশেষ সংস্কৰণ

স্লাগ(Slug): কোনো খবৰৰ পৰিচয়বাহী সাংকেতিক শব্দ।

স্পেচ(Space): ফাঁক, খালী অংশ।

স্পাইক(Spike):

স্পেচ(Space): সংবাদপত্ৰৰ প্ৰথম পৃষ্ঠাৰ প্ৰধান খবৰ।

ষ্ট্ৰিমাৰ(Streamer): সংবাদপত্ৰৰ প্ৰথম পৃষ্ঠাৰ আঠটাকৈকৈ কলম সামৰি লেখা খবৰৰ শিৰোনামা।

ষ্ট্ৰেপ(Strap): মূল শিৰোনামাৰ ওপৰত ব্যৱহৃত উপ-শিৰোনামা।

ষ্টাইল(Style): সংবাদপত্ৰৰ বিশেষ ৰচনা বা পৃষ্ঠাৰ সজ্জাৰ ৰীতি।

ছাব(Sub): ছাব এডিটৰ।
ছাপ্লিমেণ্ট(Suppliment): বিশেষ কোনো বিষয়ক লৈ সংবাদপত্ৰৰ সৈতে দিয়া অতিৰিক্ত পৃষ্ঠা। যেনে গ্ৰন্থমেলা উপলক্ষে দিয়া অতিৰিক্ত গ্ৰন্থমেলা সম্পৰ্কীয় পৃষ্ঠা। ইয়েই হৈছে Suppliment.
ষ্টেট(Stet): যেনেদৰে আছে তেনেদৰে ৰখা বুজাবলৈ সাংকেতিক শব্দ। অৰ্থাৎ কোনো ৰচনাৰ কোনো অংশ কাটি ৰাখি পুনৰাই তাক একেই ৰূপত ব্যৱহাৰ কৰাৰ বাবে দিয়া নিৰ্দেশ ৰীতি।
টেবলয়ড(Tabloid): ডাঙৰ সংবাদপত্ৰৰ জোখৰ আধা অংশ সমান সংবাদপত্ৰ। সাধাৰণতে ১৬ ইঞ্চি X ১২ ইঞ্চি জোখৰ সংবাদপত্ৰ।
টেগ(Tag): সংবাদ এজেন্সিৰ খবৰৰ তলত ব্যৱহৃত এজেন্সিৰ নাম।
টেক(Take): সংবাদ এজেন্সিয়ে পঠোৱা সংবাদৰ অংশবিশেষ।
টিপ অফ(Tip Off): সংবাদপত্ৰলৈ পাঠকে পঠোৱা সংবাদসূত্ৰ।
টাইট(Tight): বিষয়েৰে ভৰপূৰ। ঠাই কমি থকা।
ট্ৰিম(Trim): কোনো সংবাদ চেট কৰাৰ সময়ত সৰু কৰা।
ট্ৰেন্সপাৰান্সি(Transperency): ৰঙীন ফটোৰ স্বচ্ছ পজিটিভ।
ট্ৰান্সপোজ(Transpose): আখৰ, শব্দ বা বাক্যৰ স্থান পৰিৱৰ্তনৰ সাংকেতিক চিহ্ন।
ইউ.পি.আই(U.P.I.): ইউনাইটেড প্ৰেছ ইণ্টাৰনেছনেল।
ৰাপ আপ(Warp up): ডাঙৰ খবৰৰ সাৰাংশমূলক উপসংহাৰ।
হোৱাইট(White): সংবাদপত্ৰৰ খালী অংশ, য'ত লেখা বা ছবি একোৱেই নাথাকে।
এংকৰ মেন(Anchorman): টেলিভিছন বা ৰেডিঅ'ত কোনো সংবাদধৰ্মী প্ৰতিবেদনৰ মুখ্য প্ৰতিবেদন।
এ.বি.চি.(A.B.C.): আমেৰিকান ব্ৰডকাষ্টিং কোম্পানি।
বি.বি.চি.(B.B.C.): ব্ৰিটিছ ব্ৰডকাষ্টিং কৰ্পোৰেছন।
ব্লো আপ(Blow Up): কোনো ছবি, ৰেখাচিত্ৰ বা মানচিত্ৰ ডাঙৰ কৰ
চি.এ.টি.ভি.(CATV): কেবোল টিভি।
চি.বি.চি.(C.B.C.): কানাডিয়ান ব্ৰডকাষ্টিং কৰ্পোৰেছন।
কিউ(CUE): দূৰদৰ্শন বা ৰেডিঅ' স্ক্ৰিপ্টত ব্যৱহৃত সাংকেতিক চিহ্ন। টিভি ত সংবাদ পাঠকৰ বাবে বিভিন্ন সাংকেতিক চিহ্ন।
এফ এম(F.M.): ফ্ৰিকোৱেন্সি মডুলেছন। বেতাঁৰ সম্প্ৰচাৰৰ এক পদ্ধতি।
এল এছ(L.S.): লং চট।
চি ইউ(C.U.): ক্লোজ আপ।
লাইভ(Live): পোনপটীয়া প্ৰচাৰ।
এম চি ইউ(MCU): মিডিয়াম ক্ল'জ আপ।
এম এছ(MS): মিডিয়াম চট।
এম এ বি(MAB): নেছনেল এছছিয়েছন অব ব্ৰডকাষ্টাৰ্ছ।
এন বি চি(NBC): নেছনেল ব্ৰডকাষ্টিং কৰ্পোৰেছন।
নিউজ ফ্লিম(News Flim): টেলিভিছনৰ বাবে সাম্প্ৰতিক ঘটনাৱলী লৈ যুগুতোৱা ডকুমেন্টৰী ফিল্ম।
পি বি এল(PBL): পাব্লিক ব্ৰডকাষ্টিং লাইব্ৰেৰি।
এছ অ এফ(SOF): ছাউণ্ড এণ্ড ফিল্ম।
এছ অ টি(SOT): ছাউণ্ড এণ্ড টেপ।
ষ্টিল(Steel): স্থিৰ চিত্ৰ।

**ষ্টেণ্ড বাই(Stand by):** অনিবার্য কাৰণবশতঃ কোনো অনুষ্ঠান প্ৰচাৰত বাধা দেখা দিলে অন্য অনুষ্ঠান প্ৰচাৰ কৰিবলগীয়া হয়। ইয়াৰ বাবে অতিৰিক্ত অনুষ্ঠানৰ ফিল্ম, কেচেট বা ৰেকৰ্ড থৈ দিয়া হয়। ইয়াকে ষ্টেণ্ড বাই বুলি কোৱা হয়।
**টি.চি.ইউ (T.C.U.):** টাইট ক্লোজ আপ।
**ভি.চি.ইউ.(V.C.U.):** ভেৰি এক্সট্ৰিম ক্লোজ আপ।
**ইউ.এইছ.এফ.(U.H.F.):** আল্ট্ৰা হাই ফ্ৰিকোৱেন্সি বেণ্ড।
**ভি.এইচ.এফ (V.H.F.):** ভেৰি হাই ফ্ৰিকোৱেন্সি।
**ভি.অ.(V.O.):** ভয়ছ অৰ্ডাৰ।
**ভি.টি.আৰ.(V.T.R.):** ভিডিঅ' টেপ ৰেকৰ্ডিং।
**ভি.অ'.এ.(V.O.A.):** ভইচ অৱ আমেৰিকা।

(খ)

## সংবাদ মাধ্যমৰ বিভিন্ন শিক্ষা প্ৰতিষ্ঠান

■ **দি ইনষ্টিটিউট অৱ মাছ কমিউনিকেছন :** এই শিক্ষানুষ্ঠানত সাংবাদিকতাৰ স্নাতকোত্তৰ ডিপ্লমা পাঠ্যক্ৰম, এডভাৰটাইজিং এণ্ড পাব্লিক ৰিলেছনছৰ স্নাতকোত্তৰ ডিপ্লমা পাঠ্যক্ৰম আৰু হিন্দী সাংবাদিকতাৰ পাঠ্যক্ৰম পঢ়াৰ সুবিধা আছে। তদুপৰি ইলেক্ট্ৰনিক মাধ্যমৰ সাংবাদিকতাৰ পাঠ্যক্ৰম গ্ৰহণৰো সুবিধা আছে। শিক্ষাগত অৰ্হতা : যিকোনো শাখাৰ স্নাতক তথা সাংবাদিকতা জগতখনত কিছু কাম কৰাৰ অভিজ্ঞতা।

**যোগাযোগৰ ঠিকনা :** Assistant Registrar. The Indian Institute of Mass Communication, Aruna Asab Ali Marg. JNU Campus. New Delhi - 110007

■ **জামিয়া-মিলিয়া ইছলামিয়া বিশ্ববিদ্যালয় :** এই বিশ্ববিদ্যালয়ৰ জামিয়া মাছ কমিউনিকেছন এণ্ড ৰিছাৰ্চ ছেণ্টাৰত মাছ কমিউনিকেছনৰ দুবছৰীয়া পাঠ্যক্ৰম পঢ়াৰ সুবিধা আছে। তদুপৰি অন্যান্য বিষয়সমূহ যেনে--- ৰেডিঅ' প্ৰডাক্টছ, অডিঅ' ভিছুৱেল প্ৰডাকছন মিডিয়া স্ক্ৰিপ্ট ৰাইটিং আদি বিবিধ বিষয়ৰ পাঠ দিয়া হয়।

**যোগাযোগৰ ঠিকনা :** Jamira Mass Communication Research Centre, Jamira Milia Islamia University New Delhi.

■ **মুদ্ৰা ইনষ্টিটিউট অৱ কমিউনিকেছন :** আহমেদাবাদৰ মুদনা ইনষ্টিটিউট অৱ কমিউনিকেছনত কমিউনিকেছনৰ স্নাতকোত্তৰ ডিপ্লমা পাঠ্যক্ৰম পঢ়াৰ সুবিধা আছে। শিক্ষাগত অৰ্হতা : নিম্নতম ৫০% নম্বৰসহ স্নাতক।

**যোগাযোগৰ ঠিকনা :** Murda Institute of Communication, Shela, Ahmedabad 380058

■ ভাৰতৰ প্ৰখ্যাত বাতৰিকাকত প্ৰকাশন প্ৰতিষ্ঠান টাইমছ অৱ ইণ্ডিয়াৰ সৌজন্যত এবছৰীয়া বাণিজ্যিক সাংবাদিকতাৰ (Business Journalism) আৰু এবছৰীয়া সামাজিক সাংবাদিকতাৰ (Social Journalism) ডিপ্লমা পাঠ্যক্ৰম পঢ়াৰ সুবিধা আছে। স্নাতক অথবা স্নাতকোত্তৰ ডিগ্ৰী থকা প্ৰাৰ্থীয়ে এই পাঠ্যক্ৰমত নামভৰ্তিৰ বাবে আবেদন কৰিব পাৰে।

যোগাযোগৰ ঠিকনা : Times Centre for Media Studies, Times Building, Top Floor, 10 Gareyaganj, New Delhi- 110002. অথবা T.R F. Institute of Social Sciences Research & Education, Times House 7 Bahadur Shah Zafar New Delhi - 110002.

এইকেইখন শিক্ষানুষ্ঠানৰ উপৰি আমাৰ দেশত অসংখ্য শিক্ষানুষ্ঠানত সাংবাদিকতাৰ পাঠ্যক্রম পঢ়াৰ সুবিধা আছে। ডাকযোগেও এই পাঠ্যক্রম পঢ়িব পাৰি। এই ক্ষেত্রত ইন্দিৰা গান্ধী ৰাষ্ট্রীয় মুকলি বিশ্ববিদ্যায়ৰ নাম ল'ব পাৰি। চমুকে 'ইগনৌ' নামেৰে পৰিচিত এই শিক্ষানুষ্ঠানৰ এনে বিষয়ৰ পাঠ্যক্রম হৈছে---

***Journalism, Communication and Creative Writing :***

1. Diploma in Creative Writing in English (DCE)
2. Diploma in Creative Writing in Hindi (DCH)
3. P.G.Diploma in Translation (PGDT)
4. P.G. Certificate in Radio Writing (PGCR)
5. P.G. Diploma in Journalism and Mass Communication (PGJMC)
6. P.G. Diploma in Audio Programme Production (PGDAPP)

যোগাযোগৰ ঠিকনা :

IGNOU
Maidam Gar, New Delhi - 110068

IGNOU Regional Centre
Navagiri Road, 1st bye lane
Chandmari, Guwahati - 3

- Film and Telivision Institute of India, Law College Road, Pune - 411004 (টি.ভি আৰু ৰেডিঅ' জাৰ্নেলিজিম, এডিটিং, স্ক্রিপ ৰাইটিং, ছাউণ্ড ইঞ্জিনিয়াৰিং, প্রডাকছন এছিছটেন্ট, কমপেয়াৰিছ আদিৰ বাবে)
- Asian Academy of Film and Telivision, Marwah, Studio Complex F-14/15, Film Centre Sector-16A, Noida - 201301 (টি.ভি. জৰ্নেলিজিমৰ লগতে ওপৰত উল্লেখ কৰা বিষয়সমূহৰ বাবে)
- Indian International Photographic Council, 12 Barakhamba Road, New Delhi - 110001 (ফটো জাৰ্নেলিজিমৰ বাবে)
- Jawarharlal Nehru Technical University, Mahaveer marg, Hyderabad - 50029 (ফটো জাৰ্নেলিজিমৰ বাবে)
- Indian Institute of Mass Communication, Asif Ali Marg, JNU Campus, New Delhi - 110007 (যেনে জাৰ্নেলিজিম, নিউজ ৰিডাৰ, এনাউনচাৰ আৰু আন সাংবাদিক পাঠ্যক্রমৰ বাবে)
- Satyajit Ray Film and T.V. Institute., E.M. Btpass Road, Garia Kolkota-700094 (ছাউণ্ড ৰেকৰ্ডিং, ভিডিঅ' ডাইৰেকছন, নিউজ এনাউনছাৰ ৰিডাৰ আদিৰ বাবে)
- গুৱাহাটীৰ জ্যোতি চিত্ৰবনতো কেইটামান পাঠ্যক্রম, যেনে--- ছাউণ্ড ৰেকৰ্ডিং, ফটোগ্রাফী আদি পাঠ্যক্রম পঢ়াৰ সুবিধা আছে। এই অনুষ্ঠানৰ ঠিকনাটো হৈছে--- Jyoti Chitraban Film & Television Institute, Kahlipara, Guwahati-9.
- গুৱাহাটী আৰু তেজপুৰ বিশ্ববিদ্যালয়তো সাংবাদিকতা বিষয়ৰ পাঠ্যক্রমত পঢ়াৰ সুবিধা আছে। তাৰোপৰি গুৱাহাটীৰ কপনগৰত থকা অসমৰ বাতৰিকাকত আলোচনীৰ ডেৰশ বছৰীয়া জয়ন্তীৰ সহযোগত গঢ় লৈ উঠা এক শিক্ষা প্রতিষ্ঠানতো এই বিষয়ৰ পাঠ্যক্রম আছে! তেওঁলোকৰ ঠিকনা হ'ল---
- Institute of Mass Communication & Media, Assam, Rup Nagar, Guwahati.

## অসমৰ প্ৰধান বাতৰিকাকত-আলোচনীৰ নাম -ঠিকনা

<u>দৈনিক বাতৰিকাকত</u> ---

| | | | |
|---|---|---|---|
| ১। | অসম ট্ৰিবিউন (ইং দৈনিক) | : | ট্ৰিবিউন বিল্ডিংচ, গুৱাহাটী<br>ফোন: (০৩৬১) ২৬৬১৩৬০, ফেক্স: (০৩৬১) ২৬৬৬৩৯৬ |
| ২। | দৈনিক অসম | : | ট্ৰিবিউন প্ৰেছ, গুৱাহাটী |
| ৩। | দৈনিক জনমভূমি | : | যোৰহাট কাৰ্যালয়, তুলসী নাৰায়ণ শৰ্মা পথ, যোৰহাট-১<br>ফোন: (০৩৭৬)২৩২০০৩৩, ২৩২১৬৯৩, ২৩২১৮৪৮<br>ফেক্স: (০৩৭৬) ২৩২১৭১৩<br>E-mail: clarion1@sancharnet.in<br>**গুৱাহাটী কাৰ্যালয়:** আৰ.জি.বৰুৱা ৰ'ড, গুৱাহাটী - ৫<br>ফোন: (০৩৬১)২২০৮৩৪৫, ২২০৬৪৯২<br>ফেক্স: (০৩৬১) ২২০৯৯৮৩<br>E-mail: editordj@sify.com |
| ৪। | আমাৰ অসম | : | জি.এল.পাব্লিকেছন, উলুবাৰী, গুৱাহাটী-৭<br>ফোন: (০৩৬১)২৫৪৪৩৫৫/৫৬/৫৭, ২৫২৩৭০৪<br>ফেক্স: (০৩৬১) ২৫২১৬২০<br>E-mail: glpl@sancharnet.in, glms@sancharnet.in<br>**যোৰহাট কাৰ্যালয়:** পশ্চিম যোৰহাট, তৰাজান, যোৰহাট-১<br>ফোন: (০৩৭৬)২৩৭০১৮০/১৯৫/১৯৬<br>ফেক্স: (০৩৭৬) ২৩২৩৫০৫<br>E-mail: glpghy@satyamnet.in |
| ৫। | আজিৰ অসম | : | জি.এছ. ৰ'ড, গুৱাহাটী - ৫<br>ফোন: (০৩৬১) ২৫২৯০৫৪, ফেক্স: (০৩৬১) ২৫২৯৬২৪<br>E-mail: sentinelghy@sancharnet.in,<br>E-mail: thesentinel@satyam.net.in |
| ৬। | দি ছেণ্টিনেল (ইং দৈনিক) | : | জি.এছ. ৰ'ড, গুৱাহাটী - ৫<br>ফোন: (০৩৬১) ২৫২৯০৫৪, ফেক্স: (০৩৬১) ২৫২৯৬২৪<br>E-mail: sentinelghy@sancharnet.in,<br>E-mail: thesentinel@satyam.net.in |
| ৭। | অসমীয়া প্ৰতিদিন | : | মণিৰাম দেৱান পথ, চানমাৰি, গুৱাহাটী -৭৮১ ০০৩<br>ফোন: (০৩৬১) ২৬৬৪৫৯৪, ২৬৬০৪২০, ২৬৬৩৬৪৭<br>ফেক্স: (০৩৬১) ২৬৬৪৬৩৪<br>E-mail: protidin1@sancharnet.in,<br>E-mail: protidinedi@vsnl.net. |
| ৮। | দৈনিক অগ্ৰদূত | : | অগ্ৰদূত ভৱন, দিছপুৰ<br>ফোন: (০৩৬১) ২২৬১৯২৩, ২২৬৯১৪৭<br>ফোন: (০৩৭৬) ২৩৭১৮৯৫ (যোৰহাট)<br>ফেক্স: (০৩৬১) ২২৬০৬৫৫<br>E-mail: agradoot@sify.com, agra_doot@yahoo.com |
| ৯। | অসমীয়া খবৰ | : | ফ্ৰণ্টিয়াৰ পাব্লিকেছনছ প্ৰা:লি:, কালাপাহাৰ, গুৱাহাটী - ১৬<br>ফোন: (০৩৬১) ২৪৭৭২৯১/৯২/৯৪/৯৫ |

ফেক্স : (০৩৬১) ২৪৯৯২৯৩
E-mail: khabar_assam@sify com
E-mail: khabar_assam@yahoo.com
E-mail· khabar_advt@yahoo.com

১০। আজি : বামধেনু প্ৰকাশন প্ৰা:লি:, ৰাজগড়, গুৱাহাটী-
ফোন : (০৩৬১) ২৪৫৩৫৯২/৯৩, ২৪৫৬৬২৫
ফেক্স : (০৩৬১) ২৫২৫১২৯
E-mail: agi@onlysmart.com,
E-mail: ajimail@sancharnet.in

১১। দৈনিক জনসাধাৰণ : আজিৰ পত্ৰিকা পাব্লিকেছ্যন প্ৰা:লি:,
জি.এছ. ৰ'ড, ছয় মাইল, গুৱাহাটী-২২
ফোন : (০৩৬১) ২৩৪০০০, ২৩৩৪২২২
ফেক্স : (০৩৬১) ২৩৩২৩০৬
E-mail: janasadharan@yahoo.com

১২। নতুন দৈনিক : ষ্টাৰলাইন পাব্লিকেছ্যন প্ৰা:লি:
চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী- ৫
ফোন : (০৩৬১) ২৪৫২৮৫৫, ২৪৫২৭৬৮/৬৯/৭০
ফেক্স : (০৩৬১) ২৪৫২৭৬৭
E-mail: natundainik@yahoo com in

১৩। দৈনিক বাতৰি : বি. কে. টাৱাৰ, গণেশগুৰি ছাৰিআলি
দিছপুৰ, গুৱাহাটী

১৪। এদিনৰ সংবাদ : কালাপাহাৰ, গুৱাহাটী- ১৬
ফোন - (০৩৬১) ২৪৬৪১৪৩, ফেক্স- ২৪৬৪১৪০
E-mail. adinorsambad@yahoo.co in.

১৫। দৈনিক যুগশঙ্খ (বাংলা দৈনিক) : যুগশঙ্খ বিল্ডিংছ, জি. এছ. ৰ'ড, গুৱাহাটী - ,
ফোন : (০৩৬১) ২৪৫০৫৮, ২৫২৬৬৭০
ফেক্স : (০৩৬১) ২৫৪৪৯৭১

১৬। সময় প্ৰবাহ (বাংলা দৈনিক) : জি.এছ. ৰ'ড, গুৱাহাটী - ৫
ফোন : (০৩৬১) ২৫২৯০৫৪, ফেক্স : (০৩৬১) ২৫২৯৬২৪
E-mail: sentinelghy@sancharnet.in,

১৭। পূৰ্বাঞ্চল প্ৰহৰী (হিন্দী দৈনিক) : কাৰ্যবাহী-সম্পাদক--- সত্যানন্দ পাঠক
জি.এল.পাব্লিকেছ্যন, উলুবাৰী, গুৱাহাটী-৭
ফোন : (০৩৬১) ২৫৪৪৩৫৫/৫৬/৫৭, ২৫২৩৭০৪
ফেক্স : (০৩৬১) ২৫২১৬২০
E-mail: glpl@sancharnet.in, glms@sancharnet.in

১৮। ছেন্টিনেল (হিন্দী দৈনিক) : জি.এছ. ৰ'ড, গুৱাহাটী - ৫
ফোন : (০৩৬১) ২৫২৯০৫৪
ফেক্স : (০৩৬১) ২৫২৯৬২৪
E-mail: sentinelghy@sancharnet.in,
thesentinel@satyam.net.in

১৯। দৈনিক পূৰ্বোদয় : পূৰ্বোদয় ভৱন, খ্ৰিষ্টানবস্তি,
জি.এছ. ৰোড, গুৱাহাটী-৭৮১০০৫
ফোন- (০৩৬১) ২৩৪১২২৫
E-mail: purvoday_gau@yahoo.co.in.

২০। প্ৰাতঃ খবৰ : ফ্ৰণ্টিয়াৰ পাব্লিকেছনছ প্ৰা:লি:, কালাপাহাৰ, গুৱাহাটী - ১৬

<u>সাপ্তাহিক বাতৰিকাকত</u>---

২১। জনমভূমি : যোৰহাট কাৰ্যালয়, তুলসী নাৰায়ণ শৰ্মা পথ
যোৰহাট-১
ফোন : (০৩৭৬)২৩২০০৩৩, ২৩২১৬৯৩, ২৩২১৮৪৮
ফেক্স : (০৩৭৬) ২৩২১৭১৩
E-mail: clarion1@sancharnet.in

২২। সাদিন : সাদিন কাৰ্যালয়,
মণিৰাম দেৱান পথ, চানমাৰি, গুৱাহাটী-৩
ফোন: (০৩৬১)২৬৬০৪২০, ২৬৬৪৫৯৪, ২৬৬৩৬৪৭
ফেক্স : (০৩৬১)২৬৬৪৬৩৪
E-mail: sadinghy@yahoo.co.in

২৩। অসম বাণী : ট্ৰিবিউন প্ৰেছ, গুৱাহাটী
ফোন: (০৩৬১)২৬৬১৩৫৯/৬০

২৪। সাপ্তাহিক পূৰ্বোদয় : পূৰ্বোদয় ভৱন, খ্ৰিষ্টানবস্তি,
জি.এছ. ৰোড, গুৱাহাটী-৭৮১০০৫
ফোন- (০৩৬১) ২৩৪১২২৫

২৫। অগ্ৰদূত (তিনিদিনীয়া) : অগ্ৰদূত ভৱন, দিছপুৰ
ফোন : (০৩৬১) ২২৬১৯২৩,২২৬৯১৪৭
ফোন : (০৩৭৬) ২৩৭১৮৯৫ (যোৰহাট)
ফেক্স : (০৩৬১) ২২৬০৬৫৫
E-mail: agradoot@sify.com /agra_doot@yahoo.com

২৬। প্ৰান্তিক (পষেকীয়া আলোচনী) : নৱগিৰি পথ, চানমাৰি,
প'ষ্ট বক্স নং- ২, গুৱাহাটী-৩
ফোন ঃ (০৩৬১) ২৬৬৬৯২৫

২৭। সাতসৰী (পষেকীয়া আলোচনী) : সাদিন কাৰ্যালয়,
মণিৰাম দেৱান পথ, চানমাৰি, গুৱাহাটী-৩

<u>মাহেকীয়া শিশু আলোচনী</u>---

২৮। সঁফুৰা : অসম বুক হাইভ, পাণবজাৰ, গুৱাহাটী-১
ফোন: (০৩৬১)২৫৪৭৩৯০

২৯। মৌচাক : মৌচাক, পশ্চিম যোৰহাট-৬
ফোন: (০৩৭৬)২৩৭১৮৪৯/৫১
E-mail: mouchaq@rediffmail.com

৩০। আৱিষ্কাৰ *(বিজ্ঞান বিষয়ৰ)* : মৌচাক, পশ্চিম যোৰহাট-৬
*ফোন: (০৩৭৬)২৩৭১৮৪৯/৫১*
*E-mail: natunawiscar@rediffmail.com*

| | | |
|---|---|---|
| ৩১। ৰংমেলা | : | 'ৰংমেলা' এ.টি.ৰ'ড, চোলাধৰা তিনি আলি, যোৰহাট-১, ফোন নং- ৯৪৩৫২ ৪৫৮১৪ |

<u>মাহেকীয়া আলোচনী</u>---

| | | |
|---|---|---|
| ৩২। বিস্ময় | : | বিস্ময় প্ৰকাশ<br>নলিনীবালা পথ, শ্ৰীনগৰ, খ্ৰিষ্টান বস্তি, জি. এছ. ৰ'ড, গুৱাহাটী - ৫<br>ফোন: (০৩৬১) ২৩৪০১৩৬<br>E-mail: bishmoiprakash@rediffmail.com |
| ৩৩। ৰহস্য | : | মুখ্য সম্পাদক --- দামোদৰ শৰ্মা<br>কাৰ্যবাহী-সম্পাদক--- মৃদুলা শৰ্মা<br>সূৰয নগৰ, ত্ৰিবেণী পথ<br>E-mail: mz@rediffmail.com |

<u>মাহেকীয়া মহিলা আলোচনী</u>---

| | | |
|---|---|---|
| ৩৪। প্ৰিয় সখী | : | বিস্ময় প্ৰকাশ<br>নলিনীবালা পথ, শ্ৰীনগৰ, খ্ৰিষ্টান বস্তি, জি. এছ. ৰ'ড, গুৱাহাটী - ৫ |
| ৩৫। নন্দিনী | : | মণিৰাম দেৱান পথ, চানমাৰি, গুৱাহাটী - ৩<br>ফোন: (০৩৬১) ২৬৬৪৫৯৪, ২৬৬০৪২০, ২৬৬৩৬৪৭ |

## (ঘ)

## এই গ্ৰন্থৰ সম্পাদনাৰ সহায়ক গ্ৰন্থপঞ্জী আৰু অন্যান্য তথ্য উৎসৰ একাংশ

**গ্ৰন্থ**


- **A Hand Book of Journalism & Mass Communication.** — Vir Bala Aggarwal, V S Gupta
- **A Comprehensive Guide to Journalism For All.** — G. K. Puri
- **Beginers Guide to Journalism.** — Borun Roy
- **Law of the Press** — Durga Das Basu.
- **Editors on Editing** — H.Y. Sharada Prasad — Ravi Dayal — Rukum Advani — Urvashi Butalia — David Davidar — Sanuel Israel
- **Basic News Writing** — Melvin Mencher.
- **The Law and The Newspaper** — Aurobindo Mozumdar.
- **Theory and Practice of Journalism** — B.N Ahuja
- **C.S.R. Journalism** — G.K. Puri.
- **সংবাদ সাংবাদিক সাংবাদিকতা** (বাংলা) --- সুজিত ৰায়
- **প্ৰতিবেদন কৌশল** (বাংলা) --- ড° বৈদ্যনাথ ভট্টাচাৰ্য

